# দেউৰাম তাছা ৰচনাৱলী

সংগ্ৰাহক ঃ সম্পাদক
শ্ৰীগণেশ চন্দ্ৰ কুৰ্মি



অসম সাহিত্য সভা
২০০১ খ্ৰীঃ

Deuram Tasha Rachanavali : The writings of Deuram Tasha. compiled and edited by Gonesh Ch. Kurmi and published by Dr. Basanta Kr. Goswami. General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan. Jorhat-785001. Assam. Price Rs 200.00 only

**প্ৰথম প্ৰকাশ**

জানুৱাৰী, ২০০১

**প্ৰকাশক**

ডক্টৰ বসন্তকুমাৰ গোস্বামী

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট-৭৮৫০০১

**বেটুপাত**

দেৱজিৎ বৰঠাকুৰ

**মূল্য ঃ ২০০.০০ টকা**

**ছপা ঃ**

পূৰ্বশ্ৰী অফ্‌ছেট প্ৰিণ্টাৰ্ছ

তৰাজান জি.জি. ৰোড

যোৰহাট-৭৮৫০০১

# সূচীপাত


| | | |
|---|---|---|
| ১। | চাহ্ বনুৱাৰ মাজত প্ৰচলিত সাধু | ১৫-৬৮ |
| ২। | চাহ্ বাগিচাৰ পূজা পৰ্ব্ব | ৬৯-১৫৩ |
| ৩। | চাহ্ বাগিচাৰ জাতি-জনজাতি | ১৫৪-৩১২ |
| ৪। | চাহ্ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ | ৩১৩-৪৩৫ |
| ৫। | চাহ্ বাগিচাৰ ভঙ্গনী কহনি (সাঁথৰ) | ৪৩৭-৪৬১ |
| ৬। | চাহ্ বাগিচাৰ কুইজ | ৪৬৩-৪৯৫ |
| ৭। | চাহ্ বাগিচাৰ পুৰাণ কাব্য | ৪৯৭-৫৩৫ |
| ৮। | প্ৰবন্ধমালা (বাতৰি কাকত আদিত প্ৰকাশিত) | ৫৩৬-৫৮৭ |
| ৯। | চাহ্ জনগোষ্ঠীৰ লোকগীতত খাদ্যসম্ভাৰ | ৫৮৮-৬১৭ |

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাৰ এগৰাকী নিষ্ঠাবান কৰ্মী, বিশিষ্ট সাহিত্যিক দেউৰাম তাছা এটি পৰিচিত নাম। শৈশৱৰপৰাই সাহিত্য চৰ্চা কৰি নিজৰ বাবে এখনি ঠাই অধিকাৰ কৰিবলৈ সক্ষম হোৱা এইগৰাকী বিশিষ্ট সাহিত্যিকৰ আকস্মিক বিয়োগৰ লগে লগে সভাই এগৰাকী সমন্বয়কাৰকক হেৰুৱাৰ বেদনা অনুভৱ কৰিছে। তাছাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবৰ কাৰণে ১৯৯৭-৯৮ বৰ্ষৰ কাৰ্যনিৰ্বাহক সমিতিয়ে তাছাৰ ৰচনাৱলী প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু সভাৰ চাহ বাগিচা উপ-সমিতিৰ প্ৰাক্তন আহ্বায়ক বিশিষ্ট সাহিত্যিক শ্ৰীগণেশ চন্দ্ৰ কুৰ্মি ডাঙৰীয়াক গ্ৰন্থখনৰ সম্পাদনা আৰু সংগ্ৰহৰ দায়িত্ব অৰ্পণ কৰে। শ্ৰীকুৰ্মি ডাঙৰীয়াই যথেষ্ট কষ্ট কৰি ৰচনাৱলীখন নিয়াৰিকৈ সম্পাদনা কৰি দি সভাক কৃতজ্ঞতাৰ পাশত আৱদ্ধ কৰিলে। গ্ৰন্থখনৰ আৰ্হি কাকত চাই দিছে শ্ৰীমান দীপজ্যোতি গোস্বামীয়ে, বেটুপাত আঁকিছে দেৱজিৎ বৰঠাকুৰে; দুয়োলৈকে ধন্যবাদ জনালোঁ। পূৰ্বশ্ৰী অফ্‌ছেট প্ৰিণ্টাৰ্ছে গ্ৰন্থখনৰ ছপাৰ দায়িত্ব লৈ সৰ্বাঙ্গসুন্দৰকৈ গ্ৰন্থখনৰ প্ৰকাশ সম্ভৱ কৰি তুলিলে। এই ছেগতে ছপাশালৰ স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দৰ শলাগ ল'লোঁ।

পুথিখনে চাহ বাগিচাৰ জনগোষ্ঠীয় লেখক-লেখিকাক সাহিত্য চৰ্চাৰ প্ৰতি প্ৰেৰণা দিব বুলি আশা কৰিলোঁ। গ্ৰন্থখনে পাঠকৰ সমাদৰ পালেই সভাৰ উদ্দেশ্য সফল হ'ব।

জানুৱাৰী, ২০০১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন

বসন্তকুমাৰ গোস্বামী
অসম সাহিত্য সভা

# সম্পাদকৰ নিবেদন

## দেউৰাম তাছাব পৰিচয় আৰু সাহিত্য কৰ্ম

চাহ জনগোষ্ঠীৰ মাজৰপৰা ওলোৱা মুষ্টিমেয় সাহিত্যিকসকলৰ ভিতৰত দেউৰাম তাছা পশ্চিম আকাশৰ ভোটা তৰাৰ দৰেই জিলিকি থকা এটা নাম । আশীৰ দশকৰপৰা একনিষ্ঠভাবে অসমীয়া ভাষাৰ সেৱা কৰি থৈ যোৱা তাছাদেব এজন সংগ্ৰামী ব্যক্তি আছিল। নিৰক্ষৰ চাহ মজদুৰৰ ঘৰত ওপজা তাছাই নিজকে প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত বহু সংগ্ৰাম কৰিব লগাত পৰিছিল । নিজৰ ঘৰুৱা পৰিৱেশ উন্নত কৰিবৰ বাবে তেখেতে সততে নজৰ দিছিল। ইয়াৰ ফলস্বৰূপে তেখেতৰ তিনিজন ভায়েক আৰু এগৰাকী ভনীয়েক স্নাতক আৰু আন দুগৰাকী ভাতৃ স্নাতকোত্তৰ ডিগ্ৰীধাৰী হ'ব পাৰিছে । কেৱল এয়ে নহয়, ঘৰখনৰ সামগ্ৰিক মানৰ উন্নতিৰ অৰ্থে ঘৰৰ আচ-বাব পত্ৰ, খোৱা-বোৱা, আচাৰ-ব্যৱহাৰ আদি সকলোতে চাহ বাগিচাৰ বাগানীয়া মানৰপৰা বহু উৰ্দ্ধলৈ তুলি আনি অসমৰ ভিতৰতে এটি লেখত ল'বলগীয়া পৰিয়াল হিচাপে গঢ় দিব পাৰিছিল । বান বাটি আদি ব্যৱহাৰ কৰি তেখেত যিদৰে নিভাঁজ অসমীয়া হৈছিল ঠিক একেদৰেই মুৰি জলপান আৰু ঘৰুৱা পৰিৱেশত সততে বাগানীয়া ভাষা ব্যৱহাৰ কৰি খাটি চাহমজদুৰৰ পৰিচয় বহন কৰা তাছাদেব বাস্তৱিকতে এগৰাকী সাহসী পুৰুষ আছিল । চাহ বাগিচাৰ অনগ্ৰসৰ সমাজত জন্ম গ্ৰহণ কৰিও তেখেত আন নিৰান্নবৈজন চাহ মজদুৰৰ দৰে হীন মন্যতাত ভোগা নাছিল । নিৰ্ভীক অথচ নিৰহঙ্কাৰী এইজনা পুৰুষে সুপ্ৰতিষ্ঠিত প্ৰবল প্ৰতাপী অন্যায়কাৰী ব্যক্তিৰ বিৰুদ্ধেও মুখ খুলিবলৈ কেতিয়াও পৰাংমুখ নহৈছিল ।

সত্তৰ আৰু আশীৰ দশকলৈকে চাহ মজদুৰৰ সমাজখন অসমৰ এখন এলাগি আৰু পুতৌলগা, নিশকতীয়া সমাজ আছিল । অসমৰ সৰহভাগ মানুহে আৰু বিশেষকৈ অগ্ৰসৰ তথা বুদ্ধিজীবি শ্ৰেণীটোৰ বাবে চাহজনগোষ্ঠী এক নিঠৰুৱা, ঠেৰুছিগা সমাজ, যিখন সমাজৰ লোকে যেন অসমৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে কেৱল হাড় ভঙা পৰিশ্ৰম কৰি যাব আৰু এখন সুষ্ঠিৰ চৰকাৰ গঠন কৰাত যন্ত্ৰৱৎভাবে নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰিব । দেউৰাম তাছাই সমাজখনৰ এনে দৈন্যৰ বিষয়ে বাৰুকৈয়ে উপলব্ধি কৰিছিল আৰু সেয়ে নিৰ্ভীকভাবে তেনে মানসিকতাৰ বিৰুদ্ধাচৰণ কৰিছিল । অসমত থকা সকলোৱেই অসমীয়া আৰু কায় মনোবাক্যে অসমকে নিজৰ মাতৃভূমি ৰূপে গ্ৰহণ কৰা চাহ মজদুৰসকল যে অসমৰে অসমীয়া সেইকথা সাব্যস্ত কৰিবলৈ তেখেতে যত্নৰ ক্ৰটি কৰা নাছিল । ইয়াৰ বাবে তেখেতে চাহ জনগোষ্ঠীৰ বহুধাবিভক্ত কৃষ্টি-সংস্কৃতিখিনি উদ্ধাৰ কৰি লেখনিৰ মাধ্যমেৰে

চাহ জনজাতিৰ সমাজখনক প্ৰতিষ্ঠা কৰা আৰু অসমৰ আন আন সমাজৰ লগত সাংস্কৃতিক আদান-প্ৰদানৰ মাধ্যমেৰে এখন বৰ অসম আৰু এক বৃহৎ অসমীয়া জাতি গঠন কৰিবলৈ মনে-প্ৰাণে ব্ৰতী হৈছিল ।

১৯৪২ চনৰ ১ ফেব্ৰুৱাৰী তাৰিখে সাহিত্যসেৱী, সুবক্তা আৰু সমাজকৰ্মী দেউৰাম তাছাৰ জন্ম হয় যোৰহাটৰ বিখ্যাত চিনামৰা চাহ বাগিচাৰ শাখা হাতীগড় চাহ বাগিচাত । তেখেতৰ দেউতাক আছিল নৰসিংহ তাছা আৰু মাতৃ লীলাৱতী তাছা । নিৰক্ষৰ হ'লেও দেউতাক চাহ বাগিচাৰ চৰ্দাৰ আছিল ।

## দেউৰাম তাছাৰ বংশলতা




হাতীগড় চাহ বাগিচাৰ প্ৰাথমিক বিদ্যালয়তে তেখেতে শিক্ষাৰম্ভ কৰে । ১৯৫৭ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ত আই, এ, শ্ৰেণীত নাম ভৰ্তি কৰে । আই, এ, পাছ কৰি গড়মূৰ এম, ই, স্কুলত তেখেতে কিছুদিন অবৈতনিকভাৱে শিক্ষকতা কৰে । ইয়াৰ পিছত তেখেতে যোৰহাট অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ গড়কাপ্তানী বিভাগত কাৰ্যালয় সহকাৰী পদত যোগ দিয়ে আৰু এই পদত থকা কালছোৱাতে প্ৰাইভেট হিচাপে পৰীক্ষা দি বি, এ, পাছ কৰে । ১৯৮৩ চনত একেদৰেই প্ৰাইভেটকৈ পৰীক্ষা দি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিভাগত এম, এ, পৰীক্ষাত উত্তীৰ্ণ হয় ।

হ্ৰস্বকালীনভাৱে তেখেতে পুলিচ বিভাগৰ উপ-পৰিদৰ্শক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। কিন্তু পুলিচৰ চাকৰিত মন নবহাত ইস্তফা দি পুনৰ গড়কাপ্তানী বিভাগৰ কাৰ্যালয় সহায়কৰ চাকৰিত যোগ দিয়ে । ইয়াৰ পিছতহে সামাজিক শিক্ষা সংগঠক আৰু শিক্ষা সহপৰিদৰ্শক হিচাপে কাৰ্যনিৰ্বাহ কৰে ।

অসমীয়া ভাষা আয়ত্ব কৰি অসমীয়া ভাষাত সাহিত্য ৰচনা কৰা চাহ বাগিচাৰ মানুহৰ পক্ষে সিমান সহজ কথা নহয় । তাতে চাহ বাগিচাৰ তেনেই পিছপৰা এখন সমাজৰপৰা অহা লোকৰ বাবে সাহিত্য, সুকুমাৰ-কলা আদি বিষয়ত দখল সাব্যস্ত কৰা টান কাম । পিছে দেউৰাম তাছাই সেই কাম সহজেই কৰিব পাৰিছিল । তেখেতৰ প্ৰথম সাহিত্য কৰ্ম হ'ল 'ঈশ্বৰ' নামৰ এটি কবিতা । সপ্তম শ্ৰেণীত থাকোঁতেই এই কবিতাটি চিনামৰা হাইস্কুলৰ মুখপত্ৰত প্ৰকাশ পাইছিল । মহাভাৰতৰ শান্তিপৰ্বৰ আলম লৈ লিখা তেওঁৰ দ্বিতীয় লিখনি 'মেকুৰীৰ তপস্যা' নামৰ এটি গল্প । 'চাহ বাগিচাৰ সংস্কৃতি' নামকৰণেৰে তেওঁ সাপ্তাহিক জনমভূমিত এলানি প্ৰবন্ধ লিখিছিল । একেদৰে নীলাচল কাকতত দুবছৰীয়া আন্দোলনৰ সময়ত 'আন্দোলনত চাহ বনুৱাৰ ভূমিকা শীৰ্ষক আন এলানি প্ৰবন্ধ লিখিছিল।'

তাছাদেৱে লিখি প্ৰকাশ কৰা পুথিসমূহৰ ভিতৰত ১। চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু, ২। চাহ বাগিচাৰ পূজা পৰব, ৩। চাহ বাগিচাৰ জাতি-জনজাতি, ৪। চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ড বাক্য সম্ভাৰ, ৫। চাহ বাগিচাৰ ভাঙ্গানি কহ্নি (সাঁথৰ), ৬। চাহ বাগিচাৰ কুইজ আৰু ৭। চাহ বাগিচাৰ পুৰাণ কাব্য । অপ্ৰকাশিত একমাত্ৰ পুথিখন হ'ল 'চাহ জনগোষ্ঠীৰ লোকগীতত খাদ্য সম্ভাৰ' আৰু এঘাৰটা প্ৰবন্ধ তথা তিনিটা কবিতা । এইখিনি লেখনিৰে পুষ্ট হৈছে 'দেউৰাম তাছা ৰচনাৱলী ।'

তাছাদেৱ এজন সাহিত্যৰ সাধক আৰু লোক-কৃষ্টিৰ গৱেষকৰ লগতে ইয়াৰ একনিষ্ঠ পূজাৰীও আছিল । অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলঙ্কৃত কৰাৰ সময়তে আমাৰ আন্তৰিক ওলগ জ্ঞাপন কৰিবলৈও যাওঁতে কথা প্ৰসঙ্গত বৰ্তমানৰ সভাপতি, স্বনামধন্য চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱে আক্ষেপ কৰি কৈছিল – 'অসমৰ ইতিহাস আছে ; অসমীয়াৰ ইতিহাস নাই । আমি অসমীয়াৰ ইতিহাস লিখিব লাগিব ।' তেখেতৰ সদিচ্ছা অনুযায়ী অসম সাহিত্য সভাই চিন্তা-চৰ্চা কৰি অসমীয়াৰ ইতিহাস লিখিবলৈ অসমৰ সুবিখ্যাত পণ্ডিত আৰু লেখক ড' নগেন শইকীয়াদেৱক ভাৰ দিছে আৰু আশা কৰা মতে আগন্তুক সভাৰ অধিৱেশনৰ আগে আগে আলোচ্য পুথিখনৰ ১ম খণ্ডটো প্ৰকাশ পাব । দেউৰাম তাছাদেৱে এই একে কথাকে চাহ জনজাতিৰ ক্ষেত্ৰত চিন্তা কৰিছিল । ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা অহা ভিন্ ভিন্ কৃষ্টি-সংস্কৃতিৰ অনেক জাতি-জনজাতিৰে গঠিত চাহমূলীয় মানুহখিনিক সামগ্ৰিকভাৱে 'চাহ জনজাতি' বুলি অভিহিত কৰিলেও তেওঁলোক প্ৰকৃতপক্ষে কোনো একক ধৰ্ম, সংস্কৃতি অথবা জনগোষ্ঠীৰ লোক নহয় । চাহ মজদুৰৰ এই বিশাল জনগোষ্ঠীৰ সম্যক পৰিচয় 'চাহ বাগিচাৰ জাতি-জনজাতি' নামৰ পুথিত তাছাদেৱে দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে । পুথিখনত ভুৰুকাত হাতী ভৰোৱাৰ দৰে চাহ বাগিচাৰ জাতি পুঞ্জৰ প্ৰাথমিক পৰিচয় দানেৰে গৱেষকৰ বাবে তেওঁ গৱেষণাৰ পথ মুকলি কৰিছে । চাহ জনজাতিৰ বাবে প্ৰকৃত ইতিহাস ৰচনা কৰোঁতা গৱেষক আৰু অধ্যয়নকাৰীৰ বাবে তাছাদেৱৰ এই পুথিখনে কিছু হ'লেও আলোকৰ সন্ধান দিব বুলি আশা কৰিব পৰা যায় ।

চাহ জনগোষ্ঠীৰ মাজত পৰম্পৰাগতভাৱে চলি অহা কিছুমান সাধুকথা বুটলি আনি তাছাদেৱে 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু' লিখি উলিয়াইছে। লৌকিক সাহিত্য সাধু কথাৰ জৰিয়তে জাতিৰ অতীত ইতিহাসৰ ৰেঙণি পোৱা যায়। সেয়ে জাতিৰ ইতিহাস ৰচনাত সাধু কথাৰ মাজতো যথেষ্ট সমল পাব পাৰি। চাহ জনজাতিৰ মাজত এনে অসংখ্য সাধু কথা প্ৰচলিত হৈ আছে। পৰৱৰ্তী কালছোৱাত তাছাদেৱৰ পদানুসৰণ কৰি তেখেতৰ ভাতৃ ডিম্বেশ্বৰ তাছাই। এখন সৰু সাধু কথাৰ কিতাপ লিখিছে আৰু তাৰ পিছত 'চাহজনগোষ্ঠীৰ কিম্বদন্তী' নামৰ আমাৰ লেখা এখন সাধু কথাৰ কিতাপ অসম সাহিত্য সভাই ছপাই উলিয়াইছে। সাধু কথাই মানুহক বিমল আনন্দৰ যোগান ধৰাৰ উপৰিও ইবোৰে একোখন সমাজৰ নিখুঁট ছবি দাঙি ধৰিব পাৰে। সেয়ে ঐতিহাসিক মূল্যৰ লগতে সাধুকথাৰ সামাজিক মূল্যও আছে। এই ক্ষেত্ৰত তাছাদেৱৰ প্ৰথম প্ৰয়াসক নিঃসন্দেহে প্ৰশংসনীয় কাম বুলি অভিহিত কৰিবপৰা যায়।

চাহ জনজাতিৰ সাংস্কৃতিক পৰিচয় — জ্ঞাপক তাছাদেৱৰ আন এখন পুথি হ'ল 'চাহ বাগিচাৰ পূজা-পৰ্ব্ব'। চাহ শ্ৰমিকসকলৰ কৃষ্টি-সংস্কৃতিৰ লগত সাঙোৰ খাই থকা পূজা-পাতল, দেৱ-দেৱী আৰু গ্ৰাম্য লৌকিক দেৱতাৰ সম্যক পৰিচয়, সিবিলাকৰ পূজা বিধি আৰু দেৱতাক সন্তুষ্ট কৰি লাভ কৰা মঙ্গলা-মঙ্গল আদিৰ ছবি তাছাদেৱে এইখন পুথিত আঁকিবলৈ যত্ন কৰিছে। অনেক দেৱ-দেৱীৰ বিষয়ে পুথিখনৰ সীমিত কলেৱৰৰ মাজতে লিখা বাবে আৰু হয়তো খৰখেদাকৈ কৰা সংক্ষিপ্ত অধ্যয়নৰ ফলত এইখন পুথিত আৰু 'চাহ বাগিচাৰ জাতি-জনজাতি'তো অনেক গুৰুত্বপূৰ্ণ তথ্য তেখেতে সন্নিবিষ্ট কৰিবপৰা নাই। তথাপিতো তেখেতে দেখুৱাই যোৱা পথেৰে বাট বুলি পৰৱৰ্তীকালৰ লেখকসকলে তেনে গুৰুত্বপূৰ্ণ তথ্যবোৰ উদ্‌ঘাটন কৰিব পাৰিব। ইয়াৰ বাবেই তাছাদেৱ চাহ জনগোষ্ঠীৰ মাজত চিৰস্মৰণীয় হৈ ৰ'ব।

তাছাদেৱৰ সাহিত্য কৰ্মৰ ভিতৰত 'চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ' এটি উল্লেখযোগ্য অবদান। পুথিখনত চাহ বাগিচাৰ জনগণৰ মাজত প্ৰচলিত থকা দুটামান উমৈহতীয়া ভাষাৰ (পাঁচ পৰগনীয়া আৰু খৰঠা ভাষা) শব্দ সম্ভাৰ আৰু খণ্ডবাক্য সন্নিবিষ্ট কৰা হৈছে। কিছু জটুৱা ঠাচ আৰু খণ্ডবাক্যৰো উদ্ধৃতি দিছে। পুথিখন চাহজনগোষ্ঠীৰ উমৈহতীয়া ভাষাৰ দলিল হিচাপে চিহ্নিত কৰিব পাৰি। চাহ জনগোষ্ঠীৰ ভাষা সম্পৰ্কে জনাত পুথিখনে কিছু দূৰ হ'লেও সহায় কৰিব পাৰিব। কিন্তু সেই সময়ৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক অমল ৰাজখোৱাদেৱে পুথিখনৰ পাতনিত লিখা—'... কিন্তু অসমৰ মাটিত সৃষ্টি কৰি ল'লে এটি কৃত্ৰিম সুকীয়া ভাষা — যাক চাহ বাগিচাৰ চাহাবসকলে 'কুলিবাত' বুলি নামকৰণ কৰিছিল।... বৰ্ত্তমান এই ভাষাক কোনোৱে চ'দানি বা বাগানীয়া অসমীয়া বুলিও নামকৰণ কৰিছে।' তেখেতৰ এই উক্তি সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। কিয়নো চাহ জনজাতিৰ মাজত প্ৰচলিত উমৈহতীয়া ভাষা খৰঠা আৰু তাছাদেৱে লিখা

পাঁচপৰগনীয়া অথবা বাগানীয়া বাংলা ভাষা এতিয়াও চাহ মজদুৰৰ পিতৃ ভূমি যথাক্রমে হাজাৰীবাগ আৰু বাকুড়া, পুৰুলিয়া, মেদিনীপুৰ আদি অঞ্চলত একে ৰূপতে প্রচলিত হৈ আছে। গতিকে, অসমত সৃষ্টি হোৱা কৃত্রিম ভাষা ই কেতিয়াও হ'ব নোৱাৰে। আকৌ চাহ বাগিচাৰ চাহাবেনো কেতিয়া এই ভাষাটোক 'কুলিবাত' বুলি অভিহিত কৰিলে সেই কথাও জনা নেযায়। প্রকৃত অধ্যয়ন নকৰাকৈ ধাৰণাৰ বশৱৰ্তী হৈ চাহ জনগোষ্ঠীৰ ভাষাৰ ভুল ব্যাখ্যা দিয়া বাবে আমি দুখ পাইছোঁ। এই ভাষাক চ'দানি ভাষা বোলে বুলি লিখি তেখেতে আন এটা ভুল কৰিছে। কিয় চাদানী (সাদান, সাদানি বা সাধনি) নামৰ এটি উন্নত মানৰ ভাষা ছোটনাগপুৰ অঞ্চলত এতিয়াও প্রচলিত হৈ আছে। ছোটনাগপুৰৰ আদিবাসীসকলৰ বিভিন্ন জাতি-জনজাতিৰ মাজত উমৈহতীয়া ভাষা স্বৰূপে খ্রীষ্টধর্মৰ প্রচাৰকসকলে বিশেষভাৱে এই ভাষাকে গ্রহণ কৰিছে। চাদানি ভাষাত বর্তমানলৈকে কেইবাখনো ব্যাকৰণ প্রকাশ পোৱা বাবে ভাষাটো শৃংখলাবদ্ধ ৰূপত ব্যৱহাৰ হোৱা দেখা যায়। আনহাতে খৰঠা আৰু পাঁচপৰগনীয়া ভাষাদ্বয়ত ব্যাকৰণ ৰচনা হোৱা নাই। সেয়ে ঠাইভেদে নামনি অসমৰ অসমীয়া ভাষাৰ দৰেই কিছু ভিন্ন ৰূপে ই ব্যৱহৃত হয়। তাছাদেৱে লেখকৰ একাষাৰত এই কথাৰ পৰিপুষ্টি দিয়া হ'লে হয়তো ৰাজখোৱাদেৱৰ এনে ভুল নহ'লহেঁতেন।

একমাত্র শাৰীৰিক পৰিশ্রমৰ মাজেৰে পেটৰ ভাত মুকলি কৰা খাটি খোৱা জনতাৰ দৈনন্দিন জীৱনৰ সার্থক চিত্র তাছাদেৱে 'চাহবাগিচাৰ পুৰাণ' নামৰ কবিতা পুথিখনত আঁকিবলৈ প্রয়াস কৰিছে। ইয়াত সন্নিবিষ্ট কৰা কবিতা কেইটিত চাহ জনজাতিৰ আচহুৱা জীৱন-প্রণালীৰ নিখুঁট ছবি অতি দক্ষতাৰে অঙ্কন কৰা হৈছে। উদাহৰণস্বৰূপে —

(১) ধনুৱাৰ জাত বোলে সৰু সৰু গোট
চেনিচম্পা কলৰ দৰে পাত।
অকশমান কথাতে দ্বন্দ্ব হাই-কাজিয়া
মই বোলে অমুকাৰ জাত।

(২) হাড়ক মাটি কৰি দেহাটোৰ জান মাৰি
সোনোৱালৰ হলধৰ কাই।
ৰোগত ভগন হৈয়ো হাজিৰা কাম পুৰালে
বাগিচাত দৰৱ-পানী নাই।

(৩) ঘড়ী নহ'লেও আছে কলঘৰৰ পুংগা
ৰাতিপুৱা জগাবলৈ আছে কিছু মুৰ্গা।
কামৰ বেলিকাও দিয়ে চকীদাৰে ডাক
এনেদৰে চলি যায় সময়ৰ পাক।

এইবিলাক কবিতাৰ যোগেদি তাছাদেৱে চাহনিৰ জনজীৱনৰ ভুখৰীয়া ছবি নির্ভেজাল ৰূপত অঙ্কন কৰি তেখেতৰ কাব্য প্রতিভাৰ স্বাক্ষৰ ৰাখি থৈ গৈছে। দেহা মাৰি কাম কৰিও

আৰ্থিক অনাটনত থাউনি নোপোৱা আৰু ৰোগ-ব্যাধিয়ে জুৰুলা কৰা চাহ মজদুৰৰ দুৰৱস্থাই কবিৰ মন-প্ৰাণ ব্যথ্যা আৰু গ্লানিৰে ওপচাই পেলাইছিল । মনৰ মাজত ওপজা এনে ব্যথাভৰা ভাৱৰ চিত্ৰিত কৰা কবিৰ কবিতাৰ দুটি পংক্তি উল্লেখ কৰা হ'ল ।

(১) ভোখা পেটে ছেনো কান্দে ভাত খাঁও বুলি
মাইকী-মতাই কাম কৰিও নোজেৰে সমূলি ।
দিনে আনি দিনে খাঁও
দুখৰ ঝুমইৰ গাঁও ;
অৰ্ধাহাৰত আধামৰা পিত্ত যায় জ্বলি ।

(২) চাহনিলৈ আহিবা আমাৰ কথা শুনিবা
লেখিমেলি আনক জনাবাচোন
সেউজীয়া বাগিচাৰ 'অসমীয়া' নাম লৈ
সমন্বয়ৰ সেতু বান্ধে কোনে ?

তাছাদেৱৰ এই অকণমানি কাব্য পুথিখনত ৰং, ৰূপ, ৰসৰ লগতে চহা মেহনতী জনজীৱনৰ দুখ, দৈন্য, জীৱন-জীৱিকা আদি সকলো বিষয়ৰে উল্লেখ কৰা হৈছে । মানিক শইকীয়াদেৱে পুথিখনৰ ভূমিকাত লিখিছে 'চাহ বাগিচাৰ শ্ৰমিকসকলৰ জীৱন আৰু জীৱিকাৰ লগত নিবিড়তম্ পৰিচয়, এইসকল লোকৰ প্ৰতি কবিৰ অন্তৰত অন্তঃসলিলা ফল্গুৰ দৰে বৈ থকা চেনেহৰ ধাৰা, অসমীয়া লোক সাহিত্যৰ ৰূপ আৰু ৰীতিৰ সাৰ্থক ব্যৱহাৰৰ লগতে সাৱলীল কাব্যময় প্ৰকাশভঙ্গীয়ে এই কাব্য সংকলনটিক অসমীয়া সাহিত্যৰ ইতিহাসত উল্লেখযোগ্য সংযোজন হিচাপে চিহ্নিত কৰিব ।' এই কথাখিনি সঁচাকৈয়ে অতি তাৎপৰ্যপূৰ্ণ ।

'চাহ বাগিচাৰ 'ভাঙ্গানি কহ্নি'ত লিখক তাছাদেৱে চাহ জনজাতিৰ মাজত প্ৰচলিত সাঁথৰসমূহ সন্নিৱিষ্ট কৰিছে । লোককৃষ্টিৰ গৱেষক তাছা ডাঙৰীয়াই কালৰ চকৰিত হেৰাই যাবলৈ ধৰা জাতীয় কৃষ্টিৰ আপুৰুগীয়া অঙ্গ বিশেষ চাহ জনজাতিৰ ভাঙ্গানি কহ্নিৰ লিখিত ৰূপ প্ৰদান কৰি এই জনগোষ্ঠীৰ মহৎ উপকাৰ সাধনৰ লগতে অসমীয়া ভাষাৰো শ্ৰীবৃদ্ধি সাধনত অহিৰণা যোগোৱাৰ কাম কৰিছে । তাছাদেৱৰ আন এখন পুথি হ'ল 'চাহ বাগিচাৰ কুইজ' । লিখকে অনেক কষ্ট সাধন কৰি এইখন পুথিত যিবিলাক তথ্য সন্নিৱিষ্ট কৰিছে তাৰ দ্বাৰা যে কেৱল চাহ জনগোষ্ঠীৰ লোকেই লাভৱান হ'ব এনে নহয়, যিকোনো সাধাৰণ পাঠকেই ইয়াৰ দ্বাৰা চাহ জনজাতি আৰু চাহ শিল্পৰ বিষয়ে জানিবলৈ সুবিধা পাব ।

তাছাদেৱৰ অপ্ৰকাশিত প্ৰবন্ধৰাজিৰ বিচাৰি পোৱাখিনি ইয়াত সাঙুৰি লোৱা হৈছে। এইবিলাক প্ৰবন্ধৰ যোগেদি লিখকে চাহ জনগোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ বাৰেকুৰি সমস্যাৰ লগতে থলুৱা লোক-কৃষ্টিৰ লগত চাহ বাগানীয়া কৃষ্টি-সংস্কৃতিৰ সমন্বয় আদি বিষয়ৰ ওপৰত আলোকপাত কৰিছে । ঐক্যবদ্ধ এখন অসমীয়া সমাজ আৰু বৰ অসম

গঢ়াৰ স্বপ্নও তেখেতৰ ৰচনাৰাজিৰ মাজত প্ৰতিফলিত হোৱা দেখা যায়।

'চাহ জনগোষ্ঠীৰ লোকগীতত খাদ্যসম্ভাৰ' নামৰ লিখকৰ একমাত্ৰ অপ্ৰকাশিত পুথিখনৰ নামটো বেছ অৰ্থপূৰ্ণ হৈছে। লোক-কৃষ্টিৰ গৱেষক তাছা ডাঙৰীয়াই চাহ জনজাতিৰ জনজীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত খাদ্যসম্ভাৰ সম্পৰ্কীয় জটুৱা ঠাচ আৰু লোকগীতসমূহ উদ্ধাৰ কৰি সমূহ অসমীয়াৰে ধন্যবাদৰ পাত্ৰ হৈ পৰিছে। ড নিগুমম গোবিন্দ সিংহই কিতাপখনৰ পাতনিত এইকথা অতি সুন্দৰকৈ প্ৰকাশ কৰিছে।

দেউৰাম তাছাৰ ৰচনাশৈলী সহজ-সৰল আৰু সৰ্বসাধাৰণৰ সহজ বোধগম্য। তেখেতে অসমীয়া জটুৱা ঠাচ, খণ্ডবাক্য আদিৰ যিদৰে প্ৰয়োগ কৰিছিল সেই একেদৰেই বাগানীয়া ভাষাৰ শব্দ আৰু খণ্ডবাক্য ব্যৱহাৰ কৰি নিজৰ ৰচনাৰাজিৰ সৌষ্ঠৱ বৃদ্ধি কৰিছিল। তাছাদেৱৰ লিখনী সেয়ে চাহ মজদুৰ গোষ্ঠীৰ সৰ্বাধিক পাঠক-পাঠিকাই আদৰি লৈছিল। এনে কাৰণতে চাহ মজদুৰৰ লিখসকলৰ ভিতৰত মধ্যমণি হিচাপে নিঃসঙ্কোচে দেউৰাম তাচাৰ নাম উল্লেখ কৰিব পাৰি। তেখেতৰ প্ৰকাশিত পুথি আৰু অন্যত্ৰে প্ৰকাশ পোৱা ৰচনাৰাজিয়ে কালে মচিব নোৱৰাকৈ তেখেতক আমাৰ মাজত চিৰস্মৰণীয় কৰি ৰাখিব।

সু-সাহিত্যিক দেউৰাম তাছা এজন প্ৰতিভাৱান অভিনেতা আৰু দক্ষ ফুটবল খেলুৱৈ আছিল। তেখেতে কৈশোৰ কালৰপৰাই হাতীগড় চাহ বাগিচাৰ নামঘৰত হোৱা নাট-ভাওনাত শ্ৰীকৃষ্ণৰ ভাও দিছিল। শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাৱ তিথি উপলক্ষে যোৰহাট অভিযান্ত্ৰিক মহাবিদ্যালয়ত আয়োজিত নাটত বহুবাৰ ভাও দি তেখেতে দৰ্শকবৃন্দৰ ভূয়সী প্ৰশংসা পাইছিল। পৰিস্কাৰ গাৰ ৰং আৰু ধুনীয়া মুখমণ্ডলেৰে প্ৰায় ৫$\frac{১}{২}$ ফুট উচ্চতাৰ তাছাদেৱ এজন সুদৰ্শন পুৰুষ আছিল। তেখেতৰ পুৰুষ সুলভ মাত-কথা আৰু অমায়িক ব্যৱহাৰে সহজতে মানুহক আকৰ্ষণ কৰিব পাৰিছিল। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য হিচাপে তেখেতে নিজৰ দক্ষতাৰ স্বাক্ষৰ ৰাখি থৈ গৈছে। অসম সাহিত্য সভাৰ বোকাখাত অধিৱেশনৰ সাংস্কৃতিক সন্ধিয়া উদ্বোধন কৰিবলৈ দি সভাই তেখেতৰ গুণৰ আদৰ জনাইছিল।

বিভিন্ন সভা-সমিতি আৰু সমজুৱা কাম-কাজত তাছাদেৱে নিজকে সদায়ে জড়িত কৰি ৰাখিছিল। অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ লগতো তেখেতে সম্পৰ্ক বজাই ৰাখিছিল। এইজনা সু-সাহিত্যিক আৰু কৰ্মপ্ৰাণ ব্যক্তিৰ ১৯৯৬ চনৰ জুলাই মাহৰ ১৮ তাৰিখে পৰলোক প্ৰাপ্তি হয়।

এনে এজন মহান সাহিত্যিকৰ সমূহ লিখনি একেলগে কৰি পুথি আকাৰে ছপাই উলিয়াবলৈ বৰকৈ মন গৈছিল। সেয়ে ১৯৯৬ চনৰ ২৩ জুন তাৰিখে অসম সাহিত্য সভাৰ গুৱাহাটীৰ কাৰ্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱনত বহা চাহ বাগিচা উপ-সমিতিৰ বৈঠকত বিষয়টো আলোচনাৰ বাবে ৰখা হৈছিল। সেই সময়ৰ অসম সাহিত্য সভাৰ সভাপতি ড লক্ষ্মীনন্দন বৰা আৰু ড নগেন শইকীয়াদেৱে একেআষাৰে আমাৰ প্ৰস্তাৱ গ্ৰহণ কৰি

ৰচনাৱলীখন যুগুত কৰিবলৈ অসম সাহিত্য সভা চাহ বাগিচা উপ-সমিতিৰ আহ্বায়ক হিচাপে আমাৰ ওপৰতে দায়িত্বভাৰ অৰ্পণ কৰে । পৰৱৰ্তীকালত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে প্ৰস্তাৱটিৰ প্ৰতি অনুমোদন জনায় । কিন্তু কিছুমান এৰাব নোৱৰা কাৰণবশতঃ ৰচনাৱলীখন সময়মতে প্ৰকাশ হৈ নোলাল । সি যি কি নহওক বিষয় সন্দৰ্ভত বৰ্তমানৰ প্ৰধান সম্পাদক ড বসন্তকুমাৰ গোস্বামীদেৱলৈ আমি এখন পত্ৰ প্ৰেৰণ কৰাত তেখেতে লগে লগে ৰচনাৱলীখন তেখেতলৈ প্ৰেৰণ কৰিবলৈ পৰামৰ্শ দিয়ে । তেখেতৰ তৎপৰতাৰ বাবে আৰু সভাৰ লগত জড়িত অতীত তথা বৰ্তমানৰ বিষয়ববীয়াকে আদি কৰি সকলোৰে শলাগ লৈছোঁ ।

পিছপৰা জনগোষ্ঠীৰ প্ৰতি অসম সাহিত্য সভাই এইদৰে সহমমিতা দেখুৱালে অসমত নিশ্চিতভাৱেই শান্তি-সম্প্ৰীতিৰ এনাজৰী অধিক মজবুত হৈ উঠিব । অনাগত দিনতো সভাই যেন একে দৃষ্টিভংগীৰে অসমৰ সৰু-বৰ সকলো জনগোষ্ঠীক মৰম-স্নেহৰ ডোলেৰে ব্যান্ধি ৰাখিবলৈ সচেষ্ট হৈ থাকে এই কামনাৰে —

দিশপুৰ — গণেশ চন্দ্ৰ কুৰ্মি

গুৱাহাটী - ৬

জানুৱাৰী, ২০০১ খ্ৰী

# আগকথা

জন-সমাজত লোকগীতৰ দৰে সাধুকথাৰো প্ৰভাৱ অপৰিসীম । সাধু কথাবোৰে জনগণক আনন্দ দান কৰে । তদুপৰি সিবোৰৰ পৰা জনগণৰ সামাজিক ব্যৱস্থা, চিন্তাধাৰা, লোকবিশ্বাস আদিৰ কথা জানিব পাৰি । গতিকে কোনো এটা জাতিক সম্পূৰ্ণৰূপে জনাৰ ক্ষেত্ৰত সেই জাতিৰ মাজত প্ৰচলিত সাধু কথাবোৰে কিঞ্চিত পৰিমাণৰ হ'লেও সহায় কৰে ।

উত্তৰ-পূৱ ভাৰত তথা অসম ৰাজ্যখন বিভিন্ন জাতি-উপজাতিৰ সংমিশ্ৰণত এখন চিত্ৰ-বিচিত্ৰ ফুলনিৰ দৰে জাতিষ্কাৰ হৈ আছে । অসমৰ বিভিন্ন জাতি-উপজাতিবোৰ এটা বিৰাট অসমীয়া জাতিৰেই ঠাল-ঠেঙুলি আৰু অবিচ্ছেদ্য অংগ। অসমত বিভিন্ন জাতি-উপজাতিৰ উপৰি বিভিন্ন ধৰ্মীয় লোকো আছে । এই সকলোবোৰ লগ লাগিয়েই এটা পূৰ্ণাঙ্গ অসমীয়া জাতি হৈছে । সেই কাৰণে অসমীয়া জাতিক সম্যকভাৱে জানিব খুজিলে এইসকলৰ সুখ-দুখৰ কথাও জানিব লাগিব । আমি সকলোৱে একগোট হৈ অসমীয়া তথা মহান ভাৰতীয় জাতিৰূপে সমৃদ্ধিৰ পথত আগুৱাবলৈ হ'লে অসম আৰু দাঁতিকাষৰীয়া ৰাজ্যৰ অধিবাসীসকলক পৰস্পৰে পৰস্পৰক ভাতৃভাৱে আঁকোৱালি ল'ব লাগিব, কিন্তু তাৰ আগেয়ে আমি পৰস্পৰক বুজিব লাগিব । এনে এটি মহান উদ্দেশ্য আগত ৰাখিয়েই অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে (১৯৭৬-৭৭) অসম আৰু দাঁতিকাষৰীয়া ৰাজ্যত বসবাস কৰি অহা বিভিন্ন জনগোষ্ঠীৰ মাজত প্ৰচলিত সাধুকথাসমূহ সংগ্ৰহ আৰু সহজ ভাষাত প্ৰকাশৰ কাৰণে এখনি আঁচনি গ্ৰহণ কৰে । এই আঁচনি অনুসৰি প্ৰতিটো জনগোষ্ঠীৰ একোখনকৈ সাধুকথাৰ পুথি পৰ্যায়ক্ৰমে উলিয়াবলৈ সিদ্ধান্ত লোৱা হয় ।

এই বছৰত প্ৰকাশ কৰিবলৈ দিয়া এই বিষয়ৰ পুথিকেইখন হ'ল- 'কাৰবি সাধু', 'ৰাভা সাধু', 'বড়ো সাধু', 'দেউৰী সাধু', 'মিছিং সাধু', 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু' আৰু 'কামেং সীমান্তৰ সাধু' ।

অসম সাহিত্য সভাৰ অনুৰোধ ক্ৰমে 'চাহ-বনুৱাৰ সাধু' পুথিখনত সন্নিবিষ্ট সাধুবোৰ সংগ্ৰহ কৰি লিখি দিছে শ্ৰীদেউৰাম তাছা ডাঙৰীয়াই । সেইবাবে শ্ৰীতাছা ডাঙৰীয়াৰ শলাগ ল'লোঁ । আমাৰ অনুৰোধক্ৰমে পুথিখনৰ পাণ্ডুলিপি পুনৰীক্ষণ কৰি দিয়াৰ উপৰি আৰ্হি-কাকত চাই দিছে আৰ্য বিদ্যাপীঠ কলেজৰ অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মাদেৱে । সেইবাবে তেখেতৰ শলাগ ল'লো । কম সময়ৰ ভিতৰতে পুথিখন ছপাই উলিয়াই দিয়া কাৰণে গুৱাহাটী প্ৰেছৰ গৰাকী আৰু কৰ্মীবৃন্দ আমাৰ শলাগৰ ভাগী হৈছে ।

শেষত পুথিখনে পঢ়ুৱৈসমাজৰ সমাদৰ লাভ কৰিলে কৃতাৰ্থ হ'ম ।

২৬ জানুৱাৰী, ১৯৭৭
অসম সাহিত্য সভা
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন
গুৱাহাটী-১

হেমন্ত কুমাৰ শৰ্মা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# একাষাৰ

এই পুথিত সন্নিবিষ্ট কাহিনীসমূহ বয়সস্থা তিৰোতাসকলৰ পৰা সংগ্ৰহ কৰি ৰখা হৈছিল । তেওঁলোক কোনোদিনেই পঢ়াশালিৰ সংস্ৰৱলৈ অহা নাই । এনে তিৰোতা কেইগৰাকীমান বাছি লোৱা হৈছিল যিসকলে বাবু-ভায়া, চৰ্দাৰ ঘাইৱালাৰ পৰা পাত তোলা, পাজিধৰা, হাবি বছা, কাড়ি মৰা, কলম কৰা আদি হুকুম মানি চলাৰ বাহিৰে আন কোনো পঢ়া-শুনা কৰা বা জনা-বুজা মানুহৰ পৰা দুটামান পৌৰাণিক অথবা আধুনিক জ্ঞানৰ দ্বাৰ উন্মেষ কৰি দিব পৰা ব্যক্তিৰ সংস্ৰৱলৈ অহাৰ দৰকাৰ বোধ কৰা নাই । সেয়েহে তেওঁলোকে সাধুবিলাক যি দৰে কৈ শুনাইছিল, মৌলিকতা নেহেৰুৱাবলৈ বুলি সেইদৰেই উপস্থাপন কৰিবলৈ অত্যন্ত যত্ন আৰু চেষ্টা কৰা হৈছে ।

বিভিন্ন অসমীয়া জনজাতিৰ মাজত প্ৰচলিত সাধু কথাৰ পুথি প্ৰকাশৰ আঁচনি গ্ৰহণ কৰি এই নিঃকিন 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু' শীৰ্ষক পুথিখন যুগুতাই দিয়াৰ ভাৰ অৰ্পণ কৰা কাৰণে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিলৈ (১৯৭৬-৭৭) ধন্যবাদ যাচিছোঁ । যিসকলে কাহিনীবোৰ কৈ লিখিত ৰূপ দিয়াত সহায় কৰিলে তেওঁলোকলৈও কৃতজ্ঞতাৰ শৰাই আগবঢ়োৱা হ'ল । ইতি -

হাতীগড় বাগিচা | বিনীত
যোৰহাট-৭ | শ্ৰীদেউৰাম তাছা
২৪।৬।৭৬

# সূচীপাত

| | |
|---|---|
| কাটালৰ জীয়েক | ২১ |
| কেঁকোৰাৰ জন্মকথা | ২৬ |
| সাতপৰী | ২৯ |
| অন্দা | ৩৫ |
| আনাৰ বাণী | ৩৮ |
| ছাঁহৰাৱতী | ৪২ |
| বিকাল দৰ্শন | ৪৮ |
| ৰাজপুত্ৰ আৰু সাপৰ আঙঠি | ৫৪ |
| দুই ঠগ | ৫৯ |
| অহংকাৰী বোৱাৰী | ৬৪ |

# কাটালৰ জীয়েক

বহু দিনৰ আগৰ কথা । এখন ৰাজ্যত এজন ৰজা আছিল । ৰাজ্যৰ সকলোৱে তেওঁক খুউব ভাল পাইছিল; কাৰণ ৰজাই সকলোকে মৰম কৰিছিল । ৰজাৰ এজন পুতেক আছিল । সি কিন্তু ৰজাৰ একদম ওলোটা । মাৰ-পিট, কাজিয়া-পেচাল কৰিয়েই দিনটো কটায় । ৰজাৰ মুখলৈ চাই কোনেও তাক একো নকয়- নীৰৱে সহ্য কৰে । ৰজাই পুতেকৰ এনে কাণ্ড-কাৰখানা দেখি মনতে ভাবিলে - বিয়া কৰাই দিলেই কিজানি তাৰ মতি-গতি কিছু বদলি হয় । এই ভাবি ৰজাই ৰাণীৰ আগত কথাটো উলিয়ালে । ৰাণীয়েও ভাল পালে আৰু একমাত্ৰ পুতেকৰ আগত বোৱাৰীৰ কথা উলিয়ালে । এই কথা শুনি ৰাজপুত্ৰ এটা চৰ্ত্তহে মান্তি হ'ল । চৰ্ত্ত হ'ল যে যিজনী ছোৱালীয়ে ৰাতিপুৱা খাওঁতে এবাৰ, দুপৰীয়া খাওঁতে , গধূলি খাওঁতে এবাৰ- মুঠ তিনিবাৰ তাৰ লাঠি নিতৌ সহ্য কৰিব সেইজনীকহে সি বিয়া কৰাব । এই চৰ্ত্ত শুনি ৰজা-ৰাণীৰ মুখৰ হাত হৰিল । ৰাজপুত্ৰক বহুতো বুজালে - সি কিন্তু মান্তি নহ'ল । তাৰ কথা সি ৰাখিবই । কোনোমতে ল'ৰাট টলাব নোৱাৰি ৰজা ভাগি পৰিল । পাত্ৰ-মন্ত্ৰীক মতাই ৰাজপুত্ৰৰ চৰ্ত্তৰ বিষয়ে আলোচনা কৰিলে । সকলোৱে এবাৰ চেষ্টা কৰা ভাল হ'ব বুলি অভিমত দিয়াত ৰজাই চিঠিত ৰাজপুত্ৰৰ চৰ্ত্তৰ কথা উল্লেখ কৰি দেশে-বিদেশে ছোৱালী বিচাৰি দূত পঠালে । দূতে চিঠি লৈ গ'ল হয় - কিন্তু ছোৱালী থকা ৰজাবোৰে এই কথাত অপমান পাই দূতবোৰক মাৰ-কিল কৰি, চুলি খুৰাই চূণ-কালি ঘঁহি খেদি পঠালে । লাজে-অপমানে ঘূৰি আহি তেওঁলোকে ৰজাৰ আগত কান্দি কান্দি সকলো কথা জনালেহি । ৰজাই এনে কথা শুনি বৰ দুখ কৰিলে আৰু ৰাজপুত্ৰক মাতি আনি তাৰ চৰ্ত্তসমূহ উঠাই ল'বলৈ ক'লে। ল'ৰাই এইবাৰো ৰাজী নহ'ল । উপায় নাপাই পাত্ৰ-মন্ত্ৰীৰ লগত আলোচনা কৰি ৰজাই তেওঁৰ ৰাজ্যত ঢাঁক (জয় ঢোল) পিটি শুনাই দিলে যে ৰাজবংশৰেই হওক বা প্ৰজাঘৰৰেই হওক যিজনী ছোৱালীয়েই দিনৌ তিনিটা লাঠি সহ্য কৰিব তাইকেই ৰজাই বোৱাৰী বুলি আদৰি ল'ব । কিন্তু লাঠি খাই বোৱাৰী হ'বলৈ কোনো ছোৱালী আগবাঢ়ি নাহিল । ৰজাই চিন্তা-ভাৱনা কৰি দিনে

দিনে শুকাই-ক্ষীণাই যাবলৈ ধৰিলে । শেষত এই খবৰ পাই কাটালৰ (কটোৱাল) জীয়েক আগবাঢ়ি আহি ৰজাক হাতযোৰ কৰি ক'লে - 'মহাৰাজ মই ৰাজপুত্ৰৰ লাঠি খাবলৈ প্ৰস্তুত আছোঁ । এতিয়া আপুনি কি কয় কওক।' কাটালৰ জীয়েকৰ এই কথা শুনি ৰজা বৰ খুচী হ'ল আৰু তৎক্ষণাৎ বিয়াৰ সকলো আয়োজন কৰিলে । ৰাজ্যৰ সমস্ত প্ৰজাই ছোৱালীজনীৰ সাহ দেখি বাহ্-বাহ্ দিব ধৰিলে । ধুমধামেৰে বিয়া হৈ গ'ল - সকলোৱে খুচী মনে ৰং-তামচা কৰিলে । আনকি মনৰ আনন্দত ৰাজ্যৰ ঘোৰাবোৰেও 'চিহঁহঁ-চিহঁহঁ' কৰি, গৰু-গাইবোৰে 'হেম্বে হেম্বে' কৰি নাচোন জুৰিলে ।

ইফালে কাটালৰ জীয়েকক বিয়া কৰি আনিয়েই ৰাজপুত্ৰই লাঠি মাৰিব খুজিলে। কাটালৰ জীয়েকে তাকে দেখি ক'লে - 'লাঠি মাৰিবা বাৰু ! আগেয়ে ভাত-পানী ৰান্ধি লওঁচোন ।' ৰাজপুত্ৰই 'ঠিক আছে' বুলি কৈ ওলাই গ'ল। ভাত-পানী ৰন্ধা হোৱাৰ পিছত পুনৰ লাঠি মাৰিব খোজাত কাটালৰ জীয়েকে কেতিয়ানো খাবলৈ বহে তাকেই আঁৰত থাকি সি চাই থাকিল। কাটালৰ জীয়েকে ৰাজপুত্ৰৰ চব কথাৰেই টেৰ (উমান) পাইছিল। সেইদেখি ইটো-সিটো ফাং-ফুং কাম কৰাৰ ভাও কৰি নোখোৱা-নোবোৱাকৈ এনেদৰে দিনটো পাৰ কৰি দিলে যে ৰাজপুত্ৰই লাথি মৰাৰ কোনো সুযোগেই নাপালে । খঙত ৰাজপুত্ৰই জ্বলি-পুৰি ভূত হৈ গৈছে হয় - কিন্তু একো ক'বপৰা নাই । কাৰণ ঘৈণীয়েকে ভাত খাবৰ নামেই কৰা নাই - লাঠি মাৰে ক'ৰপৰা? ৰাতি যেতিয়া সকলোৱে ভাত-পানী খাই আজৰি হ'ল, কাটালৰ জীয়েকে ভাত খাবৰ বাবে ইটো-সিটো যতনাই লৈছে তেতিয়াই ৰাজপুত্ৰই তাইক লঠিয়াবালৈ ভৰি দাঙিলে । তেনেতে তাই ক'লে -' ৰাজপুত্ৰ তুমি মোক লাঠি মাৰি মাৰিবা বাৰু কিন্তু তাৰ আগতে তুমি মোক কেইটামান কথাৰ জবাব দিব লাগিব ।' ৰাজপুত্ৰই ক'লে - 'কি কথা জলদি কোৱা - মই দেৰি কৰিব নোৱাৰোঁ ।' তাই সুধিলে - 'এই ৰাজবাৰী কাৰ ? তোমাৰ নে ৰজাৰ ?' ৰাজপুত্ৰই ক'লে - 'ৰজাৰ' । পুনৰ সুধিলে - 'এইখন ৰাজ্যৰ ধন-দৌলত, হাতী-ঘোঁৰা, স্থাৱৰ-অস্থাৱৰ যি বস্তু আছে কাৰ ? তোমাৰ নে ৰজাৰ ?' ৰাজপুত্ৰই ক'লে 'ৰজাৰ' । আকৌ তাই সুধিলে - 'তুমি মোক বিয়া কৰাবলৈ যিমানবোৰ ধন-পইচা খৰচ কৰিলা - সেয়া ৰজাৰ আৰ্জন আছিল নে তোমাৰ'? ৰাজপুত্ৰই ক'লে - 'ৰজাৰ' । এই আটাইবোৰ কথা শুনি কাটালৰ জীয়েকে ক'লে - 'যদি সবেই ৰজাৰ কামানী- তেতিয়াহ'লে ৰজাকহে মৰদ (পুৰুষ) বুলিম।

তুমি এক পইচা কামায় নকৰি 'চুগনীৰ ওপৰত গড়ুল' (শগুণৰ ওপৰত ৰৰটকলা) হৈছা কিয় ? আগেয়ে উপাৰ্জন কৰা - মোক পোহ্-পাল দিয়া - তাৰ পিছত মৰদৰ বাচ্ছা হৈ মোক লাঠি মাৰা - এতিয়া নহয় '। কাটালৰ জীয়েকৰ এনে কলিজা ফটা বাহাদুৰী কথা শুনি ৰাজপুত্ৰ কিছুপৰ তলকা মাৰিলে আৰু ৰাজভঁৰালৰ পৰা কিছু ধন-সোণ লৈ ঘোঁৰাত উঠি ব্যৱসায় কৰিবলৈ ওলাল । কাটালৰ জীয়েকক কৈ গ'ল যে সি নিজে উপাৰ্জন কৰি আনি পোহ্-পাল দিব আৰু পুৰুষৰ চিন দেখুৱাব । ৰজাই পুত্ৰৰ এনে আকস্মিক পৰিবৰ্তন দেখি তাজ্জব হ'ল যদিও মুখেৰে একো নেমাতিলে। ৰাজপুত্ৰ ঘোঁৰাত উঠি ব্যৱসাৰ কথাকেই ভাবি গৈ আছে । যাওঁতে যাওঁতে ৰাজ্যৰ সীমা পাৰ হৈ গ'ল । নৈ পাৰ হৈ অন্য এক ৰাজ্যত সোমাল । ৰাজপুত্ৰই দেখিলে যে এটা কণা মানুহে মাজবাটত বহি লৈ 'ভিক্ষা দে - ভিক্ষা দে' বুলি চিঞৰি আছে । মাজবাটত আগচি ভিক্ষা খোজা দেখি ৰাজপুত্ৰৰ বৰ খং উঠিল আৰু এক চাবুক (বেত) লগাই দিয়াৰ লগে লগে ঘোঁৰাটো কণাৰ ওপৰেদিয়েই জাপ মাৰি পাৰ হৈ গুচি গ'ল । এইদৰে যাওঁতে আন এঠাইত দেখিলে শুকান নদীৰ বালিত তিনিখন নাওঁ মানুহ-দুনুহ নোহোৱাকৈ চলিব ধৰিছে আৰু কোনোবাই 'ভিক্ষা দে - ভিক্ষা দে' বুলি চিঞৰিছে । আকৌ এক চাবুক লগালত একেজাপে ঘোঁৰাটো বালিৰ নদী পাৰ হৈ গ'ল । গৈ গৈ আকৌ দেখিলে - এটা উঁই হাফলু তুৰন্তে বিৰাট ৰকমে বাঢ়ি ওপৰলৈ উঠিছে আৰু তুৰন্তে কমি গৈ সৰু হৈ পৰিছে । টিলাৰ ভিতৰৰ পৰা কোনোবাই 'ভিক্ষা দে - ভিক্ষা দে' বুলি চিঞৰিছে । ৰাজপুত্ৰই এইবাৰো মাতবোল নকৰি একে জাপে পাৰ হৈ গ'ল ।

গৈ গৈ ৰাজপুত্ৰই এসময়ত ৰাজবাৰীৰ ওচৰ পালে । চন্তৰীহঁতে আগভেটি ধৰি ক'ৰ মানুহ কেনি যাব - কিয় আহিছে বুলি ৰাজপুত্ৰক সুধিলেহি। ব্যৱসায় কৰিবলৈ আহিছে বুলি কোৱাত সিহঁতে ৰাজপুত্ৰক ক'লে - 'আমাৰ ৰাজ্যত তুমি বিনা হুকুমে আহিছা যেতিয়া ৰজাৰ ওচৰত গৈ উপস্থিত হ'ব লাগিব - নহ'লে তোমাৰ সাৰণ নাই' । উপায় নেপায় ৰাজপুত্ৰই সিহঁতৰ ৰজাক দেখা কৰিলে । ৰজাই সুধিলে - 'তুমি ব্যৱসায় কৰিবলৈ আহিছা হয় - কিন্তু আমাৰ ৰাজ্যত নতুন কিবা ব্যৱসায় দেখিছিলানে '? ৰাজপুত্ৰই বাটত লগ পোৱা কণা মানুহ, নাওঁ তিনিখন আৰু উঁই হাফলুটোক যি দৰে দেখিছিল সকলো কথা ক'লে । ৰজাই ক'লে - 'তোমাৰ কথাৰ চাবুদ (প্ৰমাণ) দিব

লাগিব । যদি দিব নোৱাৰা তেনেহ’লে ৰাজবাৰীত বিনা বেতনে চাকৰ খাটিব লাগিব ’। ৰাজপুত্ৰই ৰজাৰ কথাত মান্তি হৈ চাবুদ দিবলৈ আগবাঢ়ি আহিল। কিন্তু তেওঁলোকক আনি যেতিয়া দেখিলে যে উঁই হাফলুটো বঢ়া-টটা নহৈ স্থিৰ হৈ আছে, নাওঁ তিনিখন বালিত লাগি অচল হৈ আছে আৰু কণাটোৱেও মাতবোল নকৰাকৈ বহি আছে, তেতিয়া ৰাজ পুত্ৰৰ মূৰ্চ্ছা যোৱা অৱস্থা হ’ল। ৰজাই তাক বিনা বেতনে চাকৰ কৰি তেল পেৰাৰ কামত লগালে ।

ইফালে ৰাজপুত্ৰৰ ৰাজ্যত সকলো ৰজা চিন্তা - ৰাণী, পাত্ৰ-মন্ত্ৰী কাটালৰ জীয়েক - সবৰে । এদিন দুদিন কৰি মাহ গ’ল - বছৰ গ’ল তথাপিও ৰাজপুত্ৰ ঘূৰি নহাত কাটালৰ জীয়েক নিজে নিজেই বিচাৰি অহাৰ ঠিক-ঠাক (বন্দোবস্ত) কৰিলে । ৰজা-ৰাণীও তাইৰ কথাত হুঁকাৰ (সন্মত) দিলে । পুৰুষৰ বেশ লৈ এটা তেজী ঘোঁৰাত উঠি কাটালৰ জীয়েক ৰাতি দোভাগত ঘৰৰ পৰা ওলাই আহি ৰাজপুত্ৰ যি বাটে আহিছিল সেই বাটেদিয়েই ঘোঁৰা দৌৰাই দিলে । ৰাজ্যৰ সীমা পাৰ হৈ আহোঁতে তাইয়ো কণা মানুহটোক চিঞৰি থকা দেখা পালে । তেতিয়া তাই ঘোঁৰাৰ পৰা নামি ‘ৰাজ পুত্ৰক দেখিছিল নেকি’ বুলি সোধাত কণাই ক’লে - ‘হয় দেখিছিলোঁ । কিন্তু ভিক্ষা দিয়া দূৰৰ কথা মাতবোল এটাকে নকৰি গাৰ ওপৰেদি ঘোঁৰাৰ সৈতে জাপ মাৰি গুচি গ’ল’ - এই কথা শুনি কণাটোক তাই পাঁচটা সোণৰ মুদ্ৰা, পাঁচটা ৰূপৰ মুদ্ৰা দান দি ক’লে - কিবা আপদ বিপদ হ’লে আগলৈ যেন সহায় কৰে । কণাই সহায় কৰিম বুলি কোৱাত তাই আগুৱাই গৈ আকৌ সেই তিনিখন নাও দেখা পালে । সিহঁতকো ৰাজপুত্ৰৰ কথা সোধাত কণাই কোৱাৰ দৰেই উত্তৰ দিলে । সিহঁতক পাঁচটা সোণৰ, পাঁচটা ৰূপৰ মুদ্ৰা দান কৰি বিপদ-আপদত আগলৈ সহায় কৰিবলৈ তাই অনুৰোধ কৰিলে । নাৱেও সহায় কৰিম বুলি কোৱাত এইবাৰ গৈ হাঁফলুটোক লগ পালে । হাঁফলুৱেও কণা আৰু নাৱে কোৱাৰ দৰে ক’লে । তাকো পাঁচটা সোণৰ, পাঁচটা ৰূপৰ মুদ্ৰা দান কৰি তাই ৰাজবাৰী পালেগৈ । চন্তৰীহঁতে তাইক আগচি ধৰি ৰজাত ভেটালেগৈ । ৰজাই ৰাজপুত্ৰক কোৱাৰ দৰে তাইকো সোধাত বাটত দেখা কণা-নাও-হাঁফলুৰ কথা যথাযথ ভাৱে ক’লে । ৰজাই চাবুদ খোজাত সকলোকে আনি হাঁফলুটোক দেখুৱালে - আগৰ দৰেই সি উঠা-নমা কৰিছে । নাও তিনিখনক দেখুৱালে - আগৰদৰেই বালিত অহা-যোৱা কৰিছে । কণাটোক দেখুৱালে - আগৰদৰেই সি চিঞৰি আছে । ৰজাই এইবোৰ দেখি তাজ্জব

মানিলে আৰু তাইক ক'লে - 'ৰাজ্য বাদ দি তুমি যিয়েই বিচাৰা তাকে দিবলৈ মই ৰাজী আছোঁ' । কাটালৰ জীয়েকে ক'লে - 'মোক তেনেকৈ একো নালাগে। যদি দিব খুজিছে - আপোনাৰ তেলৰ ঘানীত কাম কৰা মানুহজনৰ পিন্ধি থকা কাপোৰ-কানি, জোতা-মোজা টুপী আদি সকলো দিয়ক । এতিয়াই তাৰ চুলি দাড়ি কাটি এটা টোপোলা কৰি মোক দিয়ক আৰু কিছুদিনৰ পিছত আপোনাৰ ৰাজ ভঁৰালৰ পৰা দহটা হাতী - দহটা ঘোঁৰাৰ ওপৰত ধন-সোণ তুলি দি তাক তাৰ ঘৰলৈ পঠাই দিয়ক ' । ৰজাই খুচী হৈ তৎক্ষণাৎ ঘানীৱালাই পিন্ধা কাপোৰ-কানি সহ কটা চুলিৰ টোপোলা এটা আনি দিয়াত ঘোঁৰা দৌৰাই তাই নিজ ৰাজ্যলৈ ঘূৰি আহি ৰজা-ৰাণীক ক'লে যে - দুই এদিনতে বহুতো হাতী-ঘোঁৰাৰ পিঠিত ধন-সোণ লৈ ৰাজপুত্ৰ নিজ ৰাজ্য পাবহি ।

ৰজা-ৰাণীয়ে পুতেক অহালৈ বাট চাই থাকিল । দুই-এদিনৰ পিছত সঁচাকৈয়ে ধন-সোণ লৈ যেতিয়া ৰাজপুত্ৰ নগুলা মুখত ৰ'ল, তেতিয়া তাই আদৰি আনিবলৈ যাওঁতেই "নিজেই উপাৰ্জ্জন কৰি আনিছোঁ' বুলি পুৰণা কথা সোঁৱৰাই দিলে । তাইয়ো 'মনত আছে' বুলি মিচিকি কৰে হাঁহি খোৱা-বোৱাৰ যতন কৰিলে । যি ঠাইত খাবলৈ বহুৱালে তাৰ চাৰিওফালে আগতে আনি থোৱা টুপী-চুৰিয়া-কামিজ-জোতা- মোজা চুলিৰ টোপোলা আদি বিধে বিধে সজাই ৰাখিলে । ৰাজপুত্ৰ খাবলৈ বহি কোঠাৰ চাৰিও ফালে চকু পৰাত নিজৰ বস্তু কেইপদ চিনি পাই আচৰিত হ'ল । এইবোৰ বস্তু ক'ৰ পৰা পালে - কোনে আনিলে ইত্যাদি কথাকে ভাবি লাজত কলিজা পৰ্য্যন্ত কঁপি উঠিল। তথাপিও লাজে অপমানে সেইবোৰ বস্তুৰ কথা জানিব খুজিলত ঘৈণীয়েকে কিদৰে পুৰুষৰ বেশ লৈ তিনিটা সাক্ষীৰ সহায়ত তাক বন্দীৰ পৰা মোকোলাই দিলে - আৰু ৰজাক কৈ মেলি তাৰ পিন্ধা বস্তুবোৰ কিদৰে লৈ আহিল - এই সকলোবোৰ কথা বৰ্ণনা কৰাত ৰাজপুত্ৰ কেঁচুৰ দৰে লেতু-সেতু হৈ ঘৈণীয়েকক ক'লে - 'কাটালৰ বেটী আজিৰপৰা আগৰ পুৰণা কথাবোৰ পাহৰি পেলোৱা - ময়ো মোৰ চৰ্ত্তবোৰ উঠাই ল'লো' । পুতেকৰ এই পৰিবৰ্তন দেখি ৰজা-ৰাণী আনন্দত পাৰ নোপোৱা হ'ল আৰু কাটালৰ জীয়েকৰ হাতত গুপ্ত ভাণ্ডাৰৰ চাবি চমজাই ৰজাই ৰাণীক ক'লে - এওঁহে আচল বোৱাৰী।

□□□

# কেঁকোৰাৰ জন্ম কথা

এখন গাৱঁত এজনী বুঢ়ী আছিল । তাই আছিল বৰ দুখীয়া । এদিন ৰজাৰ শাকনি বাৰীত শাক চিঙি থাকোতে তাইৰ ছোৱালী এজনী জন্ম হ'ল। বুঢ়ীৰ খোৱা-বোৱাত নিজৰেই টনাটনি কাৰণে ছোৱালীজনী ৰজাৰ দুৱাৰমুখত এৰি থৈ মনে মনে বুঢ়ী ঘৰলৈ গুচি গ'ল । দুৱাৰ মুখত কেঁচুৱাৰ টেঁৱা টেঁৱা কান্দোন শুনি ৰাণী ওলাই আহি কেঁচুৱাটো দেখি খুউব ভাল পালে । একমাত্ৰ ল'ৰাৰ বাদে ৰাণীৰ অন্য পুত্ৰ-পুত্ৰী নাছিল । ছোৱালীজনী পাই মৰমতে নাম ৰাখিলে - মৰিচ' ।

ৰজাৰ ল'ৰাৰ লগত মৰিচ' দিনে দিনে ডাঙৰ হৈ আহিল । কিছুদিনৰ পিছত দুয়োকে স্কুলত নাম লগাই দিলে । বছৰে বছৰে সিহঁতে নিজৰ পাঠ পঢ়ি স্কুল শেষ কৰিলে । দুয়ো ডাঙৰ-দীঘল হৈ বিয়া কৰাবৰ বয়স হ'ল। পুতেকৰ বিয়া পাতিবলৈ সদায় ৰাণীয়ে ৰজাক কুতুৰি থাকে । ৰজাই ৰাণীৰ কথামতে এদিন পুতেকক মাতি আনি ক'লে - 'বেটা আমি দিনে দিনে বুঢ়া হৈ আহিছোঁ । বোৱাৰীৰ হাতে পানী খাবৰ বৰ ইচ্ছা হৈছে । তোমাৰ মত পালেই আমি সকলো যা-জোগাৰ কৰিব পাৰোঁ '। ল'ৰাই ক'লে - 'বাবা যদি সঁচাকৈয়ে মোৰ প্ৰতি মৰম আছে তেনেহ'লে মৰিচ'কেই বিয়া কৰাই দিয়া '। পুতেকৰ কথা শুনি ৰজা-ৰাণীয়ে আলচ কৰি মৰিচ'ৰ লগতেই পুতেকৰ বিয়া পাতি দিলে । গেন্দা আৰু মৰিচ' খুউব খুচী হ'ল । ৰজাৰ পুতেকৰ নাম আছিল গেন্দা ।

কিছুদিনৰ পিছত এদিন গেন্দা চিকাৰলৈ গ'ল । চিকাৰ খেদোতে খেদোতে মাজ জংঘলত' ৰাস্তা ভুল কৰি এক ৰাক্ষসীৰ গেৰেন্দাত (সীমাত) সোমুৱাই পৰিল । চান্দ সূৰুযৰ দৰে তাৰ ৰূপ-লাৱণ্য দেখিয়েই ৰাক্ষসীজনী মোহিত হৈ স্বামী হিচাপে পাবলৈ মনে মনে আকুল হৈ পৰিল । ধুনীয়া ছোৱালী এজনী হৈ ওচৰ চাপি আহি নানান মনভুলোৱা কথাৰে ফুচুলাই নি তাক ঘৰ পোৱালেগৈ । এদিন দুদিন কৰি বহুদিনেই গেন্দাই তাইৰ লগত একেলগে সহবাস কৰিবলগা হ'ল । কিন্তু যিমানেই দিনবোৰ পুৰণা হ'ব ধৰিলে সিমানেই মৰিচলৈ মনত পৰি ৰাক্ষসীৰ প্ৰতি গেন্দাৰ বিতৃষ্ণা হ'ব ধৰিলে । তাইৰ হাত

সাৰিবলৈ বুলি সুবিধা পালেই গেন্দা ঘৰৰ পৰা মনে মনে পলাই আহে কিন্তু ৰাক্ষসীৰ যাদুৰ প্ৰভাৱত সন্ধ্যা হোৱাৰ লগে লগে ঘূৰি-পকি পুনৰ তাইৰ ঘৰত ওলায় গৈ । কোনোমতেই ওলাই আহিব নোৱাৰি সি খাওঁতে-শোওঁতে, উঠোতে-বহোতে মৰিচ'ৰ কথা মনত পৰি দুখ কৰি থাকে । ভাত খাওঁতে ক'ব- এয়া মোৰ মৰিচ'ৰ দৰে ৰন্ধা হোৱা নাই', পানী খাওঁতে কয় - 'এয়া মোৰ মৰিচ'ৰ দৰে হোৱা নাই', শোওঁতে কয় - 'মৰিচ'ৰ দৰে বিছনা পৰা হোৱা নাই', হাঁহিলেও ক'ব - 'এয়া মৰিচ'ৰ দৰে হাঁহি নহ'য়' । মুঠতে অনবৰতে মৰিচ' - মৰিচ'- মৰিচ' ।

এইদৰে মৰিচ'ৰ কথা শুনোতে শুনোতে ৰাক্ষসীয়ে খং-ৰাগত বিৰক্ত হৈ পৰিল । যি কোনো উপায়েৰে হ'লেও মৰিচ'ক বিচাৰি প্ৰাণে মৰাৰ দৃঢ় সংকল্প ল'লে । গেন্দাৰ পৰা ঠিকনা যোগাৰ কৰি ৰাক্ষসীয়ে সাপ ৰূপে আহি মৰিচ'হঁতৰ ঘৰ ওলালগৈ । যি ঘৰত মৰিচ' শোৱে তাত সোমাবৰ ফুটা এটাও নাছিল। ৰাক্ষসী সাপে পৰুৱা কিছুমানক ফুচুলাই বেৰখনত ফুটা কৰিবলৈ লগালে আৰু সেই ফুটাই দি সোমাই দোভাগ ৰাতি খোট মাৰি দিয়াত মৰিচ' মৰি থাকিল ।

ৰাতিপুৱা মৰিচ'ৰ মৃত্যু হোৱা দেখি ৰাজবাৰীত হুলস্থুল লাগিল । ৰজাই বহু-বেজ-জ্ঞানী, ডাক্তৰ-কবিৰাজ লগালে কিন্তু কোনেও ভাল কৰিব নোৱাৰিলে। কন্দা-কটা কৰি সকলোৱে শেষত শ'টো শ্মশানলৈ নিয়াৰ ব্যৱস্থা কৰিলে ।

মৰিচ'ই শুকশাৰী নামে এটা চৰাই পুহিছিল । শ'টো শ্মশানলৈ নিনি কলৰ ভেল (ভুৰ) এটা বনাই ভঁহাই দিবলৈ ৰজাৰ ওচৰত আহি কান্দি-কাটি কাওবাও কৰিব ধৰিলে । শুকচাৰীৰ কথা পেলাব নোৱাৰি ৰজাই ভেল এটা বনাই শ'টো ভঁহাই দিয়ালে । চৰাইটোৱেও ভেলৰ একাষত বহি কান্দি কান্দি ভাঁহি গৈ থাকিল ।

ঈশ্বৰ-পাৰ্বতী সেইদিনা নিজান বনত ফুৰিবলৈ আহিছিল । তেনে সময়ত শুকশাৰীৰ কান্দোন পাৰ্বতীৰ কাণত পৰিল । পাৰ্বতীয়ে মহাদেৱক ক'লে - 'প্ৰভু কোনে এই নিজান বনত কান্দি ফুৰিছে'। মহাদেৱে মুখ ভেঙুচাই (ভেঙুচালি কৰি) ক'লে- 'তুমি যলৈকে নোযোৱা তাতেই কিবা এটা শুনিবলৈ পোৱা । ক'তা ?'মইটো একো শুনা নাই।' পাৰ্বতীয়ে মহাদেৱৰ কথাত কাণ নিদি যিফালৰপৰা কান্দোন অহা শুনিছিল সিফাললৈকে পোনাই যাব ধৰিলে। তাকে দেখি মহাদেৱেও পাছে পাছে গ'ল । গৈ দেখে সঁচাকৈয়ে শুকশাৰীয়ে

কলৰ ভেলত মৰা শ' এটা লৈ কান্দি কান্দি ভাঁহি গৈ আছে । পাৰ্বতীয়ে এই ঘটনা দেখি শুকশাৰীক 'দাঁড় কৰাই' (ৰখাই) তাৰ কাৰণ সুধিলে । শুকশাৰীয়েও গেন্দা আৰু মৰিচ'ৰ সকলো কথা কৈ গ'ল । কথাবোৰ শুনি পাৰ্বতীৰ বৰ দুখ লাগিল । মৰিচক বচাই দিবলৈ মহাদেৱক খাটনি ধৰিলে। মহাদেৱে প্ৰথমতে আপত্তি কৰিলে কিন্তু পাৰ্বতীয়ে নেৰিলে । শেষত মহাদেৱে পাৰ্বতীৰ অনুৰোধ পেলাব নোৱাৰি শুকশাৰীক চকু মুদিবলৈ ক'লে । শুকশাৰী চকু মুদিলত মহাদেৱে পানী এছাটি মাৰি মৰিচ'ক জীয়াই দিলে । তাকে দেখি পাৰ্বতীয়ে আনন্দত আত্মহাৰা হৈ নিজেও আন এছাটি পানী মাৰি দিলে - লগে লগে চকুৰ নিমিষতে এটা ধুনীয়া ঘৰ তৈয়াৰ হৈ গ'ল । ঘৰটোৰ চাৰিফালে দ-খাৱৈৰ সৃষ্টি হৈ পদুম ফুলেৰে জলমলাই উঠিল । তেতিয়া পদুম পাতৰ নাও আৰু ঠাৰিৰে বঠা বনাই মৰিচ আৰু শুকশাৰীক তালৈ পাৰ হৈ যাবলৈ ক'লে । পদুম পাতৰ নাৱেৰে দুয়ো পাৰ হৈ গ'ল । পাৰ্বতীয়ে ক'লে 'তোমালোক এতিয়া কিছুদিন ইয়াতেই থাকা । অলপ দিনৰ ভিতৰত ইয়াতেই গেন্দাৰ লগত দেখা হ'ব । যিয়েই শতৰু ভাব লৈ তোমালোকৰ ওচৰলৈ আহিব তাৰেই মূৰ ছিগি খাৱৈত পৰিব আৰু কেঁকোৰা হৈ গাঁতত সোমাব' - এইবুলি কৈয়েই ঈশ্বৰ-পাৰ্বতী ঠাইতে হাৰা হৈ গ'ল ।

কিছুদিনৰ পিছত গেন্দাই সঁচাকৈয়ে ৰাস্তা বিচাৰি ঘূৰি-ফুৰি আহোঁতে মৰিচ'ক তাতেই দেখা পালে । বহুত দিনৰ পিছত দুয়ো দুয়োকে লগ পাই স্বৰগ ঢুকি পালে । মৰিচ'ৰ লগত যুক্তি কৰি গেন্দা পুনৰ সেইদিনা ঘূৰি গৈ ৰাক্ষসীক মৰিচ'ৰ সকলো কথা ভাঙি-পাতি ক'লে । ৰাক্ষসী উচাপ খাই উঠিল আৰু বৰ আচৰিত হ'ল । চয়-নিচয় মাৰিবলৈ গেন্দাৰ লগত পিছদিনা মৰিচ'ক দেখা কৰিবলৈ আহিল । আহি দেখে কথা সঁচা । মনে মনে ভাবিলে - এইবাৰ মৰিচ'ক জীয়াই জীয়াই গিলিব লাগিব এই ভাবি দাঁতে দাঁতে কৰচি গেন্দাৰ লগত পদুম পাতৰ নাৱত যেই উঠিল সেই ৰাক্ষসীৰ মাথা ছিগি পৰি দুডোখৰ হৈ পানীত জপং কৰি সৰি পৰিল আৰু বিৰাট কেঁকোৰা এজনী হৈ তৎক্ষণাৎ গাঁতত সোমাল । তেতিয়াৰ পৰা কেঁকোৰা আজিও গাঁতত থাকে আৰু মাথা নথকা যেন দেখা যায় ।

ৰাক্ষসীৰ কবলৰ পৰা মুক্তি পাই গেন্দা আৰু মৰিচই শুকশাৰীক লগত লৈ নিজ ৰাজ্যলৈ উভতি আহিল । তিনিওকে একেলগে পাই ৰাজ্যবাসীত সকলোৱে আনন্দ পালে । ❑

# সাত পৰী

এখন অৰণ্যত এজনী চিলনী আছিল । এবাৰ তাই তিনিটা কণী পাৰিলে। ঘূৰণী বহাৰ (উমনি) পিছত তিনিটা পোৱালি 'ফড়কালে' (জগালে)। এটা মানুহ - এটা ম'হ - এটা শহা । লাহে লাহে তিনিওটাই ডাঙৰ হৈ আহিব ধৰিলে । ম'হ আৰু মানুহটো প্ৰায় একেলগেই থাকে । শহাই ইচ্ছামতে গছৰ তলে তলে সৰি পৰা গুটি আদি বুটলি খায় ।

সেই অৰণ্যত এটা সৰোবৰ আছিল । সাতজনী পৰী তাঁলৈ নিতৌ গা ধুবলৈ আহে । লগত আনে এটোপোলা হালধি । সাতখিলা পাতত হালধি টোপোলা সাত ভাগ কৰি গাত ঘঁহি পানীত নামে । এঘণ্টামান পানীত নামি গা-পা ধুই হাঁহি-তামাচা কৰি আকৌ উৰি গুচি যায় । ম'হটোৱে ঘাঁহ খাই থাকোঁতে তেওঁলোকৰ কাণ্ড-কাৰখানা সবদিনেই নজৰ কৰি থাকে । মনে মনে তেওঁলোকৰ এজনীকে তাৰ মানুহ ভাইটোৰ বাবে বিয়া কৰাবলৈ চিন্তা কৰিলে । এনেদৰে ভাবিয়েই ম'হে তাৰ মানুহ ভাইটোক ক'লে - 'ভাই ! এই সৰোবৰত সাতজনী পৰী নিতৌ গা ধুবলৈ আহে । তাৰে এজনীকে তোৰ বাবে বোৱাৰী কৰিবলৈ মোৰ মন গৈছে । মই ঘাঁহ খাই থাকোঁতে মোৰ আঁৰত লুকাই পছন্দ কৰিবিচোন ।' ম'হৰ কথা শুনি মানুহ ভাইটো ৰাজী হ'ল । পিছদিনা পৰীকিজনী যেতিয়া আহিল তেতিয়া ম'হৰ আঁৰত লুকাই সি চাব ধৰিলে । কাপোৰ-কানি সোলোকাই পৰীহঁতে গাত ঘঁহিবলৈ যেতিয়া হালধি টোপোলা ভাগ কৰিবলৈ ধৰে তেতিয়া সাতভাগ নহৈ আঠভাগ হ'ল। আচৰিত হৈ কিছু বিজুতি হৈছে বুলি অন্য এজনীয়ে যেতিয়া আকৌ ভাগ কৰিলে তেতিয়াও আঠ ভাগ হ'ল । এই ভুল হোৱা দেখি আন কেইজনীও একে একে ভাগ কৰি চালে কিন্তু প্ৰত্যেক বাৰেই আঠ ভাগ হ'ল । কোনোদিনে নোহোৱা-নোপোজা এনে অথন্তৰ হোৱা দেখি তেওঁলোকে অবাক হ'ল । ডাঙৰজনীয়ে এনে বিজুতি দেখি ক'লে - 'ইয়াত নিশ্চয় কোনোবা লুকাই আছে - নহ'লে এনে হ'ব কিয় ?' বায়েকৰ এই কথা শুনি পৰী কিজনীয়ে চাৰিওফালে ঘূৰি পকি চালে কিন্তু কাকো দেখা নাপাই মাত লগালে - 'কোন ক'ত আছা ওলাই আঁহা । মানুহেই হোৱা বা দেৱতাই হোৱা আঁহা একেলগে

গা ধুম - তামাচা কৰিম” । পৰী কেইজনীৰ এনে আহ্বান শুনি মানুহটোৱেই ফুচফুচাই ক'লে - 'কি দাদা - কি কৰিম' । ম'হে ক'লে - 'তই যা । গা ধুবৰ সময়ত সিহঁত কিজনীয়ে সদায় লুকলুকানি (লুকাভাকু) খেলে - আজিও খেলিব । সিহঁত লুকালে মাজৰ দ' ডোখৰত থকা গছৰ মুঢ়া এটাত লুকাব। তাতেই বিচাৰিবি - তাতেই পাবি ।' আৰু শুন ' তাৰ পিছত তোক নিশ্চয় লুকাবলৈ ক'ব । তেতিয়াই মই পানী খাবলৈ ধৰিম - তৎক্ষণাৎ জোক এটা হৈ মোৰ নাকত সুমাই লুকাই পৰিবি । নহ'লে বিপদ হ'ব ।' এই কথা শুনি সি পৰীহঁতৰ আগত দেখা দিলে । তাৰ এনে সাহস দেখি কেওজনীয়ে চকুৱে চকুৱে ইচাৰা (ইঙ্গিত) কৰি হালধি ঘহিবলৈ ক'লে । হালধি ঘঁহাৰ পিছত তেওঁলোকৰ লগত সি গা ধুবলৈ পানীত নামিল । ডাঙৰজনীয়ে তেতিয়া মাত লগালে - 'আঁহা আমি এতিয়া লুকলুকানি খেলোঁ ।' সিও খেলিম বুলি কোঁৱাত তেওঁলোকে পুনৰ ক'লে 'প্ৰথমতে আমি লুকাও তুমি বিচাৰি উলিয়াব লাগিব ।' সি মান্তি হোৱাত তৎক্ষণাৎ পৰী কিজনীয়ে এজনী এজনীকৈ লুকাবলৈ ধৰিলে । ম'হে শিকাই দিয়া মতেই সাতোজনীকে সাতবাৰ গছৰ মূঢ়াৰ ধোন্দৰ পৰা বিচাৰি উলিয়ালে । পেটে পেটে তেওঁলোকৰ বৰ খং উঠিছিল যদিও লাজে অপমানে হাৰিছো বুলি স্বীকাৰ কৰিলে । ইয়াৰ পিছত তেওঁলোকে ল'ৰাটোক লুকাবলৈ কোৱাত সি মান্তি হোৱাৰ লগে লগে ম'হে পানী খাবলৈ ধৰিলে । তৎক্ষণাৎ জোক এটা হৈ সি ম'হৰ নাকত সোমাই পৰিল । আচলতে পৰীবিলাকে ল'ৰাটোক বিচাৰি পালে সাতোজনীয়ে সাতফালে টনা-আজোৰা কৰি চিৰাচিৰ কৰি ফালি জান লোৱাৰ মতলব কৰিছিল । ম'হে এই কথা জানিব পাৰিয়েই ল'ৰাটোক আগতেই শিকাই পঠাইছিল ।

ল'ৰাটো লুকাই পৰাত তলৰ পানী ওপৰ কৰি পৰীকিজনীয়ে তাক বিচাৰিব ধৰিলে । কিন্তু পাব ক'ত ? নাকৰ ভিতৰৰ পৰাই ল'ৰাটোৱে তেওঁলোকৰ কাণ্ড-কাৰখানা চাই থাকিল । কেওজনীয়ে যেতিয়া বিচাৰি বিচাৰি হায়ৰাণ হৈ পৰিল তেতিয়া আটাই কিজনীয়ে পুনৰ চকুৱে চকুৱে কিবা ইচাৰা কৰিলে । তাৰ পিছত ডাঙৰজনীয়ে মাত লগালে - 'বিদেশী বন্ধু । তুমিয়েই বাৰু জিকিলা - ওলাই আঁহা । আমাৰ ভিতৰত যাকেই পছন্দ কৰা তেৱেঁই তোমাৰ লগত বিয়া সোমাবলৈ ৰাজী আছে ।' এই বুলি আটাইতকৈ সৰুজনীয়ে বুঢ়ীৰ ৰূপ ধৰি আৰু ডাঙৰ ছজনীয়ে বিজুলীৰ দৰে ৰূপ ধাৰণ কৰি থিয় দি থাকিল । আচলতে ডাঙৰ এজনীক বিয়া কৰালে

সৰু কিজনীয়ে ভিনিহি বুলি ধেমালিৰ চলেৰে কাঁইকতাই (ভাকুতকুতাই) মাৰি পেলালেহেঁতেন । সৰুজনীক বিয়া কৰালে ভনী জোঁৱাই সম্বন্ধত চুব নোৱাৰা হয় । সেয়েহে সৰুজনীয়ে বুঢ়ীৰ দৰে ৰূপ লৈছিল - যাতে তাইক পছন্দ নহয় । পৰীৰ পৰা বিয়াৰ প্ৰস্তাৱ অহাত ম'হটোৱে ফুচফুচাই ক'লে - 'ভাই ! ওচৰত থকা ধুনীয়া কেইজনীক ভুলতো নুচুবি -বিপদ হ'ব । দূৰত থকা সৌ বুঢ়ীৰ দৰে দেখাজনীৰ হাতত ধৰিবি ।' ম'হৰ কথা শুনি ল'ৰাটো নাকৰ পৰা ওলাই গৈ পৰী কিজনীৰ আগত থিয় দিলে । ইমান ধুনীয়া কেইজনীক হাতত ধৰিবলৈ মানা কৰি বুঢ়ীজনীৰ হাতত ধৰিবলৈ কৈ পঠোৱাত তাৰ বৰ দুখ লাগিল । তথাপিও দাদাকৰ কথামতেই আগবাঢ়ি গৈ বুঢ়ী ছোৱালীজনীৰ হাতখন ধৰি পেলালে । বাৰে বাৰে হাৰি যোৱাত পৰীকিজনীৰ মুখ ক'লা পৰি গ'ল । কথাত বান্ধ খাই পদুম ফুলৰ মালা বদল কৰাই ভনীয়েকক বিয়া দি বাকী ছজনী উৰি গুছি গ'ল । ম'হটোৱে আনন্দত 'অ'ই অ'ই' কৰি ভাই আৰু ভাই বোৱাৰীক পিঠিত তুলি নি ঘৰ পোৱালেগৈ । কেইদিনমানৰ পিছত আঠমগুলা খুৱাবলৈ ভনীয়েক-জোৱাঁয়েকক নি পৰীৰাজ্য পোৱালেগৈ । কেকোঁ সাপৰ মূৰ, নাইপিয়া সাপৰ মূৰ, সাপ আৰু বেঙৰ মঙহেৰে তৰকাৰী ৰান্ধি ল'ৰাটোক ভাতৰ লগত খাবলৈ দিছিল । ঘৈণীয়েক সৰু পৰীয়ে ইচাৰা দিয়াত লৰাটোৱে শুদা ভাত খাই ঘূৰি আহিল । পৰীবিলাক ভেবা লাগি চাই থাকোঁতেই গ'ল ।

এদিন ম'হে ভায়েকক ক'লে - 'ভাই তইঁত হ'লি মানুহ । অৰণ্যত আৰু কিমান দিননো এইদৰে থাকিবি । গাঁৱৰ কিনাৰত থকাটোৱেই তোৰ বাবে ভাল হ'ব । শহা ভাই আৰু মই তোৰ চকীদাৰ হৈ থাকিম । ল'ৰাটো মান্তি হ'ল । তিনিওটাই পৰীৰাণীক লৈ গাঁৱৰ এমূৰত আহি জুপুৰী ঘৰ এটা সাজি খেতি-পথাৰ কৰি থাকিবলৈ ল'লে ।

এদিন নাপিত এটা তেওঁলোকৰ ঘৰৰ আগেদি যোৱা দেখি ল'ৰাটোৱে মাতি আনি তাৰ ডাঢ়ি-চুলি কাটিবলৈ ক'লে । নতুন মানুহ দেখিও নাপিতে একো সোধ-পোচ নকৰি ডাঢ়ি-চুলি কাটিলে । ঘৈণীয়েকৰো হাত-ভৰিৰ নখকিটা কাটিবলৈ কোৱাত পৰীৰাণী আহি নাপিতৰ আগত যেই থিয় হ'ল, তাইৰ ৰূপ দেখি নাপিতৰ চকু ঝাপসা (চাঁত মাৰি ধৰা) হৈ পৰিল - লগে লগে মূৰ ঘূৰাই মাটিত পৰিল । চকুৱে-মুখে পানী ছটিয়াই দিয়াত নাপিত উঠি বহিল আৰু খৰধৰকৈ পৰীৰাণীৰ নখকিটা কাটি দিলে । ল'ৰাটোৱে

নাপিতৰ মূৰ্চা যোৱা কাৰণ সোধাত ৰজাৰ জীয়েকৰ বিয়াত তিনিদিন টোপনি খতি হৈছিল বুলি মিছা মাতিলে ।

পৰী ৰাণীৰ ৰূপ দেখি নাপিতে ভাবিবলৈ ধৰিলে - 'যদি এই মানুহজনীৰ ৰূপৰ কথা ৰজাক ক'ব পাৰোঁ তেনেহ'লে ৰজাই নিশ্চয় ধৰি নি ৰাণী কৰিব - মোৰো বক্চিচ মিলিব' । এইদৰে ভাবি ৰজাৰ ঘৰলৈ বুলি বেগাই খোজ দিলে । তথাপিও সোনকালে গৈ নোপোৱাত দৌৰি যাবলৈ ধৰিলে । দৌৰৰ কোবত পিন্ধা কাপোৰখন কোন টলকত খহি পৰিল নাপিতে গমেই নাপালে। লেংটা (উলঙ্গ) হৈয়েই ৰজাৰ ঘৰ ওলালগৈ । নাপিতক এনেদৰে যোৱা দেখি ৰজাই বৰ লাজ পালে আৰু তৎক্ষণাৎ কাটালক (কটোৱাল) মাতি দুটুকুৰা কৰাৰ হুকুম দিলে । এই কথা শুনি নাপিতে 'দেবী ৰাণী ৰজা - দেবী ৰাণী ৰজা' বুলি হুলস্থূল কৰি চিঞৰিবলৈ ধৰিলে । ৰজাই কি দেবী ৰাণীৰ কথা জানিব খুজিলত দেখি অহা পৰী ৰাণীৰ ৰূপ গুণৰ কথা কৈ ৰজাৰ মাথা ঘোলা কৰি পেলালে । নাপিতে ভাল খবৰ এটাকে দিছে বুলি ৰজাই হুকুম উঠাই লৈ নতুন কাপোৰ-কানি পিন্ধিবলৈ দি ৰাজ সভাত এজন মন্ত্ৰী পাতি ল'লে।

নাপিত মন্ত্ৰীৰ কথা শুনিয়েই ৰজাই তৎক্ষণাৎ টেকেলাৰ আগত বিদেশী বন্ধুক মতাই পঠালে । ৰজাৰ হুকুম শুনি ল'ৰাটোও ৰাজসভালৈ আহিল । ৰজাই তেতিয়া তাক ৰাতি ৰাজবাৰী পহৰা দিব লাগে বুলি হুকুম কৰিলে । হুকুম নেমানিলে শূলত দিয়া হ'ব বুলিও ভয় দেখুৱালে । ৰজাৰ এনে কথা শুনি ল'ৰাটোৱে ঘৰত আলোচনা কৰি পিছত জনামহি বুলি ঘূৰি আহি দাদাকক সকলো কথা ক'লে । ভায়েকৰপৰা ৰজাৰ সকলো কথা বুজি ম'হে ক'লে - 'ভাই , ৰজাক পহৰা দিবলৈ ৰাজী আছো বুলি উত্তৰ দেগৈ । দৰ্মহাৰ কথা সুধিলে নিতৌ এবাকচ ধন লাগিব বুলি ক'বি । ৰাতি কলগছ এজোপা কাটি থিয় কৰি কাপোৰ ঢাকি ঘৰত আহি শুই থাকিবিহি । ৰজা নৌ উঠোতেই আকৌ গৈ কামত হাজিৰ হবিগৈ । ৰাতিপুৱা ধন বাকচ লৈ বাটে-বাটে ছটিয়াই শুদা বাকচটো ঘৰত থবিহি' । ম'হৰ কথা শুনি ল'ৰাটোক ৰজাই নিতৌ এবাকচ ধন দিলে ৰাজী বুলি কোৱাত বৰ ফূৰ্তি লাগিল । আচলতে নাপিতৰ বুধিমতে ৰজাই ল'ৰাটোক অকলে পাই হত্যা কৰিবৰ বুধি পাঙিছিল । ম'হটোৱে ভায়েকৰ মুখত ৰজাৰ কুমতলবৰ কথা বুজি পাই সেইদৰে সাৱধান কৰি দিছিল ।

ৰজাক গা দেখুৱাই ৰাতি পহৰা দিয়াৰ ভাও জুৰি এজোপা কলগছ

পুতি আৰু কাপোৰেৰে ঢাকি থৈ ল'ৰাটো নিতৌ ঘৰত আহি শুই থাকেহি। ৰজাই নিতৌ দোভাগ ৰাতি কলগছ জোপাকে ল'ৰাটো বুলি ভাবি তৰোৱালেৰে ঘপিয়াই দুটুকুৰা কৰি মনে মনে শুই থাকে । ৰজা নৌ উঠোতেই ল'ৰাটোৱে সেই কটা কলগছ জোপা আঁতৰাই থয় আৰু দৰমহাৰ বাবে বৈ থাকে । ৰজা উঠিয়েই তাক জীয়া অৱস্থাত দেখি বিচূৰ্তি হয় আৰু একো হা-না নকৰি পাবলগীয়া এবাকচ ধন উলিয়াই দিয়ে । কাম হাচিল নহৈ দিনৌ এবাকচকৈ ধন দিওঁতে দিওঁতে ৰাজভাণ্ডাৰ খালি হোৱা দেখি ৰজাই এদিন নাপিত মন্ত্ৰীক মাতি আনি বেধুম গালি পাৰিলে । গাতি খাই নাপিতে ক'লে - 'মহাৰাজ তাৰ ঘৰত থকা ম'হটোৱেই যতকূটৰ ঘাই । সেইটোৱেহে বুধি-ভৰসা দি এইদৰে চালাকী খেলিছে । তাক মাৰিব পৰাৰ ব্যৱস্থা নকৰা পৰ্য্যন্ত আমাৰ কাৰ্য সিদ্ধি নহয় বুলি ভাবিছোঁ । তাক মতাই আনি আমাৰ ৰাজ্যৰ সমস্ত হাতী-ঘোঁৰা-ম'হৰ লগত যুঁজ লগাই দিয়ক' । মন্ত্ৰীৰ বুধি শুনি ৰাজ্যৰ যিমান হাতী-ঘোঁৰা-ম'হ ভেৰা আছে সকলোকে একংগোট খুৱাই ম'হটোক যুঁজ দিবলৈ মতালে । ৰজাই ক'লে - 'যদি ম'হে যুঁজত জিকিব নোৱাৰে তেনেহলে তাঁহাতৰ পৰী ৰাণীক ৰজাই ৰাণী কৰিব । এই কথা শুনি ল'ৰাটোৰ মুখ শুকাই গ'ল । ম'হে ভায়েকক ক'লে - ভাই ! তই একো ভয় নকৰিবি । চকুৰ আগতে ৰজাৰ হাতী-ঘোঁৰা-ম'হ-ভেৰা সকলোকে মাৰি খাস্তাং কৰিম'। এইবুলি ম'হটোৱে বিজুলীবেগে ৰজাৰ হাতী-ঘোঁৰাবিলাকক আক্ৰমণ কৰিলে। যুজোঁতে যুজোঁতে ৰজাৰ হাতী-ঘোৰাবিলাকৰ মুখেদি ফেন বাহিৰ হ'ব ধৰিলে - কিছুমান মৰিল, কিছুমানৰ ঠেং ভাগিল - কিছুমান লেবেজান হৈ আধামৰা হ'ল আৰু বাদবাকী যি থাকিল নেগুৰ দাঙি পলাবলৈ ধৰিলে । ৰজাই এইবোৰ দেখি মৰাৰ নিচিনা হ'ল । যুঁজত জিকি দুয়ো ভাই ঘৰলৈ গুচি আহিল ।

নাপিতৰ কাৰণেই ইমানবোৰ হাতী-ঘোৰা-ম'হ লোকচান হোৱাত ৰজাৰ ভীষণ খং উঠিল আৰু তাক কাটিব খুজিলে । নাপিতে ভয়ে ভয়ে হাতযোৰ কৰি ক'লে - 'মহাৰাজ কাটিব খুজিছে যদি কাটক । কিন্তু তাৰ আগতে এবাৰ মোৰ কথা শুনি লওক ।' ৰজাই শুনিব বিচৰাত নাপিতে ক'লে 'মহাৰাজ, কলগছৰ লগত এবাৰ ম'হটোক যুঁজিবলৈ দিয়ক' । মন্ত্ৰীৰ কথামতেই ৰজাই পুনৰ ল'ৰাটোক মতাই আনি ম'হটোৱে কলগছৰ লগত যুঁজিব লাগিব বুলি হুকুম কৰিলে । মন্ত্ৰীয়ে বুধি কৰি গৈ এইবাৰ মজাপালি দিবলৈ খুউব চোকা তৰোৱাল কিছুমান কলগছজোপাত সুমুৱাই থ'লে ।

ইফালে ৰজাৰ হুকুম শুনি ল'ৰাটোৱে হাঁহি হাঁহি ঘৰলৈ গৈ ম'হটোক সকলো কথা ক'লে । মহ'টোৱে সেইদিনা দিনটো নাখাই নবই মন মাৰি আছিল। এইবাৰৰ ষড়যন্ত্ৰৰ কথা ম'হটোৱে সম্পূৰ্ণকৈ বুজি পাইছিল । ভায়েকে এইবোৰ একো বুজি নাপাই ম'হক চিন্তা কৰি থকা দেখি ক'লে - 'দাদা তই ৰজাৰ সমস্ত হাতী-ঘোঁৰা-ম'হ-ভেৰা মাৰি শেষ কৰাৰ পিছত এতিয়া কলগছ এজোপাৰ লগত যুঁজ কৰিবলৈ কোৱাত মোৰ হাঁহিহে উঠিছে । ম'হে ক'লে - 'ভাই এইবাৰ মোৰ মৃত্যু হ'বই । বুধি কৰি সিহঁতে কিছুমান চোকা তৰোৱাল গছজোপাৰ মাজত সুমুৱাই থৈছে'। পুনৰ কিছু সময় চিন্তা কৰি ভায়েকক ক'লে - 'মোৰ মৃত্যুৰ লগে লগেই তই প্ৰথমেই সাত পাক ঘূৰি মোৰ নোম-চকু-ঠেং-শিং-পেট এই আটাই কিটা কাটি নতুন টুকুৰী এটাত ভৰাই আনি আমাৰ ঘৰৰ নঙলা মুখত, চোতালত, পানী পাছতে, চালৰ ওপৰত, ভিতৰ আৰু বাহিৰ কোঠালিত য'ত যেনেকৈ পাৰ বেলেগে বেলেগে সজাই ৰাখিবি '। এইবুলি ভায়েকক লৈ ৰজাৰ তালৈ গ'ল ।

কলগছৰ লগত যুঁজিবলৈ ৰজাই হুকুম দিয়াত ম'হটোৱে যুঁজ দিয়াৰ লগে লগে তৰোৱালবোৰে গোটেই গাটোত শালি ধৰিলে । ম'হটো ঢলি পৰি মৰি থাকিল । ম'হে কৈ যোৱা মতেই ঠেং-শিং আদি কাটি লৈ ল'ৰাটো দুখমনে ঘৰলৈ আহি য'ত যেনেকৈ থ'ব লাগে তেনেদৰে থৈ কান্দি কান্দি শুই পৰিল ।

সিফালে ম'হটো মৰাৰ পিছত ৰজাই পাত্ৰ-মন্ত্ৰী-সৈন্য সামন্ত সমন্বিতে আনন্দ মনেৰে বাদ্য-বাজন কৰি পৰী ৰাণীক ধৰি নিবলৈ ল'ৰাটোৰ চোতাল পালেহি । যেই চোতাল সোমাল-ম'হৰ নোমবোৰ হেজাৰ হেজাৰ মৌ-মাখি হৈ সিহঁতক কামুৰি থকা-সৰকা কৰিলে । থৰকাছুতি হেৰুৱাই যেয়ে যিফালে পাই ধপলিয়াব ধৰিলে । পেটুকিটা দীঘল ৰচী হৈ ৰজা-মন্ত্ৰীক বান্ধি পেলালে। ঠেং-শিং কিটাই 'গাবাচ-গাবাচ' কৰি কোবাবলৈ ধৰিলে । মাৰৰ কোবত চাৰিওফালে চিঞৰ-বাখৰ লাগিল । শিঙৰ খোচত বহু লোক ঘূণীয়া হ'ল কিছু মৰিল-কিছু পলাল । ৰজা-মন্ত্ৰীয়ে মুখেদি তেজ বটিয়াই অচেতন হৈ পৰিল । এই চলতে শহাটো আহি তাৰ হাতোৰাৰে চকু ফুটাই তাক্ ধিনাধিন্ কৰি নাচিব ধৰিলে । সকলো প্ৰজা আহি ল'ৰাটোৰ শৰণ লৈ দুষ্ট দগাবাজ ৰজাৰ শাস্তি হোৱা দেখি আনন্দ কৰিবলৈ ধৰিলে । বিদেশী বন্ধুৰ বীৰত্ব দেখি. সকলোৱে তাক ৰজা বুলি মানি ল'লে । ৰজা হৈ সকলোৰে লগত মিলি-জুলি সি ৰাজ্য শাসন কৰি থাকিল । ❖

# অন্দা

এখন গাৱঁত অন্দা নামে এজন বৰ দুখীয়া মানুহ আছিল । খুব ৰাতিপুৱা উঠি সি ভিক্ষা কৰিবলৈ যায় আৰু সন্ধ্যা হোৱাৰ লগে লগে আহি ঘৰ সোমায়। দিনটো ফুৰি মেলি যি পায় তাৰেই এবাহ ল'ৰা-ছোৱালীয়ে খাই মেলি থাকে।

এদিন সি ভিক্ষা বিচাৰি ঘৰৰ পৰা বহু দূৰ আঁতৰি গ'ল । ঘৰলৈ ঘূৰি আহোঁতে বাটতেই তাৰ বহু ৰাতি হ'ল । সেইদিনা আছিল অমাৱস্যা । তাতে ঘৰলৈ ঘূৰাৰ পথত মূৰদাৰ কুঁড় (শ্মশান) এখনো পাৰ হৈ আহিব লাগে । এই ৰাস্তাইদি নাহিলে ঘৰলৈ অহাৰ আন কোনো ৰাস্তাও নাছিল । সেয়েহে অন্দাৰ বৰ ভয় লাগিল । এবাৰ 'নাহো' বুলি ভাবি থমকি ৰয় আকৌ ল'ৰা-ছোৱালীৰ কথা মনত পৰি এখোজ-দুখোজকৈ আগবাঢ়ে ।

ইফালে সঁচাকৈয়ে সেইদিনা নির্জন ৰাতি পাই মুৰদাৰ কুঁড়ত ভূতবিলাকে খুটীমতে হাঁহি খিকিন্দালি কৰি দপ্‌দপাই আছে । মনৰ আনন্দত 'চীৰকুন' ভূতটোৱে এখন মুখেৰে জুই জ্বলাই আনখন মুখেৰে মৰা মানুহৰ হাত এখন চোবাই খাইছে । মাথা নোহোৱা 'কন্ধ' ভূতটোৱে বুকুত থকা চকু দুটা জ্বলাই ঠেং এটা চোবাই খাইছে । 'মাকড়' ভূতটোৱে তাৰ লেংলেঙীয়া জিভা উলিয়াই মৰা-শ' এটা চেলেকিছে । য'খটোৱে তাৰ কাণ এটা মাটিত বিছনা পাৰি আনটো কাণ কাপোৰ লোৱাদি লৈ শুই শুই নাকী সুৰত গান জুৰি দিছে। 'খঁৰা-নকা' ভূতটোৱে তাৰ দীঘল দাঁতকিটা উলিয়াই হাড় কিছুমান মৰট্ মৰট্কৈ চোবাইছে । সৰু সৰু পোৱালী ভূতবোৰে ওচৰত থকা গছজোপাত জাপ মাৰি উঠিছে-নামিছে আকৌ ইটোৱে-সিটোক খেদা-খেদি কৰি গছজোপা ভাঙো ভাঙো কৰিছে । এইদৰে ওলটা-চকুৱা, দীঘল-দঁতীয়া, খট-খটীয়া, মুণ্ডা তেলীয়া, পিংলা, মহিষা, ভঁইচা, লেংৰা, বাঁকড়, যুগ্মী ভূতবোৰে প্ৰত্যেকেই জুই একুৰা ধৰি মৰা শ' একোটা ফালি-চিৰি খাব ধৰিছে । মুড়ং-মুড়ীয়া গুড়গুড়ীয়া নামৰ ভূত দুটাই হাত-ঠেং নথকাত কেওপিনে বাগৰি ফুৰিছে । চ'ৰদেৱাটোৱে কিচ্‌কিচীয়া ক'লা চুলিখিনি মেলি তাৰ চিকীয়া (ভাব

পাঁচি) লৈ হাড়-মূৰ গোটাই ফুৰিছে । মুঠতে যাৰ যি খুচী তাকে কৰি ভূতবোৰ ব্যস্ত হৈ আছে ।

দূৰৰ পৰাই ৰঙা-নীলা এইবোৰ পোহৰকে দেখি অন্দাই ভাবিলে - 'কোনোবা মানুহ মৰিছে হ'ব পায় । চাকি-বাতি লৈ সেয়েহে মূৰদাৰ কুঁড়লৈ আহিছে ।' 'ঘৰলৈ আহিবলৈ লগ মিলিল' বুলি যেই খৰখেদা কৰি ওচৰ চাপিল, ভূতবোৰে তাক দেখি কলিজা খাম, ৰক্ত খাম, জিভা খাম, পেটু খাম বুলি নাকীসুৰেৰে চিৰ্চিচয়াই খদমদম্ লগালে । অন্দাই এইবোৰ দেখি ভূত বুলি জানি সৰুপানী চোৱা অৱস্থা হ'ল । তাৰ পিছত মন দাঠ কৰি এনেও মৰণ, তেনেও মৰণ বুলি ভাবি হাতত থকা লাখুটিডাল টানকৈ ধৰি একে চোচাই ভূতবোৰৰ মাজলৈ গৈ চিঞৰিলে - 'কোন তহঁত ? গুচ - মোকো জুই ত্তাপাতে দে' বুলিয়েই লাঠিডাল জোকাৰিবলৈ ধৰিলে ।

অন্দাৰ এনে কাণ্ডত ভূতবোৰৰ চুলিৰ আগেৰে জীৱ যাওঁ যাওঁ হ'ল। যেয়ে য'তে আছিল থৰ লাগিল । 'তাপাতে দে' বোলা কথাষাৰ শুনিয়েই তাক থকা 'তাপা' ভূতটোৱে ভাবিলে- 'সৰ্বনাশ ! মানুহটোৱে দেখোন তাৰ নামকে কৈছে ।' কি কথা কি বতৰা এই ভাবি সি ভয়ে ভয়ে নাকিসুৰেৰে অন্দাক ক'লে - 'মোঁ-মোঁৰ নাঁমেঁই তাঁপাঁ । কিঁয় মোঁকঁ বিঁচাৰিছঁ' । তাকে শুনি অন্দাই দুগুণ সাহস পাই ক'লে - 'অ' তয়েই তেনেহলে তাপা । তোক আজি বাৰ বছৰ ধৰি মই বিচাৰি ফুৰিছোঁ । ধাৰে লোৱা সাত কলহ ধন সুদে-মূলে আজিয়েই ঘূৰাই নিদিলে তোৰ মা-বাবাৰ বিয়া দেখুৱাম' বুলি লাখুটি ডালেৰে উধাই-মুধাই মাটিত ধাম ধুম কৰি কোবাবলৈ ধৰিলে । লাখুটিৰে কোবাই কোবাই তালফাল কৰা দেখি অন্য ভূতবোৰে ভয়ত পেপুৱা লাগিল। তাপাই সেপ ঢুকি কোনোমতে ক'লে - 'মইতোঁ ধন অঁনাঁ নাইঁ' । অন্দাই ক'লে - 'তই অনা নাই কি হ'ল তোৰ বাপ ককাই আনিছিল । বেটা- সঁচা কথা ক, ধনকিটা দিবি নে নিদিয় ?' এইবুলি আকৌ লাখুটি দাঙিলত অন্য ভূতবোৰে কাওবাও কৰি চিঁচিয়াই নাকী সুৰত ক'লে যে তাপাক এৰি দিলে সিহঁতে যি পাৰে সকলোৱে মিলি তাৰ সাত কলহ ধন ঘূৰাই দিব । এই কথা শুনি অন্দাই ক'লে - 'ধন দিবি যেতিয়া তাক আজিলৈ এৰিছোঁ বাৰু! এতিয়া মই ঘৰলৈ গৈ সাতটা কলহ মোৰ ঘৰৰ মুখচত আঁৰি থম । তহঁতে ধন নি কলহ সাতটা ভৰাই আহিবি - নিদিলে লাগিলে সুদাই নেৰিম' বুলি তাৰ ঘৰৰ ঠিকনা কৈ অন্দা ঘৰমুৱা হ'ল ।

ঘৰলৈ গৈয়েই মুধচত সাতটা কলহ আঁৰি দি তলিবোৰ ফুটুৱাই দিলে আৰু কাণ থিয় কৰি ভিতৰত মনে মনে বহি থাকিল । ভূতবোৰে ধন নি কলহত ঢলাৰ লগে লগে তলি ফুটা থকাৰ বাবে ঝন্ ঝন্ কৰি ভিতৰৰ মজিয়াত পৰে । অঁকৰা ভূতবোৰে কলহকিটা ভৰা নাই বুলি ধন আনে আৰু ঢালে। ঢালোতে ঢালোতে তেওঁলোক হায়ৰাণ হৈ পৰিল । ঘৰৰ ভিতৰখনো ধনেৰে ঠাহ খাই পৰিল ।

ইফালে ৰাতিপুৱা হোৱা দেখি ভূতবোৰৰ চকু ঝাপসা (জলক-তপক) হ'বলৈ ধৰিলে । 'যিখিনি আছিল সকলো দিলোঁ' বুলি কৈ এৰি দিবলৈ কৈ অন্দাক কাওবাও কৰিবলৈ ধৰিলে । অন্দায়ো - 'মূলখিনিহে পালোঁ - সূদখিনি বাৰু মাফ দিলোঁ - যাগৈ তহঁত' বুলি ক'বলৈহে পালে 'বাচিলো ঔ বুলি ভূতকিটা ফৰিং ছিটিকা˙দি গিৰ গিৰাই পলাবলৈ ধৰিলে ।

ভূতৰ ধন পাই অলপ দিনৰ ভিতৰত অন্দা এজন ধনী মহাজন হৈ খাই লৈ থাকিল ।

# আনাৰ ৰাণী

এজন ৰজাৰ সাতোটা পুতেক । ছজনে বিয়া কৰাইছিল । একেবাৰে সৰু ভায়েকৰ বিয়া পাতিবলৈ ককায়েক-বৌৱেকহঁতে ছোৱালী বিচাৰি ফুৰিছিল। কিন্তু ক'তো মনে মিলা ছোৱালী এজনী বিচাৰি নাপালে । বৌৱেকহঁতৰ বৰ দুখ - যেনেতেনে সৰুজনক বিয়া পাতি দিবই । কিন্তু ছোৱালী ক'ত ? ছয়োজনী বৌৱেকে এদিন সৰুজনক খুব জোকাই-মেলি আছে - এনেতে বামুণ এজন আহিল ভিক্ষা কৰিবলৈ । বামুণক দেখি বৌৱেকহঁতে ক'লে - 'মহাৰাজ আমাৰ সৰু দেৱৰৰ বাবে ছোৱালী বিচাৰি হায়ৰাণ হৈছোঁ । আপুনি পাঁজি-পুথি চাই ব্যৱস্থা দিয়ক ।' বামুণে চাই ক'লে - 'অশোক বনৰ পশ্চিমফালে এক আনাৰ গছ আছে । গছজোপাত মাত্ৰ এটাহে আনাৰ আছে। যদি সৰুৱে সোঁহাতেৰে ফৰ্মুটি মাৰি বাওঁহাতখনেৰে থাপ মাৰে, তেনেহ'লে আনাৰৰাণী তেওঁৰ লগত আহিব । বামুণক বিদায় দি বৌৱেকহঁতে পিছদিনা সৰুক ভোক-লাৰু, পিয়াহ-লাৰু দি অশোক বনলৈ পঠালে- আনাৰ ৰাণীক আনিবলৈ । এদিন দুদিন কৰি গৈ গৈ তিনিদিনৰ দিনা সৰুই অশোকবন পালেগৈ । বামুণে কোৱাব দৰে সোঁহাতে ফৰ্মুটি মাৰি বাওঁহাতে থাপমাৰি ঘৰমুখে আহিব ধৰিলে । আহোঁতে আহোঁতে তাৰ বৰ ভাগৰ লাগিল । বৌৱেকহঁতে দি পঠোৱা ভোক-লাৰু পিয়াহ-লাৰু খাই গছ এজোপাৰ ছাঁত জিৰণি লওঁতেই টোপনি গ'ল। এনেতে আনাৰৰ পৰা ওলাই আনাৰ ৰাণীয়ে সৰুৰ হাত-ভৰি মালিচ কৰি থকাত তাৰ টোপনি ভাগি গ'ল । আনাৰ ৰাণীৰ এনেও চাঁন্দ-সূৰুযৰ ৰকম ৰূপ, তাতে আকৌ মাথাত সাতাপাটী (অলংকাৰ) ভৰিত পঁয়ৰী (অলংকাৰ) বাহুত বাজ, হাতত চুড়ী, ডিঙিত হাৰ পিন্ধি চাৰিওফালে ঝল্‌ঝল্ কৰি পোহৰ হৈ পৰিছিল । ৰূপৰ এনে বাহাৰ দেখি

সৰু মুৰ্চ্চা যাওঁ যাওঁ হ'ল । কোনোমতে চণ্ডালি আনাৰক লৈ ঘৰৰ পিনে আহিব ধৰিলে ।

ঘৰ পাবলৈ কিছু দূৰ থাকোঁতে পুখুৰী এটাৰ পাৰত আনাৰ ৰাণীক অকলে কিচু সময় ৰবলৈ দি সৰুই বৌৱেকহঁতক আগবাঢ়ি খবৰ দিবলৈ আহিল। বৌৱেকহঁতেও সংবাদ পাই নোওৱাৰ বস্ত্ৰ-বেহ্যানি লৈ আনাৰক আদৰিবলৈ গ'ল ।

ইফালে পুখুৰীৰ পাৰত এক কাণী কাপোৰ ধুই আছিল । তাই এই সকলো কথা টং কৰি আছিল । সৰু আঁতৰি পৰা দেখি আস্তে আস্তে ওচৰ চাপি আহি আনাৰক সোধ-পোছ কৰি সকলো কথা জানি ল'লে । ৰাণীৰ বৰ হিংসা লাগিল । পেটে পেটে বুধি সাজি সাজি ক'লে - 'দিদি তোৰ কাপোৰ-কানিকিটা বৰ ধুনীয়া । দে-না অলপ পিন্ধি চাওঁ । আমি দুখীয়া মানুহ - এনে কাপোৰ-কানি কোনো দিনে পিন্ধি পোৱা নাই ।' ৰাণীয়ে তাইৰ মতলবৰ কথা বুজি নাপালে । কোৱা মাত্রে কাপোৰজোৰ খুলি পিন্ধিবলৈ দিলে আৰু নিজে কাণীৰ জোৰ পিন্ধিলে । ৰাণীয়ে আকৌ ক'লে - 'দিদি কাপোৰ-কানিকিটা দিলি যেতিয়া তোৰ গইনা-গাঁঠিবোৰো দেনা পিন্ধি চাওঁ।' ৰাণীয়ে তাইৰ কথা শুনি পুনৰ গইনা-গাঁঠিবোৰ এটা এটাকৈ খুলি কাণীক পিন্ধিবলৈ দিলে । কাণীয়ে ৰাণীৰপৰা এইদৰে কায়দা কৰি সকলো বস্ত্ৰ পিন্ধি ৰাণীক এক ঠেলা মাৰি পুখুৰীত পেলাই দিলে । ৰাণী পানীত ডুবি মৰি থাকিল । কাণীয়ে ৰাণী হৈ সৰু অহালৈ বাটচাই ৰ'ল ।

ইফালে বৌৱেকহঁতক লৈ সৰু ঘূৰি আহিল । নোওৱাৰ সময়ত কাণীক দেখি আটাইবে মুখ ক'লা পৰিল । সৰুও অবাক হ'ল । মুখৰপৰা একো কথাই নোলাল । ঘৰলৈ আনি কাণীৰ লগতেই সৰুৱে সংসাৰ পাতিলে। বৌৱেকহঁতে দিনৌ কাণীৰ কথা সৰুক সোধে; কিন্তু সি কোনো দিনেই মুখ খুলি কথা এষাৰকে নক'লে । কাম-বন কথা-বতৰাত তাৰ মন নবহা হ'ল। এইদৰেই দিনবোৰ যায় - ৰাতি হয় - আকৌ দিনবোৰ পুৰণা হয় । কাণীয়ে এদিন সেই আগৰ পুখুৰীটোলৈ কাপোৰ-কানি ধুবলৈ লৈ গৈ দেখে যে গোটেই পুখুৰীটোতে কলমৌ শাকে ভৰি আছে । কাপোৰ-কানি ধুই-মেলি অঁতাই তাৰে কিছু আগ ছিঙি ঘৰলৈ আহিল । শাকখিনি কাটি-কুটি ধুই-

মেলি কেৰাহীত বহাই কাণী মছলা বটিবলৈ বহিল । সৰু তেতিয়া আমন -জিমনকৈ দুৱাৰদলিত বহি আছে । ইফালে কেৰাহীত শাকখিনি যিমানে সিজিবলৈ ধৰিলে সিমানে শাকৰ ৰোদন ওলাবলৈ ধৰিলে -

'কাণী বান্ধে ৰাণী সিজে

ৰাজাৰ বেটা

দেহৰী ওপৰে' (দুৱাৰদলি)

কাণীয়ে এই ৰোদন শুনি ইফালে-সিফালে চাই কাকো নেদেখি পুনৰ মছলা বটিবলৈ ধৰিলে । পুনৰ শুনিলে

'কাণী বান্ধে ৰাণী সিজে

ৰাজাৰ বেটা, দেহৰী ওপৰে।'

কোনে বাৰেবাৰে মাতিছে বুলি চাৰিওফালে কাণীয়ে চালে কিন্তু কাকো নেদেখিলে । জুহালৰ ওচৰত আহি শুনে যে কেৰাহীৰ ভিতৰৰ পৰাহে সেই ৰোদন ওলাইছে । চাঁত্কৰে আনাৰ ৰাণীৰ কথা মনত পৰি একেচাবেই গৈ শাকখিনি ঘৰৰ পিছফালে থকা গাঁতত পেলাই দিলে । ঘূৰি আহি দেখে যে সঁচাকৈয়ে সৰু দেহৰী ওপৰতেই বহি আছে । প্ৰকৃততে আনাৰ ৰাণীয়েই কলমৌ শাক হৈ কেৰাহীত সিজি আছিল । সৰুৱে কিবাকিবি ভাবি থকাত সেই মাত নুশুনিলে ।

কিছু দিনৰ পিছত কাণীয়ে যি ঠাইত শাকখিনি পেলাই দিছিল তাত কোমোৰা গছ গজি চালত বগালে । ঢেৰ কোমোৰা লাগিল । নিজেও খালে আৰু যেয়ে খোজে তাকেই দিয়ে । নোখোৱাখিনি চালৰ ওপৰতে থাকিল। কাণীয়ে ৰাণীৰ কথা আকৌ পাহৰি গ'ল ।

এনেতে কাণীৰ ঘৰত কিছুমান ঘটনা ঘটিবলৈ ধৰিলে । চালৰ ওপৰত যিকেইটা কোমোৰা আছিল তাৰেই এটাত আনাৰ ৰাণী থিত লৈছিলহি । যেতিয়া সকলোৱে শুই নিঃপালি দিয়ে তেতিয়া আনাৰ ৰাণী হাতত সাৰে ভৰিত সাৰে ওলাই আহি কাণীৰ কাপোৰ-কানি, বাচন-বৰ্ত্তন আদি বাহিৰত দলিয়াই পেলাই দিয়ে । কিন্তু সৰুৰ কোনো বস্তুতেই হাত নিদিয়ে - বৰং ভালকৈ জাপি-জুপি থ'বলগীয়া জেগাতহে থৈ যায় । এইদৰে কোনোবা এদিন চৌকাটো ভাঙি থৈ দিয়ে -কাণীয়ে পিছদিনা আকৌ বনাব লগা হয় । কোনোবা

এদিন গোটেই ঘৰত পানী ঢালি থৈ দিয়ে। কাণীয়ে পিছদিনা সাৰি-মচি চাফ-চিকুণ কৰিব লগাত পৰে । আনফালে কেতিয়াবা সৰুৰ কাপোৰ-কানি ধুই মেলি তামোল-চালি কাটি-মেলি যতনাই থৈ কোমোৰাত সোমাই থাকেগৈ। কাণীয়ে কোনোদিনেই এই জ্বালাতনৰ উঁহ উলিয়াব নোৱাৰিলে । সৰুৱে এইবোৰ কথা ভাবি; ভাবি পাৰ নাপায় । সবদিনেই ঘটনাৰ আঁত ধৰিবলৈ ৰাতি জাগিবৰ কথা ভাবে কিন্তু বিছনাত পৰাৰ লগে লগেই টোপনি যায় । সৰুৱে এদিন বুধি এটা কৰিলে । মছলা বটা শিলত ইচ্ছা কৰি বাওঁহাতৰ আঙ্গুলিৰ মূৰটো থেতেলাই জলকীয়া গুৰি অলপ সানি দিলে । বিষ আৰু জ্বলা-পোৰাত সেইদিনা তাৰ টোপনি নাহিল । ৰাতি দুভাগত যেতিয়া আনাৰ ৰাণী ওলাই আহি কাণীৰ বয়-বস্তুবোৰ এটা এটাকৈ বাহিৰলৈ.দলিয়াই পেলাব ধৰিলে - তেতিয়া চকু আধামুদা কৰি সৰুৱে তাৰ আলেখলেখ চাই থাকিল। কাণীৰ এইসব কথাৰ খবৰেই নাই - নাক ঘোৰ্‌ঘোৰাই মজামাৰি টোপনি গৈছে । সৰুৱে আনাৰ ৰাণীক দেখিয়েই চিনি পালে । ফুৰ্তি-আনন্দতে তাৰ গা সাতখন-আঠখন কৰিবলৈ ধৰিলে । মনতে এবাৰ ভাবে - 'একেচাবে উঠি গৈ ধৰিম নেকি ! আকৌ ভাবে - থকচোন কি কৰে চাওঁ ।'

এইদৰে ভাবি-চিন্তি থাকোঁতে থাকোঁতে ৰাণীয়ে তাইৰ কামখিনি কৰি লাহে লাহে ওলাই যাব ধৰিলে । সৰুৱে বিছনাৰপৰা লাহেকৈ উঠি হাতত তৰোৱালাখন লৈ মনে মনে তাইৰ পিছ ল'লে । চালত উঠি ৰাণীয়ে যেই কোমোৰাৰ ভিতৰত সোমাব খুজিলেতেই একেঘাপে কোমোৰাটোক দুডোখৰ কৰি আনাৰৰ হাতত থপ্ কৰি ধৰি পেলালে । ৰাণীয়ে কি হ'ল তৰ্কিবই নোৱাৰি থক্ থক্ কৰি কঁপিবলৈ ধৰিলে । ৰাণীক এইদৰে হাততে পাই কি কথা কি বতৰা সোধাত তাই উধৰপৰা- মুধলৈ কাণীৰ সকলো কথা কৈ দিলে । আচল কথাৰ সম্ভেদ পাই ৰাজবাড়ীৰ সকলোৰে খং উঠিল । সকলোৱে দেখাকৈ ৰজাই কুঁৱা এটা খনাই তলত কাঁটা ওপৰত কাঁটা দি কাণীক জীয়াই জীয়াই পুতি পেলালে । আনাৰ ৰাণীৰ লগত ৰজাৰ বেটাৰ পুনৰ মিলন হ'ল । দুয়ো ঘৰ-সংসাৰ কৰি সুখেৰে থাকিল । ❑

# ছাঁহৰাৱতী

এজন ৰজাৰ সাতোটা পুতেক । ডাঙৰ ছয় ভাই দৰবাৰত থাকি বাপেকক ৰাজ্যৰ কামত সহায় কৰে । আটাইতকৈ সৰুটো স্কুলত পঢ়ে । এদিন (সি মাকক কৈ বাগাল গৰখীয়া) কিটাৰ লগত গৰু চৰাবলৈ গ'ল । গৰুৰ লগত ঘূৰোতে ঘূৰোতে তাৰ বৰ ভাগৰ লাগিল । এজোপা ছাঁহৰা (ছাঁ দিয়া গছ) গছৰ তলত সি বহি পৰিল । ইমান ভাগৰ লাগিছিল যে কোন তলকত তাৰ টোপনি আহিল ক'বই নোৱাৰিলে - বাগালবোৰেও ঘোৰ অৰণ্যত তাক বিচাৰি নাপাই গৰু লৈ গুচি আহিল ।

ইফালে ৰাতি গভীৰ হৈ আহিল । চাৰিওফালে যেতিয়া নিজম হ'ল তেতিয়া ছাঁহৰাৱতীয়ে ডাক দিলে - 'হেৰা ৰাজপুত্ৰ ঘৰলৈ যোৱা, ঘোৰ অৰণ্যত কেও কিছু নোহোৱা ঠাইত শুই আছা কিয় ? ৰজাৰ ল'ৰাই চক্‌মক্‌কৈ সাৰ পাই চাৰিওফালে চালে - কিন্তু কাকো নেদেখি আকৌ শুই পৰিল । কিছু সময়ৰ পিছত ছাঁহৰাৱতীয়ে আকৌ জগালে । এইবাৰ সাৰ পাই ৰজাৰ ল'ৰাই মাত লগলে - 'কোনে মোক জগালা - অনুগ্ৰহ কৰি দেখা দিবানে? যদি দেখা নিদিয়া তেন্তে ইয়াৰ পৰা এক খোজো নলৰো' । ছাঁহৰাৱতীয়ে ক'লে - 'মই ছাঁহৰাৱতী, মোক বিয়া কৰালেহে দেখা পাবা' । ৰজাৰ ল'ৰাই 'বিয়া কৰাম'বুলি কোৱাত ছাঁহৰাৱতীয়ে ক'লে - 'এতিয়া ঘৰলৈ যোৱা । পূৰ্ণিমাৰ দিনা গোটেই ৰাস্তা পৰ্দা আঁৰ কৰি শামুক-শাৰী আৰু শামুক-মালা লৈ ঘৰৰ পৰা মানুহ আহি মোক বৰণ কৰি নিব লাগিব - তেতিয়াহে মোক পাবা' । এই কথা শুনি ৰজাৰ ল'ৰা ঘৰলৈ আহি সকলো কথা ক'লে । বাপেক-মাকে এই কথা শুনি বিয়াৰ সকলো বন্দোবস্ত কৰিলে ।

পূৰ্ণিমাৰ দিনা বাপেক-মাক, ককায়েক-বৌয়েকহঁতক লৈ ৰাজ পুত্ৰই ছাঁহৰাৱতীক বিয়া কৰিবলৈ গ'ল । নিৰ্দিষ্ট ঠাইত ছাঁহৰাক দেখি সকলোৱে মোহিত হৈ পৰিল । ৰাজপুত্ৰই নিজ হাতে শামুক-মালা, শামক-শাৰী পিন্ধাই

ঘৰলৈ লৈ আহিল । সকলোৱেই ৰাজপুত্ৰৰ ভাগ্যৰ শলাগ ল'লে । ঘৰলৈ আহি সকলোৱে সংসাৰ কৰ্মত মন দিলে ।

কিছুদিন পিছত সাত ভাই এদিন চিকাৰলৈ গ'ল । ঘৰত থাকিল বাপেক-মাক আৰু সাতজনী বোৱাৰী । এনেতে এটা ঘটনা ঘটিল । সেই ৰাজ্যৰ পৰা বহু দূৰত এজন যাদুকৰ আছিল । সি ছাঁহৰাৱতীৰ ৰূপ-গুণৰ কথা কেনেবাকৈ শুনিবলৈ পাই তাইক হৰণ কৰি নিবলৈ ভিক্ষাৰী বেশত তেওঁলোকৰ ঘৰ ওলালহি । ভিক্ষাৰী অহা দেখা পাই ছাঁহৰাই দুৱাৰদলিৰ ভিতৰৰ পৰাই হাত দুখন উলিয়াই ভিক্ষা নিবলৈ মাতিলে । ভিক্ষাৰীয়ে চোতাললৈ ওলাই নহালৈকে ভিক্ষা নলওঁ বুলি বাহিৰতেই বহি থাকিল । উপায় নাপাই তাই চোতাললৈকে ওলাই আহিল- যাদুকৰে সেই সুযোগতে লগে লগে তাইৰ গালৈ পানী এছাটি মাৰি দিলে । মন্ত্ৰৰ প্ৰভাৱত চকুৰ পচাৰতে তাই এজনী কুকুৰ হৈ যাদুকৰৰ পাছে পাছে ওলাই গ'ল । এই ঘটনা দেখি বোৱাৰী কেইজনীয়ে হৈ-হাল্লা কৰিলে যদিও ঘৰত আন পুৰুষ মানুহ নথকাত যাদুকৰক কেও বাধা দিব নোৱাৰিলে ।

ইফালে যেতিয়া সাত ভাই চিকাৰৰ পৰা ঘূৰি আহিল তেতিয়া গিৰিয়েকহঁতক আদৰি আনিবলৈ ছয়জনী বোৱাৰীয়েই আগুৱাই গ'ল । তেওঁলোকৰ মাজত ছাঁহৰাৱতীক নেদেখি সকলোৱে তাইৰ কথা সুধিলত, ভণ্ড যাদুকৰ এজনে কিদৰে তাইক কুকুৰ বনাই হৰণ কৰি নিলে - এই সকলো কথা ভাঙি-পাতি কৈ কেউজনীয়ে উচুপিবলৈ ধৰিলে । এনে কথা শুনিয়েই সিহঁতৰ বৰ খং উঠিল আৰু যিদৰে ঘৰলৈ আহিছিল সেইদৰেই ঘোঁৰা দৌৰাই যাদুকৰক বিচাৰি ওলাল । যাওঁতে যাওঁতে সাতদিনৰ দিনা সিহঁতে যাদুকৰৰ ঘৰ বিচাৰি উলিয়াই যাদুকৰক ঘেৰি ধৰিলে । লগে লগে যাদুকৰে যাদু কৰি সাত ভাইক সাতজোপা গছ আৰু ঘোঁৰা সাতটাক সাতটা উঁই হাফলু বনাই থ'লে । যাদুকৰে ইমান যাদু জানিছিল যে সেই ৰাজ্যৰ ৰজায়ো তাক ভয় কৰি চলিছিল । ৰজাৰ ভালেমান কুঁৱৰীকো যাদু কৰি ভাটৌ, কুকুৰা, পাৰচৰাই, ভেৰা ছাগলী আদি কৰি ভাগে ভাগে বন্দী কৰি ৰাখিছিল । সেয়েহে যাদুকৰক সেই অঞ্চলৰ প্ৰতিটো প্ৰাণীয়েই ভয় আৰু সমীহ কৰি চলিছিল ।

ইফালে দিন গ'ল - ৰাতি হ'ল । বছৰচেৰেকো পাৰ হৈ গ'ল । সাত

ভাই যাদুকৰক বিচাৰি গৈ ঘৰলৈ ঘূৰি নহা দেখি কুঁৱৰী কেইজনী কান্দি-কাতি চিন্তা ভাৱনা কৰি দিনবিলাক কোনো ৰকমে পাৰ কৰিবলৈ ধৰিলে । গৰ্ভৱতী থকা বৰৰাণীৰ ল'ৰা এটাৰো ইতিমধ্যে জন্ম হ'ল । সিও দিনে দিনে ডাঙৰ হৈ পাঁচ বছৰত ভৰি দিলে । ৰাণীয়ে তাক স্কুলত পঢ়িবলৈ পঠালে। স্কুললৈ যাওঁতে প্ৰায়েই তাৰ ফলি গুটি হেৰায় । লগৰ লগৰীয়াবোৰে বিচাৰি-খোচাৰি দি সহায় কৰে । এইদৰেই প্ৰায়েই বিচাৰিব লগা হোৱাত এদিন তাৰ সহপাঠী এজনে বিৰক্ত হৈ তাক ক'লে - 'তই সঁচাকৈয়ে বেধুৱা (জহৰা) ল'ৰা । সেই কাৰণেই সৱদিনে তোৰ ফলিগুটি হেৰায়' । এই কথাত সি বৰ আঘাত পালে আৰু স্কুলৰ পৰা আহিয়েই মাকক তাৰ বাপেকৰ পৰিচয় সুধিলে । এনে কথা শুনাৰ লগে লগে মাক-খুড়ীয়েকহঁতে উচুপি উচুপি কান্দিবলৈ ধৰিলে । ল'ৰাই একো বুজিব নোৱাৰি বাৰে বাৰে বাপেকৰ পৰিচয় দিবলৈ তাগিদ (হেঁচা) দিব ধৰিলে । মাকে তেতিয়া ছাঁহৰাৱতী-যাদুকৰ আৰু তাৰ বাপ-দদায়েকহঁতৰ সকলো কথা বিৱৰি ক'লে । ল'ৰাটোৱে এই কথা শুনি দাঁত কৰচিবলৈ ধৰিলে । সি কোনো উপায়েৰে যাদুকৰৰ হাতৰ পৰা বাপ-দদায়েকহঁতক ঘূৰাই আনিবলৈ দৃঢ় সংকল্প হ'ল । মাক-খুড়ীয়েকহঁতে তাক সৰু ল'ৰা বুলি ব্ৰহুতো বাধা দিলে কিন্তু সি কোনোমতেই নেমানিলে। একোপধ্যে তাক বুজাব নোৱাৰি মাকে তাক কিছু ভোক-লাৰু আৰু পিয়াহ লাৰু বান্ধি দিলে । ভাল ঘোঁৰা এটা বাচি লৈ সি কদমত যাব ধৰিলে ।

যোৱাৰ বাটত সি এখন বজাৰ পালে । তাতে মাছমৰীয়া এটাই জীৱন্ত কাছ এটা বিক্ৰী কৰিবলৈ নিব ধৰিছে । সি বাটতেই দামদৰ কৰি কাছটো কিনি ল'লে । বাটত বিল এটা পাই তাতে কাছটো এৰি দিলে । জীৱন দান দিয়াৰ বাবদ কাছয়ো তাক বিপদত সহায় কৰাৰ প্ৰতিশ্ৰুতি দিলে । কিছুদূৰ যোৱাৰ পিছত সি আকৌ দেখিলে যে কিছুমান মানুহে সাপ এটাক মাৰিবলৈ খেদি ফুৰিছে । মানুহ কেইটাক বুজাই মেলি কিছু টকা-পইচা দিয়াত সিহঁতেও সাপটো নামাৰি গুচি গ'ল । সাপেও জীৱন দান পোৱাত বিপদে-আপদে সহায় কৰিবলৈ ল'ৰাটোক কথা দিলে । ল'ৰাটো পুনৰ বাটে বাটে গুচি গ'ল ।

সাতদিনৰ দিনা ল'ৰাটো যাদুকৰ থকা ৰাজ্য পালেগৈ । তাৰ ওচৰলৈ

পোনে পোনে নগৈ সেই ৰাজ্যৰ ৰজাক দেখা কৰিলে । ৰজাই তাক সোধ-পোচ কৰাত সকলো কথা ক'লে । কথা শুনি ৰজাৰ আমঠু ক'লা পৰিল। ৰজাই ক'লে - 'বোপাই তুমি একেবাৰে সৰু ল'ৰা । ভালে ভালে ঘৰৰ ল'ৰা ঘৰলৈ যোৱাগৈ । ৰজা হৈয়ো তাক মই একোৱেই কৰিব পৰা নাই। মোৰ ৰাজ্যৰ বহুতো মুনিহ-তিৰোতা ধৰি নি নি গছ-লতা, জন্তু-জানোৱাৰ বনাই ৰাখিছে - আনকি মোৰ কেঁইবাজনী ৰাণীও তাতে বন্দী হৈ আছে । এতিয়া কেনেবাকৈ যাদুকৰে তোমাৰ কথা গম পালে কি কৰে ঠিক নাই । গতিকে বোপাই মোৰ কথা শুনা' । ৰজাৰ পৰা এনে কথা শুনি ল'ৰাটোৱে জীৱন গ'লেও যাদুকৰক এশিকনি নিদিয়াকৈ ঘূৰি নহাৰ কথা ক'লে । ল'ৰাটোৰ এনে সাহ-পিত দেখি ৰজাই পুনৰ ক'লে - 'বোপাই যাদুকৰৰ লগত যদি সঁচাকৈয়ে বিবাদ কৰিব খোজা তেতিয়া হ'লে আগতে সৌ মালিনীৰ ঘৰলৈ যোৱা '। তাই যাদুকৰৰ মালিনী - গতিকে তাইহে যাদুকৰৰ বিষয়ে কিছু গা-খবৰ তোমাক দিব পাৰিব'। ৰজাৰ কথামতে ল'ৰাটো মালিনীৰ ঘৰ ওলালগৈ মালিনীয়েও কি কথা কি বতৰা সোধাত ল'ৰাটোৱে সকলো কথাই ক'লে। সৰু ল'ৰা এটাৰ এনে সাহ দেখি বুঢ়ীয়ে দুখতে কান্দি পেলালে । যাদুকৰে কেনেবাকৈ গম পাব লাগিলে এই পেন্দুকণা ল'ৰাটোকো শুদাই নেৰে বুলিহে বুঢ়ীৰ বেছি দুখ লাগিল । বাৰে বাৰে বুজোৱা সত্বেও সি যেতিয়া ঘূৰি নাযাও বুলিলে, তেতিয়া বুঢ়ীয়ে তাক লগত ৰাখিবলৈ বাধ্য হ'ল ।

দিনৌ বুঢ়ীয়ে যাদুকৰৰ ঘৰত ফুলৰ মালা গাঁথি দি থৈ আহেগৈ । বুঢ়ীক এইদৰে মালা গাঁথা দেখি ল'ৰাটোৱে ক'লে - বাইদেউ, যাদুকৰক সৰ্বদিনেই তই মালা গাঁথি দিয় । আজি তোৰ লগত ময়ো দুধাৰমান গাঁথো - দেচোন' । বুঢ়ীয়ে ক'লে - 'বোপাই কেনেবাকৈ কেনা হ'ব লাগিলে মোৰতো জান যাবই - তোৰো টনাটনি হ'ব' । বুঢ়ীৰ হাক-বচন নুশুনি সি জোৰ কৰিয়েই মালা গাঁথিবলৈ লাগি গ'ল । বুঢ়ীয়ে সূতাৰেহে মালা গাঁথে, কিন্তু সি বিনা সূতাৰেই মালা গাঁথি বুঢ়ীক দিলে । বুঢ়ীয়ে সেই দিনা মালা দিবলৈ গৈ জানিব পাৰিলে যে যাদুকৰ ৰাতিপুৱাই বহু দূৰলৈ ওলাই গৈছে। দুই-তিনি দিনৰ ভিতৰত ঘূৰি অহাৰ আশা নাই । বুঢ়ীয়ে ছাঁহৰাৱতীৰ হাততেই মালা কেইধাৰ গটালেগৈ । যাদুকৰে ছাঁহৰাৱতীক আধা-মানুহ আধা কুকুৰ

কৰি ঘৰ-দুৱাৰ চোৱা-চিতা কৰিবলৈ হুকুম দি গৈছিল । বিনা সূতাৰ মালাধাৰ দেখি ছাঁহ্‌ৰা বৰ আচৰিত হ'ল আৰু কোনে গাঁথিছে বুলি বুঢ়ীক বাৰে বাৰে সুধিব ধৰিলে । বুঢ়ীয়ে ক'লে যে সেয়া তাৰ নাতিয়ে গঁথা । কথা শুনি ছাঁহ্‌ৰাই বুঢ়ীক বৰকৈ ধৰিলে যে যেনেতেনে হ'লেও তাইৰ নাতিক আনি যেন দেখুৱায়। বুঢ়ীয়ে ঘূৰি আহি ল'ৰাটোক সকলো কথা ক'লে । পাছদিনা কোনেও নেদেখাকৈ বুঢ়ীয়ে ল'ৰাটো নি ছাঁহ্‌ৰাৰ ওচৰত ভেটালেগৈ । ল'ৰাৰ মুখত আপোন ভতিজা বুলি জানি ছাঁহ্‌ৰাৱতী কান্দিবলৈ ধৰিলে । ল'ৰাই যাদুকৰৰ জান লোৱাৰ কথা কোৱাত ছাঁহ্‌ৰাই ক'লে - 'বোপাই যাদুকৰক মাৰিবৰ তাগদ কাৰোৱেই নাই । কপিল বনৰ মাজত এটা ডাঙৰ বিল আছে । সেই বিলৰ পানীৰ তলত এটা বিৰাট জৰী গছৰ ডালত এটা বগলী আছে । সেই বগলীটোৱেই যাদুকৰৰ জীউ । তাক মাৰিব পাৰিলেহে যাদুকৰক মাৰিব পাৰিবা।'

খুৰীয়েকৰপৰা এই কথা শুনিয়েই ল'ৰাই ঘোঁৰা দৌৰাই একেকোবে আহি বিলৰ পাৰ পালে । পূৰ্ব উপকাৰৰ কথা সোঁৱৰাই দি সি কাছ আৰু সাপক স্মৰণ কৰিলে । লগে লগে কাছ আৰু সাপ আহি তাৰ আগত হাজিৰ হ'ল । তাহঁতক সকলো কথা বুজাই কোৱাত বগলীটো ধৰিবলৈ সিহঁতহাল চকুৰ পচাৰতে সুৰসুৰকৈ পানীত নামিল আৰু বগলীটো ধৰি আনি তাৰ হাতত তুলি দিলে । বলগীটো লৈ তৎক্ষণাৎ সি খুৰীয়েকৰ আগত থিয় হ'ল ।

সিফালে বলগীটো ধৰাৰ লগে লগে এক-শ যোজন দূৰত থকা যাদুকৰে 'জ্বৰ লাগিছে- বখাৰ লাগিছে - মাথা ঘূৰাইছে হুঁ-হুঁ-হুঁ-হুঁ' বুলি হাৱা হৈ হিলদল ভাঙি ঘৰলৈ আহিব ধৰিলে । দূৰৈৰ পৰাই ল'ৰাটোৰ হাতত নিজৰ বগলী জীউটো দেখি 'এৰি দে এৰি দে' বুলি আটাহ পাৰিব ধৰিলে । তাকে দেখি ল'ৰাটোৱে যাদুকৰক ক'ব ধৰিলে - 'ভালে ভালে মোৰ সাত বাপ-ককাক উলিয়াই দে - নহ'লে তোৰ ঠেং ভাঙিম ।' এইবুলি বগলীটোৰ ঠেং এটা মুচৰি দিয়াত যাদুকৰে বিষত দেউতা-ঔ, মা-ঔ বুলি চিঞৰিবলৈ ধৰিলে আৰু লগে লগে সাতভাইক উলিয়াই দিলে । সাত বাপ-ককাক পাই বলগীটোৰ ঠেং এটা ভাঙি দিয়াত যাদুকৰৰো ঠেং এটা ভাগি থাকিল । যাদুকৰে বিষত গগণফলা চিঞৰ লগালে । ল'ৰাটোৱে আকৌ ক'লে - মোৰ খুৰীক উলিয়াই

দে - নহ'লে ডেউকা ভাঙিম । ভয়ত যাদুকৰে ছাহ্‌ৰাৱতীক উলিয়াই দিলে লগে লগে ডেউকা ভাঙি দিয়াত যাদুকৰৰ হাত এখন দুটুকুৰা হৈ পৰিল। যাদুকৰে বিষত তৎ নাপাই তাৰ প্ৰাণ বচাবলৈ কাওবাও কৰিব ধৰিলে । আকৌ এখন ঠেং ভাঙি দিয়াত যাদুকৰে সাতটা ঘোঁৰা উলিয়াই দিলে । ইতিমধ্যে যাদুকৰৰ যন্ত্ৰণাৰ চিঞৰ-বাখৰ শুনি ৰাজ্যৰ বহু লোক আহি ল'ৰাটোক ঘেৰি ধৰি তেওঁলোকৰ মুনিহ্-তিৰোতা, ল'ৰা-ছোৱালী, সা-সম্পত্তি আদিৰ কথা কৈ সেই ছেগতে উলিয়াই দিবলৈ খাতিৰ ধৰিলে । ল'ৰাটোৱে বগলীক যিমানে শাস্তি দিব ধৰিলে সিমানে এটা এটাকৈ যাদু কৰি ৰখা সকলো বস্তু উলিয়াই দিলে । সকলোৱে ল'ৰাটোক আশীৰ্বাদ দিব ধৰিলে । শেষত যেতিয়া সকলো বস্তু ওলাল, বলগীটোক এক.থেকেছা দিয়াত যাদুকৰজনো ধৰফৰাই মৰি থাকিল ।

সাত ভাই আৰু ছাঁহ্‌ৰাৱতী মুকলি হৈ তেওঁলোকৰ পুত্ৰৰ এনে সাহ দেখি গালে-মুখে চুমা খাবলৈ ধৰিলে । ৰজায়ো ল'ৰাটোৰ মূৰত হাত দি আশীৰ্বাদ কৰিলে আৰু নিজৰ ঘৰলৈ নি খুৱাই-বুৱাই সাতদিন ৰাখি বিদায় দিলে । নিজৰ বাপ-ককা-কাকীক লৈ ল'ৰাটো আনন্দ মনেৰে ঘৰলৈ উভতি আহিল । সকলোৱে জীৱন্তে ঘূৰি অহাত ৰাজবাৰীত আনন্দৰ ঢৌ বাগৰি গ'ল । ❑

# বিকাল দৰ্শন

এখন গাঁৱত এঘৰ বৰ ধনী মানুহ আছিল । সাঁজ লগাৰ পিছত এদিন বাঘ এটা আহি গৰু চিকাৰ কৰাৰ মতলবেৰে গোহালিৰ পাছফালে চোপ লৈ আছিল । তেতিয়ালৈকে গৃহস্থৰ ল'ৰা এটা খেলিবলৈ গৈ ঘূৰি নহা দেখি গৃহিণীয়ে 'ৰাইতে বিকালেনো' ল'ৰাটো ক'লৈ গ'ল বুলি ভোবভোৱাই এবাৰ আলিবাটলৈ যায় - এবাৰ ভিতৰলৈ সোমায় । লুকাই থকা বাঘে এইদৰে গৃহিণীয়ে ভোৰভোৰাই থকা দেখি ভাবিবলৈ ধৰিলে- 'ৰাইত' মানে বাৰু ৰাতি বুলি বুজিলোঁ - বিকাল মানেনো কি ? ভাবি ভাবি তাৰ অৰ্থ বিচাৰি নাপাই বাবে ভাবিলে - 'যি হক সি হক বিকাল নো কি - যেনে তেনে বুধি কাৰৈ চাবই লাগিব ।' এইবুলি গৰু এজনী বান্ধৰ পৰা মোকোলাই দি নিজেই সেই পঘাত বান্ধ খাই বিকাল চাবলৈ সময় লেখি থাকিল ।

সেই ৰাতি গৃহস্থৰ ঘৰত তিনিটা চোৰ সোমাল । ততৰা (খোনা) - কণা আৰু কুব্‌ৰা (কুঁজা) । বস্তু-বেহানি চুৰি কৰাৰ পিছত একেলগে সকলো বস্তু নিব নোৱাৰি গৰু এটাৰ পিঠিত তুলি নিয়াৰ পাং পাতি কুব্‌ৰাই কণাক ক'লে - 'যা-অ' কণা, গৰু এটা উলিয়াই আন । মজবুত চাই আনিবি ! শিং থকা নানিবি, খুচিব পাৰে ।' কণাই খেপিয়াই খেপিয়াই শিং নথকা বাঘটোকে ধৰি উলিয়াই আনিলে । বাঘেও বিকাল চাবলৈ পাম বুলি কণাই যি ধৰণে ধৰিলে সেই ধৰণেই কোনো দিগদাৰি নিদি ওলাই আহিল । বস্তু-বেহানিবোৰ লৈ তিনিও বন্ধু বাঘৰ পিঠিত উঠি ল'লে - কণা একেবাৰে আগত - মূৰৰফালে ততৰা, আৰু কুব্‌ৰা শেষত - নেজৰ ফালে । বাঘে ভাবিলে - বাপৰে বা এই তিনিওটাই দেখোন বিকাল । কোনোপধ্যে এওঁলোকৰ পৰা সাৰিব পাৰিলেহে ৰক্ষা ।' তবে কোনো তুৰি-মূৰি (বদমাচী) নকৰি সময় সুযোগলৈ বাট চাই আগুৱাই যাবলৈ ধৰিলে । তিনিওটাৰ ওজনত বাঘৰ হেঁচৰাণী (ভাগৰ) ধৰিলে - মুখেদি ফেঁপল (ফেন) বাহিৰ হ'ল । উপায় নেদেখি অকণমান হাবি দেখিলেই বাঘে সেইপিনে যাবলৈ বিচাৰে - আগত

বহা কণাই তেতিয়া কাণ মুচৰি দি চিধাই যাবলৈ নিৰ্দেশ কৰে । বাঘে ভাবে - 'অ' ই বেটা বিকাল নহয়, কাণ মুচৰাহে । ইয়াৰ পৰাও সাৰিব পাৰিলেহে ৰক্ষা ।'

এইদৰে বহুদূৰ অহাৰ পিছত পুৱা হওঁ হওঁ হ'ল । একেবাৰে শেষত নেগুৰৰ ফালে উঠা কুব্ৰাই এবাৰ মন কৰিলে যে সিহঁত যাৰ ওপৰত উঠি আহিছে সেয়া গৰু নহয় - বাঘহে । ভয়ত তাৰ হাড়কেইডাল ঠক ঠক কৰি কঁপিবলৈ ধৰিলে । কোনোমতে তাৰ জানটো বাচক বুলি একেজাপেই মাটিত নামি ক'লে -'ভাইহঁত তহঁত গৈ থাকচোন । মই শৌচ কৰি উঠিয়েই তহঁতৰ লগ লাগিমগৈ ।' এইবুলি কৈয়েই একে দৌৰে হাবিৰ আঁৰ লৈ গা ঢাকি পলাল। কণা আৰু তত্ৰা যাবলৈ ধৰিলে । কিছুদূৰ যোৱাৰ পিছত ততৰাইয়ো দেখিলে - যাৰ ওপৰত সিহঁত উঠি আহিছে সেয়া বাঘহে - গৰু নহয় । কুব্ৰাৰ কথা সি এতিয়াহে বুজি পালে । ভয়ত তাৰ তালু ফুটি জীৱ যাওঁ যাওঁ হ'ল । একেজাপে মাটিত নামি কণাক ক'লে -'কণা ভাই তই আগবাঢ় চোন । শৌচ কৰি উঠিয়েই তোৰ লগ লাগিমগৈ ।' কণাই তাৰ কথা শুনি আগবঢ়াৰ লগে লগে তত্ৰা পিছলৈ ভিৰাই দৌৰ মাৰিলে । কণায়ো কিছুদূৰ গৈ এবাৰ একচকুৰে মনিব পাৰিলে যে সেয়া বাঘ - যাব ওপৰত সি উঠি আহিছে । কুব্ৰা-ততৰাৰ ফাকটি সি এতিয়াহে বুজি পালে । ভয়ত তাৰ মুখৰ মাত হৰিল । বাঘৰ হাতৰপৰা ৰক্ষা পৰাৰ বুধি সি সাজিবলৈ ধৰিলে । এনে কপালৰ ফেৰ । কণাই হঠাৎ বাটৰ কিনাৰত থকা গছৰ মুঢ়াৰ এটা ধোন্দ দেখা পালে । বাঘব পিঠিৰপৰা এটা বিৰাট জাপ মাৰি সি ধোন্দটোত সোমাব ধৰিলে । বাঘেও এই ছেগতে 'ৰক্ষা পৰিলোঁ' বুলি তড়িৎবেগে পলাবলৈ ধৰিলে । গছৰ ধোন্দত সোমাই পৰাব পিছত কণাই 'বাঘটোনো কিমান দূৰ গ'ল' বুলি মূৰ উলিয়াই চাবলৈ ধৰিলে । বহুদূৰ পলোৱাৰ পিছত 'কোনোবাই পিছতে খেদি আহিছে নেকি' বুলি যেই পিছলৈ চালে কণাক চাই থকা দেখি বাঘে আৰু জোৰে দৌৰি পলাব ধৰিলে । কণাইয়ো বাঘ আঁতৰ হোৱা দেখি ঘৰলৈ দৌৰিলে ।

বাঘে যিপিনে ফোপাই-জোপাই পলাইছিল সেইপিনেদি শিয়াল এটা আহি আছিল । বাঘক তেনেদৰে পলাব ধৰা দেখি শিয়ালে আগচি ধৰি সুধিলে

'মামা ! কি হ'ল ? দৌৰিছা কিয় ?' বাঘে ক'লে - 'আৰে ভাগিন নকৰি। ৰাতি বিকাল চাওঁ বুলি চোপ লৈ থাকোঁতে কাণমুচৰাৰ হাতত পৰি যি শাস্তি খালো - নপলাই জানো উপায় আছে' এইবুলি সকলো কথা ভাঙি-পাতি ক'লে। শিয়ালে ক'লে - 'মামা, মই কোনোদিনে কাণমুচৰা দেখা নাই - ব'লাচোন মোক দেখুৱাই দিবা ।' বাঘে ক'লে -'ভাগিন, তেনে কথা নক'বা । যদি চাব খুজিছা দূৰৰ পৰাহে মই দেখুৱাব পাৰিম - ওচৰলৈ যাবলৈ মোক নক'বাই।' শিয়ালটো তাতেই মান্তি হ'ল আৰু বাঘে দূৰৰপৰাই দেখুৱাই দিয়াত ওচৰলৈ আহি ধোন্দটোৰ চাৰিওফালে হুলকা-হুলকী (জুমি চোৱা) কৰি একো দেখা নাপালে । তেতিয়া শিয়ালে ধোন্দৰ ভিতৰত কিনো আছে চাওঁ বুলি তাৰ নেজডাল সুমুৱাই দি কুৰুকিয়াবলৈ ধৰিলে । সেই সময়ত গুঁই সাপ এটা পোঁৱালিৰ আহাৰ বিচাৰি আহি ধোন্দটোত সোমাইছিল । নেজডাল 'হিলাই' (লৰোৱা) থকা দেখি আহাৰ বুলি ভাবি গুঁইসাপে কামোৰ মাৰি ধৰিলে । শিয়ালেও বিষত 'হুক্কু হুৱা- হুক্কু হুৱা' বুলি তালফাল লগাই চিঞৰিবলৈ ধৰিলে। এই চিঞৰ শুনিয়েই বাঘে ভয়ত পলাবলৈ ধৰিলে । তাকে দেখি শিয়ালে হুৱা হুৱা কৰি বাঘক বহুবাৰ মাতিলে - কিন্তু বাঘে সহায় কৰা দূৰৰ কথা উলটিকে নাচালে - পলাল । উপায় নাপায় শিয়ালে নেজডাল এৰুৱাবলৈ বহু ৰকমৰ কায়দা কৰিলে - কিন্তু হ'ব কি ? গুঁইসাপে এবাৰ যি ধৰিলে শেষ পৰ্য্যন্ত এৰি নিদিলে । এদিন এৰাতি টনা-আজোৰা কৰোতে কৰোতে নেজডাল ছিগি থাকিল । শিয়ালে কোনোমতে এৰা খালে। তাৰ প্ৰাণ বাচিল হয় - কিন্তু বাণ্ডিয়া (খঁৰা) হ'ল। এইবাবে তাৰ মনত বৰ দুখ লাগিল । শিয়ালে ভাবিলে - 'বাঘে বুধি কৰিহে কাণমুচৰা বুলি নেগুৰ-মুচৰাৰ হাতত তুলি দি তাৰ জান ল'ব খুজিছিল । এই ভাব যিমানে আহিব ধৰিলে সিমানে বাঘৰ ওপৰত প্ৰতিশোধ ল'বলৈ শিয়ালৰ ইচ্ছা হ'ল । সি বাঘক বিচাৰি ফুৰিবলৈ ধৰিলে ।

দৈৱক্ৰমে বাঘৰ লগত এদিন তাৰ ভেটাভেটি হ'ল । বাঘে কাণমুচৰাৰ কথা পাহৰি গৈছিল । বাঘক দেখা পাই শিয়ালে মাত লাগেল - 'মামা, বহুত দিন দেখা নাই - শহুৰবাৰী-ভহুৰবাৰী ক'ৰবালৈ গৈছিলা নে কি ?' বাঘে ক'লে- 'কি যে কোৱা ভাগিন । শহুৰবাৰীনো ক'ত দেখিলা- ইয়াতেই ঘূৰি

পকি থাকোঁ ।' শিয়ালে ক'লে - 'ক'তা । তোমাক দেখোন আজি দুদিন ধৰি মই বিচাৰি ফুৰিছোঁ । বোলো দুদিন ধৰি মৌ খাই অনিচ্ছা হৈছে, বাকীখিনি খাব পৰা নাই । এনেই পেলনি যোৱাতকৈ বোলো মামাক খবৰটো দিওঁচোন - খাবলৈ মন কৰেইবা ।' মৌৰ কথা শুনিয়েই বাঘৰ জিভাৰ পানী পৰিবলৈ ধৰিলে আৰু মৌবাঁহ দেখুৱাই দিবলৈ অনুৰোধ কৰিলে । শিয়ালে এই ছেগতে গছৰ ওপৰত থকা কেঁচা মৌ এবাহ দেখুৱাই দিয়াত বাঘে তৎক্ষণাৎ গছজোপাত উঠি গ'ল । তেতিয়া শিয়ালে চাৰিওফালে খৰি-খেৰ গোটাই জুই জ্বলাই দিলে। তাকে দেখি বাঘে ক'লে - 'ভাগিন কৰা কি, জুই জ্বলাইছা কিয় ?' শিয়ালে ক'লে - 'জুইৰ তাপ পালেহে মৌবোৰ মিঠা হ'ব । খাবৰ সময়ত মই জুই জ্বলাইহে খাইছিলোঁ ।' শিয়ালৰ কথাত পতিয়ন গৈ মৌবাঁহ লৰাই দিয়াৰ লগে লগে মৌগুটিবোৰে বাঘক কামুৰি থকাসৰকা কৰিলে । প্ৰাণ বচাবলৈ তলত জাপমৰাৰ লগে লগে জুইত পৰি আধাপোৰা হৈ ছাল-ষাকলি এৰাই গ'ল। কোনোমতে জীউটো লৈ ওলাই আহিব পাৰিলে । শিয়ালে বাঘৰ অৱস্থা বুজি গা ঢাকি ওচৰে-পাজৰে থাকিল ।

অন্য এদিনৰ কথা । শিয়ালে ক'ৰবাৰ পৰা ছাগলী পোৱালি এটা ধৰি আনি মজা মাৰি খাই আছিল । এনেতে বাঘটো সেইখিনিত ওলালহি । ঘাবিলাক তেতিয়াও শুকুৱা নাছিল । মাংস দেখি বাঘৰ বৰ লোভ লাগলি আৰু শিয়ালক ক'লে · 'ভাগিন, তোমাৰ ভাগৰ অকণমান মাংস দিয়াচোন - বৰ ভোক লাগিছে ।' শিলালে ক'লে - 'মামা, মই মোৰ পেটুকিটা উলিয়াইহে খাইছোঁ । খুজিলা যেতিয়া অলপ লোৱা' বুলি দুটুকুৰামান খাবলৈ দিলে । বাঘে খাই বৰ সোৱাদ পাই শিয়ালক ক'লে - 'ভাগিন তোমাব পেটু খাই মোৰ লোভহে লাগিল । মোৰকিটাকে উলিয়াই খাওঁচোন- তোমাকো অলপ দিম' বুলি নিজৰ পেটত কামোৰ বহুৱাই ছাল ছিঙি দিলে । বিষত তৎ নেপাই ডেডাউৰি পাৰিবলৈ ধৰিলে আৰু সেইখিনিতে পৰি থাকিল । শিয়ালে লগে লগে গা ঢাকিলে ।

পিছদিনা শিয়ালে কিছু ভেলাগছৰ তেল যোগাৰ কৰিলে । বাঘক দেখিও নেদেখা ভাও ধৰি 'বজাৰ জীয়েকক পুৰিছে - ভেলা গছৰ তেলৰ দৰৱ লৈ যাওঁ' বুলি চিঞৰি যাব ধৰিলে । দৰবৰ কথা শুনি বাঘে শিয়ালক

তাৰ ঘা শুকুৱাবলৈ অলপমান দিবলৈ অনুৰোধ কৰিলে । শিয়ালে ক'লে 'তুমি মোৰপৰা দৰব ল'লো বুলি কাকো যদি নোকোৱা তেহে দিব পাৰিম।' বাঘে কাকো নকওঁ বোলাত এচুঙা তেল দি শিয়াল আঁতৰি গ'ল । বাঘে আনন্দমনে তেলখিনি ঘাবোৰত লগাওঁতেই জ্বলন-পোৰণত অস্থিৰ হৈ উঠিল। ঘাবোৰ ফাটি চিৰাচিৰ হ'ল - গোটেই গাটো উখহি লৰিব-চৰিব নোৱৰা হ'ল। বাঘ তাতেই পৰি থাকিল ।

তেলী-মালী নামে দুই ভাই সেইদিনা খৰি লুৰিবলৈ গৈ আধামৰা বাঘটো দেখি ওচৰ চাপি গ'ল । বাঘে দেখি সেহাই সেহাই ক'লে - 'ভাইহঁত মোক তহঁতৰ ঘৰলৈ লৈ ব'ল । দৰব পানী কৰি ভাল কৰি দিলে তহঁতক নিতৌ এটা কৰি পহু খুৱাম ।' মালীয়ে ক'লে - 'তই বাঘ হৈছ জংঘলৰ জানোৱাৰ । তোৰ কি বিশ্বাস - তোক নিব নোৱাৰোঁ ।' বাঘে কাওঁবাওঁ কৰা দেখি তেলীয়ে ক'লে -ঐ যদি সঁচাকৈয়ে পহু একোটা দিম বুলি শপত কৰ তেন্তে দৰব-পানী কৰিবলৈ নিম।' বাঘে শপত খোৱাত তেলীয়ে মালীক বুজোৱাত অনিচ্ছা সত্বেও সি মানি ল'লে ।

তেলীয়ে লাহৰা (পুলি গছৰ মাজডোখৰ) এটা কাটি বাঘৰ হাত-ঠেং বান্ধি দুয়ো সাঙি কৰি ঘৰলৈ আনিলে । দৰৱ-পানী কৰাত অলপ দিনতেই বাঘটো ভাল হৈ উঠিল আৰু নিতৌ একোটা পহু মাৰি খুৱাবলৈ ধৰিলে । সদায় মানুহৰ চাকৰ কৰি বাঘৰ মনটো এদিন বেয়া লাগিল । দুয়োকে জংঘললৈ ফুচুলাই নি খোৱাৰ মতলব কৰিলে । বুধি কৰি এদিন সি 'ডাঙৰ পহু এটা মাৰোঁ' বুলি তেলী-মালীৰ সহায় বিচৰাৰ চলেৰে নি জংঘল পোৱালেগৈ। বাঘে ক'লে - 'তেলী-মালী মোক দৰৱ পানী কৰি ভাল কৰাত বহুতো পহু খুৱালোঁ। কিন্তু সাঙি কৰি নিওঁতে যিমান টানকৈ বান্ধিছিলি, মোৰ প্ৰাণ যাওঁ যাওঁ অৱস্থা হৈছিল । আজিও সেইকথা পাহৰা নাই । সেই দোষৰ বাবেই তহঁতক খাম বুলি হাবিলৈ লৈ আনিছোঁ ।' এই কথা শুনি সিহঁত দুটাৰ প্ৰাণ কঁপি উঠিল। মৰণত শৰণ দি মালীয়ে ক'লে - 'খাব খুজিছ যদি খাবি বাৰু ? কিন্তু তাৰ আগতে আমাৰ তিনিটা সাক্ষীক সুধিব লাগিব ।' বাঘে মানি লোৱাত সিহঁত গৈ এজোপা বৰ গছক সকলো কথা ক'লে । বৰগছে ক'লে - 'তহঁত মানুহ জাতিটো বৰ অধৰ্মী । শুকান খৰি নুপুৰি কেঁচাতেই কাটি মেলি জুইত সুমুৱাই

দি যিদৰে আমাক শাস্তি দিয়- তইঁতক নেখাই কাক খাব ? বাঘে বৰগছৰ কথা শুনি খাব বিচৰাত আৰু দুটা সাক্ষী আছে বুলি সিহঁতে জংঘলৰ কিনাৰত চৰি থকা বুঢ়ী গাই গৰু এজনীক গৈ সকলো কথা ক'লে । গাইজনীয়ে ক'লে 'তইঁত মানুহ জাতিটো বৰ অবিশ্বাসী । মই যেতিয়া গাভৰু আছিলোঁ তেতিয়া মোৰ গাখীৰ-গোবৰৰ বাবে মৰম কৰিছিলি । এতিয়া বুঢ়ী হোৱাৰ লগে লগে মাৰপিট কৰি খেদি পঠালে । তইঁতক খালেহে মই ভাল পাম ।' কথা শুনি বাঘে খাব খোজাত আৰু এটা সাক্ষী আছে বুলি যাওঁতে সেই বাণ্ডিয়া শিয়ালটোক লগ পালে । মালীয়ে সকলো কথা ভাঙি কোৱাত শিয়ালে গহীনাই বাঘক সুধিলে - 'মামা, তুমি যি ঠাইত পৰি আছিলা ঠাইডোখৰ দেখুৱাই তোমাক কিদৰে এওঁলোকে বান্ধি নিছিল দেখুৱাব পাৰিবানে ?' বাঘে পাৰিম বুলি কৈ সেই ঠাইডোখৰ দেখুৱালে আৰু নমুনা হিচাপে পৰি থাকি বান্ধিবলৈ লগালে । শিয়ালে সোধে - 'মামা কিমান টানকৈ বান্ধিছিল ?' বাঘে কয়- 'ভাগিন আৰু টানকৈ' । এই কথা শুনি শিয়ালে তেলী-মালীক আৰু টানকৈ বান্ধিবলৈ কয় । বন্ধা হোৱাৰ পিছত বাঘে খুলি দিবলৈ কোৱাত তেলীয়ে খুলিবলৈ হাত আগবঢ়ালে । শিয়ালে ক'লে - 'ঐ বুৰ্ব্বক তেলী-মালী । তইঁতক বাঘে খাব খুজিছে - মই তাক বুধি কৰি বন্ধালোঁ । এতিয়া বান্ধ খুলি দি বাপেৰৰ বিয়া চাব খোজ নেকি ? কি চাই আছ ? ভালকৈ পিটন দি তাব হালুৱা বাহিৰ কৰ ।' শিয়ালৰ কথা শুনিহে তেলী-মালীৰ হুঁচ আহিল আৰু ভাল চাই লাহ্ৰা দুডাল কাটি আনি ধুমুচ-ধুমুচ কৰি পিটিবলৈ ধৰিলে । মাৰৰ কোবত বাঘটো মৰি থাকিল । তেলী-মালীও প্ৰাণ বচাই ঘৰলৈ আহিল । ❑

# ৰাজপুত্ৰ আৰু সাপৰ আঙঠি

এজন ৰজাৰ একেটা মাত্ৰ ল'ৰা আছিল । সি আছিল বৰ অঘাইটং। ৰজাই যিফালে নেযাবি বুলি কয় সি সেইফালে যায় আকৌ যিটোকে নকৰিবলৈ কয় সেইটোকে কৰে । এই কাৰণেই ৰজাৰ মনত বৰ দুখ । স্কুলত নাম লগাই দিলে কিন্তু নপঢ়িলে । খং উঠি ৰজাই তাক এদিন উৰাই-ঘূৰাই পিটিলে । হাতভৰি ফালি চিৰাচিৰ হ'ল ।.মনৰ দুখত ল'ৰাটোৱে এদিন ঘৰৰ পৰা কিছু টকা-পইচা চুৰ কৰি বিদেশলৈ গ'ল ।

এইদৰে যাওঁতে যাওঁতে সি এখন গাৱঁৰ ওচৰ পালে ·। এনেতে সি দেখা পালে যে গাৱঁৰ কিছুমান মানুহে হাতত যাঠি-জোং, ধনু-কাঁড় আদি লৈ কুকুৰ এটাক খেদি আহিছে । কি কথা কি বাৰতা বুলি জানিব বিচৰাত মুখিয়ালজনে ক'লে যে কুকুৰটোৱে সিহঁতৰ ভোজ-ভাত চুৰ কৰি খাই শেষ কৰিলে। তাকে শুনি ল'ৰাটোৱে ভাবিলে - পইচা চুৰ কৰি গুচি অহাও যি চুৰ কৰি ভাত খোৱাও সি । দুয়ো চোৰ । গতিকে কুকুৰ বন্ধুৰ প্ৰাণ বচাব লাগিবই। এই ভাবিয়েই সি মুখিয়ালজনক বুজাই মেলি ভোজ-ভাতৰ দাম হিচাপে টকা কুৰিটা দি ঘূৰাই পঠালে আৰু কুকুৰটোক লগত লৈ যাব ধৰিলে । কিছুদূৰ যোৱাৰ পিছত আকৌ দেখিলে যে কিছুমান মানুহে মেকুৰী এটা মাৰিবলৈ খেদি ফুৰিছে । খা-খবৰ কৰাত জানিলে যে দিনৌ মেকুৰীটোৱে ইঘৰ-সিঘৰত চুৰ কৰি খাওঁতে খাওঁতে মানুহবোৰৰ অসহ্য লাগি মাৰি পেলাবলৈ থিৰ কৰিছে। টকা দহটা দি তেওঁলোকৰ পৰা মেকুৰীটো কিনি লৈ আকৌ বাটে বাটে যাবলৈ ধৰিলে । কিছুদূৰ যোৱাৰ পিছত আকৌ সি দেখিলে যে কিছুমান মানুহে মস্ত ফেটি সাপ এটাক পিটি আধামৰা কৰিছে । খবৰ লৈ জানিলে যে সাপটোৱেও গাখীৰ-কণী আদি চুৰ কৰি খাই ধৰা পৰাত তেনে অৱস্থা হৈছে । টকা পাঁচটা দি আধামৰা সাপটো কিনি লৈ সি বাটে বাটে আকৌ যাব ধৰিলে । প্ৰাণ বচোৱাৰ বাবে কুকুৰ-মেকুৰী আৰু সাপটোৱে ৰাজপুত্ৰৰ বিপদে-আপদে সহায় কৰাৰ কথা দি একেলগে

আগুৱাই গৈ থাকিল । এইদৰে বহুদূৰ অৰ্হাৰ পিছত এটা বিৰাট বিল পালে । বিলৰ পাৰ পাওঁতেই সাপে ল'ৰাটোক মাত লগালে - "দাদা এই বিলতেই আমাৰ ঘৰ । তই মোৰ প্ৰাণ বচাই আনিছ যেতিয়া আমাৰ ঘৰলৈ এপাক যাব লাগিব । মায়ে তোক দেখিলে খুউব ভাল পাব'। ল'ৰাটোৱে ক'লে - 'তহঁতৰ ঘৰলৈ গ'লে বাকী সাপসবে যদি কামোৰে তই বাধা কৰিবি জানো '? সাপে ক'লে - 'তাৰ কাৰণে চিন্তা নকৰিবি । মোৰ মা সাপৰ ৰাণী । মই লগতে আছোঁ - ভয় নকৰিবি । এক ধমকত সব সাপ চুপ হৈ যাব' । সাপটোৰ অনুৰোধ এৰাব নোৱাৰি ল'ৰাটোৱে যোৱাটোকে ঠিক কৰি কুকুৰ-মেকুৰীক বিলৰ পাৰতে ৰৈ থাকিবলৈ ক'লে। এইদৰে মান্তি হোৱা দেখি সাপে ক'লে -'এতিয়া তই মোৰ পিঠিত উঠ' । ল'ৰাটোৱে ক'লে-'ভাই তই এনেই আধামৰা হৈ আছ । পিঠিত উঠি তোক পুনৰ শাস্তি দিব নোখোজো'। সাপে কোনোমতেই নমনাত ল'ৰাটো তাৰ পিঠিত উঠিবলৈ বাধ্য হ'ল । সাপে তাক তুলিয়েই পানীত ডুব দিলে । বাটত সাপে ল'ৰাটোক ক'ব ধৰিলে - 'দাদা তই মোক বচোৱা শুনি মোৰ মায়ে খুব ভালকৈ আদৰ-সাদৰ কৰিব । ধন-সোণ, মণি-মুক্তা দিবলৈ খুজিব । তই নলবি । মাৰ হাতত থকা আঙঠিটোকে খুজিবি । মায়ে দিবলৈ তোক টান পাব যদিও অন্য বস্তু নললে আঙঠিটো দিবই'। এইদৰে শিকাই-বুজাই আহোঁতে সাপৰ ঘৰৰ ওচৰ পালত সাপটোৱে মাকক মাত লগালে - 'মা-মা । মই মোৰ দাদাক লৈ যাব ধৰিছোঁ - ঘৰত থকা সাপবোৰক উশাহ্ বন্ধ কৰিবলৈ কবি'। মাকে তাৰ কথা শুনি তৎক্ষণাৎ সকলোকে উশাহ্ বন্ধ কৰিবলৈ হুকুম কৰিলে ।

সাপে ল'ৰাটোক লৈ গৈ কেনেকৈ তাৰ প্ৰাণ বচালে এই কথা মাকক আদিৰ পৰা অন্তলৈকে বিৱৰি ক'লে । এই কথা শুনি মাকে তাক খুব আদৰ-সাদৰ কৰিবলৈ ধৰিলে আৰু নানা ৰকম ভাল ভাল খোৱা বস্তু যতনাই দিলে। ধন-সোণ, মণি-মুক্তা বকচিচ দিব খুজিলে । ল'ৰাটোৱে ক'লে - 'এইবোৰ বস্তু লৈ মই কি কৰিম মা। যদি সঁচাকৈয়ে মৰম আছে তেনেহ'লে তোমাৰ হাতত থকা আঙঠিটোকে দিয়া' । মাকে আঙঠিৰ বাদে যিহকে লাগে তাকে নিবলৈ ক'লে । ল'ৰাটোৱে আঙঠিৰ বাদে অন্য কোনো বস্তু ল'বলৈ ৰাজী নহ'ল । উপায় নেদেখি মাকে তাক আঙঠিটো দি ক'লে - 'বোপাই এই আঙঠিটো তোমাক দিলোঁ । প্ৰয়োজনমতে তুমি যি বস্তুৰেই বিচাৰা সকলো পাবা । ভুলতো কেতিয়াও হাতছাৰা নকৰিবা-বিপদ হ'ব' । আঙঠিটো পাই

ল'ৰাটোৱে বিদায় ল'লে । সাপে পুনৰ তাক পিঠিত তুলি আনি পাৰত তুলি দি ক'লে - 'দাদা মোৰ প্ৰাণ বচাই অনাৰ বাবে তোক এটা বিপদৰ বন্ধু যোগাৰ কৰি দি মই ঋণমুক্ত হ'লোঁ । তইঁত যাগৈ । কেতিয়াবা দৰকাৰ হ'লে মাতিবি '। সাপক তাতে এৰি ল'ৰাটোৱে কুকুৰ-মেকুৰী হালক লৈ আকৌ যাব ধৰিলে । গৈ গৈ এক ৰাজ্যৰ মূৰত বহা পাতিলে । তাতে আঙঠিটোক ক'লে - 'দেখ আঙঠি, তই যদি সঁচাকৈয়ে সৎ হৱ তেনেহ'লে এই ৰাজ্যৰ ৰজাৰ দৰে মোৰ ঘৰ-দুৱাৰ, ধন-সম্পত্তি এতিয়াই বনাই দে' । কোৱাৰ লগে লগে ঘৰ-দুৱাৰ, ধন-সম্পত্তি সকলো হৈ গ'ল । ল'ৰাটোৱে ৰজাৰ দৰে তাত থাকিবলৈ ল'লে ।

কিছুদিনৰ পিছত সেই ৰাজ্যৰ এনে এঘৰ ধনী মানুহ দেখি ৰাজকুঁৱৰীৰ বিয়াৰ প্ৰস্তাৱ পঠালে । ল'ৰাটোৱে বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰাত মহা ধুমধামেৰে বিয়া হৈ গ'ল । ৰাজকোঁৱৰক পাই ৰাজকুঁৱৰী খুব খুচী হ'ল ।

কিছুদিন এইদৰে থকাৰ পিছত ৰাজকুঁৱৰীয়ে এদিন গিৰীয়েকৰ হাতত আঙঠিটো দেখিলে । ধুনীয়া বস্তু দেখিলে সকলোৱে পিন্ধিবৰ ইচ্ছা কৰে - কুঁৱৰীয়েও আঙঠিটো পিন্ধাৰ আগ্ৰহ কৰিলে । গিৰিয়েকে বহুতো বুজালে, তাই নামানিলে । শেষত আঙঠিটো দিবলৈ বাধ্য হ'ল আৰু ঘৈণীয়েকক ক'লে যে কোনো কাৰণতে আঙঠিটো যাতে হাতছাড়া নকৰে ।

এদিন কোঁৱৰ চিকাৰলৈ গ'ল । এনে সময়ত ঠগ ভিক্ষাৰী এটা আহিল। কুঁৱৰীয়ে ভিক্ষা দিবলৈ আহোঁতে নানান মন ভুলোৱা চলাহী কথা কৈ আঙঠিটো বিচাৰিলে । কুঁৱৰীয়ে কোনোপধ্যেই নিদিয়ে - ভিক্ষাৰীয়েও নেৰে। ভিক্ষাৰীয়ে কেনেবাকৈ আঙঠিটোৰ গুণৰ বিষয়ে জানিছিল - কিন্তু কুঁৱৰীয়ে সাধাৰণ আঙঠি বুলিহে ভাবিছিল । শেষত ভিক্ষাৰীৰ কথা পেলাব নোৱাৰি আঙঠিটো দি দিলে । ভিক্ষাৰী ওলাই যোৱাৰ ক্ষন্তেক পিছতেই ৰাজকোঁৱৰৰ ঘৰবাৰী এটা সামান্য জুপুৰী হৈ পৰিল । ৰজা-মন্ত্ৰী এনে ঘটনা দেখি খুব আচৰিত হ'ল আৰু কোঁৱৰক এজন ঠগ-বদমাইচ বুলি ধাৰণা কৰিলে । চিকাৰৰ পৰা কোঁৱৰ ঘূৰি অহাৰ লগে লগে ৰজাই বন্দী কৰি বুকুত এচটা শিল দিয়াই খাব-বব নিদিয়াকৈ ফাটেকত থোৱালে । ইয়াকে দেখি মেকুৰী আৰু কুকুৰৰ চকু পানী ওলাল । মেকুৰীয়ে ভালকৈ বুজিলে যে আঙঠিটো কোঁৱৰৰ পৰা হাতছাড়া হোৱাৰ বাবেই এনে ঘটনা হ'বলৈ পালে । কুকুৰ-মেকুৰীয়ে কোঁৱৰৰ এনে বিপদত আলোচনা কৰি থিৰ কৰিলে যে সিহঁতক যেতিয়া কোঁৱৰে

বিপদৰপৰা উদ্ধাৰ কৰি আনিলে তেওঁলোকেও কোঁৱৰক উদ্ধাৰ কৰি সাপৰ দৰে ঋণমুক্ত হ'ব । এইদৰে কথা পাতি মেকুৰীয়ে কিছু খোৱা বস্তু চুৰ কৰি নি কোঁৱৰৰ ওচৰত থৈ তিনিদিনৰ ভিতৰত মোকোলাব বুলি ছুটী লৈ মনে মনে কুকুৰৰে সৈতে ভিক্ষাৰীক বিচাৰি ওলাল ।

কুকুৰে শুঙি শুঙি ইঘৰ-সিঘৰ সোমাই যাওঁতে যাওঁতে বহু ৰাতি গৈ ভিক্ষাৰীৰ ঘৰ বিচাৰি উলিয়ালে । মেকুৰী ভিতৰ সোমাল - কুকুৰ থাকিল বাহিৰত । গোটেইখন ঘৰ বিচাৰিও মেকুৰীয়ে আঙঠিৰ কোনো সন্ধান নাপালে। বুধি এটা কৰি মেকুৰীয়ে এতিয়া এন্দুৰ এটা থাপমাৰি ধৰিলে । ভয়ত এন্দুৰটোৱে কাওঁবাওঁ কৰিবলৈ ধৰিলে । মেকুৰীয়ে ক'লে- 'যদি এন্দুৰক মাতি ভিক্ষাৰীয়ে লুকুৱাই থোৱা আঙঠিটো এই মুহূৰ্ততে বিচাৰি উলিয়াই দিব পাৰ তেনেহ'লে তোক এৰি দিম ।' এন্দুৰটোৱেও তাৰ গোটেই দলবলক বিচাৰিবলৈ লগালে কিন্তু ক'তো বিচাৰি নাপালে । এনেতে চিকা এটাই এবাৰত গৈ ভিক্ষাৰীৰ নাকত তাৰ দীঘল নেজডাল সুমুৱাই দি কুৰকুৰাই দিয়াত এনেকুৱা জোৰে হাঁচি মাৰিলে যে মুখত লুকুৱাই ৰখা আঙঠিটো চিটিকি ওলাই আহিল। একেজাপেই আঙঠিটো কামুৰি ধৰি মেকুৰীটো দৌৰি আহি চিধা ৰাস্তাৰে যাবলৈ ধৰিলে । কুকুৰেও তাকে দেখি তাৰ পাছ ল'লে । অহাৰ বাটত নদী এটা পাই মেকুৰীৰ লাগিল হাহাকাৰ । পাৰ হয় কেনেকৈ ? তৎক্ষণাৎ বুধি উলিয়াই কুকুৰটোৰ পিঠিত উঠি লোৱাত মেকুৰীৰ চিন্তা গুছিল । কুকুৰটো সাতুৰি পাৰ হ'ব ধৰিলে । এনেতে কুকুৰটোৰ মনত পৰিল যে যিটো আঙঠিৰ বাবে সি ইমানখিনি কষ্ট কৰিছে সেই আঙঠি কোনো দিনেই ভালকৈ দেখা নাই । তাৰ চাবৰ মন গ'ল । নৈখন সাঁতুৰি পাৰ হৈ থাকোঁতেই মেকুৰীক ক'লে - 'বিৰালমুখী আঙঠিটো দেখুৱানা - চাবৰ বৰ মন গৈছে ।' আঙঠিটো কামুৰি মুখত লৈ থকা বাবে মেকুৰীয়ে একো মাতিব পৰা নাছিল । কুকুৰেও তাক মনে মনে থকা দেখি তাগিদ দিব ধৰিলে । মেকুৰীটোৰ বৰ খং উঠিল ।'পাৰত চাবিগৈ ব'ল' বুলি মুখ মেলোতেই আঙঠি সৰি পানীত পৰিল । তাৰ কাৰণেই এনে হ'বলৈ পালে বুলি মেকুৰীয়ে কুকুৰক গালি দিবলৈ ধৰিলে । কুকুৰে এনে হ'ব বুলি ভবাই নাছিল । পাৰত আহি দুয়ো গালে-মুখে হাত দি বহি পৰিল । মেকুৰীৰ গাঁঠিয়ে গাঁঠিয়ে বুধি । হঠাৎ নদীৰ পাৰত বহি থকা ভেকুলি এটা থাপ মাৰি ধৰিলে । ভেকুলীয়ে প্ৰাণৰ ভয়ত কাওঁবাওঁ কৰাত মেকুৰীয়ে আঙঠি বিচৰাৰ হুকুম দিলে । আটাইকিটা

ভেকুলীয়ে তলৰ পানী ওপৰ কৰি বিচাৰিলে যদিও আঙঠি উলিয়াব নোৱাৰিলে। এনেতে বৰালি মাছ এটাই আঙঠিটো গিলি উজান-ভাটী কৰি আছিল । দেখা পায়েই মেকুৰীয়ে একেজাপে মাছটো ধৰি পেলালে । পাৰত আনি থওঁতেই ওপৰৰপৰা চিলনী এজনীয়ে ঠাপ মাৰি লৈ গুছি গ'ল । তলে তলে ইহঁত দুটাই খেদি গ'ল কিন্তু ওপৰত থকা চিলনীক কৰিব কি ? তেতিয়া অন্য এটা বুধি উলিয়াই মেকুৰীয়ে কুকুৰক ক'লে -'তই মৰা ভাও জুৰি পৰি থাক । চিলনীয়ে মৰা বুলি ভাবি থপিয়াবলৈ আহিলেই খপ কৰি ধৰিবি।' কথামতে কুকুৰটোৱে মৰা ভাও জুৰিলে । ভবামতে চিলনীয়েও থপিয়াবলৈ ধৰাৰ লগে লগে কুকুৰে ধৰিবলৈ এৰি ভুকিবলৈ ধৰিলে । চিলনী পলাল । হাতত পায়ো চিলনীক ধৰিব নোৱৰাত কুকুৰক বেধুম গালি সোধালে । মেকুৰীৰ কথামতে আকৌ কুকুৰে মৰা ভাও জুৰিলে । চিলনীয়ে এইবাৰো থপিয়াব ধৰোতে কুকুৰে ধৰিবলৈ পাহৰি আকৌ ভুকি উঠিল । কুকুৰটোক দুই গালত দুই চৰ লগাই দি মেকুৰীয়ে এইবাৰ নিজে মৰা ভাও জুৰি পৰিল । চিলনীয়ে আহি থপিয়াঁব ধৰোঁতেই এক থাবা মাৰি ধৰি চিলনীক ফালি পেলালে । লগে লগে আঙঠি ওলাই পৰিল । কুকুৰটোক ভালকৈ দেখুৱাই এইবাৰ মেকুৰীয়ে আঙঠিটো কামুৰি কোঁৱৰৰ ওচৰলৈ আহিবলৈ ধৰিলে । তিনিদিনৰ দিনা সাঁজ ভগাৰ লগে লগে আঙঠি লৈ যেই মেকুৰীহঁত কোৱৰৰ ওচৰত হাজিৰ হ'ল সেই কোঁৱৰৰ ঘৰ-দুৱাৰ আগৰদৰেই হৈ পৰিল । ৰজাই কি ঘটিছে কি নঘটিছে একো বুজিব নোৱাৰিলে। তথাপিও নিজে গৈ জোৱায়েকৰ বান্ধ মোকোলাই দি আচল ঘটনাৰ কথা সুধিলে । সকলো কথাৰ আগগুৰি শুনি ৰজাই কোঁৱৰৰ ওচৰত ক্ষমা খুজিলে। ৰাজপুত্ৰ বুলি জানি জী-জোঁৱাইক লগুৱা-লিকচৌ লৈ কোঁৱৰৰ ঘৰলৈ বিয়েকক দেখা কৰিবলৈ আহিল । হেৰোৱা পুত্ৰক দেখা পাই আঁকোৱালি ল'লে আৰু ঢাঁক-ঢোল বজাই সকলো প্ৰজাক মাতি খাঁহী-ছাগলী কাটি ভাত খুৱাই বং-ৰহইচ কৰিবলৈ ধৰিলে । ❑❑

# দুই ঠগ

এজন আছিল কমাৰ । দা, কটাৰী, কুঠাৰ আদি বস্তু বনাই বজাৰত বিক্ৰী কৰি যি উপাৰ্জন হয় তাৰেই কোনোমতে টাক-টুক কৰি চলে । এদিন এজন গোৱালে টাটকা দৈ বিক্ৰী কৰা দেখি তাৰ খাবলৈ বৰ মন গ'ল। কিন্তু দৈ খালে ভাত-কাপোৰৰ টান হ'ব বুলি নিকিনিলে । কিবা এটা ফাং ফুং বুধি কৰি দৈ এঘট খাব পাৰি নেকি - এনে কথাকেই ভাবি-চিন্তি ঘৰলৈ আহিল। কেইদিনমান ভাবি-চিন্তি ঠিক কৰিলে যে কাঠৰ দা এখন লোহাৰ দৰে বনাই গোৱালক দি যদি দৈ এঘট আনিব পাৰে তেনেহ'লে লাভতে খাব পাৰিব । এই ভাবিয়েই সি এখন কাঠৰ দা বনাই লোহাপানী খুৱাই চিক্‌চিকিয়া কৰিলে । ভালকৈ নাচালে কোনেও ধৰিব নোৱাৰিব সেয়া কাঠৰ নে লোহাৰ। এই দাখনকে লৈ সি বজাৰলৈ গ'ল ।

ইফালে গোৱালেও কমাৰৰ দা কেইখন দেখাৰে পৰা বৰ মন খাইছিল। কিন্তু নগদ ধন দি কিনিবৰ যোত্ৰ নাছিল । ফাঁকতে দা এখন যোগাৰ কৰিবলৈ তাৰ প্ৰবল ইচ্ছা হ'ল । সিও বুধি সাজি ঘট এটাত কিছু গোবৰ ভৰাই মুখত অলপ দৈ দি খুব ধুনীয়াকৈ বান্ধি-কুন্ধি বজাৰলৈ গ'ল।

ইফালে গোৱালেও কমাৰৰ দা কেইখন দেখৰেপৰা বৰ মন খাইছিল। কিন্তু নগদ ধন দি কিনিবৰ যোত্ৰ নাছিল । ফাঁকতে দা এখন যোগাৰ কৰিবলৈ তাৰ প্ৰবল ইচ্ছা হ'ল । সিও বুধি সাজি ঘট এটাত কিছু গোবৰ ভৰাই মুখত অলপ দৈ দি খুব ধুনীয়াকৈ বান্ধি-কুন্ধি বজাৰলৈ গ'ল ।

দুয়ো নিজৰ নিজৰ বস্তু বেচাৰ পিছত কমাৰে ছেগ বুজি এবাৰ গোৱালৰ ওচৰলৈ আহি ক'লে - 'বান্ধ, বজাৰৰ খবৰ কেনে' ? গোৱালে ক'লে - 'এই ঘটটো পঠাব পাৰিলেই উঠিবৰ হ'ব আৰু । পিছে আপোনাৰ '? কমাৰে ক'লে - 'মোৰো সেই একেখনেই । ইফালে দৈ এঘটৰ বাবে গৃহিণীয়েও বৰ ইচ্ছা কৰিছে । সেয়েহে আপোনাৰ খবৰটি কৰিবলৈ আহিলোঁ'। গোৱালে ক'লে - 'বৰ ভাল কথা । আপোনাৰো এক, মোৰো এক । যদি ভাল দেখে সলনা-সলনিকে কৰোঁ । দিয়ক-নে কি কয়' ? কমাৰে ছেগ

চাইহে আছিল - ইমান সোনকালে সুযোগ অহাত সলায়েই পেলালে। দুয়ো দুয়োকো ঠগাইছোঁ বুলি আঁতৰি পৰিল।

ঘৰলৈ গৈ ঘৈণীয়েকক দৈ ঘট দিয়েই কমাৰে হাত-ভৰি নোধোৱাকৈ বহি পৰিল আৰু জলদা-জলদি এবাটি ঢালি আনিবলৈ ক'লে। ভিতৰলৈ নি তাই আলফুলকৈ বাটি এটাত ঢলাৰ লগে লগে হুলুপ কৰি গোবৰ সোপা ওলাই পৰিল। মানুহজনীয়ে আহি কমাৰক গোৱৰ সোপা দেখুৱালে। কমাৰে আৰু ক'ব কি ? যেইচা ৰজা ৰামচিং তেইচা মন্ত্ৰী খিতিং তিং।

সিফালে গোৱালেও দাখন নি ঘৈণীয়েকৰ আগত নিজক জাহিৰ কৰি বাহ্ বা 'লে। ঘৈণীয়েকেও গিৰীয়েকৰ বুধিক শতগুণে প্ৰশংসা কৰিলে। কিন্তু সিমানেই। পূজা দিবলৈ আনি থোৱা পাঠা এটা বলি দিবলৈ যেই ঘপিয়ালে দাখন দুটুকুৰা হৈ ভাগি পৰিল। পঠাই বে-বে কৰি দৌৰ মাৰিলে। গোৱালে লাজত তলমূৰ কৰিলে। ঘৈণীয়েকে তাকে দেখি ক'লে - 'অতি বুধিৰ গলায় দড়ি '।

পিছৰ বজাৰত দুয়ো দুয়োকে লগ পালে। কমাৰে আগ ধৰি মাত লগালে - 'দা খন কেনে পালা বন্ধু'। 'টাটকা দৈঘটৰ দৰেই' - গোৱালে ক'লে। কমাৰে ক'লে - 'বন্ধু আমি দুয়ো জিকিলো আৰু দুয়ো হাৰিলোঁ'। গতিকে দুয়োজনেই সমান। এতিয়া আমাৰ এই বিদ্যাখিনিৰ গুণ ৰজাৰ ঘৰত দেখুৱাবৰ মন গৈছে - কি কোৱা। গোৱালেও খুচী মনে হুকাৰ দিলে।

এদিন লগ লাগি দুয়ো ৰজাৰ ঘৰলৈ ওলাল। গাৱঁৰ মানুহক লগ কৰি ৰজা ঘৰত ভিতৰুৱা কথাৰ সম্ভেদ ল'ব ধৰোতে গম পালে যে আচল বুঢ়া ৰজাজন সাত দিনৰ আগতেই মৰিল। ৰজাৰ পুতেকেহে এতিয়া ৰজা হৈ আছে। ইহঁত দুটাই এই কথা শুনি ভালেই পালে। দুয়ো যুক্তি কৰি আন্ধাৰ হোৱাৰ লগে লগে ৰজাৰ মুৰদাৰ কুঁড়লৈ গৈ ছাই সোপাৰ মাজত গোৱালক পুতি থৈ কমাৰ আহি ৰজাৰ ঘৰত 'ৰাজা চাহেব-ৰাজা চাহেব' বুলি মাতিবলৈ ধৰিলে। মাত শুনি ডেকা ৰজাজন ওলাই ক'ব মানুহ, কি কথা আদি সুধিবলৈ ধৰিলে। কমাৰেও ভাও ধৰি ডেকা ৰজাৰ লগত এনেভাৱে ক'লে যে তেওঁ যেন চিনিয়েই নাপায়। 'বুঢ়া ৰজাৰ লগত কিছু কাম আছিল' বুলি কমাৰে বাৰে বাৰে ক'বলৈ ধৰাত ডেকা ৰজাই সাদিনৰ আগতেই মৃত্যু হোৱা কথা জনাই তেৱেঁই বৰ্তমান ৰজা বুলি জনালে। তাকে শুনি ভাও কৰি 'তিনিশ মুদ্ৰা তিনিশ মুদ্ৰা' বুলি বুকুত চপৰিয়াই কমাৰে বাগৰি কান্দিবলৈ

ধৰিলে । তাক তেনেকুৱাখন কৰা দেখি ৰজা অবাক হ'ল আৰু কি কথা কি বাৰতা সুধিলে । কমাৰে ক'লে - 'মহাৰাজ বুঢ়া ৰজাৰ পৰা মই তিনিশ ৰূপৰ তিনিশ সোণৰ মুদ্ৰা পাবলগীয়া আছিল । আজিয়েই ধনখিনি মোক ঘূৰাই দিয়াৰ কথা আছিল' । তেওঁৰ অবিহনে মোৰ ধনখিনি এনেই গ'ল বুলি ভাবিহে দুখ লগাত কান্দিছোঁ।' ডেকা ৰজাই ক'লে - 'তুমি যি ধন পাবলগীয়া আছিল তাৰ কিবা প্ৰমাণ দিব পাৰিবানে '? কমাৰে ক'লে - 'মহাৰাজ এই নগৰত মোৰ কোনো সাক্ষী নাই -কেনেকৈ দিম' । ৰজাই ক'লে - 'তোমাৰ এই কথা হয়নে নহয় মই কেনেকৈ জানিম' । কমাৰে ক'লে - 'মহাৰাজ মুৰদাৰ কুঁড়লৈ গৈ মৰা ৰজাক এবাৰ সুধি চাওঁ ব'লক। যদি হয় বুলি কয় মোক ধন দিব- নহয় বুলি ক'লে শুদা হাতেই ঘূৰি যাম'।

ৰজা আৰু কমাৰ দুয়ো গৈ মুৰদাৰ কুঁড় পালেগৈ । গৈয়েই কমাৰে মাত লগালে - 'মৰা ৰজা-মৰা ৰজা আপুনি মোক তিনিশ ৰূপৰ তিনিশ' সোণৰ মুদ্ৰা দিবলগা আছিল নে নাই' । কমাৰে গোৱালক আগতেই শিকাই থৈছিল যাতে সি মাত লগাই কিবা সুধিলে হয় বুলি কয় । কমাৰে এতিয়া তেনেদৰে সোধা দেখি ছাঁইৰ তলৰ পৰা গোৱালে হু' বুলি শলাগিলে । কমাৰে সুধিলে - 'আজিয়েই টকাখিনি দিয়াৰ দিন আছিল নে নাই'? - গোৱালে ক'লে -হুঁ । কমাৰে পুনৰ সুধিলে- 'আপোনাৰ অবিহনে সেই ধন ডেকা ৰজাই দিব লাগিবনে নাই' ? গোৱালে ক'লে - হুঁ । এইদৰে তিনিবাৰ হুঁ কৰা শুনি ডেকা ৰজাৰ বিশ্বাস হ'ল আৰু ঘৰলৈ ঘূৰি আহি তিনিশ ৰূপৰ - তিনিশ সোণৰ মুদ্ৰা ভাণ্ডাৰৰ পৰা উলিয়াই দিলে । মুদ্ৰাখিনি লৈয়েই কমাৰে ঘোঁৰাত উঠি ভাগিল । গোৱালে গমেই নাপালে ।

ছাঁইৰ তলত থাকি কমাৰলৈ বাট চাওঁতে চাওঁতে গোৱালৰ আমনি লাগিল । ৰাতি শেষ হৈ অহা দেখি গোৱালৰ সন্দেহ হ'ল আৰু কমাৰে তাক ঠগাই পলাইছে বুলি ভাবি পিছে পিছে খেদা দিলে । গোটেই দিন দৌৰোতে দৌৰোতে গোৱালে দেখিলে যে কমাৰে সঁচাকৈয়ে ঘোঁৰাত উঠি ধীৰে ধীৰে গৈ আছে । চোজা বাট এৰি গোৱাল, হাবি-বন ভাঙি বেকা বাটেৰে গৈ কমাৰতকৈও আগবাঢ়িল । বুধি এটা কৰি জোতা এপাত খুলি মাজ ৰাস্তাত পেলাই দিলে আৰু আনটো দুমাইলমান আগবাঢ়ি গৈ পেলাই দি লুকাই থাকিল। কমাৰে মাজ ৰাস্তাৰ ওপৰত জোতাপাত দেখি নিজেই নিজক ক'লে - 'ইচ্ ৰাম ! কোনেনো এপাত জোতা পেলালে । দুয়োপাত পোৱাহেঁতেন

ভালেই আছিল' বুলি জোতাপাত নিনি আগবাঢ়িল । দুমাইল যোৱাৰ পিছত আনপাত জোতা দেখা পাই এৰি থৈ অহাপাতলৈ মনত পৰিল । তৎক্ষণাত ঘোঁৰাটো গছ এজোপাত বান্ধি জোতাপাত নিবলৈ ঘূৰি আহিল । লুকাই থকা গোৱালে এই ছেগতে ধনখিনি লৈ ঘোঁৰাটোৰ বান্ধ খুলি দি ঘৰলৈ পোনালে। ঘোঁৰাটোৱে এৰা খাই ঘাঁহ খাবলৈ লাগিল ।

জোতাপাত লৈ কমাৰে ঘূৰি আহি দেখে - ঘোঁৰা নাই । ইফালে সিফালে বিচাৰি ঘাঁহ খাই থকা দেখা পালে । কিন্তু ধনৰ টোপোলা নাই । এইটো গোৱালৰে কাম বুলি সি খেদা দিলে । কিন্তু পাব ক'ত ? ঘৰলৈ আহিয়েই কুঁৱাৰ কিনাৰত ধনখিনি পুতি কুঁৱাৰ ভিতৰত গোৱাল লুকাই থাকিল। কোনোবাই বিচাৰিলে ঘৰত নাই বুলি ক'বলৈ ঘৈণীয়েকক শিকাই থ'লে ।

কমাৰ আহি যেতিয়া গোৱালৰ ঘৰত খবৰ কৰিলে তেতিয়া গোৱালৰ ঘৈণীয়েকে ক'লে -'ক'তা তেওঁ দেখোন তোমাৰ লগতহে গৈছিল আজিলৈকে অহাই নাই' । কমাৰে মাতিব কি ? ঘূৰি আহিল । এইদৰে দুই-তিনিদিন গোৱালৰ খবৰ কৰাত ঘৈণীয়েকে অহাই নাই' বুলি কোৱাত সঁচা-মিছা প্ৰমাণ চাবলৈ গোৱালৰ ঘৰ পিন্দাৰত কমাৰে ৰাতি জোপ লৈ থাকিল ।

ৰাতি ভাত-পানী যতনাই গোৱালনীয়ে কুঁৱাৰ পাৰলৈ গৈ হাঁকুটি দি ভাতখিনি নমাই দিয়াত গোৱালে খাব ধৰিলে । কমাৰে গোৱালৰ চালাকী বুজি পাই ঘৰলৈ ঘূৰি আহিল । পিছদিনাখন গোৱালনীৰ বেশেৰে গোৱালনীতকৈ আগেয়ে কমাৰে ভাত নি আংটী দি নমাই দিলে । কমাৰে ইচ্ছা কৰিয়েই তৰকাৰীত নিমখ দিয়া নাছিল । গোৱালে 'আলনা' তৰ্কাৰী দেখি লাহেকৈ তাৰ কাৰণ সুধিলে । কমাৰেও ফুচফুচ কৰি পইচা নোহোৱাৰ কথা ক'লে। গোৱালে ক'লে - 'চুলাৰ কিনাৰত পুতি ৰখা ধনখিনিৰ পৰাই খৰচ কৰিবি'। কমাৰে শলাগি আহি ঘৰৰ পিন্দাৰত লুকাই থাকিল । গোৱালনীয়ে আনদিনাৰ দৰেই গোৱালক ভাতখিনি দিবলৈ ওলাই গ'ল । এই ছেগতে ধনখিনি খান্দি কমাৰ চম্পট দিলে ।

গোৱালনীয়ে কুৱাৰ তললৈ ভাতখিনি নমাই দিয়া দেখি গোৱালে ক'লে - এইমাত্ৰ ভাত দি আকৌ তই ভাত কিয় আনিছ ? গোৱালনীয়ে ক'লে - 'ক'তা মইতো আগতে ভাত দিয়া নাই' । এই কথা শুনি গোৱাল ওলাই আহিল আৰু ঘৰলৈ লৰ ধৰিলে । ঘৈণীয়েকে একো বুজিব নোৱাৰি পিছে পিছে আহিল । আহি দেখে সঁচাকৈয়ে কমাৰে ধন খানি নি পলাইছে।

খন্তেকো নহঁৰে গোৱাল আহি কমাৰৰ ঘৰ পালে । কমাৰে মৰা ভাও জুৰি পৰি আছে আৰু শিকাই থোৱামতে কমাৰণীয়ে ইনাই-বিনাই কান্দিছে । 'সেইটো কমাৰৰ বুধি' বুলি গোৱালে দেখিয়েই বুজি পালে - কিন্তু নুবুজাৰ ভাও ধৰি থাকিল । গোৱালে বহুতো বুজালে; কিন্তু কমাৰণীয়ে কান্দিয়েই থাকিল । গোৱালে এই সুযোগতে কমাৰক এসেকা দিয়াৰ মতলব কৰি থাকিল।

বুধি এটা উলিয়াই গোৱালে কমাৰণীক ক'লে - 'বান্ধৱী কেও কিছু নোহোৱা এই বন্ধুৰ বাবে মোৰ খুউব দুখ লাগিছে । ময়েই বন্ধুক শ্মশানত থৈ আহোঁ' বুলি ঠেঙত বচী এডাল বান্ধি চোঁচৰাই নিব ধৰিলে । চোচোৰাই নিওঁতে কমাৰৰ ছাল-বাকলি এৰাই তেজ ওলাবলৈ ধৰিলে - কমাৰৰ জীৱ বাজ হওঁ হওঁ হ'ল । তবু মাত দিয়া নাই - দিলেই যে গোৱালে ধনৰ ভাগ বিচাৰিব । ৰাতিৰ আন্ধাৰত হাবিৰ মাজপাই 'বন্ধু তোমাক ইয়াতে এৰি যাওঁগে।' বুলি কমাৰক শুনাই গোৱালে মনে মনে গছ এজোঁপাত উঠি থাকিল।

ৰাতি সেইপিনেদি লুংলুঙীয়া বাট পাই চুৰ কৰি অনা ধন-পইচা লৈ তিনিটা চোৰ আহি আছিল । কমাৰক তেনেদৰে পৰি থকা তেওঁলোকে দেখা নাছিল । আন্দাজতে বাটৰ উমান লৈ আহি হঠাৎ কমাৰৰ গাঁত ভৰি লগাত তিনিওটাই ওপৰা ওপৰিকৈ কৰ্ফাল খাই পৰাত কমাৰে উহ্-আহ্ কৰি চিঞৰি দিলে । চোৰ তিনিটাই ভূত বুলি ভাবি - 'আঁয়ে খালে ঐ ধৰিলে ঐ' বুলি গছে গছে খুন্দা-খুন্দলি খাই ধন-পইচা তাতে পেলাই দৌৰি পলাল । কমাৰেও লাভতে টকা-পইচাখিনি পালোঁ বুলি উঠিব ধৰোতেই গোৱাল আগত খাড়া হৈ টকাৰ ভাগ বিচাৰিলে । কমাৰে নিদিও বুলি কোৱাত দুয়োৰে তৰ্ক হ'ল। কমাৰে কয় - 'মই মৰা ভাও জোৰা বাবেহে পালোঁ ।' গোৱালে কয় - 'মইহে তোমাক চোচোৰাই আনিছিলোঁ' ৰজাৰ ধনৰ ভাগ বিচৰাত কমাৰে কয় - 'মইহে ৰজাক গৈ ঠগিলো - তোমাক কিয় দিম ।' গোৱালে কয় - 'মই হে ছাঁইৰ তলত থাকি হুঁকাৰ দিছিলোঁ - তুমি কিয় পাবা ।' দুয়োৰে কথা কটাকটি চলি থাকিল । গোৱালে কোনোপধ্যে নেৰা দেখি কমাৰে বাধ্য হৈ এৰি যোৱা ধনখিনি দুভাগ কৰি গোৱালক এভাগ দিলে । ঘৰলৈ ঘূৰি গৈ ৰজা ঘৰৰ ধনখিনিও সমানে ভগাই দিলে । ধন পাই গোৱালে কমাৰৰ পৰা বিদায় লৈ ক'লে - 'বন্ধু আমি দুয়ো সমান ।' ✱

# অহংকাৰী বোৱাৰী

এজনী বুঢ়ীৰ দুজন পুতেক আছিল । দুয়োজনেই বিয়া কৰাইছিল। ডাঙৰজনে ধনীঘৰৰ ছোৱালী বিয়া কৰি আনিছিল । ধনীঘৰৰ বুলিয়েই বৰ বোৱাৰীজনী বৰ অহংকাৰী আছিল । দিনৰ দিনটো একো কাম-বন নকৰি শুই-বহি কটায় । ঘৰ-দুৱাৰৰ কাম কৰক ছাৰি কুটা এগছকো দুডোখৰ নকৰে। বুঢ়ী শাহুৱেকেও ধনী ঘৰৰ বুলি তাইক খুব আদৰ-সাদৰ কৰে । ইফালে সৰু বোৱাৰীজনীৰ মাক-দেউতাক আছিল টোকোনা । এবেলা খালে সিবেলালৈ টনাটনি হয় । তাই বাপেক-মাকক লৈ গৌৰৱ কৰিব ক'ত ? সেয়েহে তাই পুৱা বিছনাৰপৰা উঠিয়েই গোবৰ-পানী ছটিওৱাৰপৰা ঝাড়-ঝাপটা কৰালৈকে, কাঁহী-বাটি ধোৱাৰ পৰা পানী-দুনি আনি ভাত-পানী ৰন্ধালৈকে ঘৰৰ যিমানবিলাক কাম সকলো কৰিবলগা হয় । ইমান কৰাৰ পিছতো বৰজনীয়ে হেন হে, তেন হে, ফলনা হে বুলি সৰুজনীৰ খুঁত ধৰি ফুৰে । নীৰৱে সৰু বোৱাৰীয়ে সহ্য কৰি যায়- একো উত্তৰ নকৰে ।

এদিনৰ কথা । বহুদিন বাপেক-মাকৰ ঘৰলৈ নোযোৱাৰ কাৰণে সৰু বোৱাৰীৰ যোৱাৰ খুবেই ইচ্ছা হ'ল । বৰজনীয়ে টোকোনা বুলি হাঁহিলেও তাই জানো মাক-বাপেকক এৰি পাৰে ? কওঁ নকওঁ কৰি শাহুআইৰ আগত ঘৰলৈ যোৱাৰ কথাটো উলিয়ালে । এই কথা শুনিয়েই ৰৰজনী বোৱাৰীয়ে ক'লে - 'পোৰামুখী ! তই গ'লে ঘৰৰ কামবিলাক কোনে কৰিব ? তোৰ বাপেৰে ঘৰ-দুৱাৰ ঝাৰু কৰি যাব নেকি ? ভালে ভালে কৈছোঁ - তই ঘৰলৈ যোৱা বন্ধ কৰ ।' সৰুজনীয়ে তাকে শুনি ক'লে - 'নহয় বাইদেউ মই আজি যাম, কাইলৈ থাকিম আৰু পৰহিলৈ আহিম ।' ৰৰজনীয়ে ইয়াকে শুনি গালি-গালাজ পাৰিলে যদিও বুঢ়ীয়ে অনিচ্ছা সত্ত্বেও তাইক যাবলৈ দি সোনকালে ঘুৰিবলৈ ক'লে ।

সৰু বোৱাৰী গ'ল । যাওঁতে এডৰা কপাহবাৰীৰ কিনাৰেদি যাওঁতে কপাহে মাত লাগেল - 'মা তই কোন ? যাবি ক'লৈ ।' তাই নিজৰ চিনাকি দি মাকৰ ঘৰলৈ অহাৰ কথা ক'লে । এই কথা কোৱাত কপাহ গছে ক'লে - 'মা ঘৰলৈ যাবি যেতিয়া আমাৰ গুৰিৰ হাবি কেইটা অলপ কষ্ট কৰি চাফা

কৰি দি থৈ যায় ।' তায়ো তাকে কৰিলে । কিছুদূৰ যোৱাৰ পিছত চুলা (চৌকা) এটাৰ কাষ পাওঁতে চুলায়ো মাত লগালে- 'মা তই কোন আৰু যাবি ক'লৈ ? তাই এইবাৰো নিজৰ চিনাকি দি মাকৰ ঘৰলৈ অহাৰ কথা ক'লে। তেতিয়া চুলাই ক'লে-'মা ঘৰলৈ যাবি যেতিয়া মোৰ খাৰকিটা উলিয়াই দি থৈ যা ।' তাই খাৰকিটা উলিয়াই দি পুনৰ যাব ধৰিলে । এইবাৰ তাই এজাক গৰু পালে । গৰুৱে ক'লে - 'মা এইপিনে গৈছ যেতিয়া আমাৰ গোবৰখিনি পেলাই থৈ যাব - তোৰ ধৰ্ম হ'ব ।' তাই গোবৰখিনি পেলাই ঠাই টুকুৰা ঝাড়ু-ঝাপটা কৰি চাফা কৰি যাবলৈ ধৰিলে ।

এইদৰে গৈ তাই এটা নদীৰ পাৰত ডিমৰু গছ এডাল পালে । ডিমৰু গছজোপা 'লেদ' (বেঁকা হৈ) হৈ পানীত ডুবি আছিল । তাইক দেখি মাত লগালে - 'মা এইপিনে গৈছ যেতিয়া মোক পোনাই থৈ যা । পানীত ডুবি থাকি বৰ কষ্ট পাই আছোঁ ।' এই কথা শুনি ডিমৰু গছজোপা পোনাই দি তাই যাব ধৰিলে । এইদৰে ম'হ, ঘোড়া, হাতী যেয়ে যি ক'লে সকলোকে পালন কৰি তাই এসময়ত ঘৰ ওলালগৈ । কিন্তু যি ঠাইত তাইৰ মাক-বাপেকৰ সৰু জুপুৰীটো আছিল সেই ঠাইত এটা 'মস্ত ডাঙৰ' ঘৰ দেখা পালে । তাই নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰি 'কি হ'ল' ক'ত আহিলোঁ' এই কথা ভাবি ভাবি সেইখিনিতে 'ভাকুৱাই' (ভেবালগা) থাকিল । জীয়েকে তেনেদৰে বাটত ৰৈ থকা দেখি মাক-বাপেক আহি তাইক মৰম-চেনেহ কৰি ঘৰলৈ মাতি নি কুশল বাতৰি ল'লে । বাপেক-মাকে তেতিয়ালৈকে তেওঁলোকৰ জুপুৰী ঘৰটো 'বিৰাট ডাঙৰ' হোৱাটো তৰ্কিবই পৰা নাছিল - জীয়েকৰ কথাতহে চাৰিওফালে চাই বস্তু বাহানিৰে উভৈনদী হৈ পৰা দেখি বুঢ়া-বুঢ়ীৰ আনন্দ চাই কোনে?

এদিন থাকিয়েই তাই আহিবলৈ ওলাল । মাক-বাপেকে আৰু কেইদিনমান থাকিবলৈ তাইক বৰ জোৰ কৰিলে; তাই কিন্তু শাহুৱেকৰ হুকুমৰ কথা কৈ কোনোমতে নাথাকিল । বাটত আহি থাকোঁতে ম'হ-হাতী, গৰু-ঘোঁড়া সকলোৱে ক'ব ধৰিলে - 'তোৰ উপকাৰৰ কথা আমি পাহৰা নাই। আমিনো তোক দিম কি ? ম'হ-হাতী-গৰু-ঘোড়া কিছু আমাৰ মাজৰপৰা বাচি থৈছোঁ' - লৈ যা কামত আহিব আৰু আমাকো ঋণমুক্ত কৰ ।' তাই এই কথা শুনি হাতী-ঘোড়া আদি লৈ আহিব ধৰিলে । বাটত ডিমৰু গছৰ ওচৰ পাওঁতে দেখিলে - গোটেই গছজোপাৰ ডালে-পাতে টকা লাগি আছে।

গছ জোপাই ক'লে - 'মা তোৰ যিমান খুচী সিমান টকা লৈ যা । তোৰ উপকাৰৰ কথা মই কেতিয়াও নাপাহৰোঁ।' লগত অহা হাতী-ঘোঁড়াৰ পিঠিত কিছু টকা তুলি তাই ঘৰমূৱা হ'ল । আহোঁতে দেখিলে - চুলাৰ কাষত নানা ৰকমৰ ৰুটী-মিঠাই-পুড়ি-হালোৱা আদি বিধে বিধে বনাই থোৱা আছে । তাইক আহিব ধৰা দেখি চুলাটোৱে ক'লে - 'তোৰ উপকাৰৰ ধাৰ সুজিবলৈ এইবোৰ ৰুটী-পিঠা বনাই থৈছো মা । তই যিমান পাৰ খা আৰু বাকীবোৰ ঘৰলৈ লৈ যায় ।' এই কথা শুনি তাই পাৰেমানে খালে আৰু বাকীবোৰ হাতী-ঘোঁড়াৰ পিঠিত বোজাই দি ঘৰমুৱা হ'ল । বাটত কপাহডৰাত দেখিলে প্ৰতিজোপা গছত বিধে বিধে শাৰী-ধুতি লাগি আছে । তাইক আহিব ধৰা দেখি কপাহে ক'ল - 'মা তই কৰা উপকাৰৰ কথা আমি পাহৰা নাই । তোৰ ইচ্ছামতে আমাব এই কাপোৰ-কানিবিলাক লৈ গৈ ঋণমুক্ত কৰ ।' এই কথা শুনি তাই যিমান পাৰে সিমান কাপোব-কানি হাতী-ঘোঁড়া পিঠিত বোজাই দি ঘৰলৈ আহিব ধৰিলে ।

ছাগলী বাগাল (ৰখীয়া) এটাই বুঢ়ীৰ ঘৰৰ ওচৰত ছাগলী চৰাই আছিল। বোৱাৰীয়েকে ইমানবোৰ হাতী-ঘোঁড়াত ধন-সোণ, কাপোৰ-কানি বোজাই কৰি আহিব ধৰা দেখি বুঢ়ীক মাতিব ধৰিলে - 'অ' আইতা, অ' আইতা সৰু বোৱাৰীক চাবলৈ ওলাচোন ; বাপৰে বাপ বহুত ধন, সোণ-হাতী-ঘোঁড়া আনিছে ।' বুঢ়ীয়ে ভিতৰৰপৰাই মাত লগালে -'ধুৰ বেটা - টোকোনাৰ ঘৰত খাবলৈকে নাই , ধন-সোণ পাব ক'ত ? তই মিছা-মিছিখন তামাচা কৰিছ কিয় ?' বাগালে মিছা কোৱা নাই বুলি বুঢ়ীক আকৌ চিঞৰিব ধৰাত এইবাৰ বুঢ়ী সঁচাকৈয়ে ওলাই আহিল আৰু দেখে যে হয় - একেবাৰে সত্য কথা । বোৱাৰী আহি চোতাল পোৱা মাত্ৰকে বুঢ়ীয়ে হাত-মুখ ধুবলৈ গৰম পানী যতনাই দি মিঠা মাতেৰে নানান সোধ-পোছ কৰি জা-জলপানৰ দিহা কৰি মৰম কৰিব ধৰিলে ।

এইবোৰ দেখি-শুনি বৰজনী বোৱাৰীৰ গা বেজ্‌ৰেজাই গ'ল । টোকোনাৰ জীয়েকৰ এনে ফুটানি সহ্য কৰে কোনে ? তাইয়ো পিছদিনা বাপেকৰ ঘৰলৈ ফেৰাৰ কথা বুঢ়ীক জনালে । বুঢ়ীয়ে ভাবিলে 'খাবলৈ নোহোৱা টোকোনাৰ জীয়েকে যদি ইমানসোপা বস্তু আনিব পাৰিলে এইয়ো তাইৰ দুগুণ আনিহে এৰিব' - এই ভাবি বুঢ়ীয়ে তৎক্ষণাৎ সন্মতি দিলে ।

বৰ বোৱাৰী গ'ল । যাওঁতে বাটত কপাহ গছ কেইজোপাই তাইক

সিহঁতৰ গুৰি হাবিকিটা গুচাবলৈ কোৱাত তাই জেংজেঙাই উঠি ক'লে - 'মোৰ বাপ-মা শহুৰ-শাহুৰ ঘৰতেই কাম কৰা নাই তহঁতনো কোন ?' এইবুলি খণ্ডত ডাল এটা ভাঙি থৈ গুছি গ'ল । তাইক দেখি চুলাটোৱেও খাৰখিনি উলিয়াই থৈ যাবলৈ কোৱাত তাই খণ্ডেৰে ক'লে-'মোৰ ঘৰত চাকৰ-বাকৰে এই কাম কৰে । এনে নীচ কথা আগলৈ নক'বি' বুলি খণ্ডত এচপৰা মাটি দলিয়াই থৈ গুচি গ'ল । এইদৰে ডিমৰু গছ, গৰু-হাতী-ঘোঁড়া-ম'হ যেয়ে সহায় কৰি যাবলৈ ক'লে সৱকে গোষ্ঠী পৰ্য্যন্ত উদ্ধাৰ কৰি গালি-গালাজ পাৰি মাক-বাপেকৰ ঘৰ ওলালেগৈ । কিন্তু যি ঠাইত 'মস্ত বড়' ঘৰ আছিল সেই ঠাইত সৰু জুপুৰী এটা দেখি 'ক'ত আহিলোঁ, কি কৰিলোঁ, ৰাস্তাই ভুল হ'ল নে কি' এনে ভাবি ৰৈ থাকিল । এনেকৈ ৰৈ থকা দেখি মাক-বাপেকে তাইক চিনি পাই 'কি চাবলৈ আহিলি ঐ' বুলি কান্দি-কাটি ঘৰলৈ নিলে । ঘৰত খাবলৈ একো নথকা দেখি মাকে তিনি দিনৰ পানী দিয়া পঁইতা ভাত অলপ দি হুকহুকাই কান্দিবলৈ ধৰিলে । মনৰ দুখত ৰাতিটো কটাই পিছদিনাখনেই নোখোৱা-নোবোৱাকৈ তাই ঘৰলৈ উলটিল ।

এইদৰে শুদা পেটে খোজকাঢ়ি আহোঁতে ভোকে-পিয়াহে ভাগৰি পৰি জান যাওঁ যাওঁ হ'ল । বাটত ৰৈ থকা ঘোঁড়াজাকক পিঠিত তুলি আনিবলৈ কাওবাও কৰিলে । সিহঁতে পিঠিত তোলা দূৰৰ কথা দুই-তিনি লাথি মাৰি বগৰাই দিলে । কোনোমতে তাই উঠি আহি ঘৰমুৱা হ'ল । গৰুজাক ৰৈ থকা দেখি সহায় খোজাত সিহঁতেও আহি খুচি-মেলি তাইক ঘুনীয়া কৰি পেলালে । গাব বিষত বহু সময় লেবেজান হৈ পৰি কোনো ৰকমে পুনৰ আহিবলৈ ধৰিলে । বাটত লগ পোৱা ম'হ-হাতীয়েও থেকেচি তাইক আধামৰা কৰি পঠালে । ডিমৰু গছত টকা লাগি থকা দেখি ছিঙিবলৈ লওঁতেই ডালিবিলাকে চাৰিওফালৰপৰা চতস্ চতস্ কৰি কোবাবলৈ ধৰিলে । তাইৰ গা ফাটি চিৰাচিব হৈ তেজ ওলাবলৈ ধৰিলে । কাপোৰ-কানি ফাটি টুকুৰা-টুকুৰ হ'ল । কোনোমতে জীউটো লৈ তাই আস্তে আস্তে আহি থাকোঁতে চুলাৰ কিনাৰত ৰুটী-পিঠা-মিঠাই আদি দেখি খাবলৈ হাত মেলোতেই চুলাৰ পৰা আধাপোৰা খৰিবোৰে উৰাই-ঘূৰাই, অথালিয়ে-পথালিয়ে যেনিয়ে-তেনিয়ে কোবাবলৈ ধৰিলে । তাইৰ গোটেই গা পুৰি ছাল-বাকলি এৰাই গ'ল । বহু সময় তাই মূৰ্চ্ছা হৈ থাকিল । জ্ঞান অহাত তাই এখোজ দুখোজকৈ আহিব ধৰিলে । বাটত পুনৰ কপাহ গছত কাপোৰ দেখি আনিবলৈ যাওঁতেই

ডালবোৰে আকৌ তাইক কোবাই আধামৰা কৰিলে। ঘাবোৰৰপৰা টোপাটোপে তেজ ওলোৱাত তাই একেবাৰে দুৰ্বল হৈ পৰিল। কোনোমতে জীৱনটো লৈ কঁপি কঁপি থৰক-বৰক কৰি ঘৰমুৱা হ'ল। ঘা বোৰৰপৰা গেলা-পচা গোন্ধ ওলোৱাত মাখিবোৰেও ভেন্‌ভেনাবলৈ ধৰিলে।

ছাগলী বাগালটোৱে বুঢ়ীৰ বোৱাৰীয়েকৰ এনে অৱস্থা দেখি বুঢ়ীক খুব জোৰে মাতিবলৈ ধৰিলে। বুঢ়ীয়ে ওলাই আহি বোৱাৰীয়েকৰ তেনে অৱস্থা দেখিয়েই মূৰ্চ্ছা গ'ল। সৰুজনী বোৱাৰী ওলাই আহি পানী-দুনী খুৱাই মেলি কোনোমতে চেতনা ঘূৰালে। বৰজনী বোৱাৰীক ধুৱাই-পখলাই নতুন কাপোৰকানি পিন্ধাই দি নানান আল-পৈচান ধৰি, দৰব-পানী কৰি কিছুদিনৰ পিছত সম্পূৰ্ণ সুস্থ কৰি তুলিলে। 'ফুটানি' কৰাৰ ফল হাতে হাতে পাই তাই সৰুজনীক আপোন ভনীৰদৰে মৰম কৰি মিলিজুলি থাকিল। ❑❑

# প্ৰধান সম্পাদকৰ এষাৰ

(দ্বিতীয় সংস্কৰণৰ প্ৰসংগত)

অসম সাহিত্য সভাই শিশুৰ উপযোগী গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত বিশেষ অগ্ৰাধিকাৰ দি আহিছে । ইতিমধ্যে সভাই ভালেসংখ্যক শিশু সাহিত্য প্ৰকাশ কৰিছে আৰু গ্ৰন্থসমূহে শিশু পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিবলৈ সমৰ্থ হৈছে । প্ৰকাশিত শিশু সাহিত্য ৰাজিৰ ভিতৰত অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত প্ৰচলিত সাধুকথা, অসমৰ সাহিত্য , সংস্কৃতি আৰু জাতীয়জীৱনৰ মনীষী তথা বীৰ বীৰাংগনা সকলৰ জীৱনী অন্যতম । ১৯৮৯-৯০ বৰ্ষত সভাৰ ইতিপূৰ্বে প্ৰকাশিত শিশু সাহিত্য সমূহ প্ৰকাশৰ বাবে আচনি লোৱা হয় আৰু সেই আঁচনি সন্মুখত ৰাখি সভাই ৰাজ্য চৰকাৰৰ প্ৰাথমিক শিক্ষা সঞ্চালকালয়ৰ শিশু সাহিত্য যোগান আঁচনিত (অপাৰেচন ব্ৰেকব'ৰ্ড) গ্ৰন্থসমূহ অন্তৰ্ভুক্ত কৰাৰ অৰ্থে প্ৰথমবাৰৰ বাবে আবেদন জনায় । সভাৰ আবেদনৰ প্ৰতি অসমৰ মাননীয় শিক্ষামন্ত্ৰী শ্ৰীযুত বৃন্দাবন গোস্বামী ,শিক্ষা আয়ুক্ত শ্ৰীযুত অশোক কুমাৰ শইকীয়া , সভাৰ প্ৰাক্তন সম্পাদক ড. নগেন শইকীয়া আৰু শ্ৰীযুত অমল ৰাজখোৱা ,প্ৰাথমিক শিক্ষা সঞ্চালকালয়ৰ সঞ্চালক শ্ৰীযুত কৃষ্ণ কুমাৰ বৰা ,উপ সঞ্চালক শ্ৰীযুত জীৱ কুমাৰ চক্ৰৱৰ্ত্তী , অসম প্ৰকাশন পৰিষদৰ সচিব শ্ৰীযুত সতীশ চন্দ্ৰ ভট্‌চটাচাৰ্য্য ,অসম বিজ্ঞান সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীযুত ৰাৰীন্দ্ৰ কুমাৰ শৰ্মা, প্ৰবক্তা শ্ৰীযুত বসন্ত ডেকা , অসম পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগমৰ সঞ্চালক শ্ৰীযুত ৰঞ্জিত নাৰায়ণ ডেকাই সহযোগ আগবঢ়োৱাৰ হেতুকে ' মহাৰাজ নৰনাৰায়ণ', 'ৰাভা সাধু', 'মহাবীৰ লাচিত', 'আমি পাহাৰ বগাবলৈ যাওঁ, 'শ্বহীদ কুশল কোৱৰ', 'আমাৰ লক্ষ্মীনাথ', 'বড়ো সাধু', 'দেশভক্ত তৰুণৰাম ফুকন', 'সোণোৱালৰ সাধু', 'মহাপুৰুষ মাধৱদেৱ', 'দেউৰী সাধু', 'নবী কাহিনী', আৰু বিষ্ণু ৰাভা', 'কামেং সীমান্তৰ সাধু', 'নৱমী', 'আনন্দৰাম বৰুৱা', 'শিশু পাৰিজাত', 'গান বাজনা আৰু ৰং বিৰঙৰ খেল',ৰহিম ৰূপৱানৰ সাধু ', 'জননায়ক ছেমছন ছিং ইংতি', 'মৌ মহাভাৰত', মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ', 'চাহ বাগিচাৰ পূজা-পৰব', 'ট কাত একোটা হাতী', আৰু মণিৰাম দেৱান ', শীৰ্ষক গ্ৰন্থ কেইখন যোগান ধৰাৰ বাবে সভাই সুযোগ লাভ কৰে । মাত্ৰ দুমাহৰ ভিতৰত গ্ৰন্থকেইখন যোগান ধৰিবলগীয়া হোৱাত ততাতৈয়াকৈ গ্ৰন্থকেইখন ছপাশাললৈ প্ৰেৰণ কৰিবলগীয়া হয়। গ্ৰন্থকেইখন পুনৰ ছপোৱাৰ ক্ষেত্ৰত

সক্ৰিয়ভাৱে সহযোগ আগবঢ়োৱাৰ বাবে সভাৰ গুৱাহাটী কাৰ্য্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীপ্ৰমোদ কাকতিৰ শলাগ ললোঁ ।

প্ৰস্তুত গ্ৰন্থখন পুনৰীক্ষণ কৰি সহযোগ আগবঢ়োৱাৰ বাবে অধ্যাপক শ্ৰীযুত ৰজনীকান্ত দেৱ শৰ্মালৈ সভাৰহকে গভীৰ কৃতজ্ঞতা জনোৱা হ'ল । এই গ্ৰন্থ খন নিচেই কম সময়ৰ ভিতৰতে সেৱাৰ মনোভাৱেৰে ছপাই দিয়াৰ বাবে বৰপেটাৰ লক্ষ্মী প্ৰেছৰ স্বত্বাধিকাৰী তথা কৰ্মচাৰী বৃন্দৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ ।

জুন, ১৯৯০ চন
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট —৭৮৫০০১

**শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

# প্ৰধান সম্পাদকৰ একাষাৰ

(প্ৰথম সংস্কৰণৰ প্ৰসংগত)

দেশৰ অৰ্থনীতিত অসমৰ চাহ শিল্পই যিদৰে এটি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে ঠিক তেনেদৰে অসমৰ সামাজিক আৰু সাংস্কৃতিক জীৱনতো চাহ বাগিচাই এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। উনবিংশ শতিকাৰ তৃতীয় দশকৰপৰাই অসমত বৃটিছ কোম্পানীয়ে খোলা চাহ বাগিচাত কাম কৰিবলৈ ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰপৰা এক বুজন সংখ্যক লোক আনে। জীৱিকাৰ সন্ধানত চাহ বাগিচাত কাম কৰিবলৈ অহা এই লোকসকলে পূৰ্বৰ ঠাইৰ লগত সকলো সম্পৰ্ক ছেদ কৰি কোম্পানীৰ অধীনত কাম কৰিবলৈ ল'লেহি। হাড়ক মাটি, তেজক পানী কৰি এওঁলোকে অসমৰ মাটিত চাহ বাগিচা গঢ়ি তুলিলে।

অসমৰ চাহ বাগিচাত কাম কৰিবলৈ আহি থিতাপি লোৱা এইসকল লোক অসমীয়া জাতিৰ অবিচ্ছেদ্য অংগত পৰিণত হ'ল। এই লোকসকলক অনেকেই চাহ বনুৱা বা চাহ মজদুৰ বুলি ক'লেও, অসম সাহিত্য সভাই 'চাহ বাগিচাৰ অসমীয়া' বুলি ক'বলৈহে ভাল পায়। আধুনিক অসমীয়া ভাষাত চাহ বাগিচাৰ অসমীয়াসকলৰ মুখৰ অনেক শব্দই যিদৰে স্থান লাভ কৰিছে, ঠিক তেনেদৰে তেওঁলোকৰ সাংস্কৃতিক সম্পদসমূহেও অসমৰ লোক সংস্কৃতি চহকী কৰি তুলিছে। চাহ বাগিচাৰ কামৰপৰা অব্যাহতি লোৱা মজদুৰসকল অন্যান্য অসমীয়া গাঁওবাসীৰ দৰে গাঁও পাতি বসবাস কৰিছে আৰু অসমীয়া সমাজ জীৱনৰ লগত মিলি গৈছে। পুৰণি অসমীয়া সমাজৰ সংৰক্ষণশীলতা ইতিমধ্যে ভাগি গৈছে আৰু শিক্ষিত সমাজে চাহ বাগিচাৰ অসমীয়াসকলক নিজৰ মাজত সম্পূৰ্ণকৈ সামৰি লৈছে। অজ্ঞতাবশতঃ কোনোবাই যদি এতিয়াও কিবা পাৰ্থক্য ৰাখিছে সেইখিনি আঁতৰোৱাৰ বাবে শিক্ষিত আৰু সচেতনসকলে দায়িত্ব গ্ৰহণ কৰিব লাগিব। তদুপৰি তেওঁলোকৰ সমস্যাক নিজৰ সমস্যা স্বৰূপে ল'ব লাগিব আৰু শিক্ষাহীনতা আৰু অস্বাস্থ্যকৰ পৰিবেশৰপৰা মুক্ত কৰিব লাগিব।

অসম সাহিত্য সভাই ইতিপূৰ্বে চাহ বাগিচাৰ অসমীয়াসকলৰ পৰিচয়জ্ঞাপক কেইবাখনিও পুথি প্ৰকাশ কৰিছে। চাহ বাগিচাৰ বনুৱা, সেউজী পাতৰ মাজে মাজে, চাহ বাগিচাৰ অসমীয়া, বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি, চাহ বাগিচাৰ মাজত

প্ৰচলিত সাধু আৰু কৰম পূজা আৰু ঝুমুৰ গীত প্ৰকাশ কৰি উলিয়াইছে। ১৯৮০-৮১ চনৰ প্ৰকাশন আঁচনিত চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়ৰ মাজৰপৰা ওলাই অহা দুগৰাকী প্ৰতিষ্ঠা লাভ কৰা অসমীয়া লেখক শ্ৰীসুশীল কুৰ্মীৰ 'চাহ বাগিচাৰ কথা' আৰু শ্ৰীদেউৰাম তাছাৰ 'চাহ বাগিচাৰ পূজা-পৰৱ' অন্তৰ্ভুক্ত কৰি লোৱা হয়।

অসম সাহিত্য সভাৰ লগত নিবিড়ভাৱে জড়িত শ্ৰীদেউৰাম তাছাই 'চাহ বাগিচাৰ পূজা-পৰৱ' গ্ৰন্থখনি যুগুতাই দিয়াৰ বাবে ধন্যবাদ জনাইছোঁ। আমি আশা ৰাখিছোঁ আমাৰ উল্লিখিত অন্যান্য গ্ৰন্থসমূহৰ দৰে এই গ্ৰন্থখনিয়েও সমাদৰ লাভ কৰিব আৰু চাহ বাগিচাত কাম কৰি থকা আৰু কামৰপৰা অব্যাহতি লোৱা প্ৰাক্তন মজদুৰ সম্প্ৰদায়ৰ লগত অন্যান্য সম্প্ৰদায়ৰ সম্পৰ্ক অধিক নিবিড় কৰি তোলাত বৰঙণি যোগাব। সভাৰ অন্যান্য কামকাজ সমন্বিতে প্ৰকাশনৰ কাম-কাজতো সহকাৰী সম্পাদকদ্বয় শ্ৰীপ্ৰকাশ গোস্বামী আৰু শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীয়ে সহায় কৰিছে। দুয়োলৈকে লগতে আৰ্হি কাকত চাওঁতা শ্ৰীগৰ্গৰাম বৰ্মণক ধন্যবাদ জনালোঁ। গ্ৰন্থখনিৰ বেটুপাতটি আঁকি দিয়াৰ বাবে উদীয়মান চিত্ৰশিল্পী শ্ৰীচম্পক বৰবৰাৰ আৰু গ্ৰন্থখনি ছপাই দিয়াৰ বাবে গুৱাহাটীৰ সীমান্তিকা প্ৰিণ্টাৰ্ছৰ শলাগ ললোঁ।

১৫ মাৰ্চ, ১৯৮১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট -- ৭৮৫০০১

**নগেন শইকীয়া**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সূচীপাত


| | |
|---|---|
| কৰম পূজা | ৭৭ |
| পুষ পৰব বা টুচু পূজা | ৮২ |
| গৰয়া পূজা বা সাহৰাই পৰব | ৮৬ |
| গ্ৰাম পূজা | ৯২ |
| ফাগুৱা পৰব | ৯৪ |
| ফুচ্‌পুনী মাৰ পূজা | ৯৬ |
| বৰা পাহাৰী পূজা | ৯৮ |
| বীৰ পূজা | ১০০ |
| চাকল পূজা | ১০২ |
| কুৰাল বাগদেই পূজা | ১০৫ |
| সূৰ্য্যাহী পূজা | ১০৬ |
| ক্ষেত পূজা | ১০৭ |
| প্ৰথম মাঘ অনুষ্ঠান | ১০৮ |
| দুৰ্গা পূজা | ১১১ |
| মনসা পূজা | ১১৪ |
| কুকুৰা যুঁজ | ১১৫ |
| মংলা পূজা | ১১৭ |
| কালী পূজা আৰু দেৱালী উৎসৱ | ১১৮ |
| ধৰম পূজা | ১২০ |
| সাস্ত্ৰাচাৰ পদ্ধতিৰ কিছু পূজা-পাৰ্বণ | ১২১ |
| মাড়ল প্ৰথা | ১২৩ |
| আন আন পূজা | ১২৬ |
| নৱজাতকৰ বিধি পালন | ১২৮ |
| মৃতকৰ শংকাৰ পদ্ধতিৰ কিছু কথা | ১৩১ |
| বিবাহৰ কেইটিমান দিশ | ১৩৬ |
| টুচু পূজাৰ গীত | ১৪৬ |
| পৰিশিষ্ট | । ১৫২। |

# একাষাৰ

ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা বিভিন্ন সংস্কৃতি কঢ়িয়াই অনা চাহ মজদুৰ জনগোষ্ঠীৰ লোকসকলেও নিজকে চাহ বাগিচাৰ অসমীয়া বুলি কৈ গৌৰববোধ কৰে যদিও সিবিলাকৰ মাজত প্ৰচলিত থকা বিভিন্ন সাংস্কৃতিক অনুষ্ঠান, পূজা-পৰব আদিৰ সম্যক পৰিচয় আজিও অনা মজদুৰসকলৰ মাজত অবিদিত হৈ আছে। সেয়েহে এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি 'সাপ্তাহিক জনমভূমি'ৰ ছত্ৰ-ছাঁয়াত 'চাহ বাগিচাৰ সংস্কৃতি' নামকৰণেৰে এলানি প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিছিলোঁ। এনে সময়ত অসম সাহিত্য সভায়ো ('৭৮) বিভিন্ন দিশ সামৰাকৈ এই সমাজৰ পুথি এখন যুগুতাই দিবলৈ দায়িত্ব দিয়ে। সীমিত জ্ঞান আৰু সীমিত সমল লৈয়েই পুথিখন যুগুতাই উলিওৱা হ'ল যদিও নিখুঁত আৰু পৰিপূৰ্ণ ৰূপ দিব পাৰিছোঁ বুলি দাবী কৰাৰ সাহস কৰা নাই।

যথেষ্ট সময় অতীত হোৱা সত্বেও অসম সাহিত্য সভাৰ হৈ প্ৰধান সম্পাদক শ্ৰীযুত নগেন শইকীয়াদেৱে পুথিখন প্ৰকাশ কৰাৰ দায়িত্ব লোৱাত, আৰু সহকাৰী সম্পাদক শ্ৰীযুত প্ৰকাশ গোস্বামীদেৱে পাণ্ডুলিপিৰ কেতবোৰ ভুল-ভ্ৰান্তি আগতীয়াকৈ আঙুলিয়াই দি শুধৰাবৰ সুবিধা দিয়াত আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

সন্নিবিষ্ট হোৱা প্ৰবন্ধৰ কিছুমান ব্যাখ্যাৰ বাবে সৰ্বশ্ৰী ধনীৰাম গুৱালা, ইন্দ্ৰ ভূমিজ, চাহব তাঁতি, বানধনা ভূঁইয়া, গোপাল হাড়ি, সোণাৰাম ভূমিজ, মেঘৰাজ মূৰমু, নৰেন মাণ্ডি, সনকা হেমৰম, বীৰেন হেমৰম, কৈলাশ মুণ্ডা, বিহাৰী গণ্ড, চনিচৰ উৰাং, চৰা চাওঁৰা, কূৰ্প কনধেব আৰু বহুতৰে ওচৰত লেখক কৃতজ্ঞ।

ঘৰুৱা কামৰ প্ৰতি ক্ষেত্ৰতে ৰেহাই দিয়াৰ লগতে বিভিন্ন পৰামৰ্শ আৰু সমল আদিৰে পুথিখন যুগুতাই তোলাত ভাই-ভনীহঁতে যি সহায় আগবঢ়ালে তাৰ বাবে তেওঁলোকৰ শলাগ ললোঁ।

ইতি

হাতীগড় চাহ বাগিচা — বিনীত

যোৰহাট —৭ — দেউৰাম তাছা

# কৰম পূজা

চাহ মজদুৰ সমাজত কৰম পূজা বুলিলে বুলিবৰ নাই। ডেকা-চেমনীয়া সকলৰতো কথাই নাই—বুঢ়া-বুঢ়ী সকলৰো গা উঠে ভটিয়াই যাব ধৰা বয়সৰ সীমা ৰেখাৰ বাধা নামানি ষোড়শ-যৌৱনাৰ ৰূপত আত্মপ্ৰকাশ কৰি চিৰ যৌৱনা প্ৰকৃতিৰ বুকুত প্ৰত্যেকেই যেন চিৰ নবীন হোৱাটোকে মনে প্ৰাণে কামনা কৰে। অৱশ্যে গোষ্ঠীগত বিভিন্নতাৰ বাবে ঘৰুৱা হিচাপে কৰম পূজাৰ আয়োজনত বহুতৰে বাধা থাকিলেও ওচৰ-চুবুৰীয়াৰ আখড়ালৈ গৈ গা-মন ঢালি ঢোল-মাদলৰ ছেওত নাচ-গান কৰাত কাৰো ক'তো বাধা নাই।

এই পূজাৰ বাবে 'ঝাৱা' তোলাটোৱেই আটাইতকৈ দৰকাৰী আৰু শ্ৰেষ্ঠ অংশ বুলি ক'ব পাৰি। যিসকল জীয়াৰী-বোৱাৰী বা কৰমতীয়ে এই পূজাত অংশ ল'বলৈ ইচ্ছা কৰে তেওঁলোকে নিৰ্দিষ্ট পূজাৰ তিনি, পাঁচ বা সাত দিন মানৰ আগতে ঢোল-মাদল-বাঁহী আদি বজাই ধূপ-দীপ-নৈবেদ্য সহকাৰে কোনো এক পুখুৰী বা নদীৰ ঘাটলৈ গৈ স্নানাদি কাৰ্য সমাপন কৰি এডোখৰ ভাল ঠাই বাছি লয়। ধূপ-ধুনা ফুল-পুষ্পৰে আৰতি কৰি লগত নিয়া নতুন পাত্ৰ বা পাচী এটাত সকলোৱে একাঁজলি কৰি বালি ভৰায়। ভৰাওঁতে নিজ নিজ বালি আঁজলিৰ বাবে বিশেষ সতৰ্ক দৃষ্টি ৰাখে যাতে চিন ৰখাত সুবিধা হয়। এই বালিতেই কৰমতীসকলে লগত নিয়া মাটিমাহ, বুটমাহ, মগুমাহ, ধান, বজৰা, সৰিয়হ আদি ব্যক্তিগতভাৱে চিন ৰাখি সিঁচি দিয়ে। পৃথিৱীৰ বুকুত নিজকে বচাই ৰাখিবলৈ কৃষিজীৱী মানুহে ইয়াৰ মাজতেই সৃষ্টিৰ সন্ধান বিচাৰে বুলি নিশ্চয় ক'ব পৰা যায়। সেই দিনৰপৰা নিৰ্দিষ্ট পূজালৈ মাহ-সৰিয়হ আদিৰ পোখা বা গজালিবিলাক তিনি বা চাৰি আঙুলমান বাঢ়ে আৰু স্বৰূপতে ইয়াকেই 'ঝাৱা' বোলা হয়।

'ঝাৱা' ৰখাৰ দিনৰপৰা পূজা পৰ্যন্ত পৰাপক্ষত সকলোৱে হাই-দন্দ, কাজিয়া-পেচাল আদিৰপৰা বিৰত থাকিবলৈ বিচাৰে। খোৱা-বোৱাত গৰম আহাৰ বা গৰম পানী ফুৱাই ফুৱাই খাবৰ নিয়ম নাই। খালে হেনো ঝাৱাবোৰ লেৰেলি যায়। বেগতিকভাৱে প্ৰস্ৰাবাদি কৰিব নাপায়। এনে কৰিলে ঝাৱা গজোৱা বালিত হেনো গাঁত পৰে। ঝাৱা মৰহিলে, লেৰেলি গ'লে কৰমতীসকলে মনে বিচৰা ফলপ্ৰাপ্তিত ব্যাঘাত হয় বুলিও জনশ্ৰুতি আছে। সেয়েহে সকলোৱে সেই কেইদিন সাত্বিকভাৱে জীৱন-যাপন কৰাত আগ্ৰহী হোৱা পৰিলক্ষিত হয়।

ঝাৱা তোলাৰ দিনৰপৰা গৃহস্থজনৰ ঘৰত সন্ধিয়াৰ লগে লগে চাকি-বন্তি

আগ কৰি সামান্য পৰিমাণে নৃত্য-গীতৰ আয়োজন কৰি ঝাৱা জগোৱা নিয়ম। বাদ্য বাজনা কৰি গৈ পূজাত ব্যৱহাৰ কৰিবৰ বাবে যিজোপা গছৰ ডাল কটা হ'ব সেই গছজোপাৰ প্ৰতি আগতীয়াকৈ জাননী বা নিমন্ত্ৰণ দি থোৱা হয়। এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি যে পূজাৰ বাবে সাধাৰণতে হিন্দুৰ উপাস্য দেৱতা কৃষ্ণৰ লগত সংগতি থকা কদম গছৰ ডাল প্ৰশস্ত যদিও কৰম বা চিকা মৰলীয়া গছৰ ডালহে পোতা হয়। তাৰ উপৰি কৃষ্ণৰ বাঁহীৰ লগত সংগতি থকা বাবে খেনোৱে বাঁহ গছৰ জোপোহা আগ, খেনোৱে ভগৱানৰ লগত অভিন্ন বুলি ভবা বৰ আৰু জৰী গছৰ ডালো ব্যৱহাৰ কৰে। বহুতো ঠাইত কিছু অজ্ঞাত কাৰণত কুঁহিয়াৰ গছ পুতিও কৰম পূজাৰ আয়োজন কৰা দেখা যায়। এনে ভাবে ডাল পুতি কৰা পূজাক 'ডাল কৰম' বুলি কোৱা হয়। আনহাতে 'ফুল কৰম' বুলি অভিহিত কৰা কৰম পূজাত বাঁহৰ গুৰিফাল একক হিচাপে ৰাখি ওপৰফালে ফালি-চিৰি সৰু সৰু কামী যেন কৰি, মোটোকাই দি ফুল যেন কৰি তোলা হয়। অৱশ্যে এনে 'ফুল কৰম'ৰ পূজা অধিক পৰিমাণে ব্যাহত হৈ পৰিছে বুলি ক'ব পাৰি।

যি কি নহওক এই ডাল পোতাৰ দিনাই পূজক গৃহস্থৰ বহুতে নিজ ঘৰুৱা থানতো পূৰ্বপুৰুষক সুঁৱৰি পূজা এভাগ পাতে। 'ঝুপা' উঠাই বা 'চাটিয়া' নমাই (দেওধনী বুলি ক'ব পাৰি) শুভাশুভ নিৰ্ণয় কৰোৱা হয়। এই দিনাই চোতালত কৰমবেদী স্থাপন কৰি ফুল-পুষ্পৰে সজাই তুলি যথানিয়মে আৰতি বা 'চুমান' কৰি সন্ধ্যাৰ আগে আগে ডাল আনি বেদীত স্থাপন কৰি 'ঝাৱা' অৰ্পণ কৰাৰ লগতে নানান উপচাৰ আদিও আগবঢ়োৱা হয়। সন্ধ্যা ভগাৰ লগে লগে উপবাসে থকা কৰমতীসকলক লোকাচাৰ অনুযায়ী 'কহ্নী' বুঢ়াই(পুৰোহিত) বৃত্তাকাৰে বহুৱাই কৰম পূজাৰ প্ৰৱৰ্তক কৰমা আৰু ধৰমাৰ কাহিনী শুনোৱাই নৃত্য-গীত আদিৰ বাবে 'আখড়া' মুকলি কৰি দিয়ে।

কাহিনীটো চমুকৈ বৰ্ণালে এনে হ'ব—পুৰণি কালত অযোধ্যা নগৰত কৰমা আৰু ধৰমা নামৰ দুজন ভাই-ককাই আছিল। এদিন কৰমাই ভায়েকক ঘৰত এৰি বেপাৰ কৰিবলৈ বুলি বিদেশলৈ গ'ল। ঘৰ চলোৱাৰ আওভাও নজনা ভায়েকে কোনো কামতেই নিয়াৰিকৈ আঁত ধৰিব নোৱৰাত বিশৃংখল ঘটি প্ৰতিটো বস্তুৱেই হ্ৰণ-ভগন হোৱাত সাংসাৰিক জ্বালাত অস্থিৰ হৈ পৰিল। ধৰমাৰ এনে দুৰ্গতি দেখি স্বয়ং ভগৱানে বামুণৰ বেশেৰে আহি 'কৰম পূজাৰ' আয়োজন কৰিবলৈ উপদেশ দিলে। জ্বালা-যন্ত্ৰণাৰপৰা উপশমৰ পথ দেখা পাই এই ছেগতে ধৰমাই গাঁৱৰ মিতিৰ কুটুমক মাতি-মেলি কৰম পূজাৰ আয়োজন কৰিলে। কিছুদিনৰ পাছত বেপাৰ-বণিজ্য কৰি ককায়েকে নবিয়া গাৰে ঘৰলৈ অহাৰ পথত ভায়েকলৈ আগতীয়া খবৰ পঠালে যাতে নদীৰ ঘাটলৈ আহি নাৱত থকা বস্তু বেহানিবোৰ ঘৰলৈ নিয়াৰ ব্যৱস্থা

লয় আৰু তেওঁৰ বাবেও যেন যান-বাহনৰ কিবা ব্যৱস্থা কৰে। কিন্তু পূজাত ব্যস্ত থকা হেতু ভায়েকে কোনো পধ্যেই সময় উলিয়াব নোৱৰাত বিতুষ্ট হৈ ককায়েকে নিজেই পদব্ৰজে ঘৰলৈ আহি যি দেখিল তাতে খণ্ডত টিঙিৰি তুলা হৈ একে চোচাই গৈ ডালটো উঘালি দলিয়াই পেলালে। এই দিনাৰপৰাই কৰমাৰ ঐশ্বৰ্য-বিভূতি পূৰ্ণিমাৰ পাছত চন্দ্ৰ ক্ষয় হোৱাৰ দৰে তিলে তিলে ক্ষয় হৈ আহি এদিন লাওলোৱা অৱস্থা প্ৰাপ্ত হ'ল। এনে অৱস্থাত কৰম ৰজাই গণকৰ বেশ ধৰি আহি কৰমাক তেওঁৰ কৃতকৰ্মৰ কথা ভাঙি-পাতি কৈ বুজালে যে যি ডাল তেওঁ উভালি পেলাইছিল সেই কৰমডাল পুনৰ প্ৰতিষ্ঠা কৰি পূজিব পাৰিলেই পূৰ্বৰ অৱস্থা ঘূৰাই পাব। এনে কথা শুনি কৰমাৰ অনুশোচনা আহিলত গণকৰ কথা মতেই সাত নদীৰ পাৰলৈ কৰমডাল আনিবলৈ যাত্ৰা কৰে। যাত্ৰাৰ পথত ভোক পিয়াহত কাতৰ হৈ পুখুৰী এটাৰ পানী খাব খোজাত পোকে কিলবিলাই থকাত পানী খাব নোৱাৰিলে। সেইদৰে পকি থকা বগৰী, ডিমৰু আদি খাব খোজাত তাতো পোকে কিলবিলাই থকা দেখিলে। অহিৰৰ খুঁটিলৈ (গোৱালা) গৈ গাখীৰ খাব খোজাত গাই দামুৰি দুফালে লৰ ধৰিলে। ঘোঁৰাৰ খুঁটিলৈ গৈ খোৰা ঘোঁৰা এটা ললে যদিও ঘোঁৰাটোৱেও লাগাম ছিঙি দৌৰ মাৰিলে। এইদৰে হাতী, ম'হ, ছাগলী আদিৰ পৰাও বাধা পালে। শেষত বেমাৰী ঘঁৰিয়াল এটাই সাগৰ পাৰ কৰি দিলে। অৱশ্যে গৰু, ঘোঁৰা, পুখুৰী, বগৰী, ডিমৰু আদি প্ৰত্যেকেই সিহঁতৰ কি দুৰ্দশাৰ বাবে আন এজনৰ উপকাৰ কৰিবলৈ অপৰাগ হৈছে এই কথা কৰম ৰজাক সুধি আহিবলৈ মিনতি জনাই পঠালে। অৱশেষত গণকে কৈ পঠোৱামতে কৰমাই সাগৰৰ পাৰ পালে যদিও কৰম গছৰ ভূ ৰাখোঁতা বুঢ়া-বুঢ়ী হাল মৰি গেলি-পচি উৰঁলি গৈ মাখিৰে ভেনভেনাই থকাত এক অসহ্য দুৰ্গন্ধময় পৰিৱেশ দেখা পালে। উপায়ন্তৰ নেদেখি কৰমাই মনৰ দুখত সেই দুৰ্গন্ধ দেহৰ ভৰিত পৰি কান্দিবলৈ ধৰিলে। কৰমাৰ নিষ্পাপ অন্তৰৰ প্ৰমাণ পাই পৰীক্ষা কৰিবলৈকে মৃতৰূপে পৰি থকা কৰম ৰজা-ৰাণী উঠি বহিল আৰু কৰম ডাল দেখুৱাই দি আশীৰ্বাদ কৰি পঠালে। এই ছেগতে কৰমায়ো বাটত পাই অহা অভিজ্ঞতাৰ কথা সুধি-মেলি আনন্দ মনেৰে ঘৰমুৱা হ'ল। প্ৰথমেই ঘঁৰিয়ালক লগ পাই জনালে যে যিহেতু সি বহুতো মানুহ-দুনুহ খাইছে সেয়েহে সেই মানুহবোৰৰ আ-অলংকাৰসমূহ তাৰ পেটত জমা হৈ বদহজম হৈছে। সেইবোৰ সি কাৰোবাক দান দিলেই বেমাৰ ভাল হ'ব। এই কথা শুনিয়েই ঘঁৰিয়ালটোৱে সকলোবোৰ বতিয়াই দিং কৰমাকেই দান স্বৰূপে আগবঢ়াই দিলে। সেইদৰে পুখুৰী,বগৰী,ডিমৰুআদিৰ তলত পোত খাই থকা ধন,সোণ,ঘোঁৰা,হাতী আদিৰ খুঁটিৰ তলত থকা ধন-সোণ আদি সোপাকে কৰমালৈ দান দি প্ৰত্যেকেই দুৰ্দশামুক্ত হ'ল। যথাসময়ত ঐশ্বৰ্য্য বিভুতি লৈ আহি কৰমাই মহা ধুমধামেৰে কৰম পূজাৰ আয়োজন কৰাত দ্বিতীয়াৰ জোনৰ দৰে তিলে তিলে বাঢ়ি

গৈ পূৰ্বৰ অৱস্থা ঘূৰাই পালে ।

এই কাহিনীটো কৈ যাওঁতে কৰমাই কাক,কেতিয়া ,ক'ত লগ পাই ঐশ্বৰ্য্য বিভুতিৰ গৰাকী হৈছিল সেই প্ৰসঙ্গ ওলালেই কহ্নী বুঢ়াই কৰমতীসকলক ফুল-পুষ্প,ৰুটী-পিঠা,গাখীৰ-পানী আদি কৰম বেদিত আগবঢ়াবলৈ কৈ সোধে -ডাল ধৰি ধৰি কি পালে বুলি । উত্তৰত কৰমতীসকলে কয় কৃষ্ণৰ দৰে স্বামী পালোঁ ,কৃষ্ণৰ দৰে বেটা পালোঁ,লক্ষ্মণৰ দৰে ভাই পালোঁ, ৰাধাৰ দৰে সতিনী পালোঁ,ৰাধাৰ দৰে সখী পালোঁ ইত্যাদি । অৰ্থাৎ যাৰ যি মানস তাকেই কয়। এই কাহিনী কোৱা শেষ হলেই কহ্নী বুঢ়াক যথানিয়মে মাননি আগবঢ়াই সকলোৱে পাতলীয়া আহাৰেৰে ব্ৰত ভাঙে আৰু ঝুমুৰ নৃত্যৰ বাবে সাজু হয়।

ঝুমুৰ নৃত্য আৰম্ভ হোৱাৰ আৰম্ভণি হিচাপে শ্ৰীহৰিৰ উদ্দেশ্যে, ব্ৰজনাৰীৰ উদ্দেশ্য, ঢোল-মাদলৰ উদ্দেশ্য ,নৃত্য খোলাৰ উদ্দেশ্য যথাবিহিত বন্দনা পৰ্বৰ গীত-মাত পৰিবেশন কৰি লোৱা হয়। ঝুমুৰ নৃত্যত কৃষ্ণই ব্ৰজপুৰত থাকোতে গোপ-গোপিনীৰ লগত কৰা বিভিন্ন বাল্য ক্ৰীড়া, কামজয় লীলা হিচাপে ৰাস ক্ৰীড়া, কাত্যায়নী-ব্ৰত আদিৰ দৰে আধ্যাত্মিক কথা বস্তুৱেই মুখ্য স্থান পায়। এই গীতৰ মাজেদি বাহ্যিকভাৱে আদি বা শৃংগাৰ ৰসৰ পৰিস্ফুৰণ ঘটা যেন দেখা গলেও আচলতে ফল্গু প্ৰবাহৰ দৰে ভক্তি ভাবৰ কামনাইহে নিগৰিত হয়। সময়ে সময়ে ৰামায়ণৰ কাহিনী , মহাভাৰতৰ কাহিনী আদিৰ গীতো চয়ন কৰা হয় । অকল এয়ে নহয় মানৱ-জীৱনত চমক লগোৱা আনন্দ আহলাদৰ মাজেদি সৃষ্টি আৰু কৃষ্টিৰ বীজ অংকুৰিত হৈ থকা গীত-মাত আদিও পৰিৱেশন কৰা হয়।ইয়াৰ উপৰিও ব্যক্তিগত বা সমাজগত জীৱনৰ দুখ-কষ্ট ,হা-হুতাশৰ ভাব থকা বিৰহ -অনুতাপ ,লাঞ্চনা-গঞ্জনা আদি বিষয় বস্তুৱেই ঝুমুৰ নৃত্য-গীতত জীৱন্ত ৰূপত প্ৰকাশ পায়।

ঝুমুৰ নৃত্য-গীতৰ প্ৰহৰ অনুযায়ী ৰাতিটো শেষ ভাগলৈ গতি কৰি থকাৰ লগে লগে সুৰ,তাল আৰু লয়ৰ ক্ষেত্ৰতো পৰিৱৰ্তন ঘটে । ঝুমুৰীয়াসকলে এনেবোৰক ঝিংগাফুলীয়া গীত, ভাঁড়শলীয়া গীত, সোণাফুলীয়া, আদৰসীয়া বা ভিনচৰীয়া আদি বিভাগেৰে নামকৰণ কৰে । উদ্দাম গতিৰে চলি থকা এনে গীত-মাতৰ দুই তিনিটাৰ অন্তৰে অন্তৰে 'ৰং' হিচাপে ৰসাল 'খেমটা' নামক চুটি গীত পৰিৱেশন কৰা হয়। এই গীতে মূল নৃত্যক আগবাঢ়ি যোৱাত আঁত ধৰে বুলি ক'ব পাৰি । বহুতো ঠাইত বুঢ়া-বুঢ়ীসকলে নাচ-গানত পূৰাদমে ভাগ ল'ব পৰাৰ শক্তি সামৰ্থ নথকা হেতু 'বৈঠক খানা' বা 'বৈঠাখানা' ঝুমুৰ অনুষ্ঠানৰো আয়োজন কৰে । এনে ঝুমুৰত সকলোৱে বহি-মেলি, ধীৰে সুস্থিৰে গীত মাত পৰিৱেশন কৰি থাকে ।

সম্পূৰ্ণ ৰাতি এটা অবিৰতভাৱে নাচ-গান চলাৰ পাছত সূৰ্য উদয় হোৱাৰ লগে লগে প্ৰতিষ্ঠিত কৰা কৰম ডালটো উভালি ঢোল-মাদলৰ ছেৱে-ছেৱে

কৰমতীসকলে নাচি-বাগি গৈ নৈ বা পুখুৰীত বিসৰ্জন দিয়েগৈ । এই দিনাই সন্ধিয়াৰ পাছত কৰমতীসকলে পুনৰ একেলগ হৈ পোতোতে হোৱা গাঁতৰ উদ্দেশ্য যথানিয়মে চাকি বন্তি প্ৰজ্বলিত কৰি একোমুঠিকৈ মাটি দি পুতি পেলায় । ইয়াক ‘গাড়া ভোতা ’ বুলি কোৱা হয় । এই উপলক্ষে কিছু সময় নাচ-বাগ কৰি পূজা সম্পৰ্কীয় অনুষ্ঠানৰ সামৰণি পেলোৱা হয়। বহুতে আঠ দিনৰ দিনা আঠ মঙলা হিচাপে ‘গাড়া ভোতা ’ অনুষ্ঠান পালন কৰা দেখা যায় । সাধাৰণতে বছৰত তিনিবাৰ তিনিটা বেলেগ বেলেগ সময়ত কৰম পূজাৰ আয়োজন হয়। ভাদ মাহৰ শুক্লা একাদশী তিথিত আয়োজন কৰা পূজাক ‘জীতিয়া কৰম’, আহিন মাহৰ বিজয়া দশমীৰ দিনা আয়োজিত পূজাক ‘বুড়ী কৰম’ আৰু আঘোণৰ পূৰ্ণিমাৰ দিনা আয়োজিত পূজাক ‘ৰাস ঝুমুৰ’ বুলি কোৱা হয়। ইয়াৰ ভিতৰত ‘জীতিয়া’ কৰমকেই সৰ্বশ্ৰেষ্ঠ বুলি কোৱা হয় আৰু ইয়াৰ আয়োজনৰ পয়োভৰ -প্ৰাধান্য আন দুটা কৰমতকৈ বহু বেছি যেন পৰিলক্ষিত হয়। -

# পুষ পৰব্ৰ আৰু টুচু পূজা

অসমৰ জাতীয় উৎসৱ মাঘ বিহু বা ভোগালী বিহু অনুষ্ঠিত হোৱাৰ দিনাই অসমৰ চাহ-মজদুৰ সম্প্ৰদায়েও গোষ্ঠী অনুযায়ী এভাগে এই দিনটোক শুভ মকৰ সংক্ৰান্তি বা 'পিঠা পৰব্ৰ' আৰু অন্য এভাগে 'টুচু পৰব' হিচাপে পালন কৰে । সম্প্ৰতি অসমীয়া সমাজৰ লগত নিবিড় সংস্পৰ্শলৈ অহা ভালেমান ডেকা চেমনীয়া আদিয়ে বাগান আৰু বস্তি এলেকাতো মেজি পুৰিবলৈ লৈছে । সামগ্ৰিক হিচাপে সকলোৱেই পৰৱৰ দিনা পিঠা-পনা ভাজি ,ন-ধানৰ চিৰা ,মুড়ি, আখৈ ,দৈ আৰু আলু-কচু আদি যোগাৰ কৰি আত্মীয়স্বজন,মিতিৰ-কুতুম আদিৰ লগত প্ৰাতঃস্নানৰ অন্তত নিজ নিজ ঘৰুৱা থানত উপচাৰ আগবঢ়াই ভোজন পৰ্ব সমাধা কৰে । প্ৰাতঃস্নানৰ অবিহনে পৰ জন্মত কুকুৰ,গাহৰি আদি ৰূপে জন্ম হয় বুলিও লোক বিশ্বাস চলি আহিছে । এই পিঠা পৰৱে পাৰিবাৰিক কৰ্তব্য আৰু সামাজিক আত্মীয়তা গঢ় লৈ উঠাত বহু পৰিমাণে ইন্ধন যোগাই বুলিও ক'ব পাৰি । ন-লখিমী চপোৱাৰ শেষত মানৱ হৃদয়ত বসন্তৰ বা' চিৰ প্ৰবাহিত হৈ থাকিবলৈকে আশাবাদী মনুষ্যৰ এয়া যেন বসন্ত আহ্বান।

পুহ মাহৰ সংক্ৰান্তিৰ দিনা এইদৰে উৎসৱ পাৰ্বণ অনুষ্ঠিত হলেও এইখিনিতে এষাৰ কথা উনুকিয়ালে বোধহয় ভাল হ'ব যে হিন্দু সমাজৰ একাংশ লোকে পুহ মাহটোৰ অন্যান্য দিনকেইটাক প্ৰাথমিক দৃষ্টিত যিদৰে বৰ বেছি গুৰুত্ব দিয়া দেখা নাযায় ,সেইদৰে চাহ-মজদুৰ সমাজেও কিবা অজান কাৰণত গুৰুত্ব দিয়া পৰিলক্ষিত হোৱা নাই । পুহ মাহত কোনো ধৰ্ম কাৰ্য , সাংস্কৃতিক কাৰ্য, বৈদিক কাৰ্য আদি আৰম্ভ নকৰে আৰু আলহী হিচাপে মিতিৰ কুতুম আদিৰ ঘৰলৈকো নাযায় । এই মাহত জন্ম মৰণ আদি ঘটিলেও কম বেছি পৰিমাণে সকলোৱে আফচোচ কৰা যেনহে প্ৰতীয়মান হয়।

যি কি নহওক এই সংক্ৰান্তিৰ দিনটোৰ বাবে চাহ মজদুৰ সমাজত বিভিন্ন ধৰণৰ প্ৰস্তুতি যুগ পৰম্পৰা কালৰ পৰাই চলি আহিছে । অন্যান্য সময়ত নহলেও টুচু পৰৱত বা দুৰ্গা পূজাৰ সময়ত ন-বস্ত্ৰ পৰিধান কৰাটো সকলোৱে কামনা কৰে । ইয়াৰ বাবে সাধাৰণভাৱে অথবা অতিৰিক্ত সময় খৰচ কৰিও দুই-এপইচা অধিক সাঁচিবৰ যত্ন কৰাটোও পৰিলক্ষিত হয় । পৰৱ বুলি ব্যক্তিগতভাৱে অথবা সামুহিকভাৱে ভাল মন্দ বিচাৰি মাছ -মাংস যোগাৰ কৰাত প্ৰতিজন চাহ মজদুৰকেই আগ্ৰহী যেন দেখা যায় । সেইদৰে বছৰৰ পৰৱত ফূৰ্তি কৰোঁ বুলি অভ্যস্তসকলে বুজন পৰিমাণ ৰ 'হাড়িয়া ' আৰু 'চাখনা' ৰো ব্যৱস্থা কৰি থয় । মনে প্ৰাণে মিলা বা এদিনীয়া

হিচাপে মৰম চেনেহবোৰ কটকটীয়া কৰি ৰাখিবৰ উদ্দেশ্যে ইচ্ছুক আবাল-বৃদ্ধ-বণিতাই সমবয়সৰ বন্ধু-বান্ধৱীৰ লগত পানীৰ মাজত চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰি 'ফুল-প্ৰাণ ' বা সখীত্ব ভাৱত আবদ্ধ হৈ পৰে । বহুতে এই দিনটোৰ পাছদিনা সন্তান-সন্ততি আদিৰ নাক কাণ বিন্ধাবলৈ বিধিসন্মত অনষ্ঠান পালন কৰে । এসময়ত বহাগ বিহুৰ উপলক্ষে মনে-প্ৰাণে মিলা অসমীয়া প্ৰেমিক- প্ৰেমিকাসকলে যিদৰে গছতলৰ বিহুমেলাৰ পৰা আঁতৰি সাংসাৰিক জীৱনৰ ভেঁটি ৰচনা কৰিছিল, তেনেদৰে পুষ পৰবৰ দিনাও বহু সংখ্যক চাহ মজদুৰ প্ৰেমিক-প্ৰেমিকাই সাংস্কৃতিক ৰূপত নহলেও সাংসাৰিক জীৱনৰ ভেঁটি ৰচিবলৈ বহু দিনৰপৰাই গুপুত প্ৰস্তুতি চলোৱা যেন পৰিলক্ষিত হয় । অৱশ্যে এসময়ৰ ব্যাপকতা বৰ্তমানে কিছু পৰিমাণে শিথিল হৈ পৰা দেখা গৈছে। এসময়ত অসমত ব্যাপকভাৱে প্ৰস্তুতি চলোৱা ম'হ যুঁজ, কণী যুঁজ আদিৰ দৰে চাহ-মজদুৰ সম্প্ৰদায়েও বৰ্তমানলৈকে এডোখৰ মুকলি ঠাইত কম বেছি পৰিমাণে ঠেঙত 'কাঁইট'(চুৰি) বান্ধি দি কুকুৰা যুঁজ পাতে আৰু সিহঁতৰ হৰা-জিকাৰ ওপৰত ভিত্তি কৰিও বছৰটোলৈ ভাগ্য নিৰ্ণয় কৰে।

আনহাতে টুচু পূজাক উপলক্ষ্য কৰি এমাহ ধৰি ৰাত্ৰি জাগৰণৰ অৰ্চনা কৰি অহা আন একাংশ মজদুৰ ৰাইজে বিহুৰ উৰুকাৰ দিনাই পূৰ্ণ জাগৰণ কৰি পিছদিনা অৰ্থাৎ বিহুৰ দিনা টুচুৰ ভাঁচান পৰ্বৰ আয়োজন কৰে। যুগ যুগ ধৰি এই টুচু পূজাৰ প্ৰচলন হৈ অহা বাবে ভক্তবৃন্দ প্ৰজাই টুচু দেৱীক শিৱৰ জীয়েক, মনসাৰ ভনীয়েক, কালী, দুৰ্গা, সীতা, সাবিত্ৰী আদিৰ ৰূপত কল্পনা কৰাৰ প্ৰয়াস কৰিছে যদিও কোনো শাস্ত্ৰ পুৰাণত এনে দেৱীৰ উল্লেখ নথকাত টুচু দেৱীক অলৌকিক বুলি ধৰিব নোৱাৰি। টুচু পূজাৰ প্ৰচলনৰ বিষয়েও কেইটামান ভিন্ন মত পোৱা যায়। ইয়াৰ ভিতৰত 'পাচেতে' দেশৰ ৰজাৰ জীয়েক 'ভাদু'ৱে প্ৰজাৰ মঙ্গলৰ বাবে নিজকে বলি দিছিল বাবে 'টুচু' পূজা প্ৰচলিত হ'ল বুলি ক'ব খোজে। আন এটা সূত্ৰমতে 'কাশীপুৰেৰ মহাৰাজা-কৰেছে টুচু পূজা' গীতৰ আধাৰ লৈ কাশীপুৰৰ ৰজাই এই পূজাৰ প্ৰচলন কৰিছিল বুলি ক'বলৈ প্ৰয়াস কৰে।

টুচু পূজাৰ অন্তৰ্নিহিত নিৰ্ভৰযোগ্য সূত্ৰ এটাই ইয়াৰ কাহিনী ভাগৰ বিষয়ে ক'ব খোজে যে দিল্লীৰ বাদছাহ(খেনোৱে আম্বালাৰ নবাব বুলি ক'ব খোজে) ৰাজ্য সম্প্ৰসাৰণ কৰাৰ উদ্দেশ্যে কুৰমী ৰজা কৰ্ণদেৱৰ গুজৰাট ৰাজ্য আক্ৰমণ কৰাত দুই পুত্ৰ সীতাৰাম আৰু ৰঘুৰামক লৈ কৰ্ণদেৱে পঞ্জাবৰ অন্তৰ্গত কুলন্দা ৰাজ্য বা নৈষদ ৰাজ্যৰ বীৰবল ৰজাৰ আশ্ৰয় প্ৰাৰ্থী হয় আৰু ইয়াতেই বীৰবল দুহিতা ৰুক্মিণী ওৰফে টুচু দেৱীৰ লগত আশ্ৰিত ৰাজপুত্ৰ সীতাৰামৰ প্ৰণয় আৰম্ভ হয়। এই কথা কাণত পৰাৰ আগৰেপৰা চেলু বিচাৰি ফুৰা বাদছাহে সংহাৰ মূৰ্তি ধৰি টুচু দেৱীৰ পাণিপ্ৰাৰ্থী হ'ল। কথা বিষম যেন দেখি তীৰ্থ ভ্ৰমণৰ চেলু উলিয়াই আশ্ৰিত ৰজা,

ৰাজপুত্ৰসহ নিজ পুত্ৰ-পুত্ৰীক লগত লৈ ছদ্মবেশে বীৰবল ৰজাই প্ৰতিজন হিন্দু ৰজাৰ আশ্ৰয় প্ৰাৰ্থনা কৰিলে যদিও বাদছাহৰ বিপক্ষে থিয় দিবলৈ সেই সময়ত কোনেও সাহস নকৰিলে। উপায়ন্তৰ হৈ তেওঁলোক হাবিয়ে-বননিয়ে, পৰ্বত-কন্দৰে অনাই-বনাই ফুৰি কিছুদিনৰ বাবে সাওঁতাল পৰগণালৈ আহি সাওঁতালসকলৰ আশ্ৰয়ত থাকিবলগীয়া হ'ল। ইয়ালৈও বাদছাহে খেদি অহা দেখি সাওঁতালসকলে গাহৰি মেলি দি যুদ্ধ আৰম্ভ কৰাত বাদছাহী সৈন্য পিছ হুহকি গ'ল। ইয়াতো নিৰাপদ নেদেখি সাওঁতাল ৰাজ্য ত্যাগ কৰি ৰজা বীৰবলে শিখৰভূমিলৈ উজাই আহি ভূমিজ গোষ্ঠীৰ মহাশক্তিধৰ ধাৰ্মিক ৰজা ভৰতসিঙৰ আশ্ৰয়ত থাকিল। ইয়াতেই ভৰত সিং কন্যা সুৰুজমণিৰ লগত কৰ্ণদেৱ দুহিতা ৰুক্মিণী ওৰফে টুচু দেৱীয়ে 'ফুল প্ৰাণত' আবদ্ধ হয়। তদুপৰি সীতাৰাম আৰু ৰুক্মিণীৰ প্ৰণয় কথা জানি মহা ধুমধামেৰে ৰজাই মাঘ মাহৰ প্ৰথম দিনা নিজৰ উদ্যোগত বিবাহ পাতি দি টুচু দেৱীক মোগলৰ হাতৰপৰা উদ্ধাৰ কৰে। কিন্তু বহুদিন পৰ্বত-পাহাৰে, না-জল, না-থল অৱস্থাত ঘূৰি ফুৰোঁতে সীতাৰামৰ দেহ ভাগি পৰি বিয়াৰ পাছৰেপৰাই অচিন ৰোগত আক্ৰান্ত হৈ পৰে। ৰজাৰ পৃষ্ঠপোষকতাত ৰাজ বৈদ্যসকলে অনেক দৰৱ জাতি দিলে, টুচু দেৱীয়েও ব্ৰতে উপবাসে থাকি স্বামীৰ সেৱা-যতন কৰিলে কিন্তু কোনো ৰকমেই সীতাৰামক বচাই তুলিব নোৱাৰিলে। বিবাহৰ সম্পূৰ্ণ এটা বছৰৰ পাছত মকৰ সংক্ৰান্তিৰ আগদিনা সীতাৰামৰ প্ৰাণ-বায়ু নিৰ্বাপিত হ'ল। সেই কালত সতীদাহ প্ৰথা চলন্তি থকাত ভৰত সিং ৰজাই যুগুতাই দিয়া 'চৌডল'ত(দোলা) উঠি গৈ সুবৰ্ণৰেখা নদীৰ পাৰত 'সতীঘাট' নামে ঠাইত টুচু দেৱীয়ে সীতাৰামৰ চিতা জুইত সোমাই পৰি প্ৰাণত্যাগ কৰে। ৰজা বীৰবলেও সাংসাৰিক জীৱনৰ মায়া ছিঙি কাশীধামলৈ গৈ তাতেই শেষ নিশ্বাস পেলায়। ৰাজৰোষত পৰি অবৰ্ণনীয় অত্যাচাৰ সহ্য কৰি ক্ষুদ্ৰ স্বাৰ্থত বৃহত্তৰ স্বাৰ্থ বিসৰ্জন নিদি মহাসতী জয়মতীয়ে জনসমাজত যি আদৰ্শ দি থৈ গ'ল সেইদৰে মহাসতী টুচু দেৱীয়েও নিজস্ব কৰ্তব্য নিষ্ঠা, ত্যাগ, সাহস আৰু সতীত্বৰ গুণৰাশি 'টুচুমতী' সকলৰ মাজত এৰি থৈ গ'ল।

টুচু পূজাৰ উপলক্ষে গোৱা টুচু পূজাৰ বন্দনা গীত, টুচুৰ আদৰণী গীত, জাগৰণী গীত, টুচু ঘুমোৱা গীত, টুচুৰ বিবাহ গীত, দেৱ-দেৱীৰ বৰ বিচৰা গীত, টুচু ডুলা গীত, টুচুক বাহিৰ কৰা গীত, মালা বদল কৰা গীত, জোৰা নামৰ গীত, টুচুৰ ৰূপ-যৌৱন গুণানুকীৰ্তন কৰা গীত, আই বোপাই, শাহু-শহুৰ, দেওৰ-ননদ আদিক লৈ গোৱা গীত, ফুলশয্যা বিষয়ক গীত, টুচু যাত্ৰাৰ গীত ভাঁচান গীত আদি চালি জাৰি চালেই টুচু দেৱীক এই পৃথিৱীৰেই সতী-সাধ্বী মানৱী দেৱীৰ জীৱনৰ কথা বুলি নিসন্দেহে ক'ব পাৰি। অৱশ্যে টুচুৰ পৰিয়াল বৰ্গ অণ্ডহী-বণ্ডহীৰ মাজত ৰুক্মিণী, ৰঘুৰাম, কৰ্ণদেৱ, বীৰবল, ভৰত সিং সুৰুজমণি আদি দেৱস্তৰৰ নামৰ ব্যাপকতা

থকাৰ ফলত কালক্ৰমত সেয়েই সানমিহলি হৈ 'টুচুমতী'সকলৰ দৰে ভক্তবৃন্দৰ হৃদয়ত টুচুদেৱী এক অলৌকিক ৰূপত কল্পিত হৈ পৰিল বুলিও নিশ্চিত হ'ব পাৰি।

টুচু ফুৰাওঁতে গাঁও বা অঞ্চলটোৰ ওচৰতে পোৱা নামী দামী সন্মানীয় ব্যক্তিসকলৰ চোতালতেই প্ৰথমে মূৰ্তি টুচুক স্থিৰ কৰি(ৰঙা মাটি গোবৰেৰে মচি দিয়া ঠাইত) দান-দক্ষিণা আদি আদায় কৰা হয়। গৃহস্থৰ শক্তি অনুযায়ী ভক্তি কৰি সেৱা আগবঢ়ায়। টুচু পূজাৰ বিষয়বস্তুৰ অন্তৰালত দুখৰ গভীৰতা যিমানেই নহওক লাগে সাধাৰণতে টুচুৰ গুণ-গৰিমা সূচক আৰু সদা আহ্লাদিত প্ৰেমমূলক গীতহে পূজা উপলক্ষে অধিক পৰিমাণে পৰিৱেশন কৰা হয়। মুখ্য ভূমিকা থকা টুচুমতী সমাজক টুচুমতী মূৰ্তি কঢ়িয়াই নিওঁতে (ফুল টুচুয়েই হওক বা মৃত্তিকৰ ভাদু টুচুৱেই হওক), নাচ-গান কৰোঁতে গৌণ ভূমিকা থকা ডেকা চেমনীয়া পুৰুষসকলেহে ঢাকা, ঢোল বা ঢুলুকী বজাই সহায় আগবঢ়ায়। বিভিন্ন আ-অলংকাৰেৰে সৈতে ৰং বিৰঙৰ সাজ-পোছাক পৰিহিতা টুচুমতীসকলে সুৰ আৰু তালৰ লগে লগে গীত ধৰি ৰুমাল উৰুৱাই যেতিয়া হাত উজান দিয়ে, তেতিয়া ছাঁৰ দৰে লাগি ফুৰা আলধৰা যুৱ-পুৰুষসকলৰ হিয়াত প্ৰেমৰ বন্যাই নিশ্চুপ ৰূপত খৌকি বাথৌ নলগায় বুলি ক'ব নোৱাৰি। অৱশ্যে ৰাত্ৰি জাগৰণৰ বেলিকা ঘৰে ঘৰে টুচু চোৱা যুৱ-পুৰুষসকলে দলে দলে গীত-মাত গাই, ফুৰা-চকা কৰি পৰিৱেশ সজীৱ কৰি তোলে। কিছুৱে টুচুৰ ঘৰৰ আগ চোতালত প্ৰজ্বলিত ৰখা ধুনীৰ ওচৰত জুই ফুৱায়েই ৰাত্ৰি জাগৰণ কৰে। এই ধুনী সৰ্বসাধাৰণৰ দৃষ্টিত জাৰ খেদোৱা যেন দেখা গলেও আচলতে ই টুচুদেৱীৰ সতীযোৱা চিতা জুইৰ প্ৰতীক বহন কৰে বুলি ক'ব পাৰি। সেইদৰে 'ফুল টুচুক' সতী যাবলৈ ব্যৱহাৰ কৰা দোলা আৰু 'ভাদু টুচুক' সীতাৰামৰ প্ৰতীক ৰূপ বুলি জনা বুজাসকলে ক'বৰ প্ৰয়াস কৰে।

টুচু পূজাৰ আয়োজক গৃহস্থ ঘৰৰ মূল মানুহ গৰাকীয়েই 'টুচুৰ মা' হিচাপে পৰিচিত হয়। সকলো যা-যোগাৰ, হিচাপ-নিকাচৰ ভাৰ তাইৰ ওপৰতেই ন্যস্ত থাকে। এমাহ ধৰি টুচুমতীসকলে টুচু বন্দনা কৰা সময়ত সমবায় পদ্ধতিৰে তেল-শলিতা আৰু অন্যান্য নৈবেদ্য আদিৰ যোগান ধৰে। পূজা সমাপন হোৱাৰ পাছত সংগৃহীত ধন সামুহিক ভোজনত খৰচ কৰা হয়। এই পূজাত পিঠা-পনা, ফল-মূল, আখৈ-বাতাচা আদিৰ অতীব প্ৰয়োজন।

জনবিশ্বাস প্ৰচলতি আছে যে এই পূজা সুকলমে পাৰ হলে খৰ-খছ বেমাৰ-আজাৰ আদি নহয়। ঘৰৰ সুখ শান্তিও বাঢ়ে।

শুভ মকৰ সংক্ৰান্তিৰ উপলক্ষে একেলগে পিঠা পৰব, টুচু উৎসৱ আৰু ৰং ৰহইচৰ যি প্ৰক্ৰিয়া চলে সেয়েই ৰস পিপাসু সংস্কৃতি প্ৰেমী প্ৰত্যেক ব্যক্তি আৰু সমাজে উদাৰ দৃষ্টিভঙ্গীৰে বহল পৃথিৱীত ভাতৃ আৰু মিত্ৰ ভাবৰ সঞ্চাৰ হোৱাটোকে মনে প্ৰাণে কামনা কৰে।

# গৰয়া পূজা বা সাঁহৰাই পৰব

চাহ বাগিচাৰ লেখত ল'বলগীয়া উৎসৱসমূহৰ ভিতৰত গৰয়া বা সাঁহৰাই পৰবো অন্যতম। এই পৰবৰ প্ৰধান উদ্দেশ্য গো-সেৱা। কাতি মাহৰ অমাৱস্যাৰ পাছত ন-জোন ওলোৱাৰ দিনা এই পূজা অনুষ্ঠিত হয়। কিছুৱে পাঁচ বা সাত দিনত এই পূজাৰ আয়োজন কৰে। এই পূজাত গৰুবোৰক গা-পা ধুৱাই, তেল-হালধি ঘঁহি, ৰুটী-পিঠা আদি খুৱাই গোহালীত মহাদেৱ, বাঘ, ধৰম দেৱতা, গ্ৰাম দেৱতা, বন দেৱতা আদি পঞ্চ দেৱতাৰ নামত থাপনা পাতি মুৰ্গী আদি বলি দি গো জাতিৰ উন্নতিকেই কামনা কৰা হয়। পূজাৰ অন্তত ন-পঘাৰে গৰু বান্ধি কটা ঘাঁহ খুওৱা হয়। ন-বস্ত্ৰ পৰিধান কৰা গৃহস্থই ব্ৰতে উপবাসে থাকি গো-সেৱাৰ লগতে নাঙল, যুঁৱলী, মৈ আদি কৃষি সঁজুলিসমূহ ধুই-মেলি তেল-সেন্দুৰ আদিৰে ফোঁট দি 'চুমান'(আৰতি) কৰে। গো পূজা অনুষ্ঠিত হোৱা তিনি, পাঁচ, সাত বা ততোধিক দিনৰ আগৰপৰাই পূজাৰ আয়োজকসকলে তেওঁলোকৰ নিজৰ গোহালীৰ উপৰিও ওচৰ চুবুৰীয়াৰ গোহালীতো ঢোল-মাদল লৈ গো-জাগৰণৰ জাহলী গীত গাই ফুৰে। বহুতে ইয়াক ৰাঁধনা পৰবৰ গীত বা কপিলা-মঙ্গল গীত বুলিও কয়।

নিৰ্দিষ্ট পূজাৰ দিনা পিঠাগুৰি, পুৰৈ শাক বা আকাশীলতা একেলগে গুৰি কৰি পানীৰ লগত গুলি লৈ গোহালী পৰ্যন্ত গোটেই আঙিনাত এবিধ ৰেখাপথ অংকন কৰে। এই পথেদি গৰুবোৰক গোহালীলৈ আহযাহ কৰোৱায়। গৰুবোৰক তেল হালধিৰে বোলাই, চাউলৰ গুৰিৰে বিভিন্ন ছাব বা টাটু আঁকি দিয়া হয়। আবেলি ভাগত কিছুৱে গৰুবিলাকৰ মূৰত গেৰ ওলোৱা ধানৰ 'কপালী' পিন্ধাই চৰাবলৈ নিয়াৰ লগতে নতুন মাটিৰ মলাত জুইৰ আঙঠা লৈ ধূপ-দীপ সৰিয়হ আদি পুৰি দুই বা ততোধিক আলিৰ সঙ্গমস্থলত 'নিংচাই' পৰ্বৰ সমাধা কৰে যাতে বিভিন্ন বদ্-ব্যাধিসমূহ সেই জুইত জাহ যায়। কোনোবা গৰুৰ 'কপালী' পিছদিনালৈও শিং আদিত লাগি থাকিলে ধূপ-ধুনা দেখুৱাই খুলি আনি ভঁৰালত থোৱা নিয়ম প্ৰচলিত আছে। এই দিনাই গৰখীয়াসকলকো নিমন্ত্ৰণ কৰি আপ্যায়িত কৰা হয়।

গৰয়া পূজাৰ মূল পৰম্পৰা বিচাৰি দুই একে ভিন্নমত পোষণ কৰা দেখা যায়। কিছুৰ মতে সৰ্বজনবিদিত শ্ৰীকৃষ্ণৰ গোবৰ্ধন ধাৰণ আখ্যানটোৱেই ইয়াৰ মূল উৎস। যুক্তি ভিত্তিক আলোচনা কৰিলে এইমত সমীচীন বুলি ধৰিব নোৱাৰি। অন্যহাতে কিছুৱে মুখে মুখে চলি অহা মৌলিক গীতসমূহতেই ইয়াৰ উৎস সোমাই আছে বুলি ক'ব খোজে। চালি জাৰি চালে এই গীতসমূহতেই গৰয়া পূজাৰ কাৰণ-নিয়ম-উদ্দেশ্য নীৰবচ্ছন্ন সোঁতেতেই পোৱা যায়। গীতত পোৱা আখ্যান মতে কৃষিজীৱী

মানুহে হাল বাই মাটি চহাওঁতে গৰুৰ দুখ দুৰ্গতিৰ প্ৰতি কোনো ধৰণৰ অনুকম্পা বা সহানুভূতি নেদেখুৱাই নিজ স্বাৰ্থৰ অনুকুলেই মাৰপিট কৰি, শাৰীৰিক যাতনা দি গোটেই দিন ধৰি কামত লগোৱাত নিৰ্যাতনৰ সীমা চেৰাই গ'ল। আনকি সিহঁতৰ থকা মেলাৰ বাবে গোহালী আদিৰো ব্যৱস্থা নকৰাত আঠুৰুৱীয়া বোকাপানীত কাল যাপন কৰিবলগীয়া হোৱাত মনৰ দুখত গো ধনে প্ৰতিকাৰ বিচাৰি এদিন দুদিনকৈ তিনি দিন বাটকুৰি গৈ দেৱাদিদেৱ মহাদেৱৰ ওচৰত গোচৰ তৰিলে — গীতত ব্যক্ত হয় —

একদিনে চলে বৰদা দুয় দিনে চলে
তিনি দিনে ভগবান পাশ
শুনহ শুন ভগবান সুখ দুখ বাত হ
শুনে লেবে কাণ লাগায়।
মামা হ ভাগিনী দুয় হালৱা হ'
জুতল বেলিয়া ডুবাই
আঠু ভৰি কাদা প্ৰভু ঠেওনা ভৰি পানী
তাহা ইচৰ ৰাখল দাঁড়াই
পয়না ঘুৰাই যখন মাৰবে
তখন জীবে না সহায়।

❖ ❖ ❖ ❖

ছোট বুড়া হাড়ে গৰু জুৰতৰে বাবু হো
নপাৰলে চললে সমান
মোচৰাই ভাঙত লাঠী গোঁতা মাৰত
বহুত কৰত অপমান।

গো ধনৰ এনে কাতৰ আহ্বান শুনি মহাদেৱে সহানুভূতি দেখুৱাই বিধান কৰি দিলে যে মৰ্ত্যলৈ সিহঁত যাতে কোনো খেদ নকৰাকৈ উলটি আহে আৰু মানৱ সেৱাত চাৰি মাহ দিন গা-খাটি দিয়ে। তেৰোঁ অমাৱস্যাৰ দিনা সিহঁতৰ দুৰ্দশাৰ বুজ লবলৈ আহিব আৰু সেই দিনৰপৰাই মানুহেও চাকি-বাতি জ্বলাই, ঘাঁহ আদি কাটি মেলি খুৱাই-বুৱাই সিহঁতৰ জীৱনৰ গুণগান প্ৰচাৰ কৰি দেৱতাৰ দৰে আবদাৰ কৰিব। আন কথাত তেতিয়াৰপৰাই গো-পূজাৰ প্ৰচলন হ'ল। গীতত বিধানৰ বাণী ব্যক্ত হ'ল এনেদৰে —

কিয়া কহব বৰদা কিয়া তহে শুনবে
কিয়াত কাণ লাগায়
যাহ যাহ বৰদা এহি চাৰ মাস হ'

হামি যাব আমাসকা ৰাত
চাৰ কোনাই চাৰ বাতী জ্বালাবে
আগুশালে কাটল ঘাঁস।

মহাদেৱৰ এনে বিধান শুনি মানুহে গো-জাতিৰ দুখ যাতনা আৰু নিজৰ দোষ বুজি উঠিল। নিজৰ দোষ স্বীকাৰ কৰি প্ৰত্যেকেই গো ধনৰ গোহালীয়ে গোহালীয়ে গৈ জাহলী গীতৰ মাজেদি নিজ ভাব ব্যক্ত কৰি ক'বলৈ ধৰিলে—হেৰা গো ধন! আক তাক সুধি পুছি তোমালোকক বিচাৰি ইয়ালৈ আহিলো। তোমাৰ গৃহস্থয়ো আমাক পীৰাখন আগবঢ়াই গুৱাপাণ যাচিছে। আজি বছৰেকীয়া গো-লক্ষ্মীৰ পৰৱত তোমালোকৰ ওচৰলৈ আমি গৃহস্থবোৰ আহিছোঁ— নাহিলে আমাৰ অপৰাধ হ'ব। অন্য দিনা হয়তো ভিক্ষাৰীবোৰহে গৃহস্থৰ দুৱাৰলৈ যায়। কিন্তু আজি আমি গৃহস্থবোৰেহে তোমালোকৰ নাম-কীৰ্তন, তোমালোকৰ গুণ-গৰিমাৰ কথা প্ৰচাৰৰ উদ্দেশ্যে গান-বাজনাসহ নাচি বাগি চোতালৰ ধূলি উৰুৱাই ফুৰিছোঁ—

খুজ খুজতে আলি পুছ পুছতে আলি
কন দিকে আহিৰাকে ঘৰ হ'
পুছ পুছতে আলি খুজ খুজতে হ'
অহিৰাকে ঘৰ কতি দূৰ হ'
বৈঠেকে দেতই ভালা ৰুচু মুচু পীৰা হ'
খায়কি দেতই গুৱা পাণ হ'



আজ যে হাঁকাই ভালা বছৰাকু পৰব হ'
নাহি আলে বৰ অপৰাধ গ'
আজ যে হাঁকাই ভালা লছমীকে পৰব হ'
অহলী আৱলি দুৱাৰী গ'
আন দিনে আৱই ঐৰা বাট ভীক্ষাৰীয়া হ'
আজ আৱই আইৰা গৱালীৰে
কত যে গাৱই কত বাজাৱই
আঙিনাত ধূলা উড়াই গেলায়ৰে।।

হে গো লক্ষ্মী আহিন মাহ পাৰ হৈ কাতি মাহ সোমাল যদিও তোমালোকে দুখ নকৰিবা, নাকান্দিবা। তোমালোকৰ শিঙত আমি সেন্দুৰ তেল আৰু হালধি বোলাই তোমালোকৰেই প্ৰাপ্য 'চুমান' উছৰ্গা কৰিম। মাৰ-পিট কৰি যি যাতনা দিলো তাৰ বাবে আমি অনুতপ্ত সেয়েহে নিজকে প্ৰায়শ্চিত্ত কৰিবলৈ আহি তোমালোকৰ লগতেই বহিমেলি একে দুখৰ ভাগী হ'ম। অকল এয়ে নহয় অৰুণ বনৰ তৰুণ লতা আনি ন-

গুণ কৰি তোমালোকৰ ডিঙিত আঁৰি দিম।

ক'ন শিংগে লেবে বৰদা তেল সিন্দুৰ হ'
ক'ন শিংগে ঝঁকবে চুমান হ'
দাহিন শিংগে লেবে বৰদা তেল সিন্দুৰ হ'
বাঁৱা শিংগে ঝঁকবে চুমান হ'
সবু দিনেৰে বৰদা মাৰলি পিটলি
আজত কৰিব সুচাৰ
গঙ্গা গহালে বৰদা জাংগা জুৰি বঠব
কহব সুখ দুখ বাত।



অৰুণ বনে ভালা তৰুণ লতাৰে
বাটবই ন-গুণেক জতীৰে
সেহ জতীৰে বৰদা বান্ধব-সান্ধব
বান্ধি সান্ধি কৰব সুখ দুখ বাতৰে—
সবু দিনেৰে বৰদা মাৰলি পিটলি
আজুত হব সঙ্গ ভাইৰে।

গো ধনৰ লগত গৰখীয়াৰ সম্বন্ধ ওতঃপ্ৰোতভাবে জড়িত। গৰখীয়াই যাতে গো ধনক ভাল ঘাঁহনিত চৰাই ,সময়মতে পানী খুৱাই ,লোকৰ সীমা বা গেৰেন্দাত যাতে দিগদাৰ নিদিয়ে তাৰ প্ৰতিও গৃহস্থই সাৱধানবাণী শুনাই-

ক'ন বনেৰে অহিৰা গায়া চৰাৱলে?
ক'ন বনে পানীয়া পিয়ালি
ক'ন বনে গুৱালীন গায়া চৰাৱলে?
কালীদহে পানীয়া পিয়ালি।



বাৰে যে বাৰে বাগাল বাৰণ যে কৰি ঐৰা
লকেৰ সীমনাই না চৰাইঅ' গায়া
ঐচা মাৰণ মাৰব ভাই পয়নাৰে ঠেংগাই
ঘঁচৰীয়ে যাবে জংঘল ঝাইড়।

জাহলী গোৱা বাইজে ঘৰে পৰে সকলো কৃষকৰ গোহালীলৈ গৈ গো-জাগৰণ কৰি শান্তিৰে থাকিবলৈ আশীৰ্বাদ বিচাৰে । কেতিয়াবা হয়তো টিমিক -ঢামাক চাকি জ্বলাই ভাগৱত পৰি কৃষকে শুই পৰে ।জাহলী গীতৰ ঢাক ঢোল ,নৃত্য গীতেও তেতিয়া তেওঁক সাৰ পোৱাব নোৱাৰে ।এনে মু হূৰ্তত চোতালৰ পৰা নানান

ধৰণৰ ঠাট্টা-মস্কৰা,উক্তি-বক্রোক্তিৰ গীতেৰে কৃষকজনক জোকাব লগা হয় । হে কৃপণ গৃহস্থ , জাহ্‌লী গীত শুনি তোমাৰ গো ধন সাৰ পাই উঠিল । তুমিহে গাহৰিৰ দৰে খাটৰ তলত 'ভূৰচী' (ফুট ছাই) ৰাখি শুই আছা । ৰাইজক সুধিবলৈ তোমাৰ যদি একো বস্তুৰেই যোগাৰ নাই তথাপিও উঠি আহি সুদা মুখেৰেই বিদায় সম্ভাষণ জনোৱাহিচোন । হাস্য ৰসাত্মক এনে গীতসমূহ বৰ আমোদজনক-

দিয়াত জ্বৰাই ভাকাসুনা ভুকুহু
মানুৱাকা সাৰা নাহি পায়
আগেত জাগল চিৰমতী গায়া হ'
তাকৰ পাছু জাগল কিষাণ হ'
নাহি যদি আটত নাহি যদি জুটত
সুধু মুখে কৰত বিদায়
টুটল খাটিয়া টফুল ভূৰচী হ'
শুতে লাগল শুঁৱৰ সমান হ'

গৰয়া পূজাৰ জৰিয়তেই গোধনক কৰা সাষ্টাঙ্গ আৰাধনাৰে আঁৰে আঁৰে গো জাতিৰ অধিষ্ঠাতা পুৰুষ মহাদেৱলৈ সৰ্বাগ্রে অৰ্ঘৰ অৰ্চনা যাচি সহায় -সম্বলহীন গো পালক এজনে যেন ক'ব বিচাৰে-তেওঁৰ , ধনহীন, জনহীন ঐশ্বৰ্য্যহীন অৱস্থা দেখি মাতৃ হৃদয়ে 'সাৰা জীৱন' ব্যথিত হলেও ভগ্নীয়ে ছমাহ আৰু পত্নীয়ে খোপা বান্ধিবলৈ মূৰ ফণিয়াই মাত্র ডেৰ প্ৰহৰ ৰাতিহে ব্যথা অনুভৱ কৰে ।

মাইতো কান্দে ভালা জনমে জনমে গ'
বহিনতো কান্দে ছয় মাস হ'
তিৰী খে কান্দই ভালা ডেৰ প্ৰহৰ ৰাতি হ'
ভিনিষাৰি খপাঁ চিকুনাইৰে।

এই দৰে দুখ দুৰ্দশাৰ কথা ব্যক্ত কৰি তেওঁৰ আশীৰ্বাদতে ঘৰখনৰ দীনহীন অৱস্থা আতৰাই ঐশ্বৰ্য্য -বিভূতি সমন্বিতে অধিক 'কিষাণ'ৰ যাতে জন্ম হয় আৰু সেইদৰে বিষ্ণু ,মহামায়া , আৰু লক্ষ্মীদেৱীৰ কৃপাত যেন ঘৰখন ঠন ধৰি উঠে তাৰ বাবেও আশীৰ্বাদ বিচাৰে । অকল এয়েই নহয় গো মাতাৰ আশীৰ্বাদতো যাতে ধনে-জনে ,গৰুৱে-গাইয়ে ,ঐশ্বৰ্য্য-বিভুতিৰে পৰিপূৰ্ণ হৈ উঠে তাৰো কামনা কৰে -

তোহো দয়া কৰবে ইচৰ মহাদেবা গ'
বাঢ়ত ঘৰকে শান্তি কিষাণ গ'
বাঢ়ত ঘৰকে কিষাণ গ'
তোহো দয়া কৰবে চিৰি বিষ্টু দেৰা গ'
বাঢ়ত ঘৰকে শান্তি গ'

তোহো দয়া কৰবে দশভূজা দেবী গ'
বাঢ়ত বেগতি প্ৰাণী গ'
তোহো দয়া কৰবে মহামায়া লক্ষ্মী গ'
ঠুইক দেতই সোনাকা দালান গ'

অদীৰে -জাগমা লছমী, জাগমা ভগৱতী হ'
জাগমা আমাসকা ৰাত হ'
জাগাকা প্ৰতিফল দেবে মা লছমী হ'
পাঁচ-পুত্ৰ দশ ধেনু গাই হ'

ঘৰুৱা জীৱনত গো-জাতি অপৰিহাৰ্য্য হোৱা হেতুকেই অতীজৰ পৰাই হিন্দুসকলে সিহঁতক শ্ৰেষ্ঠ স্থান দি আহিছে। লোকাচাৰৰ জৰিয়তেই হওক বা বেদাচাৰৰ জৰিয়তেই হওক গৰয়া পূজাৰ মাধ্যমত গো-পালনত ভক্তি ভাবৰ ধাৰা এটি চিৰকালেই প্ৰবাহিত হৈ থাকিব।

# গ্ৰাম পূজা

চাহ-মজদুৰ সমাজত প্ৰচলিত থকা গ্ৰাম পূজাক দুই ভাগত ভগাব পাৰি । প্ৰথমটো ব্যক্তিগত আৰু দ্বিতীয়টো সামূহিক । এই সমাজত এটা ধাৰণা আছে যে গাঁও বা বাগিচাত থকা প্ৰতিখন 'ঘৰ- গৃহস্থীত' সুখ-দুখৰ ,নীতি-নিয়মৰ আঁত ধৰিবলৈ আৰু গৃহস্থক সকলো প্ৰকাৰে সহায় কৰিবলৈ একোজনকৈ অলৌকিক অধীশ্বৰ থাকে। এই প্ৰহৰী স্বৰূপ ৰক্ষাকৰ্তা দেৱতাজন যদি কিবা প্ৰকাৰে অসন্তুষ্ট হবলগীয়া হয় তেনেহলে ঘৰখনৰ বাবে অশুভ হয় । তেওঁ যাতে সন্তুষ্ট হৈ ঘৰখনক নানান অপায় অমঙ্গলৰ পৰা ৰক্ষা কৰি থাকে সেই উদ্দেশ্যেই বহাগ মাহৰ পৰা শাওণ মাহৰ ভিতৰত ঘৰৰ চাৰি বেৰৰ বাহিৰ কিন্তু নিজ বাৰী-ঘৰৰ চৌহদ বা বাৰীৰ ঢাপৰ ওচৰত গৃহ দেৱতাৰ্ঁ পূজাৰ আয়োজন কৰে । পূজক গৃহস্থই এই উপলক্ষে গোষ্ঠীগত আচাৰ অনুযায়ী হাঁহ-কুকুৰা,ছাগলী বা গাহৰি আদি বলি দিয়া দেখা যায় । পূজাৰ প্ৰসাদ আৰু যাৱতীয় 'খানা-পিনা' একে ঠাইতে শেষ কৰা নিয়ম । কোনো পধ্যেই অতিৰিক্ত বস্তু সম্ভাৰ ঘৰৰ ভিতৰলৈ অনাটো নিষেধ । ইয়াৰ ব্যতিক্ৰ ম ঘটিলে নানান অপায় - অমংগল বা 'গণ্ডগোল' হোৱাৰ সম্ভাৱনা থাকে বুলিও জনশ্ৰুতি প্ৰচলিত আছে । এই গৃহ দেৱতাৰ পূজাক সাধাৰণতে 'বুঢ়া ঠাকুৰ ' বা 'বুঢ়া ভাংগৰীয়া' পূজা বুলি কোৱা হয় । স্বচ্ছল অৱস্থাৰ গৃহস্থ সকলে এনে পূজাৰ আয়োজন বেছ ধুম-ধামেৰে পতাও পৰিলক্ষিত হয় । ওপৰত বৰ্ণিত গৃহদেৱতাৰ পূজাৰ দৰে গ্ৰাম বা গাঁৱকো নানান অপায়-অমংগল, মাৰি মৰক, কু-দেৱতা বা অপদেৱতা আদিৰ পৰা ৰক্ষা কৰিবলৈ গাঁৱৰ ওপৰত একোজন মুৰব্বী দেৱতা থাকে বুলি বিশ্বাস কৰা হয়। এই গ্ৰাম ঠাকুৰৰ পূজাক চমুকৈ গ্ৰাম পূজা বুলি কোৱা হয় । গ্ৰীষ্ম আৰু বৰ্ষা কালৰ ভিতৰত এই পূজা পালনৰ নিয়ম থাকিলেও, বিশেষকৈ আহাৰ মাহত সৰহ ভাগ অঞ্চলতেই এনে পূজাৰ সমাপনৰ কাৰ্যলৈ চাই বহুতে ইয়াক 'আষাঢ়ীয়া' পূজা বুলিও কয়। আকৌ গ্ৰাম শব্দটিক স্পষ্টকৈ উচ্চাৰণ কৰিব নোবাৰি বহুতে ইয়াৰ অপভ্ৰংশ শব্দ 'গৰম পূজা' বুলিও কয়। সেয়েহে অনা মজদুৰ লোকে বহু ক্ষেত্ৰত গৰমৰ বাবেইহে গৰম পূজা অনুষ্ঠিত হয় বুলি ভ্ৰান্ত ধাৰণা কৰাও দেখা যায় ।

যি কি নহওক এই গ্ৰাম পূজা অনুষ্ঠিত কৰিবলৈ বাগিচা বা বস্তি অঞ্চলত একোখন 'দেওথান' বা 'দেওঘৰ' থাকে। এনে থানতেই গ্ৰাম পূজাৰ আয়োজন হয়। সমাজৰ সকলো শ্ৰেণীৰ মানুহেই ইয়াত যোগ দিব পাৰে। পূজা চলাবৰ বাবে বামুণৰ প্ৰয়োজন নাই। সমাজৰ জনা-বুজা মানুহ এজনক (পাণ্ডা বুলি কোৱা হয়) পূজাৰী লোৱা হয়। এই পূজাৰীজন ব্ৰতে উপবাসে থাকি পূজা পৰিচালনা কৰে। এই

পূজালৈ বহুতে নানান ধৰণৰ 'মানসিক' আগবঢ়োৱা থাকে, এনে মানস অনুসৰি সকলোৱে মাহ-প্ৰসাদ, হাঁহ-পাৰ, ছাগলী-গাহৰি, কুকুৰা আদি আগবঢ়ায়। সমাজ ভেদে মানসৰ তাৰতম্যও থাকে। দেওথানত গ্ৰাম দেৱতাৰ বাহিৰেও আন কিছুমান উপদেৱতাৰ নামতো পূজাৰ ভোগ আগবঢ়োৱা হয়। থানত দেৱতাৰ নামলৈ ঝাণ্ডা পোতা হয়।

পূজাৰ দায়িত্বত থকা পূজাৰীজনক প্ৰথমতেই ঢাক-ঢোল বজাই, নতুন বস্ত্ৰ পিন্ধাই দেওঘৰলৈ আদৰি নিয়া হয়। দেওঘৰলৈ আহিয়েই তেওঁ পূজাৰ যাবতীয় বস্তু আদিৰ থানখিত লগাই বেদীৰ ওচৰত এক ধ্যানত জপ কৰিবলৈ ধৰে। এনে সময়ত অহৰ্নিশে বাজনা বাজি থাকে। যেতিয়ালৈকে পূজাৰীজনৰ গাত দেও নুঠে তেতিয়ালৈকে এই বাজনা পৰ্বৰ শিথিলতা হ'ব নোৱাৰে। দেওধনী উঠাক 'ঝুপা' বা 'চাটিয়া' বুলি কোৱা হয়। এই 'ঝুপা' উঠাৰ সময়ত পূজাৰীজনে কৰণীয় নীতি-নিয়ম আৰু নানান সমস্যাৰ বিষয়ে আদ্যোপান্ত বিবৰি কয় আৰু শেষত সেই নিয়মেই পূজা সমাপন কৰা হয়। বহু সময়ত বাজনাৰ ছেৱে ছেৱে ঝুপানাচ নচা দেখা যায়। পূজাৰীজনক সকলো কামত সহায় কৰিবলৈ দুজনমান পালী থাকে। এওঁলোক ব্ৰতে উপবাসে নাথাকিলেও স্নানাদিৰ অন্তত নতুন বস্ত্ৰ পৰিধান কৰা নিয়ম।

বেদী বা থান পূজাৰ অন্তত বলি আদি কটাৰ পাছত গ্ৰাম বন্ধন কৰাৰ নিয়ম। দিনে পোহৰে শেষ কৰা পূজা ভাগৰ পাছত ৰাতিৰ আন্ধাৰতহে এই পৰ্ব আৰম্ভ কৰা দেখা যায়। গ্ৰাম-বন্ধনৰ তাৎপৰ্যই গাঁওখনক নানান অপায়-অমংগল আদিৰপৰা ৰক্ষা পোৱাৰ কথাকে সূচায়। পূজাৰীৰ দলে গাঁৱৰ চাৰিও সীমা ঠাৱৰ কৰি কিছুমান ৰঙা চালু কাপোৰৰ সৰু সৰু ঝাণ্ডা পোতে আৰু ধূপ-দীপ আদি জ্বলাই কণী একোটাকৈ পোতে নাইবা বলি কাটে। গাঁৱৰ চাৰিও সীমা পৰিভ্ৰমণ কৰাৰ বেলিকা লগত নিয়া ফুল-পুষ্পও ছটিয়াই যায়। বহুতে এৰাঁ সূতা বন্ধা একোটা ধেনু আকৃতিৰ খুঁটাও পোতে। এই 'গ্ৰাম-বন্ধন' পৰ্বক বহুতে 'মেলানি দিয়া' বুলিও কয়।

এইদৰে চাৰিওফালে গ্ৰাম-বন্ধন কৰিলে অন্য ঠাইৰ ভূত-প্ৰেত, ডাকিনী-যোগিনী বা অন্যান্য উপদেৱতাবোৰে গাঁৱত সোমাব নোৱাৰে বুলি লোক বিশ্বাস প্ৰচলিত আছে। গ্ৰাম বন্ধন কাৰ্যৰ লগে লগে লগত নিয়া গাহৰি, কুকুৰা আদিক খুচি মেলি মাজে সময়ে চিঞৰ-বাখৰ কৰোৱায় যাতে অশৰীৰি দেৱতাবোৰে এনে সীমা লংঘন নকৰে। ইয়াৰ পাছত শেষ ঝাণ্ডা পোতাৰ লগে লগে গাঁওখনৰ সীমামূৰীয়া ঠাইত সংকেতবাহক প্ৰাণী কেইটাক মাৰি তাতেই পুৰি মেলি ভোজন কৰে। অৱশ্যে সমাজ বা অঞ্চল ভেদে প্ৰাণীকিটা বেলেগ হ'বও পাৰে। ইমানতেই গ্ৰাম দেৱতাৰ পূজাৰ সামৰণি পৰে।

উল্লেখনীয় যে দিনৰ ভাগৰ পূজাৰ অন্তত জনশ্ৰুতি প্ৰচলিত থকা হেতু

বহুতে চোতাল-ঘৰ সাৰি মচি জাবৰ-জোঠৰবোৰ আওহতীয়া ঠাইত নি পেলায়গৈ। এনে কাৰ্যৰ তাৎপৰ্য জানিব খুজিলে বুঢ়াসকলে কয় যে ঘৰত আবদ্ধ হৈ পৰা বহুত বেমাৰ-আজাৰ, অপায়-অমংগল আদিয়ে 'ঝাড়ু' মৰাৰ লগে লগে পলাই পত্ৰং দিয়ে। সেয়েহে ভৱিষ্যতে উপদ্ৰৱ নকৰিবলৈ জাবৰ-জোঠৰৰ লগতে অমংগলীয়া সকলো বস্তুকে ইয়াৰ দ্বাৰা খেদাই পঠোৱা হয়।

এই পূজাৰ বাবে কোনো নিৰ্দিষ্ট দিন নাথাকে। সকলোৰে সুবিধা অনুযায়ী কৰ্মবিৰতি বা তেনে এটা দিন বাচি লৈহে পূজাৰ আয়োজন কৰা হয়।

# ফাগুৱা পৰৱ

ফাগুন মাহৰ পূৰ্ণিমা তিথিত অনুষ্ঠিত হোৱা দৌলযাত্ৰা উৎসৱক চাহ-মজদুৰ সমাজত ফাগুৱা পৰৱ বা হোলিকা উৎসৱ বুলি কোৱা হয়। এই হোলি বা ৰং খেলাক উপলক্ষ্য কৰি পূৰ্ণিমাৰ দিনাই 'হোলিকা দাহ' নামৰ এটি অনুষ্ঠান পালন কৰে। অৱশ্যে কিছু কিছু ঠাইত এই অনুষ্ঠান আগদিনাই অনুষ্ঠিত হয়।

হোলিকা দাহ উৎসৱত সাধাৰণতে 'মূলদাৰ' এজনৰ নিৰ্দেশমতে ডেকা চেমনীয়াসকলে এডোখৰ নিৰিবিলি ঠাইত সমবেত হয়। সেই ঠাইতে পূৰণ চিনৰ দৰে প্ৰায় আধা ফুট গভীৰতাৰ কিছু দীঘল গাঁত খানি তাৰ মাজ বুকুত সৰু শিমলু পুলি এটা কাটি আনি প্ৰোস্থিত কৰা হয়। কেইটামান তামৰ পইচা আৰু কণী এটাও তাৰ তলত পুতি দিয়া দেখা যায়। বেদীৰ ওপৰত নাইবা শিমলু জোপাৰ ডাল-পাতত প্ৰত্যেকেই লগত নিয়া ৰুটি, পিঠা কিছুমানো আঁৰি দিয়া হয়। বাদ্য বাজনাও এনে সময়ত চলি থাকে। ৰাতি গভীৰ হৈ অহাৰ লগে লগে একাংশ লোকে হোলি পুৰিবৰ বাবে দৰকাৰ হোৱা কাঠ, খৰি বা খেৰ আদি চুৰ কৰিবলৈ ওলাই যায়। এই সমাজত এটা পৰম্পৰাগত জনশ্ৰুতি প্ৰচলিত আছে যে বছৰটোত প্ৰতিদিনে পুণ্যৰ কাম-কাজ কৰিলেও এদিন চুৰ কৰি পাপ আৰ্জিবলৈও ভগবানৰ নিৰ্দেশ আছে। উল্লেখযোগ্য যে 'হোলিকা দাহ' উৎসৱৰ বাবে কাঠ খৰি আদি আগতীয়াকৈ গোটাই ৰাখিলেও চুৰ কৰা কাঠ, খৰি আদিৰ অবিহনে মেজি সজোৱাৰ নিয়ম নাই। যা হওক চুৰ কৰা কাঠ, খৰি আদি ওলট-পালটকৈ জাপি মেজি সজাই তোলাৰ লগে লগে গোটেই ৰাতি সকলোৱে নাচ-গান কৰি সময় অতিবাহিত কৰে। ৰাতি পুওৱাৰ আগে আগে ধূপ-দীপ নৈবেদ্য আদি আগবঢ়াই বাদ্য-বাজনাৰ তালে তালে 'মূলদাৰ' জনে তিনি, পাঁচ বা সাত পাক বেদী প্ৰদক্ষিণ কৰি মেজিত জুই দিয়াৰ লগে লগে সকলোৱে সমস্বৰে হৰিধ্বনি দি উঠে এইদৰে—'হৰি হৰি হৰি—হৰিৰ মাকে চুলাই ভৰি'। হোলি দাহ পৰ্বক বহু ঠাইত 'সমদ' পোৰা বুলিও কয়।

জুই জ্বলি উঠাৰ লগে লগে সকলোৱে বেদী আৰু গছ জোপাত আঁৰি ৰখা ৰুটী পিঠাবোৰ আজুৰি আনি ভক্ষণ কৰে আৰু সম্পূৰ্ণ ভস্মীভূত হোৱাৰ আগে আগে মূলদাৰে শিমলু জোপা ঘপিয়াই দুচেও কৰাৰ লগে লগে ফল্গু উৎসৱৰ প্ৰাৰম্ভিক কাৰ্যৰ সামৰণি পৰে। ইয়াৰ পাছত সকলোৱে ঘৰমুৱা হয় আৰু স্নান-দান আদিৰ অন্তত নিজ নিজ ঘৰুৱা থানত ইষ্ট দেৱতাৰ বাবে পানী-দুনী ঢালি, ৰং আদি উচৰ্গা কৰি আগবেলা বোকাখেল (সম্প্ৰতি এনে খেল কমি অহা দেখা গৈছে) আৰু পাছবেলালৈ ৰং খেলিবলৈ প্ৰস্তুত হয়। উল্লেখযোগ্য যে কনিষ্ঠসকলে বয়সস্থসকলক ভৰি আৰু কপালতহে ৰং সনা নিয়ম প্ৰচলিত আছে। তাৰ উপৰি 'ধেমালি কৰিবপৰা সম্বন্ধ নাথাকিলে' কোনেও কাকো বেয়া ধৰণে ৰং সানিব নোৱাৰে।

এই পৰৱত এদিন চুৰ কৰি পাপ অৰ্জাৰ জনশ্ৰুতি থকাৰ দৰে বছৰটোত এদিন মাত্ৰ ভিক্ষা কৰিব লাগে বুলিও পৰম্পৰা থকাত কিছুৱে বামুণৰ, কিছুৱে কণা-বোবাৰ, কিছুৱে গৰীৱ আদিৰ ভাও ধৰি ভিক্ষা কৰিবলৈ ওলাই যায়। কিছুৱে একোটা দল গঠন কৰি শ্ৰীকৃষ্ণৰ বৃন্দাবন লীলা, নৌকা বিলাস, মানভঞ্জন, প্ৰহ্লাদ চৰিত্ৰ, ব্ৰহ্মা-শিৱ আদিৰ ওপৰত ৰচা নৃত্য-নাটিকা আদি পৰিৱেশন কৰাৰ আগতে সকলোৱে ৰাজহুৱাভাৱে গাঁৱৰ ধৰ্ম থানত সেৱা-ভক্তি আদিৰ কাৰ্য কৰি লয়।

হোলিকা দাহৰ আঁতিগুৰি জানিবলৈ বিচাৰিলে এই সমাজৰ বয়সস্থ লোকসকলে কেইবাটাও কাৰণ দেখুৱাব খোজে। কিছুৰ মতে হিৰণ্যকশিপুৰ ভগ্নীয়েক হোলিকাই হেনো ৰাজ আজ্ঞামতে ভক্ত প্ৰহ্লাদক জুইত পেলাই মাৰিব খোজাত নিজেই সেই জুইত পৰি ভস্মীভূত হ'ব লগা হৈছিল। হোলিকাৰ স্মৃতি ৰোমন্থন কৰিবলৈকে প্ৰজাবোৰে হেনো এই উৎসৱ পালন কৰিবলৈ ললে। কোনোৱে ক'ব খোজে যে কুৰুক্ষেত্ৰ যুদ্ধত ইচ্ছামৃত্যু বৰণ কৰা ভীষ্মদেৱক এই দিনাই দাহ কৰা হৈছিল। সেয়ে এই প্ৰথা। আন কিছুমানে কয় পুতনা ৰাক্ষসীৰ স্তন চুহি প্ৰাণ নাশ কৰিলেও তাই শ্ৰীকৃষ্ণৰ মা হিচাপে প্ৰতিষ্ঠিত হ'ল। সেয়েহে ভক্তবৃন্দ প্ৰজাই তাইক দাহ কৰি এগৰাকী বৈষ্ণৱী ৰূপে প্ৰতিষ্ঠিত কৰিলে। এনে জনশ্ৰুতি থকাৰ ফলতেই আজিও হেনো হোলি পুৰিবৰ সময়ত 'হৰি হৰি হৰি—হৰিৰ মাকে চুলাই ভৰি' বুলি হৰিধ্বনি দিয়াটো প্ৰচলিত হ'ল।

কাঠী-নৃত্য ফাগুৱা পৰৱৰ এটা অবিচ্ছেদ্য অংগ। নাচ-গানত অংশ গ্ৰহণ কৰা প্ৰত্যেকেই হাতত দুফুট মানৰ লাঠী লৈ ঢোল-মাদলৰ ছেৱে ছেৱে বৃত্তাকাৰে ঘূৰি ঘূৰি, অগা-পিচা কৰি কাঠীয়ে কাঠীয়ে ঠক্কৰ তোলে। লগে লগে গীতৰ প্ৰাধান্যও চলে। শ্ৰীকৃষ্ণৰ বাল্য ক্ৰীড়াৰ ইও এটা অংশ বুলি বয়সস্থসকলৰ বহুতেই ক'ব খোজে।

ফাগুৱা উপলক্ষে চাওৰা সমাজৰ পুৰুষ-তিৰোতা, ল'ৰা-ছোৱালী আদিয়ে

নতুন বস্ত্র পিন্ধি দলে বলে ওলাই গৈ গাঁৱৰ ঘৰে ঘৰে নাচি ফুৰে। পুৰুষসকলে মূৰত বগলী আৰু কুকুৰাৰ পাখিৰে বনোৱা টুপী পিন্ধে। নানান বাদ্য বাজনাসহ বৃত্তাকাৰে নচা এই নাচ অতীব মনোৰম। সাওঁতাল সমাজৰ লোকেও এই পূজা উপলক্ষে 'বাঁহা-নাচ' বা 'দেৱী-নাচ'ৰ উপভোগ্য অনুষ্ঠানৰ আয়োজন কৰে।

# ফুছপুণী মা'ৰ পূজা

আবহমান কালৰপৰাই মানৱ সমাজে যাৰপৰা উপকাৰ পাইছিল সেইসকলৰ উদ্দেশ্যে ভক্তিত আৰু যাৰপৰা অনিষ্ট হোৱাৰ সম্ভাৱনা দেখিছিল তেওঁলোকক ভয় কৰি ত্ৰাণৰ অৰ্থে বিভিন্ন ধৰণৰ পূজা-পাতল কৰাৰ নিয়ম প্ৰচলন কৰিছিল। চাহ মজদুৰ-সমাজো ইয়াৰ ব্যতিক্ৰম নহয়। সেয়েহে মহ, ডাঁহ, পৰুৱা আদিৰ অত্যাচাৰৰপৰা ৰেহাই পাবলৈ সিহঁতৰ অধিষ্ঠাত্ৰী দেৱী ফুছপুণী মা'ৰ নামত নৃত্য পূজাৰ আয়োজন কৰি পৰিত্ৰাণ পাবলৈ বিচাৰে। এনে পূজাৰ আয়োজকসকলে পূজাৰ পাছত বহুতো যন্ত্ৰণা লাঘৱ হয় বুলি বিশ্বাস কৰে।

এই পূজা পুহ মাহ বা আঘোণ মাহৰ সংক্ৰান্তিৰ আগদিনা, বিশেষকৈ ওড়িছী হৰিজনীয়াসকলে, আয়োজন কৰা দেখা যায়। এই পূজাৰ বাবে ঘৰৰ এটা চুকত ফুছপুণী মা'ৰ নামত বেদী সাজি মড়া ৰুটি (চাউল গুড়িৰে কৰা টেনিছ বলটোৰ আকৃতিৰ ), চমেল পিঠা (তেলত ভজা চাউল গুৰিৰ পিঠা ),পুড় পিঠা (চাউলৰ গুড়িক গুৰ আৰু পানীৰে মথি কল পাতেৰে মেৰিয়াই জুইৰ আঙঠাত পোৰা) ,চোৱানী পিঠাৰ( বেলনাৰে বেলি সাধাৰণ হিচাপে বনোৱা শুকান পিঠা) লগতে ক্ষীৰভাত বা পায়স আদিৰে নৈবদ্য আগবঢ়ায় । ধূপ-ধুনা সহ চাকি-বন্তি আগ কৰি গৃহস্থ-গৃহস্থনী দুয়োয়ে গোটেই দিন ব্ৰতে উপবাসে থাকি সন্ধিয়াৰ আগে আগে এই পূজাৰ সমাপন কৰে । এই উপলক্ষে ওচৰ চুবুৰীয়া জাতি-প্ৰজাতিকো নিমন্ত্ৰণ কৰা হয় । পূজাৰ অন্তত উপস্থিত সকলোকে প্ৰসাদ বিতৰণ কৰি চেমনীয়া আৰু পুৰুষসকলৈ আধা ভগা এটা কেঁৰাহীত তেল-সেন্দুৰ আদিৰ ফোঁট দি ,তাতে কিছু তুহঁ গুৰি আৰু জুইৰ আঙঠা ভৰাই (চমুতে ভুৰচী বুলি কোৱা হয় ) চোতাললৈ উলিয়াই দিয়ে । এনে সময়ত গৃহস্থনীয়ে ঘৰৰ চুকে কোণে থকা মকৰা জাল আদি ঝাৰু কৰি আনি ভুৰচীত দিয়ে । এনে কৰা দেখি উপস্থিত সকলোৱে ক'ব-'আমি এই ভুৰচী লৈ কি কৰিম?' গৃহস্থই কৰযোৰে ক'ব-'ফুছপুণী মাইক বিদায় জনাই হৰিবোল দিব লাগে'। এনে কথা শুনি পুৰুষসকলে পুনৰ ক'ব -'কি বুলি হৰিবোল দিম?' গৃহস্থই তেতিয়া গীত এটা গাই শুনাই ।এই গীতটোকেই সকলোৱে গৃহস্থৰ চোতালত গাবলৈ আৰম্ভ কৰে

আৰু 'ভুৰচী' লৈ গাঁও পৰিভ্ৰমণ কৰিবলৈ ওলাই যায় । প্ৰত্যেকৰে চোতালত গৈ 'ভুৰচী' নমাই মণ্ডলাকাৰে ঘূৰি ফুৰি, ফটা ঢাঁক ঢোল বাদ্য বাজনা কৰি হাতত থকা লাঠী ,টোকোন আদিৰে মাটিত কোবাই কোবাই এইদৰে গীত জোৰে- 'ঝিৰিক ঝিপা পনজৰা চিপা,ভাল পাৰাকে মাৰে গুড়িয়া ভুছ ভুছ ।' অৰ্থাৎ হে মহ ডাঁহবোৰ ! পূজা পাতল খাই তঁহত ভাল ভাল জাতৰ মানুহ বাস কৰা গাঁৱবোৰলৈ যাগৈ । সেইদৰে অন্যান্য গাঁৱৰ দলেও আন এখন গাঁৱৰ নাম কৈ (অৰ্থাৎ ভল পাৰা মানে ভাল জাতৰ গাঁও । সেইদৰে মুচি পাৰা, চমাৰ পাৰা, বামণ পাৰা কায়স্থ পাৰা আদি) মহ খেদোৱা গীত গায় ।

এনে গীত-মাত ,নাচ-গান কৰা শুনিলেই গৃহস্থ ঘৰে ঘৰৰ বাহিৰ ভিতৰ ঝাৰু কৰি পোৱা মকৰা জাল আদি আনি ভুৰচীত পেলায় । লগতে দলটোক পিঠা-পনা,পা-পইচা দি বিদায় দিয়ে । কেতিয়াবা একোটা পাৰালৈ একাধিক দল আহি মহ খেদোৱা নাচ-গান কৰি উৎসৱমুখৰ কৰি তোলে । সম্প্ৰতি একে জাতৰ মানুহবোৰ অ'ত ত'ত খেলি মেলিকৈ থকাৰ হেতু এই উৎসৱ প্ৰায় নাইকিয়াই হ'ব ধৰিছে ।

গীত গাই নাচ-বাগ কৰি নিজ এলেকাৰ গাঁও পৰিভ্ৰমণ কৰা শেষ হলে 'তিনিবটীয়া' অৰ্থাৎ তিনিআলিৰ সংগমস্থলত ভুৰচী নমাই । ওচৰত নদী বা পুখুৰী থাকিলে ইয়াতে ভুৰচী বিসৰ্জন দিয়ে আৰু পিঠা-পনাবোৰ ভগাই মেলি ভোজন কৰে ।সংগৃহীত হোৱা ধন শেহলৈ ভোজ আদিত খৰচ কৰে । ভুৰচী বিসৰ্জন দিয়াৰ পাছতেই ' ফুছপুণী' বা 'মছৰ' পূজাৰো অন্ত পৰে ।

এই পূজাৰ ইতিবৃত্ত জানিব বিচাৰিলে বুঢ়াসকলে পৌৰাণিক শাস্ত্ৰৰ কথাৰে উদ্ধৃতি দি কয় যে এসময়ত মঙ্গলচণ্ডী দুৰ্গা দেৱীয়ে মহাদেৱক খেতি কৰিবলৈ পঠাইছিল । মহাদেৱে খেতি বাতি কৰি , তাতেই পাম পাতি ,ভাং-কানি খাই ঘৰলৈ উলটি নহা হ'ল । বহু প্ৰকাৰে চেষ্টা কৰিও দেৱীয়ে মহাদেৱক ঘূৰাই আনিব নোৱাৰি শেষত নানান তৰহৰ মহ, ডাঁহ,পৰুৱা ,জোক আদিৰ সৃষ্টি কৰি কামুৰিবলৈ পঠালে । ইহঁতৰ কামোৰত তৎ নাপাই মহাদেৱে বোলে 'মচাল' অৰ্থাৎ খেৰৰ জুমুঠি বা ভুৰচী জ্বলাইহে ৰক্ষা পৰিছিল ।হৰ -গৌৰীৰ এনে কাৰ্য্য আৰু আখ্যানৰ আলমতেই ফুছপুণী মা'ৰ পূজা প্ৰচলিত হ'ল । ❑

# বড় পাহাড়ী পূজা

চাহ-মজদুৰ জনজাতীয় লোকসকলে এসময়ত ভাৰতৰ বিভিন্ন পৰ্বত-পাহাৰ আদিত গৰু-গাই, ম'হ-ভেৰা,ছাগলী আদি পুহি খেতি-বাতি কৰি জীৱিকা-নিৰ্বাহ কৰা হেতুকে হাবি জংঘলৰ লগত সংগতি থকা বহুতো পূজা-পাৰ্বণ এওঁলোকৰ মাজত প্ৰচলিত হৈ আছে। বড় পাহাৰী পূজাক ইয়াৰে এটা নিদৰ্শন বুলি ক'ব পাৰি। গোষ্ঠী ভেদে এই পূজাক জংঘল পূজা,বনদেৱীৰ পূজা, বাঘ পূজা,ধৰমী পূজা বুলিও কোৱা শুনা যায়।

অৱশ্যে বয়সস্থ লোকসকলেও ধাৰণা কৰে যে এসময়ত ছোটনাগপুৰ আৰু ইয়াৰ আশে-পাশে থকা পাহাৰবোৰৰ নাম হেনো দেৱ-দেৱীসকলৰ নামৰ দৰে মহামায়া চণ্ডী, বড় পাহাৰী আদিৰ দৰে আছিল। সেয়েহে অলঙ্ঘ্য ৰক্ষণাবেক্ষণ পাই তেওঁলোকে পাহাৰ আদিকো দেৱতাৰ দৰে জ্ঞান কৰি পূজাৰ প্ৰচলন কৰিছিল বুলি ক'ব পাৰি।

বড় পাহাৰী পূজা প্ৰতি তিনি বছৰৰ ব্যৱধানত মাঘ আৰু ফাগুন মাহত অনুষ্ঠিত হয়। ই পুৰুষ প্ৰধান। অজাতিকো এই পূজাত নিমন্ত্ৰণ কৰা হয়। পূজাৰ বাবে পাহাৰৰ ওখ ঠাই প্ৰশস্ত যদিও অসমৰ বাগিচা অঞ্চলৰ বহু ঠাইত এনে সুবিধা নথকা বাবে কিছুমানে হাবি-বননিয়ে ঢকা ঠাই বা উঁই হাউলু (পাহাৰৰ প্ৰতীক বুলি) আদিত এনে পূজা পাতে। পৰম্পৰাৰ পৰিবৰ্তন বিচৰাসকলৰ কিছুৱে নিজ বাৰীৰ ভিতৰতো এনে পূজা পাতিবলৈ লৈছে।

পূজাৰ বাবে কল,বুটমাহ,নাৰিকল,গুৰ,গাখীৰ ,ধূপ-ধূণা,ফুল-পুষ্প আদি যাৱতীয় বস্তু সম্ভাৰবোৰ সম্পূৰ্ণ নতুন কুলা বা পাচী এটাত ভৰাই নি পূজাৰ থলী পোৱায়গৈ। ব্ৰত উপবাসে থকা পূজাৰীজনে স্নান কৰি উঠি নতুন বস্ত্ৰ পৰিধান কৰাৰ অন্তত বেদীত 'ঘট-বাৰি' স্থাপন কৰি বাঘ,ধৰম আৰু মহাদেৱৰ নামত ভাগে ভাগে দ্ৰব্যসমূহ উচৰ্গা কৰে। ইয়াতেই একে ৰঙৰ পাঠী ছাগলী এজনী বলী কাটে। বলি কটাৰ পাছত মূৰ ডোখৰ পূজা থানত উচৰ্গা কৰি গা-ডোখৰক বিভিন্ন ডাল-পাতেৰে ঢাকি দি পূজাৰীজনে উপস্থিত সকলোকে সম্বোধি কয় যে-বৰ পাহাৰী দেৱতাই সন্তুষ্ট হৈ তেওঁলোকৰ বাবে চিকাৰ মাৰি থৈ গৈছে। সেই চিকাৰ বিচাৰি উলিয়াই খাবলৈ-ববলৈ পালে শুভফলদায়ক হ'ব। এনে কথা শুনাৰ পাছতেই সকলোৱে এনেয়ে ইফালে সিফালে কিছু সময় বিচৰা বিচৰি কৰাৰ ভাও ধৰি কোনোবা এটা পাকত এজনে আহি 'পালো পালো 'বুলি চিঞৰ লগায়।

ইয়াৰপাছতেই পূজাৰীয়ে মুৰটো আৰু বাকীসকলে গা-ডোখৰ কাটি-বাচি তৰকাৰী বা খিচিৰি ৰন্ধাৰ পাছত ,তাৰে এৰেহা বেদীলৈ আগ কৰি ভোজন পৰ্ব শেষ কৰে, ভোজনৰ অন্তত ঠাইটুকুৰা চাফ্-চিকুণ কৰি আঁতাই পুনৰবাৰ চাকি-বন্তি জ্বলাই সকলোৱে ঘৰমুৱা হয়। এই পূজা দিন দুপৰতে অনুষ্ঠিত হয় । উল্লেখ কৰাটো উচিত হ'ব যে পুৰণি চামৰ বহুত মানুহ ইতিমধ্যে কমি অহাত নতুন চামৰ কিছুৰে অৰ্থনৈতিক আৰু পৰিৱেশৰ হেচাত পৰি নীতি-নিয়ম আৰু কৰ্ম-কাণ্ডৰ সাল-সলনি ঘটোৱাত এই পূজাৰ উৎসৱমুখৰ পৰিৱেশ বহু পৰিমাণে স্তিমিত হৈ পৰিছে । ❑

# বীৰ পূজা

এসময়ত পাটনা, হাজাৰীবাগ,ভাগলপুৰ, পালাম , দালটেনগঞ্জ আদি ঠাইৰ পৰা আমদানি হৈ অহা মংৰীয়া,মাঘায়া ,অঘৰীয়া,মুছৰদাৰোৱাৰ,গায়াজিলীয়া,বিছৱাৰ,ৰিষিয়াচন আদি ফৈদৰ ভূঁইয়াসকলৰ মাজত সাত বীৰৰ পূজা নামৰ এটি তাৎপৰ্য্যপূৰ্ণ পূজাৰ প্ৰচলন আছে । এই পূজাৰ মূল উপাস্য দেৱতাজনক পৱন বীৰ বা বায়ু বীৰ বুলি কোৱা হয় । পৱন বীৰ,তুলসী বীৰ ,দুলাৰ বীৰ, হনুমান বীৰ,বালক বীৰ,দধি বীৰ আৰু ভাক বীৰ আদি কৰি সাত বীৰক এই বংশীয় লোকসকলে নিজৰ উপৰি পুৰুষ বুলিও ভাবে।আকৌ স্থান,অঞ্চল আৰু ফৈদ বিশেষে কিছু মতান্তৰ থকা হেতু বুঢ়াসকলৰ খেনোৱে এই বীৰসকলৰ ইতিহাস এইদৰেও দিব খোজে যে তুলসী বীৰ,হনুমান বীৰ,বালক বীৰ,দুলাৰ বীৰ,লহং বীৰ ,নাদ বীৰ আৰু বাচাৰ বীৰহে তেওঁলোকৰ উপৰিপুৰুষ আৰু পূজ্য দেৱতা । ভাক বীৰক এওঁলোকে উপদেৱতা বুলি কঞ্চৱ খোজে । মহাশক্তিধৰ তুলসী বীৰ হেনো এওঁলোকৰ পূৰ্বকালৰ প্ৰথম ৰজা আৰু তেওঁ 'কলুৱা' আৰু 'লুকু' পাহাৰত ৰাজত্ব কৰিছিল ।এওঁৰ ৰাজপ্ৰসাদৰ নাম আছিল 'মাঘা মাড়াইৰ'। মাকৰ নাম আছিল কমলা দাদি ।এওঁলোকেই বীৰ পূজাৰ পৃষ্ঠপোষকতা কৰিছিল । সেয়ে কালক্ৰমত প্ৰজাবৰ্গই তেওঁলোকৰ স্মৃতি আৰু সৎকৰ্মসমূহ ৰোমন্থন কৰিবলৈকে হয়তো বীৰ পূজাৰ অন্তৰ্গত কৰি দেৱতুল্য হিচাপে পূজা কৰি আহিছে।

যি কি নহওক বীৰ পূজাৰ মূল থানক 'মাড়াই' বুলি কোৱা হয়।এই মাড়াইত দেৱতাসকলক ভাগে ভাগে স্থিতি কৰি পূজা ভাগ অৰ্পণ কৰা হয়। এই থানতেই কালী মা'ৰ বাবে ক'লা পাঠা, দুৰ্গাৰ বাবে বগা পাঠা বলি কটা হয়। কমলা দাদিৰ নামত চাউল গুৰি, গুৰ বা চেনী, ঘিঁউ, গাখীৰ, লং-ডাল চেনী আদিৰে বনোৱা পাঁচ পোৱা মিঠাই (কাচোৰন বুলি কোৱা হয়) উচৰ্গা কৰা নিয়ম। গ্ৰাম দেৱতাৰ বাবে ৰঙা মুৰ্গী আৰু ঠাকুৰ পূজাৰ বাবে আমৰলি ৰঙৱ হাঁহ আদিৰ বলি কাটে। সদাশিৱৰ নামত এজোৰ বগাপাৰ 'উড়ান' দিয়া হয়। দধি বীৰৰ নামত গাখীৰ ঢলা হয়। ঘৰৰ ইষ্ট দেৱতাৰ নামত মদ (মহুৱা ফুলৰ) আৰু পাণৰ 'বিৰি' বা 'বিড়া' উচৰ্গা কৰা হয়। বীৰ দেৱতাৰ নামত এটা সৰু, আনটো ডাঙৰ মুঠ দুটা গাহৰি উচৰ্গা কৰা হয়। পূজাত মাদলৰ ছেৱে ছেৱে, গাত দেৱতা লম্ভিবলৈ মন্ত্ৰ গীত গোৱা হয়। দেওধনী বা

'চাটিয়া' উঠিলেই পূজাৰীজনে বাঁহৰ জোঙা শেল এডাল লৈ ডাঙৰ গাহৰিটোৰ কলিজা ফুটি যোৱাকৈ হান দিয়ে। সকটোৰ ক্ষেত্ৰত পৌনঃপুণিক হিচাপে ওপৰলৈ দলিয়াই মাটিত পেলাই নমৰা পৰ্যন্ত ক্ষান্ত থকা দেখা নাযায়। এনে উচৰ্গা পৰ্বৰ আগতে প্ৰত্যেকটোকে পূজাৰ ভোগ খুৱাই লোৱা হয়। পূজাৰীজনেও থানত বহোঁতে 'গজাল পীৰা'ত বহি দেৱতা লম্ভাৰ ইংগিত দিয়ে।

থানত সাতবীৰক থিত লগাবলৈ তিনিটা ঝাণ্ডা পোতা হয়। কালী দেৱীৰ নামত ৰঙা কাপোৰ, পবন বীৰকে ধৰি সাতবীৰৰ বাবে বগা কাপোৰ আৰু তুলসী বীৰৰ বাবে ক'লা কাপোৰ ঝাণ্ডাত আঁৰি দিয়া হয়। এই সাতবীৰৰ প্ৰত্যেক ভাগৰ পূজাতেই দেও ধনী উঠোৱা হয়। 'চাটিয়া' বা দেওধনী উঠাৰ সময়ত ঝাণ্ডাৰ তলত গৃহস্থনীয়ে মিঠাই আৰু মদ লৈ বৈ থকা নিয়ম। মন্ত্ৰধ্বনি গাই দেৱতা লম্ভা পূজৰীজনে তলৰপৰা ওপৰলৈ ঝাণ্ডাৰ বাঁহত বগুৱা বাই উঠা-নমা কৰি মিঠাই ভক্ষণ কৰা দৃশ্যটো সঁচাকৈয়ে মনোৰম। অৱশ্যে দেওধনী উঠিবলৈকে 'ভগতীয়া'সকলে মাদলৰ ছেৱে ছেৱে স্তুতি গীত পৰিৱেশন কৰে। দেৱতা লম্ভিলেই 'কোন দেৱতাই লম্ভিছে'- এই কথা পূজাৰীজনে ব্যক্ত কৰি যায় আৰু সেইমতে পূজাৰ বস্তু উচৰ্গিত হয়। পূজাৰীজনে ব্ৰতে-উপবাসে থাকি গা-পা ধুই বগা বস্ত্ৰ পিন্ধাৰ লগতে পুৰণি অলংকাৰ আৰু ফুলৰ মালা পিন্ধি লোৱা দেখা যায়। এই পূজা দিন দুপৰতে শেষ কৰি সন্ধিয়ালৈ থানত পুনৰ বন্তি জ্বলোৱা হয়। এনে সময়ত এটা পখৰা মুৰ্গী বলি কাটি 'থানা পূজা' কৰি তাতেই খিচিৰি আদি বনাই খোৱা নিয়ম। এই পূজা ঘৰৰ বাহিৰত আৰু খৰালিৰ মাহ কেইটাত পতা হয়। পূজাৰ আয়োজকে সাতখন গাঁৱত 'দালিয়া ঘুৰায়'—অৰ্থাৎ সশ্ৰদ্ধাৰে ইষ্ট-কুটুম্বক নিমন্ত্ৰণ কৰে। ❑

# চাৰুল পূজা

বসন্ত কাল অহাৰ লগে লগে নিজম হৈ থকা ধৰিত্ৰীৰ বুকুত গছ পাতে ঠন ধৰি, কুলি কেতেকীৰ মাতত জাগ্ৰত হৈ উঠে। পৰ্বতে-পাহাৰে, হাবিয়ে-বননিয়ে মন ভুলোৱা বাৰে বৰণীয়া ফুল-পুষ্প ফুলি উঠি, মৌ-মাখি, পখিলা, ভোমোৰা আদিয়ে সংগীতৰ ঐক্যতান গোৱাত ইন্ধন যোগায়। নদী-বিল, সাগৰ-সুঁতিত বাঢ়নী পানীয়ে কুলু কুলু ৰব তুলি বৈ যাওঁতে প্ৰকৃতিৰ বন্দনা গীতেই যেন ঝংকাৰিত হয়। উৰণ-বুৰণ, গজন-ভ্ৰমণ আদি চাৰিমুঠি জীৱই এই কালতেই প্ৰকৃতিৰ আনন্দত আহ্লাদিত হৈ যেন সৃষ্টি আৰু কৃষ্টিৰ বাবে নতুন প্ৰেৰণা লৈ কৰ্ম-পথত আগুৱাই যোৱাৰ মানস কৰে।

ধৰিত্ৰী এনে বিনন্দীয়া ৰূপত মোহিত হৈ জনসমাজৰ বিভিন্ন গোষ্ঠীয়ে, অঞ্চল ভেদে, বিভিন্ন ধৰণেৰে আনন্দময়ীৰ ৰূপ পান কৰি আহিছে। চাহ্-মজদুৰ জনজাতি গোষ্ঠীয়েও তেওঁলোকৰ নিজা উৎসৱ 'চাৰুল' পূজাৰ জৰিয়তে এনে প্ৰকৃতি বন্দনাৰ উৎসৱ-অনুষ্ঠান আদিম যুগৰপৰাই পালন কৰি আহিছে।

এই পূজা চ'ত মাহৰ পঞ্চমী বা নৱমী তিথিত অনুষ্ঠিত হয়। প্ৰকৃতিৰ বুকুত নতুনকৈ আম-কঠাল, মাছ-পুঠি, শাক-পাচলি আদিৰ প্ৰাদুৰ্ভাৱ হোৱাৰ লগে লগে, ঘৰে ঘৰে ৯ বিধ তৰকাৰীৰে সৈতে খোৱা-বোৱা কৰা এই উৎসৱক 'ন-খোৱা উৎসৱ' বুলিও ক'ব পাৰি। এই পূজাৰ সময়ত ঘৰুৱা থানত কুকুৰা বলি কটা হয়। পূজা দুদিন ধৰি চলে। প্ৰথম দিনা ন-খোৱা উৎসৱ আৰু দ্বিতীয়দিনা ফুল পূজা। অৰ্থাৎ এই পূজাত গৃহস্থৰ যিমানবোৰ ঘৰ থাকে প্ৰত্যেকটো ফুল-পুষ্পৰে সজাই তোলা হয়। 'ফুল ধৰিয়াই' ফুল আৰু 'পাহান', 'কটোৱাৰ' আৰু গঞা ৰাইজৰ লগত দলে বলে গৈ ঘৰে ঘৰে ফুল সজাবলৈ ওলাই আহে। কোৱা বাহুল্য এই যাত্ৰা 'পাহান'ৰ ঘৰৰপৰাই আৰম্ভ হয়। 'ফুল ধৰিয়াই' প্ৰতিজন গৃহস্থৰ ঘৰত ফুল গুজি দি যায়। যেতিয়া কোনো এঘৰলৈ এই ফুল গুজিবলৈ আহে তেতিয়া গৃহস্থনীয়ে এখন পীৰাৰ ওপৰত থাল বা কাঁহী এখন আগবঢ়াই দিয়ে। 'পাহান', 'কটোৱাৰ' আৰু ফুল ধৰিয়াই (এইসকলক সমাজৰ মুৰব্বী বুলি কোৱা হয়) কাঁহীৰ ওপৰত ভৰি থোৱাৰ লগে লগে গৃহস্থনীয়ে নিজ হাতে তেওঁলোকৰ পদ প্ৰক্ষালন কৰি মূৰত ফুল গুজি দিয়ে। প্ৰক্ষালিত পানীখিনি পবিত্ৰ বুলি ধৰা হয় আৰু য'তে ত'তে পেলোৱাৰ নীতি

নথকাত প্ৰায় লোকেই ঘৰৰ চালৰ ওপৰত ছটিয়াই দিয়া দেখা যায়। পদ প্ৰক্ষালন কৰোঁতে যিখিনি পানী মাটিত পৰে দলীয়ভাৱে সেই ঠাই ডোখৰত নাচ-বাগ কৰি পানীখিনি শুকুৱাই পেলোৱা নিয়ম। বহুতে নাচ-গান বহু সময়লৈকে চলাবলৈ এইখিনিতে প্ৰয়োজনতকৈ বেছি পানী পেলাই দিয়ে বুলিও কোৱা শুনা যায়। পদ প্ৰক্ষালন কৰাৰ সময়ত গোৱা গীত এটা এনে ধৰণৰ--

পাহান ৰাজা পূজা কৰে হ'<br>
--যোৱা ধুমচা বাজে।।<br>
ফুলধৰিয়া পূজা কৰে হ'<br>
--যোৱা নিপুৰা বাজে।।<br>
কটোৱাৰ ৰাজা পূজা কৰে হ'<br>
--যোৱা শংখ বাজে।।

এইদিনা প্ৰতিঘৰ গৃহস্থই দোক্‌মোকালিতে শোৱা-পাটী এৰি গা-পা ধুই ব্যক্তিগতভাৱে প্ৰতিটো ঘৰ আৰু প্ৰতিটো কোঠা বিভিন্ন ফুল-পুষ্পৰে সজাই তোলাত ব্যস্ত হৈ পৰে। ফুল সজোৱা পৰ্ব শেষ হোৱাৰ পিছতহে সকলোৱে জা-জলপান খোৱা নিয়ম প্ৰচলিত আছে। ফুল-পুষ্প সজাই তোলোঁতেও নানান গীত-মাত গোৱা হয়। তাৰে এটা এনেধৰণৰ--'তিলাই(এবিধ ফুল) পুঁ-পাঁ নে মে ফিপেল, ভাগ জুগ নী লেকৰ কি পেল, বাৰা লাগদি।' এই পূজা জনজাতীয় গোষ্ঠী যেনে--উৰাং, খাৰিয়া, সাওঁতাল, মুণ্ডা আদিৰ লগতে তেওঁলোকৰ সংশ্লিষ্ট প্ৰশাখাসমূহৰ মাজত ব্যাপক প্ৰচলন আছে। অৱশ্যে মূল বিষয়বস্তু এক হলেও দুই এক ৰীতি-নীতিৰ কিছুমান ক্ষেত্ৰত ব্যতিক্ৰম দেখা যায়।

মুণ্ডা, খাৰিয়া আদিয়ে এনে উৎসৱক 'বেওচাবলী' বুলিও কয়। এইসকল লোকৰ বহুতে জেঠ-আহাৰ মাহত সোণাৰু গছৰ ফুল ফুলিবৰ সময়ত এই পূজা অনুষ্ঠিত কৰে। আৰু এই সময়তেই ৯ বিধ নতুন ফল ভক্ষণ কৰে। সাধাৰণ জাতি-প্ৰজাতিৰ ভিতৰতো এনে সময়ত আম খাবলৈ বুলি আম খোৱা উৎসৱ' পতা দেখা যায়। ইয়াৰ বাবে চোতাল বা ঘৰুৱা পূজাৰ থানত আম উচৰ্গা কৰি দূপ দীপ নৈবেদ্য আদিৰে আৰতি কৰা হয়। খোনোৱে মুৰ্গী আদিও বলি কাটে। এই ন-ফল উচৰ্গা কৰা অনুষ্ঠান বা পূজাভাগ আগ নবঢ়োৱা পৰ্যন্ত পৰিয়ালৰ কোনেও কোনো পৰিস্থিতিতেই আম খোৱাৰ যোগ্যতা লাভ কৰিব নোৱাৰে। সেয়েহে খোনোৱে এই পূজা ভাগ বছৰৰ আৰম্ভণীতেই সমাধা কৰি থয়। সংস্কৃতিৰ এনে বান্ধোন থকাত বহুতো পৰিয়ালে দূৰ-বিদূৰত থকা আপোনজনলৈ বুলি অপেক্ষা কৰোঁতে আমৰ

শেষ বতৰতো মনস্কামনা পূৰ নহয়। কয়া, প্ৰজা, চিক্, বৰাইক, চাওৰা, ভূমিজ, কুৰ্মি, চুঁড়ি আদিয়ে আম পৰৰ মনা দেখা যায়। জনজাতীয় গোষ্ঠীৰ বিশেষকৈ মুণ্ডাৰিসকলৰ মাজত সামূহিক হিচাপে গোট পিট খাই নানান খাদ্য-দ্ৰব্য যোগাৰ কৰি গোছ-লোৱা উৎসৱ 'বাবা লে ৰঁৱা' মহা ধুমধামেৰে আৰম্ভ কৰা দেখা যায়। জেঠ মাহৰ কঠীয়া সিঁচাৰ বতৰতো গাঁৱৰ সীমাত বহুতে মুৰ্গী আদি দি শস্য ভালে থাকিবলৈ 'হেৰ' নামৰ দেৱতালৈ পূজা এভাগ আগবঢ়ায়। চাওঁতাল আদি জনজাতীয় লোকসকলে এই উৎসৱক 'ৰূপা কাৰ্ম' বুলি অভিহত কৰি বাঁহী তাল আদি বজাই গৃহস্থৰ চোতালত শস্যৰ দেৱতালৈ শ্ৰদ্ধা নিবেদন কৰে। এওঁলোকে ধান গছৰ গেৰ্ ওলাবৰ সময়তো 'ৰিন্‌ঝিয়া' নামক অনুষ্ঠান পাতি ৰাজহুৱা থানত দলীয়ভাৱে চাকি-বন্তি লৈ আৰতি কৰাৰ দৰে বিভিন্ন মনোমোহা নাচ নচাও দেখা যায়। প্ৰকৃতিৰ গতি প্ৰোত্ৰ আদিক উপলক্ষ্য কৰিয়েই প্ৰতিটো মানৱ সমাজেই স্বকীয়ভাৱে আহ্লাদিত হৈ একেদৰেই সাংস্কৃতিক পূজা বস্তু আদি বজাই ৰখাত চিৰকালেই চেষ্টা কৰি আহিছে।❑

# কুড়াল বাগ্দেই পূজা

চাহ-বাগিচাৰ জনগোষ্ঠীসকলৰ মাজত যি সকল সাধাৰণতে নিম্ন হিন্দু বুলি পৰিচিত হৈ আহিছে তেওঁলোকৰ মাজত "কুড়াল বাগদেই" (খাগুাই শনি) নামৰ এগৰাকী উপাস্য দেৱীৰ পূজা প্ৰচলিত থকা দেখা যায় ।এই পূজাৰ দ্বাৰা দেৱী সন্তুষ্ট হলে পূজকসকলৰ কোনো অপায়-অমঙ্গল, বেমাৰ-আজাৰ, বিপদ-বিঘিনি আদি দূৰতে বিদূৰ হয় বুলি জনশ্ৰুতি প্ৰচলিত আছে ।

'কুড়াল বাগদেই 'ৰ পূজা সাধাৰণতে ফাগুন মাহত অনুষ্ঠিত হয় ।পূজাৰ স্থান কোনো বা বিলৰ পাৰৰ মুকলি ঠাই হ'ব লাগে । একে 'খানদানী'ত সাতঘৰ গৃহস্থ মিলি চাউল সিধা লৈহে এই পূজা পতা নিয়ম । জনশ্ৰুতি মতে এই নিয়ম কোনোবাই উলংঘা কৰিলে অনিবাৰ্য্যভাবে হেনো মৃত্যু মুখত পৰে । এই পূজাত ক'লা পাঠা বলি দিয়া হয় ।পূজা সমাপন কৰাৰ অন্তত পূজাৰ থলিতেই অন্ন-ব্যঞ্জন আদি ৰন্ধা -বঢ়া কৰি খোৱা-বোৱা কৰা নিয়ম ।পূজাত তিৰোতা মানুহৰ কোনো স্থান নাই । 'ঝুপাৰ' দ্বাৰা শুভাশুভ বিচাৰ কৰা হয় ।

বিভিন্ন উপকৰণেৰে সৈতে প্ৰসাদ হিচাপে ৰন্ধা অন্ন-ব্যঞ্জন আদি কেতিয়াবা প্ৰয়োজনতকৈ বেছি বা ৰাহি হলে সেইখিনি ঘৰলৈ ওলোটাই অনা বা পোনে পোনে কাৰোবাক দি দিয়াৰ নিয়ম নাই ।পূজাত ভাগ নোলোৱা বা তেনে সময়ত সেইখিনিত বা তাৰ আশে-পাশে আকস্মিক ভাবে উপস্থিত হোৱা সমজাতীয় আন কাৰোবাক দিব লাগিলেও কুকুৰক মতাৰ দৰে (ইৰ্ ৰিয়া-আহ্ আহ্ বুলি কয় ) মাতিহে খুৱাব লাগে । মতা-বোলাৰ বাবে এনে নিয়ম থকাত পূজকসকললৈ কোনেও খং ৰাগ নকৰে ।বৰঞ্চ তেনেকৈ মাতিলে অনীহা প্ৰকাশ নকৰি আনন্দৰে গৈ ভোজন কৰাহে দেখা যায় ।এই পূজা দিনটোৰ আগভাগতেই সমাপন কৰা নিয়ম ।

জনশ্ৰুতি মতে দেৱী সন্তুষ্ট হৈ পূজকসকলৰ ঘৰলৈ আহি ৰাতি দোভাগত মাত লগায় ।এই মাত বিভিন্ন জীব-জন্তু, চৰাই-চিৰিকতি আদিৰ ডাকেৰেও হ'ব পাৰে। সেয়েহে ফল প্ৰাপ্তি হওক বা নহওক পূজকসকলৰ বহুতেই এইদিনাৰ ৰাতি উজাগৰে থকাটো এটা সাংস্কৃতিক প্ৰথা বুলিয়েই গণ্য কৰে ।❑

# সূৰ্য্যাহী পূজা

বংগাবাদী জনজাতীয় গোষ্ঠীৰ লোকসকলৰ দৰে সামাজিক বিভিন্নতা থকা হেতু এক শ্ৰেণী হিন্দু চাহ-মজদুৰৰ মাজত ঘৰুৱা হিচাপে 'সূৰ্যাহী' নামৰ এটা পূজাৰ প্ৰচলন আছে । এই পূজা বাৰ বছৰৰ ব্যৱধানত (খেনোৱে পাচঁ বছৰৰ ব্যৱধানত ) গ্ৰীষ্ম কালত অৰ্থাৎ বহাগ-জেঠ মাহত আয়োজন কৰে । বহুতে এই পূজাক ' উষা পূজা' বুলিও কয় । সূৰ্য উদয় হোৱাৰ লগে লগে স্নানাদি শেষ কৰি ঢাক মাদল বজাই পূজাৰ শুভাৰম্ভ কৰা হয় । বেলি উঠি মূৰৰ ওপৰ হোৱা পৰ্যন্ত (পুৰণি পদ্ধতিৰ হিচাবমতে ) আনুষঙ্গিক পূজাৰ কৰ্মকাণ্ড চলি থাকিব পাৰে যদিও মূল পূজাভাগ সূৰ্যোদয়ৰ লগে লগে সমাপন কৰাটো নিয়ম । কিছুমানে হাবিত গৈও এই পূজা পাতে । পূজাত হাঁহ বা ছাগলী বলি দিয়া হয় । কোনো কাৰণতেই পূজাৰ প্ৰসাদ ঘৰৰ ভিতৰলৈ নিয়াৰ নিয়ম নাই । পূজা শেষ নোহোৱা পৰ্যন্ত মূল গৃহস্থ-গৃহস্থনীয়ে কোনো বস্তুৱেই মুখত দিয়া নিয়ম নাই । নতুন ঘট এটাত যাবতীয় নীতি নিয়ম সহকাৰে পানী ভৰাই ('বাৰি' অনা বুলি কোৱা হয় ) বেদীত স্থাপন কৰিবলৈ আনোঁতে চোতালৰ মূৰৰ পৰাই আঠুঁ কাঢ়ি অহাটো এটা পদ্ধতিগত নীতি ।

পূজাৰ দিনা কিছু কিছু ঠাইত সূৰ্যাস্ত পৰ্যন্ত আনন্দ আহলাদৰ আয়োজন চলি থকা দেখা যায় । বেলি পাতত বহাৰ লগে লগে এনে ৰং ৰহইচৰ সামৰণি পেলোৱা হয় । নানান কু-গ্ৰহ ,অপায়-অমঙ্গল ,মাৰি-মৰক ,ভূত-প্ৰেত,ডাকিনী-যোগিনী আদিৰ পৰা ৰক্ষা পাবলৈ শক্তিৰ প্ৰতীক সূৰ্য দেৱতাক এইদৰেই পূজা কৰা হয় । সূৰ্য দেৱতা সন্তুষ্ট থাকিলে কোনো পধ্যেই দুখ যন্ত্ৰণা নহয় বুলি সূৰ্য পূজকসকলে ধাৰণা কৰে । এই পূজাতো দেওধনীৰ দ্বাৰা শু ভা-শুভ নিৰ্ণয় কৰোৱা হয় ।

এই পূজাৰ পৃষ্ঠপোষকতা কৰা লোকসকলে হাত-মুখ ,গা-পা ধোৱাৰ অন্তত সূৰ্যৰ ফালে মুখ কৰি প্ৰণাম জনোৱাটো এটা চিৰন্তন প্ৰথা । ❑

# ক্ষেত পূজা

পৰম্পৰাগত হিচাপে চলি অহা বাবে মজদুৰ সমাজৰ কিছু কিছু জনগোষ্ঠীৰ লোকে ধান চপাবৰ সময়ত, বিশেষকৈ আওঁ হতীয়া ঠাইৰ খাল-বিল বা জয়াল যেন লগা হোলা -দোপনি আদিত কৰা ধাননি পথাৰত পূজা পাতল আদি দিয়াটো নৈতিক কৰ্তব্য বুলি বিবেচনা কৰে । এই পূজাৰ উদ্দেশ্য ক্ষেত দেৱতাক সন্তুষ্ট ৰখা । ক্ষেত দেৱতাজন সন্তুষ্ট থাকিলে মুকলিত পৰি থকা শস্য সম্ভাৰক অন্যায় উপদ্ৰব কৰা দুষ্কৃতিকাৰীহতঁৰপৰা ৰক্ষা কৰি থাকে । সেয়েহে শস্য বা ধানখিনি নিজৰ ব্যৱহাৰৰ বাবে নিয়াৰ আগতে যিজন দেৱতাই ৰক্ষক হিচাপে থাকি তেওঁলোকক কৃপা দেখুৱালে সেই ক্ষেত দেৱতাক যৎকিঞ্চিতভাৱে সন্তুষ্ট কৰিবলৈকে পূজাত দৰকাৰবোধ কৰা যাবতীয় সম্ভাৰখিনি যোগাৰ কৰি পথাৰলৈ লৈ যোৱা হয় আৰু তাতেই নিজ নিজ কুলৰ চিন বা কুলপ্ৰথা অনুযায়ী হাঁহ-কুকুৰা বা গাহৰি আদি বলি কাটি ,মদ-পানী আদি ঢালি,পূজা সম্পন্ন কৰা হয় । পূজাৰ অন্তত সকলোৱে সেই ঠাইতেই খিচিৰি আদি বনাই তাৰে এগৰাহ দেৱতালৈ আগবঢ়াই বাকীখিনি নিজৰ ভিতৰতে খাই মেলি শেষ কৰে । এই পূজাতো অতিৰিক্ত হৈ পৰা কোনো বস্তুৱেই ঘৰলৈ ঘূৰাই অনাৰ নিয়ম নাই । এই পূজা নিতান্তই ঘৰুৱা । একে ঠাইতে দুই চাৰিজনৰ পথাৰ থাকিলেহে( বিশেষকৈ সমগোত্ৰীয় হলেহে) কেতিয়াবা সকলোৱে লগ হৈ একেলগে পূজাভাগ পতা দেখা যায় । এই পূজাত দেওধনী উঠোৱা দেখা নাযায় আৰু আন আন পূজাৰ দৰে বাদ্য-বাজনাৰো বৰ বিশেষ প্ৰয়োজন নহয় ।

ক্ষেত পূজা প্ৰতি মজদুৰ পৰিয়ালত পালন কৰা নহলেও ভূঁই ৰোৱাৰ দিনা প্ৰথম 'গোচ' লওতে জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱেই তামোল-পাণ আদি আগ কৰা দেখা যায় আৰু সেইদৰে প্ৰথম" আগ " অনাৰ দিনাও চাকি-বন্তি আদি প্ৰজ্বলিত কৰি যাৱতীয় নীতি-নিয়মেৰে আৰতি বা চুমান কৰা হয় । ধান দাই শেষ কৰিবৰ দিনাও কোনোৱে শিপাৰে সৈতে কেইজোপামান ধান গছ উভালি আনি লখিমী ভাণ্ডাৰত স্থাপন কৰি যথাবিহিত ৰূপে চুমান পৰ্ব সমাধা কৰে । ৰাইজৰ সহায় সহযোগত বহু কঠিন কাৰ্য সুকলমে সমাধা কৰিবলৈ ঠাই বিশেষে কঠীয়া সিচাঁ ,ভুঁই ৰোৱা আৰু খেতি চপাবৰ সময়ত 'হাউৰী' মতাৰ প্ৰচলন আছে ।

এই নিয়মত ৰাইজক কোনো মূল্য দিয়া নহলেও ' খানা -পিনাৰ 'যোগাৰ আদি ভালমতেই যোগান ধৰিব লাগে । এই সমাজত ন-খোৱা উৎসৱো প্ৰচলিত আছে । ঘৰুৱাভাৱে নাইবা ইষ্ট কুটুম্ব গোটি খায়ো এনে ভোজন পৰ্ব অনুষ্ঠিত কৰিব পাৰে । ভোজন উৎসৱত ,ৰন্ধন বস্তুসমূহ বিস্থি দেৱতালৈ আগ কৰাও হয় । বহুতে এই ভোজন পৰ্ব কেৱল মাত্ৰ চিৰা -জলপান আদিৰেই সমাধা কৰে । ❑

# প্ৰথম মাঘৰ অনুষ্ঠান

মাঘ মাহৰ প্ৰথম দিনটোত চাহ-মজদুৰ সমাজে অনুষ্ঠুপীয়াকৈ অথচ তাৎপৰ্যপূৰ্ণ বহুতো সাংস্কৃতিক উৎসৱৰ পাতনি মেলা দেখা যায়। অৱশ্যে ঠাই বিশেষে আৰু গোষ্ঠীগত বিভিন্নতা থকা হেতুকে এনে উৎসৱ সমূহৰ মূল কাৰ্যাৱলী নিজ কুলোদ্ভৱ লোকৰ মাজত আবদ্ধ থাকিলেও বহু ক্ষেত্ৰত ওচৰ-চুবুৰীয়া আন প্ৰজাতি বা গঞা ৰাইজেও নিমন্ত্ৰিত হৈ আহি এনে উৎসৱত ভাগ লোৱাৰ সুবিধা পায়। দৃষ্টিগোচৰ হোৱা এনে উৎসৱসমূহ আলচ কৰি এইৰূপে বৰ্ণনা কৰিলেহে সুবিধা হ'ব

**(ক) আখাইন্ যাত্ৰা ঃ —** পৰম্পৰাগতভাৱে নিজকে কৃষক শ্ৰেণীৰ বা ক্ষত্ৰিয় শ্ৰেণীৰ বুলি পৰিচয় দিব খোজা মজদুৰ জনগোষ্ঠীৰ কিয়দংশ লোকে মাঘৰ প্ৰথম দিনটোৰ পৰাই কৃষি বছৰ আৰম্ভ হয় বুলি ধৰি ' আখাইন্ যাত্ৰা' নামৰ পৰ্ব এটা পালন কৰা দেখা যায়। সেইদিনা পুৱা ভাগত ৰুটি পিঠা আদি ভাজি ঘৰুৱা থানত পানী ঢালি বা পূজা পৰ্ব সামৰি নাঙল-যুঁৱলী,মৈ-টকা এচাৰিকে আদি কৰি যাৱতীয় কৃষি সঁজুলিসমূহৰ প্ৰতিটো অংশত পূজক গৃহস্থই তেল সেন্দুৰ ইত্যাদিৰে সৈতে চাউল গুৰি পনীয়া কৰি তিনিটাকৈ ৰেখাংকন কৰি আল্পনা দিয়ে। খেনোৱে নিজ নিজ গৰু গাই আদিকো তেল-হালধিৰে বোলাই কপালত সেন্দুৰৰ ফোট দি মৰম যাচে। পূজাৰ অন্তত মূল গৃহস্থই নিজ পথাৰত গৈ কেইপাকমান হাল বাই আগন্তুক বছৰৰ বাবে কৃষি-কৰ্মৰ শুভাৰম্ভ কৰে। উপযুক্ত মাটিৰ অভাৱত হাল বাবলৈ সক্ষম নোহোৱা লোকসকলেও সেইদিনা নিজৰ বাৰীখনতে চাব চেৰেক কোৰ মাৰি সাংস্কৃতিক নিয়ম পালন কৰে। হাল কোৰ বাই অহা ৰ পাছত ঘৰৰ গৃহস্থনীয়ে তেওঁলোকৰ ভৰি ধুৱাই গৃহ প্ৰৱেশ কৰিবলৈ দি জা-জলপান আগবঢ়াই। ৰাতিটো নানা বিধ নিচা জাতীয় বস্তু সেৱন কৰি ৰং তামাচা কৰে।

সেইদিনাই এওঁলোকৰ পুৰুষ আৰু চেমনীয়াসকলে নিজ নিজ কৰ্তব্য সামৰি হাতত ধেনু-কাঁড় ,যাঠী-জোং আদি লৈ চিকাৰ খেদিবলৈ ওলাই যায়। চিকাৰ পালে গোটেই বছৰটো শুভ বুলি ধৰা হয়। বধ কৰা প্ৰাণীটোৰ মাংস আদি ঘৰলৈ অনা নিয়ম নথকা হেতু চিকাৰীহঁতে নিজ বসতি অঞ্চলৰ বাহিৰতেই জুইত পুৰি মেলি পৰাপক্ষত কোনো এটা অংশ বাদ নিদিয়াকৈ ভক্ষণ কৰা পৰিলক্ষিত হয়। ইয়াৰ ব্যতিক্ৰম ঘটালে ভৱিষ্যতে চিকাৰ পোৱাত বাধা থাকে বুলি জনবিশ্বাস প্ৰচলিত আছে। চিকাৰীসকলে চিকাৰটোৰ তেজ নিজ নিজ অস্ত্ৰ-শস্ত্ৰত সানি ললে আগলৈ নিচান ঠিক থাকে বুলিও ক'ব খোজে। তথাপিও উল্লেখ কৰা উচিত হব যে বৰ্তমানে পশু-পক্ষী, হাবি-জংঘল আদি টুটি অহাৰ পৰিপ্ৰেক্ষিতত বহু ঠাইত বহুতে কণী এটাকে

নিচান ৰাখি কঁড়িয়াই মেলি আত্মতৃপ্তি লাভ কৰে। পুৰণি দিনত স্থানানুসাৰে সেই দিনাই ডেকা-চেমনীয়াসকলে নানান ৰকমৰ 'লড়াই' বা 'কুস্তি' খেল, লাঠী খেল আৰু নানান খেদা খেদি খেল খেলিও আনন্দ মুখৰ পৰিবেশৰ সৃষ্টি কৰিছিল বুলি বুঢ়াসকলে কোৱা শুনা যায়। এইসকলে 'আখাইন যাত্ৰাৰ' আনটো নাম 'পিঠা পৰব' বুলিও কয়।

**(খ) ইংখুৰ পূজা ঃ**—বাগিচা অঞ্চলত সামূহিক হিচাপে গৰু চৰোৱা 'বাগাল' বা গৰখীয়াসকলে গৰু গিৰিহঁতৰপৰা দুই চাৰি অনাকৈ চান্দা সংগ্ৰহ কৰি তেওঁলোকৰ তত্বাৱধানত থকা গৰুসমূহৰ যাতে বছৰটোলৈ কোনো বসন্ত, চৰকা বা খুৰা বেমাৰ আদি নহয়—তাকে উপলক্ষ্য কৰি 'গৰু গৰালত' ইংখুৰ পূজাৰ আয়োজন কৰে। পুৱা ভাগত সমূহীয়াকৈ গৰু গোটাই ৰখা ঠাই টুকুৰা নামানুসৰি বহুতে ইয়াক 'গৰু গৰাল' পূজা বুলিও কয়। অৱশ্যে কোনো কোনো ঠাইত এনে পূজা কাতি মাহৰ 'গৰয়া' পূজাৰ সময়তেই 'গৰু গৰাল' নাইবা গাঁৱৰ সীমা মূৰলীয়া ঠাইত পালিত হোৱাও দেখা যায়। এই পূজাৰ বাবে গৰু গিৰিহঁতৰ বহুতেই আগতীয়াকৈ মানস ৰখা হেতু তেওঁলোকে আগবঢ়োৱা গোটা নাৰিকলৰ 'টোপোলা' গৰখীয়াহঁতে লাল ঝান্ডা পুতি আঁৰি ৰখা দেখা যায়। নিৰ্দিষ্ট দিনা গৰখীয়াহঁতে গৰু মেলাৰ আগতে পূজা সমাপন কৰে নাইবা পূজা ঠাইৰ আশে-পাশে গৰু মেলি দি মূল 'ঝাংকৰ' বা পূজাৰীজনে কল-বুট মাহ আদি প্ৰসাদেৰে নৈবেদ্য উচৰ্গা কৰি মহাদেৱৰ নামত খুটা পুতি পূজা পৰিচালনা কৰে। কিছু কিছু ঠাইত পূজাৰীজনৰ 'ঝুপা'ও উঠায়। পূজাৰ সময়ত বাদ্য আদি বজোৱা হয়। এই পূজা সাধাৰণতে গৰখীয়াসকলৰ মাজতে আবদ্ধ থাকিলেও দুই চাৰিজন বাহিৰা মানুহকো নিমন্ত্ৰণ কৰা হয়। পূজাৰ অন্তত গৰুবোৰক একগোট কৰি পূজা কৰা ঠাইডোখৰ গছকায় আৰু পূজাৰীজনে এনে সময়ত পূজাৰ প্ৰসাদসমূহ কিছু পৰিমাণে সিহঁতৰ গালৈ ছটিয়াই শান্তিত থাকিবলৈ কামনা কৰে। বহুতো গৰুৰ গিৰিহঁতে এই পূজাক উপলক্ষ্য কৰি ঘৰত থকা ভগা টুটা 'ঝাডু', 'টুকুৰী' আদি একাধিক আলিৰ সঙ্গম স্থলত 'মেলানি' দিয়ে। খেনোৱে গৰখীয়াহঁতলৈ আগবঢ়োৱা এনে বস্তুসমূহ পূজা কৰা ঠাইৰ ওচৰত থকা গছ বিৰিখৰ ডালে পাতে আঁৰি দিয়ে। ইয়াৰ তাৎপৰ্য বুজা কঠিন। এই পূজাৰ পাছৰেপৰা গৰখীয়াসকলৰ বহুতে গৰুৰ গিৰিহঁতৰপৰা অন্ন-বস্ত্ৰকে আদি কৰি বছৰটোৰ বাবে নিম্নতম মাননি আৰু বকৃচিছ আদায় কৰে। তথাপিও ক'ব লাগিব —নিজৰ নহলেও আনৰ গৰু গাইৰ ভৱিষ্যত শুভ কামনাৰ বাবে অদৃশ্য শক্তিৰ চৰণত কৰা গৰখীয়াসকলৰ এনে প্ৰাৰ্থনা পূজা দেখিলে, তেওঁলোকহে মাত-বোল কৰিব নজনা, অবলা-জগতৰ আচল শুভাকাঙ্খী বুলি অনুভূত হয়।

**(গ) চুলহা-ধূলা পূজা ঃ**—অনুসূচীত জাতিৰ বিশেষকৈ 'কন্ধেৰ' শ্ৰেণীৰ জনগোষ্ঠীয়ে

এই দিনাই বছৰটোৰ বাবে চৌকা পূজা বা 'চুলাধুলা' (চুল্হা-ধূলা) পূজা নামক এটি অনুষ্টুপীয়া পূজাৰ আয়োজন কৰে। হস্কিলে-মস্কিলে এই পূজা পাতিব নোৱৰা লোকসকলে আগ ফাগুনত এই পূজাৰ আয়োজন কৰিব পাৰে। পূজা উপলক্ষে এইদিনা গৃহস্থ গৃহস্থনী দুয়ো ব্ৰতে উপবাসে থাকি নিজৰ ঘৰুৱা অন্ন পাক কৰা চৌকা সমন্বিতে ঘৰ-দুৱাৰ লিপামচা কৰি তিনি পুৰুষেৰে বান্ধ খাই থকা চৌকা দেৱতাৰ নামত গাখীৰ ঢালে। ইয়াতে তেল সেন্দুৰ সমন্বিতে আল্পনা আঁকি কুকুৰা এটা বলি কাটে আৰু মূৰটো চৌকাৰ মাজত বা তাৰ কাষত পুতি থয়। এই কৰ্মৰ পাছত প্ৰসাদ হিচাপে কাঁহ বা মাটিৰ নতুন পাত্ৰত ক্ষীৰভাত বা পায়স বনাই দিন দুপৰতে ৰন্ধা-বঢ়াৰ শুভাৰম্ভ কৰি চৌকাৰ নামত উচৰ্গা কৰে। পূজা উপলক্ষে ওচৰ-চুবুৰীয়াকো নিমন্ত্ৰণ কৰা হয়।

চুল্হা ধূলা পূজাৰ মাজত হয়তো অগ্নি পূজাৰ তাৎপৰ্যও সোমাই আছে। তিনি পুৰুষৰ সমষ্টিৰ চৌকা অৰ্থাৎ তিনিটা ইটা(বা তেনেজাতীয়) থিয়কৈ পুতি চৌকা বনোৱাটো হিন্দু সমাজৰ পৱিত্ৰ প্ৰথা। 'চুল্হা ধূলাৰ' পূজকসকলে এই তিনিওকে তিনি পুৰুষ বা তিনি আত্মা বুলি অভিহিত কৰিব খোজে। নিৰক্ষৰ শ্ৰীকূৰ্প কন্ধেৰৰ মতে—এই তিনিৰ মূৰত আশ্ৰয় কৰিয়েই ধৰিত্ৰী বৰ্তি আছে আৰু তিনিৰ মূৰতেই আশ্ৰয় কৰি মনুষ্য সমাজে ৰন্ধা-বঢ়া কৰি নিজেও খাইছে—আনকো খুৱাইছে। ইয়াতকৈ বেছি ব্যাখ্যা দাঙি ধৰিব নোৱৰা প্ৰথমজন 'কূৰ্পতকৈ' দ্বিতীয়জন কূৰ্পকন্ধেৰে হয়তো ক'ব—সেই তিনি মূৰ্তি বা তিনি আত্মা আন কোনো নহয়—তিনিমূৰৰ অধিকাৰী স্বয়ং ব্ৰহ্মাদেৱ। আনজনে হয়তো ক'ব সেয়া নহয়! তেওঁলোক সসাগৰা পৃথিৱীৰ স্ৰজন্তা-পালন্তা আৰু সংহাৰ কৰোঁতা—অনাদি অনন্ত শক্তিৰ অধিকাৰী ব্ৰহ্মা-বিষ্ণু আৰু ৰুদ্ৰ। এনে ব্যাখ্যাও হয়তোবা হ'ব পাৰে—হয়তোবা নহয়।

ঘ) এই দিনটোতেই ভূমিজ আৰু তেওঁলোকৰ সমগোত্ৰীয় লোকসকলে তেওঁলোকৰ ল'ৰা-ছোৱালীৰ নাক-কাণ বিন্ধোৱা উৎসৱ পালন কৰে। ককা বা বুঢ়ী আই সম্পৰ্কীয় লোকসকলে জোঙা লোৰ শ'লা বা কাঁইটেৰে ল'ৰা-ছোৱালীবোৰৰ নাক-কাণ ফুটাই দি নাক্‌চি আৰু কান্‌চি নামৰ অলংকাৰ পিন্ধাই দিয়ে। এই উপলক্ষে ল'ৰা-ছোৱালীহঁতক চ'খ পূৰোৱা বা আল্পনা অংকিত আসনত বহুৱাই প্ৰতিজন নিমন্ত্ৰিত আৰু ঘৰুৱা লোকে 'চুমান' কৰি ধান আৰু পইচা আগবঢ়ায়। এই উপলক্ষে মুৰ্গী এটা থেকেচা মাৰি ঘৰৰ চালৰ ইপাৰ-সিপাৰকৈ তিনিবাৰ চাৰিবাৰকৈ দলিওৱা কাৰ্য্যৰ তাৎপৰ্য বুজা নাযায়।

শৰীৰতত্ব, সৌন্দৰ্য বৰ্ধন বা তান্ত্ৰিক প্ৰথা অনুযায়ী অন্য কিবা কাৰণ থাকিলেও এই সমাজৰ লোকসকলে কিন্তু ক'ব খোজে যে নাক-কাণ বিন্ধোৱাৰ পাছতহে ল'ৰা-ছোৱালীহঁত হেনো নিজৰ জাতত উঠে।

ঙ) কেওঁট জাতীয় লোকসকলে এই দিনাই মুৰ্গী আদি বলি কাটি মূল ঘৰৰ দৰজাৰ মুখত 'ডেহুী পূজাৰ' আয়োজন কৰে। এই পূজা নিতান্তই ঘৰুৱা হলেও অৱশ্যে জাতি-প্ৰজাতিক নিমন্ত্ৰণ কৰি প্ৰসাদ দিয়াৰ ব্যৱস্থা আছে। ❑

# দুৰ্গা পূজা

সাৰ্বজনীন শাৰদীয় দুৰ্গা পূজাই শক্তি পূজাৰ বিশ্বাসী প্ৰায় সকলো লোকৰেই অন্তৰত ধৰ্মৰ বিমল ভাব আৰু ভক্তিৰ নিজৰা চিৰ প্ৰবাহিত কৰি আহিছে। অন্যান্য গোষ্ঠীয় লোকৰ দৰে চাহ বাগিচাৰ মজদুৰসকলেও দুৰ্গা দেৱীক এক শক্তিৰ প্ৰতীক বুলি কল্পনা কৰি ভক্তিৰ দৃষ্টিৰে চাবলৈ বিচাৰে। এই দেৱীৰ পূজা মজদুৰ সমাজত ব্যক্তিগত আৰু সামুহিক দুয়ো ধৰণেই পালন কৰে।

ব্যক্তিগত পূজাৰ বৈশিষ্ট্যৰ ভিতৰত পূজক গৃহস্থসকলে নিজ নিজ ঘৰুৱা থানত বেলবৰণৰ দিনাৰেপৰাই 'ঘট বাৰি' স্থাপন কৰি নৱমী পৰ্যন্ত অনিৰ্বাণ ৰূপত চাকি-বন্তি প্ৰজ্বলিত কৰি ৰখাৰ চেষ্টা কৰে। বাহী বন্তি পূজাৰ বাবে অশুভ ফলদায়ক। বৰ বলিৰ দিনা পূজকসকলে ব্ৰতে-উপবাসে থাকি বগা ৰঙৰ পাঠা বা মতা আদ্ৰলি হাঁহ বলি দি পূজা সমাপন কৰে। পূজাত দেওধনীৰ দ্বাৰায়েই শুভা-শুভ নিৰ্ণয় কৰোৱা হয়। পূজাৰ প্ৰসাদো একে গোষ্ঠীভুক্ত লোকৰ মাজতহে বিতৰণ কৰা হয়।

বেলবৰণৰ দিনা এই সমাজৰ বহুতো লোকে চাবোন আদি ব্যৱহাৰ কৰি গা-পা নোধোৱে। কাৰণ হিচাপে জানিব বিচাৰিলে এই দিনা চাবোনেৰে গা ধুলে দেৱীৰ মুখতো চাবোনৰ ফেন বাহিৰ হয় বুলি জনবিশ্বাস প্ৰচলিত আছে। এই দিনাই বহুতে বেল গছ থকা ঠাইডোখৰো চাফ্-চিকুণ কৰি চাকি বন্তি আগবঢ়ায়। তদুপৰি দেৱী হেনো পৃথিৱীলৈ আহি প্ৰথমতে 'কুমাৰ-গাড়া' অৰ্থাৎ লিপা-মচা কৰোঁতে বা অন্যান্য কামৰ বাবে মাটি খান্দোঁতে যি গাঁত হয় তাতেই হেনো জিৰণি ল'বলৈ বিচাৰে। এনে প্ৰবাদ বাক্য প্ৰচলিত থকাৰ ফলস্বৰূপেই বহুতে বেলবৰণৰ দিনা এনে মাটিৰ গাঁতৰ চাৰিওফাল চাফ্-চিকুণ কৰি চাকি বন্তি জ্বলাই ধূপ-ধুনাৰে আমোল মোলাই ৰখা দেখা যায়। প্ৰায় সকলো মজদুৰেই দেৱীৰ পূজা আৰম্ভ হোৱাৰ নিৰ্দিষ্ট দিনৰ আগতেই নিজ নিজ ঘৰ-দুৱাৰ লিপা-মচা কৰি, হাবি-বন চুৰুকি কেওকাষ পৰিষ্কাৰ কৰি তোলে। গোঁসানী পাটত উঠাৰ দিনাই ৰাতিপুৱা ভাগত সকলোৱে নিজ নিজ ঘৰৰ দুৱাৰ মুখৰ বেৰ বা খুটাত আম-পাত আঁৰি দিয়াৰ উপৰিও তেল সেন্দুৰ আৰু চাউলৰ গুড়িৰে কৰা বগা ফোঁট দি দেৱীৰ শুভাগমন কামনা কৰে। বহুতে বেৰ আদিত বিভিন্ন ফুল আদিৰ ছবি আঁকিলেও বিশেষকৈ পদুম ফুলৰ ছবিহে বেছি

পৰিমাণে আঁকা দেখা পোৱা যায়।

পুৰণি বস্ত্ৰ পৰিধান কৰি দেৱী দৰ্শন বা দেৱী সেৱা কৰাৰ নিয়ম নথকাৰ জনশ্ৰুতি প্ৰচলিত থকা হেতু পৰাপক্ষত সকলোৱে ধাৰ-ঋণ কৰি হ'লেও একোডোখৰ নতুন বস্ত্ৰ পৰিধান কৰিহে গোসাঁনী সেৱা কৰেগৈ। অকল এয়ে নহয় পূজা উপলক্ষে ধনীয়ে হওক কিম্বা দুখীয়াই হওক কিঞ্চিত পৰিমাণৰ হ'লেও মাছ বা মাংস ভক্ষণ কৰা নিয়ম প্ৰচলিত হৈ আহিছে। অৱশ্যে অভ্যাস থকাসকলে পূজা উপলক্ষে যথেষ্ট ধৰণে 'হাড়ীয়া' বা মদৰ যোগাৰ কৰাতো কৃপণালি নকৰে। পৃথিৱীলৈ ফুৰিবলৈ আহি নৰ-মনিচক দুখ কষ্ট বা চিন্তা ভাবনা কৰি থকা দেখিলে দেৱী হেনো 'নাৰাজ' হয় আৰু ইয়াৰ ফলত নানান ধৰণে বেমাৰ-আজাৰ, মাৰি-মৰক, অভাৱ-অনাটন, কাজিয়া-পেচাল আদি ঘটিব পাৰে বুলি জনশ্ৰুতি প্ৰচলিত থকাত পৰাপক্ষত এই কেইদিন সকলোৱে ৰং-তামচা কৰি থাকিবলৈহে চেষ্টা কৰে। পূজা উপলক্ষে দেৱী হেনো আচলতে মাকৰ ঘৰলৈ অৰ্থাৎ পৃথিৱীলৈ আহে। এনে জনশ্ৰুতি থকাৰ ফলতেই বিবাহিত মজদুৰ বাই-ভনীসকলেও মাক-বাপেকৰ ঘৰত পূজাৰ কেইদিন পদাৰ্পণ কৰা দেখা যায়।

নানা সংঘাতৰপৰা পৰিত্ৰাণ পাবলৈ 'টুপ্লা' বা 'মান্‌সিক' থকা হেতু ব্যক্তিগত থানতেই হওক বা ৰাজহুৱা থানতেই হওক বহুতে দেৱীপূজাত হাঁহ, পাঠা আদি আগবঢ়ায়। বলি কাটোঁতাজনে ইয়াৰ বিনিময়ত কিছু মাননি পায়। বলি কাটোঁতে একে ঘাপে ছিগিলে মঙ্গল আৰু ইয়াৰ ব্যতিক্ৰম ঘটিলে শুভ নহয় বুলি বিবেচনা কৰা হয়। বলি কাটি মাথা ডোখৰ থানত আগবঢ়ায়; গা-ডোখৰ মানস কৰোঁতাজনে ঘৰলৈ নি ইচ্ছাপূৰ্বক হিচাপে প্ৰসাদৰূপে বিতৰণ কৰে। বলি কাটোঁতে ঢাক-ঢোল, চাঙ্গু, মাদল-ধুম্‌ছা আদি বাদ্যসমূহ বাজি থাকে আৰু তিৰোতা মানুহবিলাকে উৰুলিৰে বলিৰ সময়কণ ঝংকাৰিত কৰি তোলে। বলিৰ বাবে কোমোৰা, মাগুৰ মাছ আৰু কুঁহিয়াৰো প্ৰশস্ত বুলি ধৰা হয়। বলি কটাৰ পাছত উপস্থিত সকলোৱে তেজৰ ফোট লয়। বহুতে দেৱীৰ নামত আগবঢ়োৱা পাঠাক থানত নি প্ৰসাদ আদি খুৱাই, সেন্দুৰৰ ফোট আদি দি এৰি দিয়ে। মানস কৰোঁতাজনে ভাবি ৰখা এটা নিৰ্দিষ্ট সময় বা বছৰ পাৰ হ'লেই দেৱীৰ সন্তুষ্টিৰ অৰ্থে পাঠাটো বলি কাটি স্বস্তি লাভ কৰে। খেনোৱে দেৱী বা মহাদেৱৰ নামত পাঠা আগবঢ়াই এৰি দিয়ে আৰু সময়ত সিয়েই 'ভদাছাগল' অৰ্থাৎ ভটৰা হয়গৈ। অৱশ্যে 'পাঠা ছাড়ান' কাৰ্যফেৰা বহুতে কালী পূজাতো সমাপন কৰে। এনেদৰে আগবঢ়োৱা পাঠাবোৰ যেই সেই এলেকাত নিৰ্বিবাদে ঘূৰি ফুৰিব পাৰে। কাৰোবাৰ অনিষ্ট সাধন কৰিলেও মাৰ-পিট্ নকৰে বা পাঠা এৰোঁতাজনৰ ওপৰতো খং ৰাগ নকৰে। বৰঞ্চ পাঠাটোক খাবলৈ জলপান আদি দিয়েহে। কোনোবাই ইয়াৰ ব্যতিক্ৰম ঘটালে বেৱীৰ কোপদৃষ্টিত পৰে বুলিও জনশ্ৰুতি প্ৰচলিত আছে।

গোসাঁনী সেৱা কৰোঁতে পোৱা ফুল-পুষ্পৰ নিৰ্মালিক বহুতে ঘৰলৈ আনি ব্যক্তিগত পূজা থান বা ধন-পইচাৰ বাকচত নিক্ষেপ কৰে। খেনোৱে ঘৰৰ চাল বা বেৰতো গুজি থয়। খেনোৱে আকৌ কুঁৱা বা পুখুৰীৰ পানীত বিসৰ্জন দিয়ে। পৱিত্ৰ বস্তু অপৱিত্ৰ স্থানত নপৰক বুলিয়েই এনে মনোভাৱ দেখা পোৱা যায়।

'মেড়-ভাঁসান' অৰ্থাৎ গোঁসানী বিসৰ্জনৰ দিনা প্ৰধান আলিবাটত গোসাঁনী ফুৰাবৰ সময়ত বহুতো মজদুৰ--যিসকলে নানান বেমাৰ আজাৰত আক্ৰান্ত হৈ নাইবা অশেষ দুখ কষ্ট যাতনা আদিত ভুগি থাকে তেওঁলোকে আলিবাটৰ ওপৰত চিত হৈ নাইবা উবুৰি হৈ পৰি থাকে। মূৰ্তি কঢ়িয়াই নিয়া লোকসকলে সেই সময়ত কোনো ইতস্ততঃ নকৰাকৈ ডেই যোৱা নিয়ম। গাৰ ওপৰেদি এনেদৰে গোসাঁনী পাৰ হৈ গলে নানান যাতনাৰপৰা মুক্ত হোৱা যায় বুলি সি সকলে বিশ্বাস কৰে। বহুতে দেৱীৰ আশীৰ্বাদ পাবলৈ কেঁচুৱা ল'ৰা-ছোৱালীকো বাটত শুৱাই ৰখা দেখা যায়। অৱশ্যে যান্ত্ৰিক যান-বাহনত গোসাঁনী ফুৰালে ৰাস্তাৰ ওপৰতে সেৱা কৰি চাউল, নাৰিকলৰ টুকুৰা, কল, মিঠাই আদি ছটিওৱা দেখা যায়। মাঝি, চাওঁতাল, ওৰাং আদি জাতৰ লোকসকলে এই পূজাক 'দাশাই' পৰব হিচাপেহে পালন কৰা দেখা যায়।

এসময়ত বাগিচাৰ পূজাবোৰত ঢাঁক-ঢোল, নাগৰা-ধমচা, চাঙ্গু-মাদল আদি বাদ্যৰ ছেৱে ছেৱে মজদুৰৰ সংস্কৃতি বিষয়ৰ বহুতো নাচ-গান, নাম-কীৰ্তন আদিৰ আয়োজন হৈছিল। বৰ্তমানে চিনেমাৰ প্ৰদৰ্শন অধিক ৰূপত প্ৰচলিত হ'ব ধৰিছে।

গোষ্ঠীগত আচাৰ-বিচাৰ, নীতি-নিয়ম আদিৰ বিভিন্নতা থকা সত্বেও চাহ-মজদুৰ সমাজে সামূহিকভাৱে আয়োজন কৰা এনে পূজা-পাৰ্বণ উৎসৱ অনুষ্ঠানে ৰাইজৰ মাজত ৰং ৰহইচৰ যোগে শান্তি, ঐক্য আৰু সম্প্ৰীতি গঢ় লোৱাটোহে কামনা কৰে। ❑

ভাদ মাহৰ শেষ দিন অৰ্থাৎ সংক্ৰান্তিৰ সঞ্চাৰ হোৱা দিনাই চাহ-মজদুৰ সমাজৰ বিশেষকৈ বাঁকুড়া, মেদিনীপুৰ, ৰাঁচী, সিংভূম, মানভূম, হাজৰীবাগ্ আদি ঠাইৰপৰা অহা বাউৰী, গোৱালা, তুৰী, কুৰ্মি, খৈৰা, শুঁড়ি, লোহাৰ, কমাৰ, মৈৰা, ভূমিজ, বনিয়া, চাষা, হাজাম, পাতৰ সমন্বিতে বহু সম্প্ৰদায়ৰ লোকে উলহ-মালহকৈ মনসা পূজাৰ আয়োজন কৰে। খুউৱ কম সংখ্যক লোকেইহে শাওণ মাহৰ নাগ পঞ্চমী তিথিত এই পূজা পাতে। পূজাত ব্ৰাহ্মণ আদিৰ দৰকাৰ নহয়। বাদ্য বাজনাৰ তালে তালে মনসা মঙ্গল, পদ্ম পুৰাণ আদিৰ দৰে পুথিসমূহ পাঠ কৰিয়েই লোকাচাৰ পদ্ধতিৰে পূজাৰ সমাপন ঘটোৱা হয়। পূজাত 'ঝুপা' নমাই শুভাশুভ আৰু পূজাৰ সময় নিৰ্ণয় কৰোৱা হয়। পূজাৰ থানত মনসা দেৱীৰ প্ৰতিমূৰ্তি স্থাপন কৰাৰ উপৰিও 'ঘট-বাৰি'ৰ দ্বাৰায়ো পূজা পতাৰ নিয়ম প্ৰচলিত আছে। পদুম ফুল এই পূজাত অতীৱ প্ৰয়োজন।

ভাঁসানৰ দিনা পূজক গৃহস্থসকলে দেৱীলৈ বুলি পইতা ভাত আৰু জিকাৰে সৈতে ৰন্ধা মাগুৰ মাছৰ তৰকাৰী অৰ্পণ কৰে। পূজকসকলে এইদৰে অৰ্পণ কৰাৰ বিষয়ে ব্যাখ্যা দাঙি ধৰি কয় যে—দেৱীয়ে যাতে নিজ ঘৰলৈ ঘূৰি গৈ বাপেকে সুধিলে পৃথিৱীত অৰ্থাৎ মাকৰ ঘৰত কোনো ভাল বস্তু খাবলৈ নেপালে বুলি কয়গৈ। ইয়াকে নকৈ ভাল ভাল বস্তু খাবলৈ পালে বুলি ক'লে পিছৰ বছৰ দেৱীক মাকৰ ঘৰলৈ নপঠাবও পাৰে! নতু ভাল বস্তুৰ আশাত দেৱীৰ সম্বন্ধীয়সকলে 'গোষ্ঠীশুদ্ধ' হিচাপে একেলগে একেসময়তে পৃথিৱীলৈ আহিলে সকলো বস্তুৰে নাটনি হ'ব পাৰে! তেনে সময়ত সকলো বস্তুৰ যা-যোগাৰ দিব নোৱাৰিলে দেৱতাসকলৰ কোপত পূজকসকলৰ হেনো বহুতো ক্ষতি সাধন হ'ব পাৰে। এনে জনশ্ৰুতি প্ৰচলিত থকাৰ বাবেই পূজকসকলে দেৱীক আঁসে মাতিবৰ বাবে প্ৰাৰ্থনা জনায় বুলি জনা যায়। পূজকসকলৰ বহুতেই মনসা পূজা পাৰ হৈ নোযোৱা পৰ্যন্ত কোমোৰা আৰু জিকা খোৱাৰপৰাও বিৰত থাকে। এনে সকলৰ বহুতে সাপ আদি বধ কৰাৰ পৰাও পৰাপক্ষত বিৰত থাকিব বিচাৰে।

পূজা উপলক্ষে পুৰুষসকলে 'কড়ৰা' নামক এটা বিশেষ খেল খেলা দেখা যায়। কঁহুৱা বনৰ দ্বাৰা তিনি চাৰিহাতমান দীঘলকৈ বেণীৰ আকাৰৰ গুঠি লোৱা 'কড়ৰা'ৰে সলনা-সলনিকৈ এজনৰ বাহু বা হাতত আন এজনে দূৰৰপৰা দৌৰি হি পাৰ সমস্ত জোৰেৰে কোবাব লাগে। এনেদৰে কোবাওঁতে কেতিয়াবা ছাল ফাটি যোৱাও দেখা যায়। এই 'কড়ৰা' কেতিয়াবা মৰাপাটৰ পৰাও বনাই লোৱা হয়। খেলুৱৈসকলে এই খেলৰ তাৎপৰ্য ক'ব নোৱাৰিলেও 'কড়ৰা'ৰ আকৃতিলৈ চাই এইয়া যে সাপৰেই প্ৰতীক সেই বুলি সন্দেহ কৰিব পাৰি।

আঠ দিনৰ দিনা 'আঠ মঙ্গলা' অনুষ্ঠানৰো আয়োজন কৰা হয়।□

# কুকুৰা যুঁজ

চাহ বাগিচা অঞ্চলত কুকুৰা আৰু কুকুৰা যুঁজৰ এক বিশিষ্ট স্থান আছে। কুকুৰা যুঁজ আহিন মাহৰ শেষ ভাগৰপৰাই আৰম্ভ হৈ ফাগুন মাহৰ প্ৰায় মাজ ভাগলৈকে মানস কৰা পূজাৰ অন্তত শেষ হয়। যুঁজত অৱতীৰ্ণ কৰোৱা দুয়োটা কুকুৰাৰ বাওঁ ঠেঙত 'কাঁইট' (ছুৰী) বান্ধি হৰা-জিকা কৰোৱাত অনামজ্জদুৰসকলে কোনো বিশেষত্ব দেখা নাপালেও, এই যুঁজৰ আঁৰত চাহ বনুৱা সমাজৰ এক বিচিত্ৰ সংস্কৃতি লুকাই থকা বুলি ক'ব পাৰি।

কুকুৰা যুঁজত অংশ গ্ৰহণ কৰা লোকসকলে কুকুৰাটোৰ হানি বিঘিনি নঘটিবলৈ যুঁজৰ দেৱতা 'ৰাঙ্গাহাৰী বিচাচাৰী'ৰ নামত ঘৰুৱা হিচাপে মানস বা টোপোলা বন্ধা কাৰ্য সমাধা কৰাৰ পাছতহে ঠেঙত দোল লগায়। যিটো কুকুৰাই সময়ৰ ব্যৱধান নাৰাখি ডাক দি থাকে তেনে কুকুৰাক যুঁজৰ উপযোগী বুলি ধৰা নহয়। ঠেঙৰ 'আল' চায়েই কুকুৰাৰ বয়স নিৰূপণ তথা যুঁজৰ উপযুক্ত হয় নে নহয় পৰীক্ষা কৰা হয়। ডাক দি থকা কুকুৰাক যুঁজৰ আগতে 'পাহুড়' আৰু জিকাৰ পাছত 'জিত্‌কাৰ' বুলি কোৱা হয়। সেইদৰে হৰাবোৰক 'মুড়' বুলি কোৱা হয়। যুঁজৰ বাবে 'ঝিন্‌জৰা' (পখৰা) বৰণৰ কুকুৰা অধিক শক্তিশালী আৰু নিৰ্ভৰযোগ্য বুলি ধৰা হয়। বগাবোৰক বৰ 'গেজু' বুলি গণ্য কৰা হয়। যি কুকুৰাই পুব ফালে মুখ কৰি ডাক দিয়ে তেনে কুকুৰাৰ লক্ষণ ভাল বুলিও বিবেচনা কৰা হয়।

কুকুৰা যুঁজ সাধাৰণতে পুৱাবেলা এটা নিৰ্দিষ্ট ঠাইত ৰাজহুৱা হিচাপে অনুষ্ঠিত হয়। এই ঠাই টুকুৰাক 'আখড়া' বুলি কোৱা হয়। অৱশ্যে অত্যধিক স্ফুৰ্তিবান আৰু ইচ্ছুকসকলে এনে নিয়মিত সংস্কৃতিত সন্তুষ্ট নাথাকি কেতিয়াবা পাছ বেলাও যুঁজৰ আখড়া পতা দেখা যায়। যুঁজত ঘাইল হলে ঘা শুকুৱাবলৈ মিঠাতেলৰ সৈতে কাঠ কয়লাৰ ছাঁই গুড়ি সানি দিয়া হয়। কুকুৰাৰ অধিক খং তুলিবলৈ সাধাৰণতে 'গেন্দাফুল'(নাৰ্জী) বহু পৰিমাণে খুওৱা হয়। কুকুৰাটোৰ ঠেঙত 'কাঁইট' বান্ধিবৰ সময়ত বান্ধোতাজনলৈ আগতীয়াকৈ মাননি আগবঢ়োৱা নিয়ম। ওচৰ ঘৰীয়া হলে জিত্‌কাৰৰ ফালৰপৰা দুই এক সময়ত মাংসৰ টোপোলাও তেওঁলৈ আগবঢ়ায়। 'কাঁইট' বান্ধোতে কুকুৰাটো ধৰি থকাজনে ঠেঙৰ দোলডাল খুলি বাওঁ ভৰিৰে গচক মাৰি ধৰি যুঁজ শেষ নোহোৱা পৰ্যন্ত একে ঠাইতে বৈ থকা নিয়ম।

বহুতে যুঁজৰ আগমুহূৰ্তত কুকুৰা দুটাৰ হৰা-জিকাক লৈ টকা-পইচাৰে বাজি ধৰা দেখা যায়। বহুতো কুকুৰাৰ গিৰিহঁতে বিপক্ষৰ কুকুৰাক হৰুৱাবলৈ নিজৰটোক দুই এদিন ঘৰত খান্দি ৰখা গাঁতত ৰাখি শিয়ালৰ শুকান চামৰা তিয়াই গাঁতৰ ওপৰত

মেলি ধৰে যাতে সেই পানী কুকুৰাটোৰ গাত পৰি শিয়ালৰ গোন্ধ সহ্য কৰাত অভ্যস্ত হয়। বহুতো গিৰিহঁতে এনে টেঙৰামি কৰি নিজৰ কুকুৰাটোৰ ঠেঙত কাঁইট বান্ধি বিপক্ষৰ সৈতে যুঁজালেই আনটো কুকুৰাই এবাৰ বা দুবাৰ 'ঝাঁপ্টা' মাৰিয়েই শিয়ালৰ গোন্ধ পাই পৃষ্ঠভঙ্গ দিয়ে। এনে অন্যায় কাৰবাৰ অৱশ্যে সকলোৱে কৰা দেখা নাযায়। এনে যুঁজত মাইকী মানুহক বৈ থাকি চাবলৈও দিয়া নহয়।

কুকুৰা যুঁজাবলৈ নিওঁতে বহুতে ব্ৰহ্ম পুৱাতে উঠি খোৱা-বোৱা নকৰি বা মুখত দাঁতোন নিদিয়াকৈয়ে আখড়াৰ স্থানলৈ যাত্ৰা কৰে। এনে সময়ত কাকো মাত দিব নাপায় আৰু কোনোবাই মাত লগালেও সঁহাৰি দিয়াটো অশুভ লক্ষণ বুলি গণিতা কৰা হয়। সেয়েহে এনে সময়ত কোনেও কাৰো লগত ভেটাভেটী হোৱাটো কামনা নকৰে।

যুঁজাবলৈ বুলি যিজনে কুকুৰা নিয়ে তেওঁৰ বিছনা-পাতি, কাপোৰ-কানি আদি য'ত যিদৰে এৰি যায় ঠিক সেইদৰেই ঘূৰি নহা পৰ্যন্ত ঘৰৰ কোনেও চোৱা-মেলা নকৰি একেদৰেই ৰাখি থয়। কুকুৰা বন্ধা ঠাই টুকুৰাও সাৰিব-মচিব নাপায়। ইয়াৰ ব্যতিক্ৰম ঘটালে কুকুৰাটোৰ হানি-বিঘিনি ঘটে বুলিও জন-বিশ্বাস প্ৰচলিত আছে। সপোনত কাজিয়া-পেচাল কৰি জিকিলে, তেজ দেখিলে, হাঁহিলে, ৰং-তামাচা কৰা দেখিলে শুভ লক্ষণ বুলিও বহুতে বিশ্বাস কৰে।

কুকুৰা পালকসকলে উমনিত বহা কুকুৰাৰ গৰালত কোনো বিধুতি মাইকী মানুহক যাবলৈ নিদিয়ে। এনে নকৰিলে কণীবোৰ ঘোলা হয় বুলি সন্দেহ কৰা হয়। উমনিত বহি পোৱালি জগোৱাৰ পাছত কণীৰ চোকোৰাবোৰ য'তে ত'তে নেপেলাই গৰালতে গাঁথি ৰখা দেখা যায়। এনে কৰিলে ভৱিষ্যতে কুকুৰাজনীয়ে অধিক পোৱালি জগোৱাৰ ক্ষমতা অৰ্জন কৰাৰ উপৰিও পোৱালিবোৰৰো কোনো হানি-বিঘিনি নহয় বুলি জনশ্ৰুতি প্ৰচলিত আছে। কুকুৰা কণী জুইত দি পুৰিলেও গাত বগা বেমাৰ হয় বুলিও বহুতে ক'ব খোজে। যি কি নহওক সামগ্ৰিকভাৱে সকলো মজদুৰ লোকেই কুকুৰা পালন কৰা বুলি ক'লে ভুল কৰা হ'ব। কাৰণ এওঁলোকৰ মাজত সাত্বিক আৰু বৈষ্ণৱ ধৰ্ম পালন কৰা লোকো বহুত আছে, যিসকল কুকুৰাৰ সংশ্ৰৱৰ পৰা দূৰত থাকে।❑

# মংলা পূজা

চাহ বাগিচাৰ হাড়ি, ঘাঁচি, দন্দাসী আদি সম্প্ৰদায়ৰ মাজত 'মংলা' পূজাৰ প্ৰচলন দেখা যায়। এই পূজা চ'ত মাহৰ পূৰ্ণিমা তিথিৰ আগৰ মঙ্গলবাৰটোত অনুষ্ঠিত হয় বাবে কিছুৱে ইয়াক 'মংগল চণ্ডী'ৰ পূজা বুলিও কয়। আন কিছুমানে কয় –'চৈত পূজা'।

এই পূজাৰ বাবে চাৰিমুখীয়া কলহত 'বাৰি'(পানী) তুলি আনি বেদীত স্থাপন কৰা হয়। কলহৰ মুখত ভীম কলৰ ডিল এটা স্থাপন কৰি পাঁচটা খৰিকাৰে কলফুল গাঁথি গুজি দিয়া হয়। পূজাৰ বাবে ক্ষীৰ, ভাত, পায়স, আখৈ আৰু গুৰেৰে কৰা 'মুৰা', চাউল গুৰি, গুৰ আৰু পানীৰে বনোৱা 'বেচালী' নামৰ প্ৰসাদেই অতীব প্ৰয়োজন। ইয়াৰ উপৰিও থানত আগবঢ়াবলৈ কিছু পৰিমাণৰ মদৰো দৰকাৰ হয়। পূজাত এঁকৈশটা নিঘূণীয়া বেলপাত বা শালগছৰ পাতত মংলা ,ধৰম , বুঢ়ী মা,মাতা পিতা , আজু-পিতা আদি কৰি এঁকৈশজন দেৱতালৈ ভোগ উচৰ্গা কৰা হয় । 'বাৰ - কিছিম' বাজনাৰ ছেওত 'আগুৱাদাৰ' জনে পূজাৰ আঁত ধৰি যায় । 'ঝুপাৰ' দ্বাৰা পূজাৰ শুভাশুভ নিৰ্ণয় কৰোৱা হয় । বলি হিচাপে ঘৰৰ ভিতৰ থানত এটা ৰঙা মূৰ্গী আৰু চোতালত একে ৰঙৰ এটা পাঠা কটা হয় । পূজা ভাগ দিনৰ বেলাতেই সমাপন হোৱাটো বাঞ্চনীয় । একে গোষ্ঠী বা একে তেজৰ সম্বন্ধ থকা সকলে এই পূজা সমূহীয়াভাৱেও সম্পন্ন কৰিব পাৰে ।নানা ৰকমৰ ৰোগ -মহামাৰী ,অপায়-অমঙ্গলৰ পৰা ৰেহাই পাবলৈকে এই পূজাৰ আয়োজন কৰা হয় ।আঠ দিনৰ দিনা আঠ মংলা পাতি পূজাৰ সামৰণি পেলোৱা হয় । ❑

# কালী পূজা আৰু দেৱালী উৎসৱ

সকলো ঠাইতেই পালিত হোৱা কালী পূজা আৰু দেৱালী উৎসৱে চাহ-মজদুৰ সমাজক উদ্বুদ্ধ কৰি তুলিলেও বহু সময়ত ইয়াক উপলক্ষ কৰি গঢ়ি উঠা কিছুমান জনশ্ৰুতিয়ে গাত শিহৰণ নোতোলাকৈ নাথাকে ।কালী পূজা বাগিচা অঞ্চলত ব্যক্তিগত আৰু সামূহিক দুয়ো ধৰণেই পালিত হয় ।ব্যক্তিগত পূজাত(ঘৰুৱা থানত) ঘট-বাৰি স্থাপন কৰি মতা আমৰলি হাঁহ নাইবা ক'লা পাঠা বলি কটা হয় । পূজাৰ শু ভা-শুভ 'ঝুপা'ৰ দ্বাৰায়েই নিৰ্ণয় কৰা হয় ।

সামূহিক পূজা ভাগ 'শাস্ত্ৰাচাৰ' নিয়মে পালিত হলেও ইয়াতো ৰাজহুৱাভাৱে স্বীকৃত এজন ' পাগুাই ' দেওধনী উঠি শুভাশুভ বতৰা দিয়ে ।বলিৰ সময়ত উপস্থিত সকলোৱে ঢাক ঢোল বজাই জয়ধ্বনি দিয়া নিয়ম । মাইকী মানুহে এই পূজাত উপস্থিত থাকিলে চুলি মেলি থাকিব লাগে বুলি জনশ্ৰুতি প্ৰচলিত আছে । এই পূজাত বিভিন্নজনে বিভিন্ন 'মানসিক' আগবঢ়োৱা দেখা যায় ।

ব্যক্তিগতভাৱে মূৰ্তি পূজা আৰু সামূহিক পূজাৰ থানত সাধাৰণতে দিনৰ ভাগৰ পৰিবৰ্তে সন্ধিয়াৰ চাকি-বন্তি জ্বলোৱাৰ পাছতহে গোঁসানীৰ মূৰ্তি স্থাপন কৰা হয় । দেৱী যিহেতু ভূত-প্ৰেত ,ডাকিনী-যোগিনী আদিৰ অধিষ্ঠাত্ৰী দেৱী,নিজেও অতিপাত খঙাল,বেপৰোৱা বুলি জনশ্ৰুতি প্ৰচলিত আছে সেয়েহে দিনৰ ভাগৰ কোলাহল আদিয়ে কিবা প্ৰকাৰে দেৱীৰ খং তোলাব লাগিলে আৰু লগত অহা ভূত-প্ৰেতবোৰে গাৱঁত পিয়া-পি দিব লাগিলে বহুতো অঘটন হ'ব পাৰে বুলিয়েই মূৰ্তি স্থাপনত বিশেষ সাৱধানতা অৱলম্বন কৰা হয় । সেয়েহে গোঁসানীৰ মূৰ্তি আনয়নত ৰত থকা সকলে পৰা-পক্ষত দিনৰ পোহৰ পৰিহাৰ কৰি সন্ধিয়াৰ পাছতহে গোসাঁনী অনাৰ ব্যৱস্থা কৰে ।পূজা শেষ হোৱাৰ পাছত তৃতীয় ৰাত্ৰিৰ প্ৰহৰতেই দেৱীৰ মূৰ্তি নদী বা বিলত বিসৰ্জন দিয়া হয় ।নাবালক ল'ৰা-ছোৱালী ,মাইকী মানুহ আদিক এই বিসৰ্জন যাত্ৰাত ভাগ ল'বলৈ দিয়া নহয় । ইয়াৰ কাৰণ হিচাপে এই কথা প্ৰচলিত আছে যে দেৱী যাতে কোনো কথাতেই ৰুষ্ট নহয় তাৰ বাবে অতিপাত শান্ত অৱস্থা বিৰাজ কৰাটো সকলোৱে কামনা কৰে । তদুপৰি দেৱীৰ অলক্ষিতেই ডাকিনী-যোগিনীহঁতে যাতে কিশোৰ-কিশোৰীহঁতৰ কোনো অনিষ্ট কাৰিব নোৱাৰে সেইবাবেহে তেওঁলোকক এনে সময়ত অংশ গ্ৰহণ কৰাৰ পৰা বিৰত ৰখা হয় ।

কালী পূজাত অমাৱস্যাক কেন্দ্ৰ কৰি বাগিচাৰ আসুৰিক চিকিৎসকসকলে বহু ৰকমৰ অঘটন ঘটোৱাও দেখা যায় । পেটৰ প্লীহা বেমাৰী, ডিঙি ফুলা বেমাৰীক বহু চিকিৎসকে ধান কটা কাঁচি জুইৰ দৰে গৰম কৰি, দাগ দি উপশমৰ বহুতো বৃথা চেষ্টা কৰাটো বৰ্তমানে শিথিল হোৱা দেখা গৈছে ।

দেৱালী উৎসৱত চাকি-বন্তি প্ৰজ্বলিত কৰিলেও প্ৰথম চাকিটো কেঁচা মাটিৰ হ'ব লাগে বুলি কিয়দংশ চাহ-মজদুৰে বিশ্বাস কৰে । সেয়েহে কেঁচা মাটিৰ পৰিৱৰ্তে বহুতে কেঁচা অমিতা দুফাল কৰি তাৰে এফাল চাকি হিচাপে ব্যৱহাৰ কৰে । প্ৰথম চাকিতো প্ৰজ্বলিত কৰি ঘৰৰ ভিতৰতে ৰাখি বাকীখিনি য'ত যেনেদৰে জ্বলাব লাগে জ্বলায় । এই প্ৰথম চাকিতো কেনেবাকৈ ডাইনীৰ হাতত পৰিলে গৃহস্থৰ সৰ্বনাশ ঘটাব পাৰে বুলি বিশ্বাস কৰা হয় । জনশ্ৰুতি প্ৰচলিত আছে যে কেনেবাকৈ এই চাকিতো 'হাতছাড়া' হলে ডাইনীবোৰে সেই চাকিৰ পোহৰত মানুহৰ কলিজা চিকাৰ কৰি নিজ নিজ ৰক্তলোলুপ , পোহনীয়া ডাকিনী-যোগিনী , ভূত-প্ৰেতবোৰৰ সন্তুষ্টিৰ অৰ্থে শ্মশানত গৈ ভোজন পৰ্ব সমাধা কৰে । এনে হোৱাৰ ফলত মানুহজনে তেজ বমি কৰি মৃত্যু মুখত পৰিব পাৰে । ইয়াৰ উপৰি ডাইনীহঁতে হেনো ঘৰৰ বাহিৰত পোৱা 'ঠুটা ঝাডু' ফটা কানি আৰু মাইকী মানুহৰ চুলি আদিও সৰকাবৰ চেষ্টা কৰে। এই বস্তু কেইপদ নিব পাৰিলে ডাইনীহঁতে শ্মশানলৈ গৈ উক্ত কেইপদ বস্তু ককালত আঁৰি উলঙ্গ হৈ প্ৰথম চাকিটোৰ পোহৰত হেনো 'আঢ়ৈ কলি মন্ত্ৰ ' গাই নাচ-বাগ কৰে । এনে কৰিলে চুৰ কৰি নিয়া গৃহস্থৰ ঘৰত নানান পয়মাল ঘটে । সেয়েহে উক্ত কেইপদ বস্তু সেই দিনটোৰ বাবে সকলোৱে নিৰাপদ স্থানত ৰখাৰ চেষ্টা কৰা দেখা যায় । ডাইনীহতে অঘটন নঘটাবলৈকে প্ৰতিজন গৃহস্থই তেওঁলোকৰ সন্তান-সন্ততিক প্ৰথম চাকিটোৰ তেলেৰে গোটেই গা মালিচ কৰি দিয়ে । এনে কৰিলে হেনো ডাইনীহতে মানুহৰ কলিজাতো আইনাৰ দৰে দেখা নাপায় । উল্লেখযোগ্য যে বাগিচা অঞ্চলত 'ডাইনী ' মন্ত্ৰ জনা বহুতো মাইকী মানুহক সন্দেহ কৰিয়েই হওক বা আন কিবা প্ৰকাৰেই হওক বহুতো ঠাইত বিষ্ঠা খুৱাই দিয়া দেখাও গৈছে । ফলত বহু অপ্ৰীতিকৰ পৰিস্থিতিৰ সৃষ্টিও হৈছে । এনেবোৰ পৰিস্থিতি আৰু পৰিবেশৰ বাবেই চাহ-মজদুৰ সমাজে কালী পূজা আৰু দেৱালী পৰৱক কিছু সমীহ কৰি চলে আৰু পৰাপক্ষত সকলোৱে দলে-বলেহে ফুৰা-চকা কৰাটো কামনা কৰে । ❑

# ধৰম পূজা

'ধৰম বা ধৰ্ম ' পূজাৰ লগত জড়িত কথাবস্তু ভিন্ ভিন্ অঞ্চলত ভিন্ ভিন্ ৰূপত প্ৰকাশ পায় । সূৰ্য,চন্দ্ৰ,যম,মহাদেৱ,পিতা-মাতা,ঠাকুৰ মা, ইষ্ট দেৱতা আদি কৰি সাতজন দেৱতা হেনো এই পূজাত যুক্ত হৈ আছে ।

এই পূজা মাঘ মাহত অনুষ্ঠিত হয় । মঙ্গল বা দেওবাৰ দিন টোৱেই পূজাৰ প্ৰশস্ত দিন বুলি ধৰে । পূজাভাগ নদীৰ পাৰত ৰাতিপুৱা বেলা আয়োজন কৰা হয় । ই পুৰুষ প্ৰধান । সূৰ্য দেৱতাৰ নামত ৰঙা মূৰ্গী আৰু ধৰম দেৱতাৰ নামত বগা ৰঙৰ মূৰ্গী বলি কটা হয় । পূজাৰ বেদীত ঢালিবৰ বাবে 'লাওপানী বা চাৰাপৰো' প্ৰচুৰ প্ৰয়োজন হয় ।

পূজা উপলক্ষে ভোগ ৰান্ধি বেদীত আগবঢ়োৱাৰ পাছত বাকীখিনি সকলোৱে খাই-মেলি শেষ কৰাৰ নিয়ম । অতিৰিক্ত হলে পুতি পেলোৱা নিয়ম । কোনো বস্তুৱেই ঘৰলৈ ওলোটাই নিয়াৰ নিয়ম নাই । অনুসুচিত জাতি আৰু জনজাতিৰ মাজতেই এই পূজাৰ প্ৰাধান্য দেখা যায় । 'ঝুপাৰ' দ্বাৰা পূজাৰ শুভাশুভ নিৰ্ণয় কৰা হয় । ধৰম দেৱতা সন্তুষ্ট থাকিলে কোনো ধৰণৰ অপায়-অমঙ্গল নহয় বুলিয়েই জনবিশ্বাস প্ৰচলিত আছে । চামাৰ বা দুসাদ আৰু তেওঁলোকৰ সমগোত্ৰীয় লোকসকলে চন্দ্ৰ আৰু সূৰ্য গ্ৰহণৰ সময়ত 'ৰাহু' দেৱতাৰ পূজা পাতে । এনে পূজা ১২ বছৰৰ মূৰত গাহৰি আদিৰ বলি বিধানেৰে সমাপন কৰা হয় । এই পূজাত জুইৰ ওপৰেদি পাৰাপাৰ হয় । চিক্ লোকে 'আঁচৰল' নামৰ পূজাও পাতে । ঘৰুৱা দেৱতাক সন্তুষ্ট কৰিবলৈ এই পূজা দুবাৰ অনুষ্ঠিত কৰে । এই পূজা আহাৰ মাহত পতা হয় । ১২ বছৰৰ ব্যৱধানত ফাগুন মাহত কৰ্মকাৰ আদি জাতিয়ে 'লুণ্ড বাবা'ৰ (শিৱ) পূজা পাতে । ভেঁড়া বলি দিয়া এই পূজা দিনৰ ভাগত সম্পন্ন হয় । ❑

# শাস্ত্ৰাচাৰ পদ্ধতিৰ কিছু পূজা -পাৰ্বণ

বাগিচা অঞ্চলত 'লোকাচাৰ' পদ্ধতিৰ বাদেও বৰ্ণ হিন্দু বুলি পৰিচয় দিয়া লোকসকলে শাস্ত্ৰাচাৰ পদ্ধতিৰে বহুতো পূজা-পাৰ্বণ অনুষ্ঠিত কৰে -যিবোৰ অসম তথা ভাৰতৰ প্ৰায় সকলো ঠাইতেই কম বেছি পৰিমাণে পালিত হয়-

(ক) সত্যনাৰায়ণ ব্ৰতঃ- এই ব্ৰত বা পূজা একাদশী বা পূৰ্ণিমা তিথিত বামুণৰ দ্বাৰা সমাধা কৰোৱা হয় । পূজাত কল,বুট,নাৰিকল আদি প্ৰসাদৰ উপৰিও 'পঞ্চামৃত ', 'পাঁচমেৱা ', 'চূঢ়ণ' আৰু 'বাতাচা' ৰ অতীব প্ৰয়োজন ।

দৰিদ্ৰ বামুণ আৰু কাঠকটীয়া আদিয়ে সত্যনাৰায়ণ ভগবানৰ সেৱাৰ জৰিয়তে কিদৰে ঐশ্বৰ্য বিভূতিৰ গৰাকী হৈছিল তাৰে বিৱৰণ শাস্ত্ৰ আৰু মন্ত্ৰ গাই ব্ৰত কৰা সকলক শুনোৱা হয় । আৰতিৰ শেষত উপস্থিতসকলক ৰঙা সূতাৰ 'ৰাখী' বন্ধন কৰা হয় ।

(খ) ত্ৰিনাথ মেলা ঃ-সত্যনাৰায়ণ ব্ৰতৰ দৰেই উড়িয়া মূলোদ্ভৱ-সকলে উড়িছী কীৰ্তনত থকা দুখীয়া বামুণে কেনেকৈ ব্ৰহ্মা,বিষ্ণু,ৰুদ্ৰ আদি ত্ৰিমূৰ্তিৰ উপদেশ মতে 'তিনি পইচাৰ খৰচত ' ত্ৰিনাথ মেলাৰ আয়োজন কৰি ঐশ্বৰ্য বিভূতিৰ গৰাকী হৈছিল তাৰে পাঁচ অধ্যায়ৰ আখ্যান,ব্ৰত ধৰা পূজাকসকলক শুনোৱা হয় । এই কীৰ্তনত বামুণৰ দৰকাৰ নহয় । পূজাত কল-বুটমাহ আদি প্ৰসাদৰ উপৰিও আঁখৈ,পকামিঠৈ,ভাং-পানী আৰু তিনিটা ডাঙৰ চিলিমৰ দৰকাৰ । আখ্যানবোৰ পঢ়ি যাওঁতে প্ৰতি অধ্যায়ৰ শেষত হৰধ্বনি দিয়া হয় ।

(গ) লক্ষ্মী পূজা ঃ- আহিন কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাত ঘৰৰ মাজ-মজিয়া বা ভঁৰালৰ মূৰত লক্ষ্মী দেৱীৰ থাপনা পাতি বামুণৰ দ্বাৰা নাইবা জনা-বুজাসকলৰ দ্বাৰা 'লক্ষ্মী চৰিত' বা তেনে বিষয়ৰ পুথি আদি পাঠ কৰোৱাই শ্ৰৱণ -কীৰ্তন কৰা হয়। এই পূজা স্ত্ৰী প্ৰধান । সেইদিনা কোনো ধৰণৰ ভজা-পোৰা কৰাৰ নিয়ম নাই । ৰাতিৰ বাবে কিছুৱে পাতলীয়া আহাৰ, কিছুৱে নিশিপালন কৰে । বৃহস্পতিবাৰক এই সকলে লক্ষ্মীবাৰ বুলি গণ্য কৰে আৰু এই দিনটোত মাছ,মাংস আদি খোৱাৰ পৰাও বিৰত থাকে ।

(ঘ) তুলসী পূজা ঃ- কাতি মাহৰ সংক্ৰান্তিত তুলসী পূজা অনুষ্ঠিত হয়। এইদিনা নতুনকৈ তুলসী পুলি ৰোপণ কৰা হয় নতুবা তুলসীৰ গুৰিৰ বন আদি গুচাই ঠাই ডোখৰ লিপা-মচা কৰি সন্ধিয়ালৈ সেই ঠাইতে 'তুলসী চৰিত্ৰ' বা তেনে বিষয়ৰ 'কীৰ্তন' পুথি পাঠ কৰি পূজা কৰা হয় । তুলসী পূজকসকলে প্ৰতিদিনেই তুলসী গুৰি লিপা মচা কৰে আৰু স্নানৰ অন্তত তুলসীৰ গুৰিত পানী ঢালিহে আহাৰ গ্ৰহণ কৰে ।

(ঙ) গণেশ পূজা ঃ- ঘৰত বেমাৰ-আজাৰ আৰু এন্দুৰ নিগনিৰ অত্যাচাৰ বেছি হলে প্ৰায় লোকেই নিৰাময়ৰ আশা কৰি গণেশ দেৱতাৰ উদ্দেশ্যে 'টোপোলা' বান্ধে আৰু দেওবাৰ এটাত পূজা এভাগ আগবঢ়াই গণেশ বন্দনা কৰে। এই পূজা কিছুমানে বামুণৰ দ্বাৰায়ো সম্পন্ন কৰায়।

হাতীৰ উপদ্ৰৱ বেছি হলে হাবি-বননিৰ কিনাৰত বসবাস কৰা লোকসকলে সামূহিকভাৱে এজোপা ডাঙৰ গছৰ তলত নানান বাদ্য-বাজনাসহ গণেশ দেৱতালৈ পূজাৰ অৰ্চনা যাচে। প্ৰসাদ যোগাৰ কৰোঁতে কল দিয়া নহয়। পূজা উপলক্ষে গোৱা এটা গীত এনে ধৰণৰ ঃ—

অ' গণেশেৰ মা - অ' গণেশেৰ মা'<br>
কালা বউকে জ্বালা দিয় না।<br>
কালা বউকে জ্বালা দিলে<br>
আৰ তুমি দেখতে পাবে না।।

(চ) শীতলা পূজা ঃ—আহাৰ মাহৰ মঙ্গলবাৰ এটাত 'ঘটবাৰি' স্থাপন কৰি এই পূজা অনুষ্ঠিত কৰা হয়। পূজাভাগ বামুণৰ দ্বাৰা সম্পাদন কৰোৱা হয়। পূজা উপলক্ষে এযোৰ বগা পাৰ 'উড়ান' দিয়া হলেও আমৰলি হাঁহ আৰু বগা পাঠা বলি কটা হয়। ঘৰৰ জীৱ-জন্তু সমন্বিতে সকলো লোকৰ মঙ্গলৰ বাবে শীতলা দেৱীৰ পূজা অনুষ্ঠিত কৰা হয়। বহুতে ইয়াক 'মঙ্গল চণ্ডী'ৰ পূজা বুলিও কয়।

(ছ) জন্মাষ্টমী ঃ—ভাদ মাহত অনুষ্ঠিত হোৱা ভগবান শ্ৰীকৃষ্ণৰ জন্মোৎসৱ তিথি উপলক্ষে বাগিচা অঞ্চলৰ বহু ঠাইত সামূহিকভাৱে 'গৌড়দেশী কীৰ্তন', 'উড়িছী কীৰ্তন' আৰু নাচ-গানৰ জৰিয়তে 'লীলা'ৰ আয়োজন কৰে। বহুতো পৰিয়ালে ঘৰুৱাভাৱে নাম-কীৰ্তন কৰিবলৈ ওচৰ-চুবুৰীয়াক নিমন্ত্ৰণ কৰি আনে।

(জ) শিৱৰাত্ৰি ঃ—ফাগুন মাহত 'শিৱৰাত্ৰি'ৰ উপলক্ষে বেল গছ থকা ঠাইত মজদুৰ সমাজে বেল তলতেই শিৱৰ নাম-কীৰ্তন আৰু পূজা অৰ্চনা কৰে। এই দিনা শিৱ ভগৱানে বেল গছত আশ্ৰয় লয় বুলি জনশ্ৰুতি প্ৰচলিত আছে। ফল-মূলৰ প্ৰসাদৰ উপৰিও ভাং লাড়ু প্ৰসাদ হিচাপে গণ্য কৰা হয়। এইদিনা বহু ঠাইত 'ভঙুৱীয়া'সকলে শিৱ পূজাৰ আয়োজন কৰে। শিৱ পূজকসকলে স্নানাদিৰ অন্তত প্ৰতিদিনে বেল গছৰ গুৰিত পানী ঢালিহে আহাৰ গ্ৰহণ কৰে।

ইয়াৰ উপৰিও কম পৰিমাণৰ হ'লেও, কিছু কিছু বাগিচাত বিশ্বকৰ্মা পূজা, চড়ক পূজা, কাৰ্তিক পূজা, সাবিত্ৰী ব্ৰত, ভাই ফোঁটা আদিৰ দৰে অনুষ্ঠান পালন কৰা দেখা যায়। এসময়ত বাগিচা অঞ্চলত ৰামায়ণ, মহাভাৰত, মনসাকাব্য আদিৰপৰা চয়ন কৰা কথা বস্তুৰে মজদুৰৰ মাজত খলকনি তোলা ওজাপালিৰদ্বাৰা পৰিবেশিত পাল্লানাচ, দণ্ডনাচ আদি প্ৰশিক্ষণ আৰু পৰিৱেশৰ অভাৱত লাহে লাহে আঁতৰিপৰা যেন দেখা গৈছে। ❑

# মাড়াল প্ৰথা

বৈষ্ণৱপন্থী তথা শাস্ত্ৰাচাৰ পদ্ধতি মানি চলা একাংশ চাহ-মজদুৰে বহু ক্ষেত্ৰত নিজস্ব স্বতন্ত্ৰতা কঠোৰভাৱে পালন কৰে। ফলত মাহেকে পষেকে পূজা-পাৰ্বণ আদি অনুষ্ঠিত কৰাৰ উপৰিও এওঁলোকে দিনটোৰ ভিতৰত গৃহস্থী ধৰ্ম হিচাপে এনে কিছুমান কৰ্ম-কাণ্ড সম্পন্ন কৰি তোলে, যাৰ আঁত বিচাৰি গলে অতীত সংস্কৃতি আৰু আখ্যান আদিৰ বহু কথাই শুনিবলৈ পোৱা যায়।

সূৰ্য উদয় হোৱাৰ লগে লগেই যদি দিন এটা আৰম্ভ হয় বুলি ধৰা যায় তেনেহলে ৰাতিপুৱাৰ ভাগতেই ঘৰখনৰ আচাৰ-বিচাৰ পালনৰ নীতি-নিয়ম তথা কৰ্ম-কাণ্ডৰ প্ৰাচুৰ্য ভৰা সমাহাৰ সংঘটিত হয়। সাধাৰণতে একোখন ঘৰৰ গৃহস্থনীয়ে ৰাতিপুৱা শয্যা ত্যাগ কৰাৰ লগে লগেই মুখত দাঁতোন দি প্ৰথম আৰু প্ৰধান কৰ্তব্য বুলি ধৰা 'ছঁড়া দিয়া' কাৰ্য সম্পন্ন কৰিব লাগে। অৰ্থাৎ চোতালকে আদি কৰি ঘৰৰ কেওকাষে গোবৰ ছটিওৱা নিয়ম। এই কাৰ্য সমাপন কৰাৰ পাছতেই ঘৰৰ বাহিৰলৈ ওলোৱা দুৱাৰ মুখৰ পিৰালিত, গোহালিৰ মুখত, ভঁৰালৰ আগত, তুলসীৰ তল তথা অন্যান্য থানসমূহত একমুঠন বা ততোধিক পৰিমাণৰ ঘূৰণীয়া আকৃতিৰে মাটি আৰু গোবৰৰ লেপন দিয়া হয়। ইয়াক 'মাড়াল' দিয়া হয় বুলি কোৱা হয়। বহুতে চোতালৰ মাজভাগতো 'মাড়াল' দিয়ে। 'ছড়া' দিয়া কাৰ্যই চাৰিওকাষে পবিত্ৰ হোৱাটোকে সূচায়। কিন্তু 'মাড়াল' দিয়াৰ ব্যাখ্যা বিশদভাৱে কোনেও দাঙি ধৰিব নোৱাৰিলেও এটা কথা ক'ব পাৰি যে হিন্দু ধৰ্মাৱলম্বীসকলে যিহেতু পৰিষ্কাৰ পৰিচ্ছন্নতাৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰে সেয়েহে পুৱাভাগতে ঘৰৰ কেওকাষে লেপন-মোচন কাৰ্য থাউকতে সম্ভৱ নহয় যেন দেখি 'মাড়াল'ৰ কাৰ্যৰেই লেপনৰ প্ৰতীক ফুটাই তোলে। অৱশ্যে 'মৰা' আৰু 'নতুন জনম'ৰ সময়ত এনে কাৰ্য সম্পন্ন কৰা নহয়।

'ছঁড়া' আৰু 'মাড়াল' দিয়া কাৰ্যৰ পিছতেই 'চুলা' বা চৌকা লেপি জুই ধৰা নিয়ম। চুৱা কাঁহী, বাটি, কেৰাহী, বটুৱা আদি প্ৰতি দিনেই খাৰ মাটি আদিৰে মাজি মচিহে ব্যৱহাৰ কৰা নিয়ম। কোনো কাৰণতে আগৰাতিৰ নমজা বাচন-বৰ্তন পানীৰে মাত্ৰ আওখালি দিয়েই পাক কৰাৰ দৃষ্টান্ত নাই। আকৌ ৰাতিৰ খোৱা-বোৱা কৰাৰ শেষত বটুৱা কেৰাহী আদিত সামান্য পৰিমাণে হলেও ভাত-তৰকাৰী থৈ দিয়া নিয়ম। এনেদৰে নথলে লক্ষ্মীদেৱীৰ কোপ দৃষ্টিত পৰে বুলি জনবিশ্বাস প্ৰচলিত আছে। ইয়াৰ উপৰিও ঘৰৰ নিত্য-ব্যৱহাৰ্য আন আন কলহ, ঘাগ্ৰা আদিৰো মুখবোৰ পানী

আদিৰে ভৰপুৰ হৈ থাকক বা নাথাকক প্ৰত্যেকতে ঢাকনি দিয়া নিয়ম। আজিৰ আধুনিক বিজ্ঞানে যথাবিহিতভাৱে ঢাকনি দিয়াৰ হৈ বহু বিশ্বাসযোগ্য যুক্তি আগবঢ়াবলৈ সক্ষম হলেও এওঁলোকৰ মাজত জনশ্ৰুতিৰ আন কিছুমান মতহে শিপাই থকা যেন অনুভূত হয়। তেওঁলোকে মত পোষণ কৰে যে পানী-দুনি থকা কলহ, ঘাগ্ৰা, বটুৱা আদিৰ মুখবোৰ ঢাকি নাৰাখিলে মানুহকে ধৰি বহুতো ভাল বেয়া জন্তু জানোৱাৰ, চৰাই-চিৰিকতি আদিৰ আত্মাবোৰে সংপোনৰ ভ্ৰমত পানী বিচাৰি হাবাথুৰি খাই পাকঘৰবোৰত হেনো সোমাই পৰে আৰু পানী-দুনি খোৱাৰ চেষ্টা কৰে। ফলত বেয়া আত্মাবোৰে 'জুঠা' কৰা এনে পানী খালে হেনো নানা ৰকমৰ বেমাৰ হয়।

ঘৰ সৰা ঝাৰুটো থিয় কৰি নথলে, বহা উঠা কৰা পীৰা ডোখৰ আৰু মছলা গুৰি কৰা 'শিল নড়া' আদি একতীয়াকৈ নাৰাখিলে, তৰি-তৰকাৰী কটা কটাৰী, বঠি বা বইঠা আদি দিনত থকা গতেৰেই ৰাখি থৈ দিলে সেই বস্তুবোৰৰ আত্মাই হেনো কষ্ট পায় আৰু জিৰাবলৈ নোপোৱাৰ হেতু অসন্তুষ্ট হয়। ইয়াৰ ফল স্বৰূপে গৃহস্থ ঘৰে হেনো নানান অপায় অশান্তিত দিন কটাবলগীয়া হয়। সেয়েহে এই বস্তুবোৰ যাতে একেধৰণে নাথাকে তাৰ বাবে খোৱা-বোৱা কৰাৰ আগে আগে, বিশেষকৈ গৃহিণীসকলে যথোচিত দৃষ্টি ৰখা দেখা পোৱা যায়।

যি কি নহওক এই সমাজৰ 'গুৰুমুখ' হোৱা একাংশই প্ৰতিদিনেই ৰাতিপুৱা ভাগত হাত-মুখ ধুই নাইবা স্নান আদি কৰি যাৰ যেনে নিয়ম সেই অনুযায়ী ঘৰুৱা তুলসী থান, বৰ গছৰ থান, জৰীগছৰ থান, সিজু গছৰ থান, বেল গছৰ থান বা পবিত্ৰ বুলি ভবা তেনে থানত নিতৌ পানী এঘটী ঢলাটোক পুণ্যৰ কাৰ্য বুলি গণ্য কৰে। বহুতে সূৰ্য প্ৰণামো কৰে। কিছুৱে ভিতৰ থানত ফুল পুষ্প উচৰ্গা কৰে। এইসকল লোকৰ বহুতেই ভাতৰ পাতত বহোঁতে বা জা-জলপান আদি খাওঁতে খোৱা বস্তুৰ প্ৰত্যেক বিধেই যৎকিঞ্চিতভাৱে মাটিত উচৰ্গা কৰে (ইষ্ট দেৱতাৰ নামত) আৰু প্ৰথম গৰাহটো কপালৰ ওচৰলৈ দাঙি নমস্কাৰ কৰাৰ অন্ততহে মুখত দিয়ে। পুৰণিকলীয়া কিছুলোকে খোৱাৰ অন্তত কাঁহীখনকো প্ৰণাম কৰিহে উঠে। এনে কৰা সুকলে 'যি পালো তাতেই সন্তুষ্ট' বা 'ইয়াৰ পাছতো যাতে নিৰাশ নকৰা' (অন্নদেৱীৰ প্ৰতি) বুলি মতামত ব্যক্ত কৰিব খোজে। এইখিনিতে উনুকিয়াই থোৱাটো অৱশ্যেই উচিত হ'ব যে মাইকী মানুহৰ ঋতুস্নানৰ সময়ছোৱাৰ বাহিৰে পৰিয়ালত থকা আবিয়ে ছোৱালী বা যি কোনোৱেই ৰন্ধা-বঢ়া কৰাত বাধা নাই। অৱশ্যে পাকঘৰৰ

ভিতৰত কোনেও কোনোকালেই চামৰা জাতীয় যি কোনো বস্তু ব্যৱহাৰ নকৰে। সেৱাথানৰ পৰিসীমাৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম নহয়। অজাতি কোনো লোককেই পাকঘৰত সোমাবলৈ দিয়া নহয়।

খোৱা-বোৱাৰ ক্ষেত্ৰত পৌৰাণিক নিয়মৰ স্থান থকা হেতু জা-জলপানৰ বাহিৰে কোনোৰকমেই বিবাহিত স্ত্ৰীয়ে পুৰুষজনৰ বৰ্তমানত আগধৰি ভাত খাব নোৱাৰে। যদি দুৰ্বিপাকত কেতিয়াবা খাবলগীয়া হয় তেনেহলে পুৰুষজনৰ বাবে অন্য এখন কাঁহীত আগতীয়াকৈ ভাত-তৰকাৰী উলিয়াই থোৱাৰ পাছতহে নিজলৈ ভাত বাঢ়িব পাৰে। পুৰুষৰ জুঠা কাঁহীত স্ত্ৰীগৰাকীয়ে খোৱাটো একৰকম বাধ্য-বাধকতাই বুলি ক'ব পাৰি।

শোৱাৰ ক্ষেত্ৰত ঘাইকৈ পুব আৰু দক্ষিণ দিশৰ ফালে মূৰ শিতান দিয়ে। ইয়াৰ অন্যথাই যম ৰজাক প্ৰশ্ৰয় দিয়া হয় বুলি জনবিশ্বাস আছে। এনেদৰে নীতি-নিয়ম, আচাৰ-বিচাৰ মানি চলাসকলৰ ঘৰত সন্ধিয়া হোৱাৰ লগে লগে তুলসীৰ তল বা তেনে ধৰ্মীয় গছৰ গুৰিত বন্তি প্ৰজ্বলন কৰাটো চিৰাচৰিত প্ৰথা। একে সময়তে ভিতৰুৱা থানতো বন্তি প্ৰজ্বলন কৰে আৰু ঘৰৰ কেউকাষে ধূপদানী ঘূৰায়। ❑

# আন আন পূজা

চাহ বাগিচা অঞ্চলৰ বহুতো জনজাতি অধ্যুষিত অঞ্চলত এনে কিছুমান পূজা-পাৰ্বণ দেখা পোৱা যায়, যিবোৰ সৰ্বসাধাৰণৰ চকুত সতকাই নপৰে। এই পূজা-পাৰ্বণবোৰ একোটা সমাজৰ ভিতৰতেই আবদ্ধ থাকে। এনে পূজা-পাৰ্বণৰ ভিতৰত সাওঁতাল জনগোষ্ঠীয়ে পালন কৰা 'অযোধ্যা পূজা' আৰু 'অযোধ্যা কেন্দ্ৰিক চিকাৰ' অন্যতম। এই পূজা বহাগ মাহত হাবিৰ ভিতৰত অনুষ্ঠিত হয়। ইয়াতেই পুৰুষসকলে নিজ নিজ ধেনু কাঁড়ৰ নিচান ঠিক কৰা 'বেঝা বিন্ধা' উৎসৱ পালিত হয়। বৰ্তমানে এনে উৎসৱ প্ৰতীকি ৰূপত মুকলি ঠাইতেই অনুষ্ঠিত হয়। এওঁলোকে 'সাহঁৰাই পৰৱত' কাঠৰ তৰোৱাল, ধেনু-কাঁড় আদি লৈ ৰামায়ণৰ পদ উচ্চাৰণ কৰি ঘৰে ঘৰে গৈ 'ডাণ্টা নাচ' নাচে। ধানৰ গেৰ মেলিবৰ সময়ত চাকি বাতি লৈ 'ৰিন্‌ঝিয়া' নাচে নাচে। এই জনগোষ্ঠীৰ মাজত মাঘ-ফাগুন মাহত দুদিনীয়াকৈ অনুষ্ঠিত হোৱা 'চাতা পাতা পৰৱ' ঐক্যৰ প্ৰতীক ৰূপে পৰিগণিত হৈ আহিছে। পৰজাসকলে মাঘ ফাগুনত ডাঙৰকৈ লক্ষ্মী পূজা পাতে। এওঁলোকে চ'ত মাহত 'কৰম' পূজাও পাতে।

কৰুৱা সম্প্ৰদায়ে 'দুৰ্জাগিন'(দুৰ্গা) আৰু চণ্ডীৰ পূজা ফাগুন মাহত অনুষ্ঠিত কৰে। দুৰ্জাগিন ব্যক্তিগত আৰু চণ্ডীদেৱীৰ পূজা সামূহিক হিচাপে পালিত হয়। দুয়ো পূজাতে বলি আদি উচৰ্গা কৰা হয়। চিকসকলে আহাৰ মাহত আম-পূজা আৰু চণ্ডী পূজা অনুষ্ঠিত কৰে।

ৰাজগণ্ডসকলে বহাগ মাহৰ ন-জোন ওলোৱাৰ দিনা 'বড়দেৱ' পূজা পাতে। 'জাৱা' গজাই পতা এনে কৃষি উৎসৱক এই সম্প্ৰদায়ে শ্ৰেষ্ঠ পূজা বুলি বিবেচনা কৰে। এই পূজাত নাৰিকলেই প্ৰধান অৰ্ঘ ৰূপে স্থাপন পায়। কয়াসকলে 'মেটৈতা দেয়ান' নামৰ 'অঘৰী' দেৱতাক মানে আৰু এই পূজা মাঘ-ফাগুন মাহত পালন কৰে।

উৰাংসকলৰ উপাস্য দেৱতা 'মাৱাং বুৰুৱ'(চন্দ্ৰ) পূজা বাৰ বছৰৰ মূৰত অনুষ্ঠিত হয়। এই পূজা মাঘ আৰু বহাগৰ ভিতৰত হাবিৰ মাজত সম্পন্ন কৰা হয়। পূজাত বলি-বিধানৰ নিয়ম আছে। এই সমাজৰ তিৰোতাসকলে প্ৰতি বাৰ বছৰৰ মূৰত 'জনী চিকাৰ' নামৰ এটি অনুষ্ঠান পালন কৰে। এই উপলক্ষে পোহনীয়া গাহৰি এটা মেলি দি তেওঁলোকে পুৰুষৰ দৰে সাজ-পোছাক কৰি যাঠী জোং আদিৰে খেদা

কুৰা কৰি গাহৰিটো বধ কৰে। এই চিকাৰত 'সাত-কুঠী'ৰ গোষ্ঠীক নিমন্ত্ৰণ জনোৱা হয়। বৰ্তমানে এই চিকাৰ দুই এক বাগিচাতহে দেখিবলৈ পোৱা যায়। ইয়াক 'গাঁবলি' পূজা বুলিও কয়।

চাওঁৰা সমাজত একে ঠাইতে সামূহিক হিচাপে পালন কৰা মৃতকসকলৰ বাৰ্ষিক উৎসৱ 'গুৱৰ' অনুষ্ঠানেই আটাইতকৈ শ্ৰেষ্ঠ 'বৰ সকাম'। এই উপলক্ষে ৰাজহুৱা বলি-বিধান সংঘটিত হয়। বাদ্য-বাজনা, নাচ-গান আদিও নিৰহ-নিপানীকৈ চলে। মাঘ-ফাগুনত অনুষ্ঠিত হোৱা এই উৎসৱ সপ্তাহ পৰ্যন্ত চলিলেও শুকুৰ-শনিবাৰৰ দিনাহে ইয়াৰ ব্যাপকতা বৃদ্ধি পায়। এইখন সমাজত কৃষি উৎসৱ হিচাপে 'ৰহৰ পূজা', 'আম পূজা' আৰু 'কাঠ আলুৰ পূজা'তো যথেষ্ট ৰকমে নাচ-গান আৰু বলি-বিধান উচৰ্গা কৰা হয়। পূজাৰ অবিহনে উক্ত কেইবিধ বস্তু খোৱাত সামাজিক বাধা আছে বুলিও তেওঁলোকে ক'ব খোজে।

মূলতঃ নৈপৰীয়া সমাজৰ কেওঁট, কৈবৰ্ত, কুম্হাৰ আদিয়ে অভাৱনীয় বানপানীৰ সময়ত নতুন কলপটুৱাৰ নাও সাজি পুল-পুষ্প, ধান আদি উৰ্চ্চা কৰি উটুৱাই দিয়ে। নাচ-গান, বাদ্য-বাজনা আদিও সংঘটিত হয়। পটুৱাৰ নাও পোনে পোনে উটি গ'লে বানপানী হোৱাৰ আশংকা কম আৰু ক'ৰবাত লাগি ধৰিলে বানপানী হোৱাৰ সম্ভাৱনা বেছি বুলি ধৰি লোৱা হয়। বানপানীৰ সময়ত অনুষ্ঠিত এই পূজাক 'গঙ্গা-পূজা' বোলা হয়। ❑

# নৱজাতকৰ বিধি পালন

অসমীয়া সমাজৰ 'অশৌচ' শব্দটোৱে প্ৰকাশ কৰা অৰ্থটিক চাহ-মজদুৰ সমাজত 'চুৱা' (নতুন জনমৰ) বুলি কোৱা হয়। এই চুৱা গুচাবলৈকে চাহ-মজদুৰ সমাজে সামগ্ৰিক হিচাপে কেইটামান অনুষ্ঠান পালন কৰা দেখা যায়। সন্তান ভুমিস্থ হোৱা দিন ধৰি ছয় দিনৰ দিনা কেঁচুৱা ল'ৰা-ছোৱালী অধিষ্ঠাত্ৰী ষষ্ঠী দেৱীৰ নামত একোখণ্ড শিলক আধাৰ কৰি প্ৰসূতি গৰাকীয়ে অশৌচ গৃহতে পূজা-পাতল কৰাৰ নিয়ম প্ৰচলিত আছে। এই পূজা সাধাৰণভাৱে কৰা হয় আৰু যা-যোগাৰ কৰা বস্তু সম্ভাৰ প্ৰসূতিৰ লগত জড়িত সকলেহে ভোগ কৰা নিয়ম। কেচুৱাই অকলে হাঁহিলে-কান্দিলে নাইবা দুখ নোপোৱাকৈ পৰিলে তেনে ইংগিত ষষ্ঠী দেৱীৰেই অলৌকিক কাৰ্য বুলি বিশ্বাস কৰা হয়। ৯ দিনৰ দিনা (কিছুমানে ৭ দিনৰ দিনা) নাপিতৰদ্বাৰা একে সমাজভুক্ত পুৰুষসকলৰ ডাড়ি-চুলি আৰু প্ৰসূতি তথা অন্যান্য মাইকী মানুহৰ হাত-ভৰিৰ নখ কাটি ক্ষৌৰ কৰ্ম সমাপন কৰা হয়। নৱজাতক সন্তানটিৰ চুলি খুৰাবলৈ এটা কাঁহৰ বাটিত মিঠাতেল, হালধি আৰু পইচা আদি দি ক্ষুৰক সন্মান জনোৱাৰ পাছতহে চুলি খুৰোৱা হয়। এই চুলিখিনি এটি আগলি কলপাতত নি কিছু আওহতীয়া ঠাইত পোতা হয়। যিটো কাঁহী বা বাটি লৈ ক্ষৌৰকাৰ্য কৰা হয় সেই কাহী বা বাটিটো গৃহস্থই ওলোটাই লোৱাটো নীতি বিৰুদ্ধ বুলি ধৰা হয়। সেই দিনাই প্ৰসূতি গৰাকীয়ে গা-পা ধুই নিমন্ত্ৰিত বয়োজ্যেষ্ঠসকলক সেৱা কৰাৰ পাছতহে খোৱা-বোৱা কৰিবলৈ দিয়া হয়। নিমন্ত্ৰিত হৈ অহা প্ৰত্যেক পৰিয়ালে এই দিনাই বা 'একৈশা'ৰ দিনা প্ৰসূতিৰে সৈতে নৱজাতকক সম্পূৰ্ণৰূপে কাপোৰ কানি আৰু টকা-পইচা উপঢৌকন দিব লগা হয়। প্ৰাপ্তবয়স্ক যি কোনো লোকেই নৱজাতকলৈ উপহাৰ প্ৰদানৰ অবিহনে কোলাত লোৱা, মৰম কৰা আদিৰপৰা বঞ্চিত হ'ব লগা হয়। সাধাৰণতে উপহাৰ প্ৰদানৰ সময়ত কেচুৱাৰ মূৰত তেল ঘঁহি আশীৰ্বাদ জনোৱা হয়। ৯ দিনীয়া কৰ্ম বিধিৰদ্বাৰা সমাজখনৰ 'চুৱা' গুচে বুলি ধৰা হয় যদিও একৈশ দিনৰ দিনা সকলোকে ভোজ ভাত আদি খুৱাই 'একৈশা' বা 'চটি' অনুষ্ঠান পতাৰ শেষতহে মুল গৃহস্থৰ 'চুৱা' গুচা বুলি কোৱা হয়। এই কাৰ্যৰ অবিহনে কোনেও পূজা-পাৰ্বণ বা মাঙ্গলিক কাৰ্য আদি কৰিব নোৱাৰে।

এইখিনিতে এটা কথা উল্লেখ কৰিলে অপ্ৰাসঙ্গিক নহব যে যি মুহূৰ্তত

নৱজাতক আহি ধৰিত্ৰীত পৰেহি সেই মুহূৰ্তত ঘৰৰ আনসকলে টিন, বেৰ, চকী, টেবুল আদিত ঢকিয়াই মেলি এটা হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি কৰে। এনে কৰিলে সন্তানটোৱে ভৱিষ্যতে বিজুলী-ঢেৰেকনি বা চিএৰ-বাখৰ আদি সহ্য কৰিবপৰা হয়গৈ বুলি জনবিশ্বাস প্ৰচলিত আছে। শ্ৰমিক সমাজত পাছুশালক 'ফুল' বুলি কোৱা হয় আৰু ইয়াক ৰ'দ ঘাই ঠাইত পুতিলে ভৱিষ্যতে সন্তানটোৱে পিয়াহ আদি সহ্য কৰিব নোৱাৰে বুলি দৃঢ় ধাৰণা থকাৰ হেতু সাধাৰণতে 'চাচাঁগড়াত'(পানীপাছ), বাহঁৰ তল, কলগছৰ তল নাইবা চেচুকীয়া ঠাইত পুতি থোৱা হয়। আকৌ ৯ দিনলৈকে সন্তান আৰু প্ৰসূতিৰ সেকপোটক দি অহা 'ভুৰচী'ৰ খাৰবোৰো আওহতীয়া ঠাইত পোতা হয়। এই ছাঁই গছকিলে ভৰিৰ তলুৱাত 'কুইলাঁঠী' বা শামুকীয়া হয় বুলি ধাৰণা কৰা হয়।

একান্ত বাধ্য হৈ নপৰিলে 'লাইভূটী' কটা আদি কৰি সংশ্লিষ্ট কাৰ্য কিছুমান ঘৰুৱা মানুহে কৰাটো নীতি বিৰুদ্ধ বুলি গণ্য কৰা হয়। 'চুৱা' নোযোবা পৰ্যন্ত ধাই গৰাকীয়েই সকলো কৰিব লগা হয় আৰু ইয়াৰ বিনিময়ত তাই কাপোৰ কানি, সিধা-পাতি, টকা-পইচা আদি লাভ কৰে। সন্তান ভূমিষ্ঠ হোৱাৰ পাছত পৰাপক্ষত সকলোৱেই পোন প্ৰথমেই ছাগলী গাখীৰ খুৱাবলৈ যত্ন কৰে। এনে নিয়ম যি সকলে পালন কৰে তেওঁলোকৰ প্ৰত্যেকেই মাইকী ছাগলীৰ মাংস খোৱাৰপৰা বিৰত থাকে। সন্তানৰ নাভি পকিলে ছাগলীৰ শুকান লাদ পুৰি ছাঁই কৰি নাৰিকল তেল মিহলাই ঠাই ডোখৰত লগাই দিয়া দেখা যায়। 'পঁয়া' লাগিলে 'দুধীয়া' নামৰ এবিধ লতাৰ খাৰু পিন্ধোৱাও দেখা যায়।

সময়ত এনে সন্তান গোটা বস্তু খাব পৰা হলেই সামৰ্থ্য অনুসৰি দুই চাৰিয়ে আবালবৃদ্ধক নিমন্ত্ৰণ কৰি অন্নপ্ৰাসন বা 'মুখ জুঠা' অনুষ্ঠান পাতে। মোমাই বা তেনে সম্বন্ধীয় লোকেহে প্ৰথম ভাত খুৱাই দিয়া নিয়ম প্ৰচলিত আছে। জনজাতীয় সকলৰ বহুতে এইদিনা গৃহ থানত মুৰ্গী বলি কাটি সন্তানৰ শুভ ফল কামনা কৰে। বাবু-মায়া, নুনু-নুনী, বুঢ়া-বুঢ়ী, ডাগৰ-চোটু এই কেইটা শব্দৰেই সাধাৰণতে সকলোৱে ল'ৰা-ছোৱালীহঁতক প্ৰাথমিক পৰ্যায়ত মতা বোলা কৰা দেখা যায়।

জনজাতীয় গোষ্ঠীৰ লোকে সন্তানৰ নামকৰণ কৰোঁতে এক বিশেষ অনুষ্ঠান পালন কৰে। এই নিয়মমতে সন্তানক আগত ৰাখি গোবৰৰ লাড়ু, হালধিৰ ৰঙেৰে বোলোৱা চাউল, দুবৰি বন, তুলসী পাত, ঘিঁউ বা মিঠাতেলৰ চাকি, সেন্দুৰ আদি বস্তুসমূহ চাউল গুৰিৰে বনোৱা আল্পনাৰ ওপৰত ৰাখি সমাজৰ মুৰব্বী এজনে পূৰ্বমুখী হৈ বহি পানী ভৰাই লোৱা মাটিৰ মলা বা কাঁহৰ বাটিত এটাৰ পাছত এটাকে

চাউল পেলাই যায়। এবাৰত চাউল এটা ওপঙিলেই ইয়াৰ পাছত তিল, দুবৰিবন বা তুলসীৰ পাত পেলাই তেওঁলোকৰ পূৰ্ব পুৰুষৰ নাম তথা জীৱিত মানুহৰ নাম আদি মাতি যায়। যিটো নাম উচ্চাৰণ কৰোঁতে ওপঙা চাউলটিৰ সৈতে তিল বা পাতখিনি লগ খায় সেই নামটোৱেই আচল বা জনম নাম হয়গৈ। এনে নিয়ম প্ৰচলিত থকাত একেটা পৰিয়ালত একে নাম একাধিক থকাও দেখা যায়। কুলীনসকলে গণক, বামুণ বা নিজৰ 'গুৰু বাবা'ৰ ওচৰত নাম বচাই লয়। শিক্ষিতসকলৰ মাজত বৰ্ত্তমানে এই প্ৰথা আওপুৰণি যেন বিবেচিত হৈছে। ❑

# মৃতকৰ সংকাৰ পদ্ধতিৰ কিছু কথা

চাহ মজদুৰ জনগোষ্ঠীৰ কোনো লোকৰ হানি-বিঘিনি ঘটিলে বা মৰিলে পোতা আৰু দাহ কৰা দুয়োটা নিয়মেই প্ৰচলিত আছে। ভাৰতৰ বিভিন্ন প্ৰান্তত মূলোত্তৰ হোৱা হেতুকে বহু ক্ষেত্ৰত এওঁলোকৰ ৰীতি-নীতিও ভিন্ন ধৰণৰ। তথাপিও সমাজৰ মুৰব্বী বুলি গণিতা হোৱা তথা সক্ষম পৰিয়ালৰ সকলোৱেই সকলো ক্ষেত্ৰতে শৱ দাহ কৰা দেখা যায়। অৱস্থাই কুলাব নোৱৰা দুৰ্বল শ্ৰেণীৰ লোকসকলেহে শ' পুতি থবলৈ বাধ্য হয়। অৱশ্যে সাপে খুটি মাৰিলে নাবালক বা গৰ্ভৱতী তিৰোতাৰ মৃত্যু হলে দাহ কৰাৰ নিয়ম নাই।

এই জনগোষ্ঠীৰ কোনো এজনৰ মৃত্যু হলে একে কুলৰ লোকসকলে বাটি লোৱা তিল, হালধি আৰু তেল সানি আৰু কিছুৱে ধুই পখালি শটোৰ ওপৰত নতুন মাৰকিন কাপোৰ ঢাকি দিয়ে। সময়ত একে জাত-কুলৰ লোকেই শটো চাঙ্গী বা খাটেৰে সৈতে শ্মশানলৈ কঢ়িয়াই নিয়ে। শ্মশান যিমানেই দূৰ বা ওচৰ নহওক বাটত তিনিবাৰ ৰৈ শটো মাটিত ৰাখি তিনিবাৰকৈ মুঠ ৯ বাৰ হৰিধ্বনি দিয়াৰ নিয়ম। বাটত শটো ৰখাৰ ঠাইত চাঙ্গী বা খাটৰ চাৰিওকাষে ধান-সৰিয়হ আদি ছটিয়াই, ধূপ-ধূনা আদিও জ্বলায়। খেনোৱে ওৰে বাটটোতেই ধান-সৰিয়হ আদি ছটিয়াই যায়। শ্মশান পোৱাৰ পাছত শ্মশান দেৱতাৰ পৰা মৃতকক পুতিবলৈ বা দাহ কৰিবলৈ মাটি কিনাৰ নিয়ম। প্ৰথমে চন্দ্ৰ সূৰ্যক সাক্ষী কৰি গাঁত খন্দা ঠাইৰ উত্তৰ বা পশ্চিম ফালে কেইটামান পইচা থৈ মাটি কিনি লয়। এই কামখিনি কৰা শেষ হলে তিনি, পাঁচ বা সাত পাক ওলোটাদিশে ঘূৰাই উত্তৰ বা পশ্চিম মুৰাকৈ শ'টো গাতত বা চিতাত তুলি দিয়া হয়। প্ৰত্যেক ঘূৰণত হৰিধ্বনি দিয়া হয়। কুলৰ বাহিৰ হলে বাওঁহাতে আৰু সম্পৰ্কীয় হলে সোঁহাত বা দুয়োহাতে মাটি বা খৰি দিব লাগে। পিতৃ-মাতৃৰ ক্ষেত্ৰত সবাতকৈ ডাঙৰ বা সৰুজনে মুখাগ্নি দিয়া নিয়ম। অপুত্ৰকৰ ক্ষেত্ৰত ওচৰ সম্বন্ধীয়া এজনে এই কাৰ্য কৰিব লাগে। বেল বা আম গছৰ ডাল এটাত নতুন কাপোৰেৰে শলিতা বনাই, তেল বা ঘিঁউৰে জুবুৰিয়াই, মুখাগ্নি দিওঁতাক চকু মুদাই ধৰি তিনিপাক প্ৰদক্ষিণ কৰোৱাৰ অন্তত মুখত জুই দিবলৈ কোৱা হয়। শ্মশানত উপস্থিত থকা সকলোৱে হাতত দা-কটাৰী বা তেনে জাতীয় লোহাৰ বস্তু থকাটো এটা সামাজিক প্ৰথা বুলিয়েই ক'ব পাৰি।

শ্মশানৰ কার্য সমাধা কৰাৰ পাছত শুচি হ'বলৈ নদীৰ ঘাট বা পুখুৰীলৈ তিনিবাৰকৈ হৰিধ্বনি দি শাৰী পাতি যোৱাৰ পথত কাইটীয়া গছৰ ঠাল এটা মাটি এচপৰাৰে পুতি তাৰ ওপৰত খোজ দি পাৰ হৈ যোৱা নিয়ম। পানী ঘাটত স্নানাদি শেষ কৰি পুনশ্চ তিনিবাৰকৈ তিনিঠাইত হৰিধ্বনি দি মৃতকৰ ঘৰলৈ উলটি আহি আগতীয়াকৈ যতনাই থোৱা ধূপ-ধূনা পুৰি, তুলসীৰ পানী গাত ছটিয়াই সকলোৱে ঘৰাঘৰি যায়। নিম্ন বর্গৰ একাংশই এই দিনাই ঘৰুৱা থানত 'মদ থিপায়'—অর্থাৎ মদ উচর্গা কৰে। এওঁলোকৰ বহুতে এইদিনাই ক্ষৌৰ কর্মও শেষ কৰে।

মৰাৰ দিন ধৰি দহা কাজ নোযোৱা পর্যন্ত ঘৰৰ কোনেও তেল, মছলা, হালধি আদি খোৱাৰ নিয়ম নাই। পিতৃ-মাতৃ হলে ডিঙি বা মূৰত নতুন মাৰকিন কাপোৰৰ টুকুৰা বান্ধি লোৱা হয়। এই কেইদিন এওঁলোকৰ কোনেও কাৰো হাতত খাৰ্ব নোৱাৰে আৰু য'তে ত'তে বহিব লাগিলে খেৰৰ মাৰলি পাতিহে বহা নিয়ম। সন্ধিয়া নতুন মাটিৰ চৰুত উখুৱা চাউলৰ ভাত আৰু মগু দাইল সিজাই খোৱা নিয়ম প্রচলিত।

তিনি দিনৰ তিলনীৰ দিনা 'তিতা ভাত' খোৱা নিয়ম। এই দিনাৰ ভাতত সামান্য পৰিমাণে মহানিম গছৰ পাত দি ৰন্ধা হয় বাবেই 'তিতা ভাত' বুলি কোৱা হয়। এই ভাত একে গোষ্ঠীৰ ভিতৰত খোৱা হয়। আন আন জাতি প্রজাতিৰ বাবে জা-জলপান আদিৰ ব্যৱস্থা কৰা হয়। আন কিছু জনগোষ্ঠীয়ে তিলনীৰ ঠাইত দুদিনৰ দিনাই 'দুধমহী' পাতি গাখীৰ বা পায়স খুৱায়। এই দিনাৰপৰাই মৃতকৰ উদ্দেশ্যে শ্মশানলৈ যোৱাৰ বাটত দুই তিনি বা ততোধিক আলিৰ সঙ্গম স্থলৰ এটুকুৰা ঠাইত প্রত্যেক সন্ধ্যাৰ পাছত খোৱা বস্তু আদি যতনাই মৃতকক খাবলৈ আহ্বান জনোৱা হয়। এনে কার্য দহা পর্যন্ত কৰিব লাগে। জনবিশ্বাস প্রচলিত আছে যে তিলনীৰ দিনা হেনো মৃতকৰ আত্মাই শ্মশানত গা-এঙামুৰি দি উঠি খঙতে ঘৰলৈকে ঢপলিয়াই আহোঁতে বাটত পুতি থোৱা কাঁইট, সিচঁৰতি হৈ থকা ধান,সৰিয়হ আদি দেখি ভয় খাই বাটৰ আহাৰখিনিকে খাই উলটি যায়গৈ।

দহদিনৰ দিনা দহা বা 'ঘাট' পতা হয়। নাবালক ল'ৰা-ছোৱালী হলে পাঁচ বা সাত দিনতো 'ঘাট' পাতিব পাৰে। শ্মশানলৈ যোৱা আত্মীয়, অনাত্মীয়সকলৰ কাপোৰ-কানিবোৰো মৃতকৰ ঘৰে ধুই দিয়া নিয়ম যদিও বহুতে নিজৰ মর্যাদা ৰাখি তেনেদৰে কাপোৰ ধোৱাবলৈ নিদিয়ে। ঘাটৰ দিনা নাপিতে পুৰুষ-তিৰোতাৰ চুলি নখ কাটিব লাগে। পিতৃ-মাতৃৰ ঘাট হলে পুতেকহঁতে চুলি খুৰাই, পিণ্ড আদি দি 'ঘাট' উঠিব লাগে। কিয়দংশ জনগোষ্ঠীয়ে পিতৃ বা মাতৃৰ কোনোবা এজন বাচি

থাকিলে মূৰত টিকনিৰ দৰে চুলি একোচা নুখুৰোৱাকৈ ৰাখে। স্বামী হলে বিধবাই এই দিনাই হাতৰ খাৰু আদি নৈত বিসৰ্জন দিয়ে আৰু সেন্দুৰ পৰিধান, ৰংচঙীয়া কাপোৰ-কানি বাদ দি বগা বস্ত্ৰ পৰিধান কৰিবলৈ লয়। বামুণ পত্নীসকলে ঘাট আৰু ঘৰত ১২ পিশুৰ কাম সমাধা কৰে। 'ঘাটত উঠোতে পানীৰ মাজত ৰৈ থকা মৃতকৰ পুত্ৰাদিক ভিনীহি সম্বন্ধীয় লোকে হাতত ধৰি বামলৈ তোলা নিয়ম। এই সকলক প্ৰত্যেকেই লগত নিয়া মাৰকিন কাপোৰ আদি তেতিয়াই ডিঙি বা কান্ধত মেৰিয়াই দিয়ে। অকুলীন গোষ্ঠীয়ে এইদিনা মূৰে গায়ে মাটি আদি লেপন কৰি 'ঘাটত' বহে। নাপিতৰ দ্বাৰা নখ চুলি কাটে যদিও বামুণ নলগায়। সমাজৰ মূৰব্বীজনেই সকলো কাজ-কৰ্মৰ আঁত ধৰে।

সন্ধিয়ালৈ মৃতকৰ ঘৰত সকলো মানুহ আহি গোট খায়। এইদিনা এৰে কুলৰ সকলোকে ভোজ খুওৱা হয়। বাহিৰা কুলৰ লোকক নিজে ৰান্ধি বাঢ়ি খাবলৈ একোটা সিধা দিয়া হয়। উল্লেখযোগ্য যে মজদুৰ সমাজত বিবাহ কাৰ্য, মৰা সকাম আদিত প্ৰত্যেক ঘৰেই একোটা সিধা অনা নিয়ম চিৰকালেই প্ৰচলিত হৈ আহিছে। গৃহস্থই সকলোকে ৰন্ধা-বঢ়া সুবিধা দিয়াৰ আগতে বামুণৰ কৰণীয় কাম বা মূৰব্বীজনৰ কৰণীয় কামখিনি সমাধা কৰি লোৱা হয়। এইদিনা বহুতে 'কান্ধ কাঠী' নামৰ অনুষ্ঠান এটা পালন কৰে। শ' কঢ়িয়াই লৈ যোৱা লোককেইজনক ভৱিষ্যতে অদৃশ্য ডাকিনী যোগিনী বা ভূত-প্ৰেতে যাতে লম্ভিব নোৱাৰে তাৰ বাবেই চতুষ্কোণকৈ থকা মানুহকেইজনৰ কান্ধৰপৰা ভৰি পৰ্যন্ত কুকুৰা এজনী চোঁচৰাই আনি 'কান্ধ কাঠী নামিল নে নাই' বুলি প্ৰত্যেককে তিনিবাৰকৈ সোধা হয়। তেওঁলোকে 'নামিল' বুলি কলেই একে থেকেচাই কুকুৰাজনী মাৰি পেলায় আৰু পাছলৈ 'চাখ্‌না' বনাই তেওঁলোককেই মদৰ লগত খাবলৈ দিয়ে। এনে নকৰিলে পাছলৈ মানুহ কেইজনে দুৰাৰোগ্য ৰোগত ভুগিব পাৰে বুলিও জনশ্ৰুতি প্ৰচলিত আছে।

ৰন্ধা-বঢ়া কাম শেষ হোৱাৰ পাছত কলপটুৱাৰ বা শাল পাতৰ দোনাত যাবতীয় আহাৰ পানী সজাই মৃতকৰ বাবে দৈনিক আহাৰ যোগোৱা আধা পথলৈ যোৱা হয়। তাতে খেৰি ঘৰৰ জঁকা এটা সাজি লগত নিয়া সকলো বস্তু নমাই মৃতকৰ নাম কাঢ়ি তিনিবাৰ মতা হয়। কিছু সময় যোৱাৰ পাছত কাঁহৰ বাটিত লোহা, কাঁচি বা মুৰ্গীৰ ঠেঙেৰে ঠুকুৰ ঠুকুৰকৈ বাজনা বজাই ঘৰমুৱা হয়। এনে কৰাৰ আগতে বহুতে খেৰি ঘৰৰ জঁকাটোত জুই লগাই দি 'তোৰ ঘৰ পুৰিলে' বুলি মৃতকজনলৈ ডাক দিয়ে। এই দলটোত তিনি, পাঁচ বা সাতজন লোক থাকে। ইয়াক 'ছাহিৰ অনা' বুলি কোৱা হয়। বিশ্বাস কৰা হয় যে মৃতকৰ আত্মাই কাঁহীৰ শব্দক

অদৃশ্যভাৱে অনুসৰণ কৰি আহে। এনেকৈ কাঁহী বজাই অহা গম পালে চাকি-বাতি, দুৱাৰ-খিৰিকি বন্ধ কৰি ঘৰৰ মানুহবোৰে টলকা মাৰি থাকে। দলটোৱে ঘৰৰ চোতাললৈ আহি নিমাও-মাও দেখি অদৃশ্য আত্মাৰ হৈ এজনে গৃহস্থক সম্বোধি এইদৰে কয়-- 'ঘৰত কোন আছে-জাগল না শুতল'। এনেদৰে তিনিবাৰ মতাৰ পাছত ভিতৰৰপৰা এজনে মাত লগাব 'ভীম জাগল, অৰ্জুন শুতল', বা 'ৰাম জাগল, লক্ষ্মণ শুতল' বুলি। তেতিয়া বাহিৰৰপৰা মানুহজনে কয় যে তেওঁ সিদিনাখন (মৰা দিনটোৰ কথা কয়) ঘৰৰপৰা ওলাই যাওঁতে হঠাতে বাট হেৰাল আৰু আচল বাট বিচাৰি নাপাই অনেক হাবি-জংঘল, পাহাৰ পৰ্বতৰ মাজত দিন কেইটা কটাবলগীয়া হ'ল। এতিয়া এই কিজন মানুহক লগ পাইহে বাট পথ চিনি পাই ইয়ালৈকে থকাৰ সংকল্প লৈ আহিল। ভিতৰৰপৰা তেতিয়া সুধিব --'আপোন নে পৰ' বুলি। বা 'অচিনাকি লোকক ঠাই দিয়া নহ'ব --য'ৰপৰা আহিছ তালৈকে উলটি যাগৈ'। এই কথা শুনি বাহিৰৰ মানুহজনে যেতিয়াই মই 'অমুক' বুলি মৃতকৰ নাম ক'ব তেতিয়াই ভিতৰৰ জনে দুৱাৰ মেলি দি চাকি বাতি জ্বলায়। দুৱাৰ খোলাৰ লগে লগেই মৃতাত্মাই ঘৰৰ ভিতৰত প্ৰৱেশ কৰে বুলি ধাৰণা কৰা হয়। ঘৰৰ ভিতৰৰ থানত প্ৰৱেশ কৰি বৃদ্ধ এজনে মৃতাত্মাৰ প্ৰতি কিছুমান কথা এনেদৰে কয় যাতে সি ঘৰৰ সকলোকে ভালে-কুশলে ৰাখে, ঘৰৰ কোনো অনিষ্ট নকৰে, ল'ৰা-ছোৱালীক ভয় নুখুৱায়, কিম্বা কেতিয়াবা বঢ়া-টুটা হলে খং-ৰাগ নকৰে ইত্যাদি। 'ছাঁহিৰ অনা'টো প্ৰায় সকলোৰে মাজত প্ৰচলিত থাকিলেও সামান্য হিচাপেহে ৰীতি-নিয়মৰ কিছু হেৰফেৰ দেখা যায়। কুলীনসকলে এনে অনুষ্ঠান নাপাতিলেও পিতৃ-মাতৃৰ ক্ষেত্ৰত এটা নতুন কলহত দাহ কৰা ছাই ভৰাই জৰী বা ডিমৰু গছত আঁৰি পুৱা আৰু গধূলি সাতপাক প্ৰদক্ষিণ কৰি পানী ঢালি থাকে। বামুণৰ দ্বাৰা শ্ৰাদ্ধ বিধি সমাধা হলেই 'ঘাটৰ দিনা' নৈত উটাই দিয়েগৈ। এওঁলোকে গো দান আদি দিয়াৰ উপৰিও প্ৰতি বছৰে শ্ৰাদ্ধৰো আয়োজন কৰে।

চাওৰা আদি জনজাতীয় লোকে একেলগে বহুতো মৃতকৰ মৃত্যু বাৰ্ষিকী 'গুবৰ' অনুষ্ঠান পালন কৰি সপ্তাহ পৰ্যন্ত নাচ-গান কৰি বলি বিধান আদি দিয়ে । এনে কৰিলে মৃতাত্মা সকল একেলগে সমাজ পাতি থকাত সুবিধা পায় বুলি ধাৰণা কৰা হয় । গণ্ড সকলে মৃতকৰ চুলি বা নখ আদি কলহত ভৰাই এজোপা গছত আঁৰি থয় আৰু বছৰৰ মূৰত সেই গছৰ গুৰিত বলি বিধান দি দেওধনী নাচ নচুৱাই । আত্মাটোৱে সেই গছত থিত লৈছেনে নাই এই কথা দেওধনীয়ে ব্যক্ত কৰে ।

মুণ্ডা জনগোষ্ঠীয়ে গতিটোৰ তলে ওপৰে চাং বান্ধি, মাজত বিছনাৰে

সৈতে শ'টো মাটিৰে পুতি পেলায় । এই গোষ্ঠীৰ বহুতেই মৃতকৰ মূৰৰ ফালে শিল এছটা পোতে । কিছুৱে ছাগলী মাৰি তেজ ঢালি দিয়ে । ইয়াৰ অবিহনে লাওপানীও ঢালিব পাৰে । এওঁলোকে শ্মশানৰ পৰাই কুটা বা খেৰ এডাল ভৰিৰে চোঁচৰাই আনি আধা বাটত থৈ তাতে মৃতকৰ সৎকাৰ পদ্ধতিৰ আলোচনা কৰে । দহা কাৰ্যৰ দিন ধাৰ্য কৰি নতুন কাপোৰৰ ফটাকানি বনাই কেইটামান গাঠি মাৰে আৰু মৃতকলৈ বুলি দিনৌ আহাৰ যোগাওঁতে এটাকৈ গাঠি খুলি দিয়ে । শেষ গাঠি খোলাৰ দিনাই সকলো কাজ কৰ্ম কৰি পেলোৱা হয় ।

এই সমাজৰ জনবিশ্বাস প্ৰচলিত আছে যে যদিহে মৃতকক পোতোঁতে মাটিৰ ভেটি বৰ ওখ নহয় তেনেহলে মানুহজনৰ আয়ুস নাছিল বুলি কোৱা হয় । যি বাঁহৰ কাঠি কামিৰে মৰা শ'টো কঢ়িয়াই নিয়া হয় সেই চাঙী বা খাটখন কোৱাই মেলি ভাঙি ভেটিৰ ওপৰতে ৰাখি দিয়া হয় । ইয়াৰ অন্যথাই মৃতকে ভূত হৈ ওপৰতে বিছনা পাৰি শুলে নৰ-মনিচৰেই ক্ষতি বুলি ভবা হয় । কঢ়িয়াই নিয়া বাঁহ আদিৰে ধেনু-কাড় আদি বনালে হাতৰ নিচান অব্যৰ্থ বুলি জনশ্ৰুতি প্ৰচ্‌লত আছে । গৰ্ভৱতী নাৰী মৰিলে আৰু ভাল ধৰণে সকাম নিকাম নহলে 'চুড়কিণ' ভূত হয় বুলি ধাৰণা কৰে । মৃতকে জীৱিত কালত যাক ভাল পাইছিল তাৰ প্ৰতি শত্ৰুতা আৰু যাক বেয়া পাইছিল তাৰ প্ৰতি মিত্ৰতা কৰে বুলিও কিংবদন্তি প্ৰচলিত আছে । ভূতৰ ওপৰত এনে গাঢ় বিশ্বাস থকাৰ হেতুকেই ৰাতি-বিয়লি কেতিয়াবা অ'লৈ ত'লৈ ভাত পানী নিব লগা হলে কিনাৰত জুইৰ আঙঠা দি নিয়া হয় । ইয়াৰ অন্যথাই বহুতো খাবলৈ নোপোৱা ভূতে হেনো মানুহজনৰ পাছে পাছে ঘূৰি ফুৰে আৰু সুবিধা পালেই ভাতত মুখ দিয়ে । এনে ভাত খালে বহুতো বেমাৰ আজাৰ হ'ব পাৰে বুলিও জনবিশ্বাস প্ৰচলিত থকা দেখা যায় ।

# বিবাহৰ কেইটিমান দিশ

চাহ বনুৱাৰ বিবাহ (চাদী) কাৰ্যৰ ৰীতি-নীতি ,আচাৰ-ব্যৱহাৰ আদিৰ মাজতেই তেওঁলোকৰ পূৰ্বৰ বংশ,কৰ্মভেদ,মৰ্যাদা আদি বহু তথ্যৰ সম্ভেদ পোৱা যায় । ল'ৰা-ছোৱালীৰ উপযুক্ত বয়স হ'লে দৰা আৰু কন্যা পক্ষৰ মাজত কথা-বতৰা ছিঙি সঠিক কৰা হয় ।সঠিককৰণৰ এনে সময়ত দুয়ো পক্ষৰ মূৰব্বী দুজনৰ কাপোৰত বহুতে তামোল পাণ বান্ধি ,খুন্দনাৰে ভাঙি মেলি ৰাইজলৈ আগবঢ়াই সন্মতি প্ৰকাশ কৰে । ইয়াকে 'গুৱা ভঙা' বা গুৱা চুপা বুলি কোৱা হয় । ইয়াৰ পাছত দৰা পক্ষই তিনি ,পাঁচ বা সাত বা ততোধিক বিযুৰীয়া সংখ্যাৰ লোক গৈ কন্যাক বস্ত্ৰ পৰিধান কৰাবি লাগে ।ইয়াক 'কাপোৰ পিন্ধোৱা' বুলি কোৱা হয় । সাধাৰণতে পিন্ধন উৰণৰ বাবে যিবোৰ বস্তু যেনে— শাৰী, ব্লাউজ, ফণী , আৰ্চী,খাৰু ,আঙঠি ,তেল ,পাউদাৰ, নাৰিকল, দৈ গাখীৰ আৰু নানান ৰকমৰ পিঠা-পনা আদি য'ত যি লাগে সকলো বস্তু নি কন্যাঘৰত সজাই-পৰাই চোতাললৈ উলিয়াই ইতিমধ্যে প্ৰস্তুত কৰি তোলা বেদীত তিনি বা পাঁচবাৰ প্ৰদক্ষিণ কৰি বহুৱায় । প্ৰদক্ষিণ কৰাওঁতে আগে আগে এঘটি পানী লৈ এগৰাকী বিবাহিতা বা অবিবাহিতা ছোৱালীয়ে অলপ অলপকৈ পানী ঢলা নিয়ম । ইয়াৰ অৰ্থ হ'ব পাৰে যে কন্যাৰ প্ৰদক্ষিণ পথত যাতে কোনো মলিনতা আদি নাথাকে । বেদীত আকৌ চাউল গুৰিৰে বৰ্গক্ষেত্ৰৰ দৰে একোটা নক্সা আঁকি সেন্দূৰ আদিৰে ফোঁট দি আৰু সেই বেদীৰ ওপৰত পাৰি বহা পীৰাখনতো তেনে আল্পনা আঁকি দিয়া হয় । ইয়াৰ পাছত বাজনা উৰুলি আৰু মাঙ্গলিক ধ্বনি আদি চলাৰ লগে লগে 'বৰ' (দৰা ) পক্ষৰ পৰা প্ৰথমে মূৰব্বীজনে আৰু তাৰ পাছত উপস্থিত থকা বয়স্কসকলে 'চুমান' আৰম্ভ কৰে । এখন থালি বা ডলাত চাউল,দুৱৰিবন,তুলসী পাত,ঘিঁউ বা তেলৰ চাকি তামোল-পাণ আদিকেই 'চুমান' বস্তু বুলি ধৰা হয় । 'চুমান'ৰ শেষত গৃহস্থই খানা-পিনাৰ বিশেষ ব্যৱস্থা গ্ৰহণ কৰে । এই নিয়মেৰেই আন এদিন কন্যাপক্ষৰ মানুহে দৰাক কাপোৰ পিন্ধাই আহেগৈ । এনে কাৰ্যত আচাৰ অনুযায়ী কিছুমানে বামুণৰ দ্বাৰা আৰু কিছুৱে সমাজৰ মুৰব্বীৰ দ্বাৰা কাৰ্য পৰিচালন কৰে । এইদিনা পূৰ্বাপৰ নিয়ম অনুযায়ী আলহীদলক হালধি পানীৰে বুৰাই পেলোৱা হয় যদিও আজি কালি বুজা-পৰা হৈ এনে নিয়ম কমাব পৰা হৈছে । দুয়োপক্ষৰ কাপোৰ পিন্ধোৱা পৰ্ব শেষ হ'লেই কোনোবা এটা দিনত বাৰ

আদি চাই বিয়াৰ দিন ধাৰ্য কৰে । অৱশ্যে দৰা কন্যাৰ জন্মৰ দিন বাৰত দুয়োটা পৰিয়ালৰ বৰ পুত্ৰ -বৰ জীয়াৰীৰ মাজত আৰু জেঠ মাহত পৰিয়ালৰ ডাঙৰ ল'ৰা-ছোৱালীৰ বিবাহ কাৰ্য পতা নিয়ম নাই । কাপোৰ পিন্ধাই থৈ বিয়া দেৰিকৈ পাতিলে পূজাই পাৰ্বণে দৰাপক্ষই কন্যাক পিন্ধন উৰণৰ বস্ত্ৰ দি থকাৰো নিয়ম প্ৰচলিত আছে।

বিয়াৰ আগে আগে কন্যাৰ গা ধন বা পণ ঠিক কৰা হয় । কন্যাৰ আ-অলংকাৰ, পিন্ধনৰ বস্ত্ৰ আদিৰ উপৰিও 'মা-শাৰী'(ৰঙা পাৰি থকা ), মামী শাৰী, কাকা শাৰী, নানী শাৰী, বাপ ধূতি, কাকা ধূতি, মামা ধূতি আদি দিয়াৰ নিয়ম । বহু গোষ্ঠীত কন্যাৰ নিজা সম্বন্ধ থকা বয়স্ক আত্মীয়ৰ বাবেও কাপোৰ কানিৰ তাগিদা আহে । খেনোৱে পূৰ্ব বংশৰ মান মৰ্যাদা তথা বৃত্তি অনুসৰি নানান তৰহৰ মিঠাই ,দৈ, মুড়ি বা আখৈ ,কেচাঁ মাছ ,শুকান মাছ, মদ আদি কি পৰিমাণে আনিব লাগে তাৰো হিচাপ বান্ধি দিয়ে । বিয়াৰ নিৰ্দিষ্ট দিনা দৰা পক্ষই আটাইবোৰ বস্তু 'ছামড়া' তলত এক এক কৰি গন্তি কৰি দিব লাগে । আকৌ কন্যাৰ গা-ধন হিচাপে বুলীনসকলে তেওঁলোকৰ আচাৰ অনুযায়ী পাঁচসিকি মাত্ৰ পণ লয় । এওঁলোকে দান হিচাপে কন্যা দিলেও কন্যাই যি মাকৰ গাখীৰ খাই ডাঙৰ হ'ল সেই গাখীৰৰ বাবেহে উক্ত পণ লয় বুলি কয় । ভূমিজ আৰু ইয়াৰ সমগোত্ৰীয়সকলে ছাগলীৰ লাদৰ দ্বাৰাই পণ ধাৰ্য কৰে । অৰ্থাৎ কথা ছিঙাৰ সময়ত কন্যাপক্ষীয় লোকে বাহিৰত অপেক্ষা কৰা দৰা পক্ষলৈ দুটি পাতৰ 'দনা' ত মধ্যস্থতাকাৰীৰ জৰিয়তে যিমান কুৰি টকা আৰু যিমানখন কাপোৰ কানি বিচাৰে সিমানটাকৈ লাদ পঠায় । (টকা বিচৰা 'দনা'ত লাদ বেছি থাকে, কাপোৰ-কানি বিচৰা দনা'ত লাদ কম -- এই 'দনা' দুটা দেখিলেই মূৰব্বীজনে বুজি লয় ) । কন্যাপক্ষই পঠোৱা লাদ দেখি দৰা পক্ষই মানি ললে প্ৰশ্ন উঠিব নোৱাৰে। যদিহে দিবলৈ অপাৰগ বুলি ভাবে তেতিয়াহলে তাৰে কিছু লাদ কম কৰি মধ্যস্থতাকাৰীৰ জৰিয়তে ঘূৰাই পঠায়। কমাই পঠোৱা লাদ দেখি কন্যা পক্ষই মান্তি নহলে পুনৰ কেইটামান লাদ যোগ দি (প্ৰথম বাৰতকৈ কম) দৰা পক্ষলৈ পঠায় । ইয়াতো মান্তি নহলে দৰা পক্ষই পুনৰ কমাই পঠায় । এইদৰে তিনি, পাঁচ বা সাতবাৰত দুয়ো পক্ষৰে ৰাজী হোৱা জোখাৰে মিলি গলেই কুৰিৰ হিচাপত টকাৰ পণ ধাৰ্য হয়- সেইদৰে লাদ অনুপাতে কাপোৰৰো ।

বংশানোক্ৰমিক আচাৰত খেনোৱে কাপোৰ পিন্ধোৱাৰ আগতেই ৰাশি,গোত্ৰ, লগ্ন আদি চোৱাই লয় । অমিল হলে আগ নাবাঢ়ে । কিয়দংশই অৱশ্যে গোত্ৰতহে জোৰ দিয়ে আৰু একে গোত্ৰৰ হলে বিয়া নহয় । বৰ্ণ হিন্দুসকলে নিজ নিজ গোত্ৰৰ

কথা যিদৰে শাণ্ডিল্য, কাশ্যপ ,নাগ,বায়ু, চন্দ্ৰ, সূৰ্য আদিৰ কথা কয় অকুলীন সকলে সেইদৰে জিকা,ধুন্দুলী, বাঘ ,ঘোঁৰা , ষাঁড়গৰু, মধু ,লোণ , কাছ ,হৰিণ আদিও গোত্ৰ বুলি ক'ব খোজে ।

সকলো দিন বাৰ ঠিক হোৱাৰ পাছত দৰা পক্ষই কন্যাৰ ঘৰলৈ গৈ 'লগন' অনা নিয়ম । এই 'লগন' তিনি, পাঁচ, সাত বা ততোধিক দিনৰো হ'ব পাৰে । দুই মূৰব্বী (বামুণ পন্থীসকলে বামুণৰ জৰিয়তে) একগোট হৈ এখিলা আম পাতত হালধিৰ টুকুৰা , ৰং কৰা চাউল, বেলপাত বা দুবৰিৰ টোপোলা বান্ধি (দিন হিচাপে এটা ) তিনি বা পাঁচবাৰ সলনা-সলনি কৰি এক পক্ষই বন্ধা লগন অপৰ পক্ষক দিব লাগে । 'লগন' লোৱাৰ পাছত দৰাপক্ষই কন্যাপক্ষৰ ঘৰত থকাৰ নিয়ম নাই । দূৰণিবটীয়া হলে বা সময়ৰ অকুলীন ঘটিলে অন্য এঘৰত থাকিব পাৰে । সেই লগন দৰা ঘৰ পোৱাৰ লগে লগে 'চুমান' আদি কৰিহে ভিতৰলৈ নিয়া হয় । সি ফালে কন্যাঘৰতো একে নিয়মেই পালন কৰে । লগন হৈ যোৱাৰ দিনা সাত ঘৰৰ পৰা সাত জোলোকা পানী 'চুমান 'কৰি আনি বহুতেই দুই বা ততোধিক আলিৰ সঙ্গমস্থলত ব্ৰহ্মপুৰাতে গা ধুৱায় আৰু যি বস্ত্ৰ পৰিধান কৰায় সেয়া বিয়াৰ দিনা 'চাই অনা পানীৰে' গা নোধোৱা পৰ্যন্ত বদলোৱাৰ নিয়ম নাই । এই সাতঘৰৰ পানী গোটোৱাকে 'কুমাৰী পানী' বোলা হয় । লগন খোলাৰ দিনাই সাতোজনে ঘৰৰ ভিতৰত দৰা-কন্যা বহা আসনৰ ওপৰত অৰ্ঘ দিয়াৰ থাপনা বান্ধি সাতজনে সাতবাৰ নৈবদ্য সহকাৰে সাতবাৰ পানী ঢালি সাত পুৰুষলৈ জাননী আগবঢ়াই যাতে শুভকামত তেওঁলোকে কোনো ধৰণে বিঘিনি নঘটায় । লগনৰ আগে পাছে আত্মীয় স্বজনৰ দ্বাৰা কন্যা ভোজন কৰাৰো নিয়ম আছে । যোগাৰ হোৱা 'লগন'সমূহ দৰা-কন্যা উভয়ে প্ৰতিদিনে এটাকৈ একে হাতে খোলা নিয়ম। ইয়াৰ পাছতেই দৰা-কন্যাক তেল হালধি ঘঁহা নিয়ম। দৰাক যি হালধি ঘঁহা হয় সেইয়াও অৱশ্যে কন্যা ঘৰৰপৰা ঘূৰি অহা হালধিহে হ'ব লাগে। বিয়া ৰাত্ৰি পাৰ হৈ নোযোৱা পৰ্যন্ত দৰা-কন্যা উভয়ে 'লগদীন' (সহচৰ বা সহচৰী) ৰাখিব লাগে। তেওঁলোককো তেল হালধি ঘঁহা হয়।

বুঢ়ালোকে কয়—দেৱ-দেৱীৰ শাৰীলৈ উঠা দৰা-কন্যাক দেখি দেৱতাসকলৰ খং উঠে। সেইয়ে নানান ৰকমৰ উপদ্ৰৱ কৰাৰ চেষ্টা কৰিব পাৰে। কাজেই অচল দৰা-কন্যাৰ ওপৰত যাতে পোন প্ৰথম আক্ৰমণ হ'ব নোৱাৰে তাৰ বাবেহে 'লগদীন' ৰাখি দেৱতাসকলক ঠগোৱাৰ বুদ্ধি কৰা হয়। আন কিছুমানে কয় এসময়ত কন্যাৰ বাবে বহু কাজিয়া-পেচাল, যুদ্ধ-বিগ্ৰহ আদি হৈছিল। ভিতৰুৱা প্ৰেমত সহায় কৰিবলৈকো 'কুট্নী' বা সহচৰ আছিল। সেয়ে পৰম্পৰা থকাত 'লগদীন' সহচৰৰ

প্ৰতীক হৈ পৰিল। নানান অপায় অমঙ্গল আদি নহ'বৰ বাবেই দৰা-কন্যাই সাধাৰণতে যাঁতী(চুৰ্ত্তা), ছুৰী বা সৰু কটাৰী আদি লৈ ফুৰাটো এটা সামাজিক নিয়মেই।

যিটো বেদীৰ আগত দৰা-কন্যাক বহুৱাই বিবাহ কাৰ্য সমাধা কৰা হয় সেই বেদী বান্ধোঁতেই বহুতো নীতি-নিয়ম দেখা যায়। বেদী আৰম্ভ কৰাৰ আগতে নাচ-গান, বাদ্য সহকাৰে গৈ ওচৰত থকা বা দূৰত যি থকা কোনো ঠাইতেই পৱিত্ৰ বুলি ভবা অনুষ্ঠানৰ (নামঘৰ, মন্দিৰ, দেৱ-দেৱীৰ থান আদি) পৰা কেইচপৰামান মাটি খান্দি আনি বেদী বন্ধা মাটিত মিহলোৱা হয়। তামৰ পইচা, তামোল-পাণ, হালধি, চাউল আদি তলত দি বেদীৰ মাজত যি মূল খুটা পোতা হয় তাক 'মাড়ুৱা' খুটা আৰু গোটেই বেদীটোক 'মাড়ুৱা বেদী' বুলি কোৱা হয়। বেদীৰ কেউকাষে কলপুলি পুতি দিয়াৰ উপৰিও কিছু আঁতৰেদি চাৰিকোণীয়াকৈ চাৰিটা খুটা পুতি চাঙৰ দৰে সজাই তাৰ ওপৰত বৰ, জৰী, আম, কল, বেল, হৰ্তকী, আমলখি আদি গছৰ পাতৰ ডাল তুলি দিয়া হয়। এইদৰে সজোৱাৰ পাছত ইয়াক 'চাম্‌ড়া' বুলি কোৱা হয়। বেদীক সাতজনী মাইকী মানুহে লিপা-মচা কৰিব লাগে। দৰা-কন্যাৰ ভিনীহি সম্বন্ধীয় লোকেহে 'চাম্‌ড়া' বনোৱাৰ কাৰ্য ফেৰা কৰা নিয়ম। চাম্‌ড়াৰ যাবতীয় কাৰ্যৰ বাবে গৃহস্থই মাননি আগবঢ়ায়। এনে কাৰ্য বিনা মাননিত কৰাব নেপায়। 'মাড়ুৱা' খুটাত পঞ্চ পল্লৱ আদি বান্ধি দিয়াৰ উপৰিও পূৰ্ব পুৰুষৰ শ্ৰেণী ভেদ অনুসৰি নাঙল, যুঁৱলি, ধেনু-কাঁড়, পৰশু কুঠাৰ, মাটিৰ টেকেলী আদি সজাই থোৱা হয়। এনেবোৰ বস্তুৰ দ্বাৰাই কৃষক, সৈনিক, বৈশ্য আদিৰ শ্ৰেণীৰ বুলি প্ৰতীয়মান কৰায়। আকৌ বেদীৰ চাৰিও কোণত চাৰিটা পোৱা কলহ আৰু সন্মুখ ভাগত কেঁচা (ৰং নকৰা) টেকেলী সজোৱা হয়। কলহৰ মুখত আমপাত আৰু তলত ধান বা সৰিয়হ দি এৰাঁ সূতাৰে কেউকাষে জুটি পেলোৱা হয়।

বিয়াৰ দিনা দৰা ঘৰত 'জল চহা' কাৰ্যত ভনী বা তেনে সম্বন্ধীয় লোকেহে কলহ ধৰা নিয়ম। ভিনীহি সম্বন্ধীয়সকলে পানী কাটিব লাগে। নাপিতে ক্ষৌৰ কৰ্ম কৰি তেজ আদি লোৱা 'চিনাই-ফেৰা' কাৰ্যৰ শেষত দৰাক গা-পা ধুৱাই সাজ-সজ্জা ৰাই লৈ কন্যা ঘৰলৈ যাত্ৰা কৰে। এনে সময়ত ভূমিজ, কুৰ্মী আদি গোষ্ঠীৰ সমাজে দৰাক 'আম মুকুল' খুৱাবলৈ নিয়ে। দৰাই মাকৰ কোলাত বহি এটা এটাকৈ আম পাতৰ ঠাৰি, দাঁতেৰে কুটি দিয়াখিনি, আত্মীয়-স্বজনে মুখত দিয়া নিয়ম। ইয়াতেই মাকে পুতেকক সোধে—'ক'ত যাবা' বুলি। উত্তৰত দৰা পুত্ৰই কয়—'কামিনী আনিবলৈ যাওঁ। এল্ধাৰ ঘৰ পোহৰ কৰিম।' সিফালে কন্যাৰ ঘৰতো কন্যাক মাকে সোধে-আৰু তাৰ উত্তৰ কন্যাই এইদৰে দিয়ে—'কামিনী খাটিবলৈ যাওঁ, লক্ষ্মীয়ে কান্দিছে চুপ

কৰাওঁগৈ'—এইদৰে আৰু কিছু দৰাই ইয়াৰপৰাই পোনে পোনে কন্যাৰ ঘৰলৈ যাত্ৰা কৰে।

'আম মুকুল' খোৱাৰ অৰ্থ বুঢ়ালোকে কয়—পূৰ্ব কালত পাটলি পুত্ৰত পাটলি ৰাজকুমাৰীয়ে উপযুক্ত দৰা বিচাৰি নাপাই মনৰ দুখত এদিন চিকাৰলৈ গ'ল। চিকাৰত লগ পালে যি কোনো ৰাজপুত্ৰক স্বামী কৰিম বুলি প্ৰতিজ্ঞা কৰিও ৰাজপুত্ৰীয়ে নিৰাশ হৈ আম গছ এজোপাকে স্বামী বুলি সাবটি ধৰে। ভাগ্যৰ ফেৰত বনৰীয়া জীৱ-জন্তুৰপৰা হাত সাৰিবলৈ তাতে এজন ৰাজপুত্ৰ উঠি আছিল। দুয়োৰো আকস্মিক যোগাযোগ হোৱাত বিবাহ পাশত আবদ্ধ হ'ল। এনে পৰম্পৰা থকাৰ ফলতেই আম মুকুল খোৱাৰ প্ৰথা হেনো চলি আহিছে। দৰা-কন্যাই যি কিজোপাৰ 'মুকুল' খায়, জীৱিত কালত সেই গছৰ ফল খোৱাটো নিজৰ কাৰণে বেয়া বুলি কোৱা হয়।

দৰাৰ পিন্ধনত বগা চোলা আৰু হালধি ৰঙেৰে বোলোৱা ধুতী হ'ব লাগে। মূৰত 'মৌড়' নামৰ শিৰস্ত্ৰাণ আৰু ডিঙিত নানান তৰহৰ অলংকাৰ পিন্ধা নিয়ম। কন্যায়ো দৰাই নিয়া 'মৌড়' পিন্ধিহে বিয়াত বহা নিয়ম। অকুলীনসকলে পাগুৰি মৰাটো সামাজিক প্ৰথা।

ঢাক-ঢোল, মাদল, চাঙ্গু, ধাপু, ধুম্‌চা, নাগ্ৰা, পেঁপটি, কালীয়া আদিয়েই বাদ্য হিচাপে বজোৱা হয়। আজিকালি বেণ্ড আৰু মাইকৰ ব্যৱহাৰ হ'ব ধৰিছে। 'চুমান' কৰাৰ পাছতহে বাদ্য বজাবলৈ দিয়া হয়। বাদকসকলে 'নিমন্ত্ৰণ অনা' মানুহক বাদ্য সহকাৰে আগভেটি ধৰা প্ৰথা থকাত প্ৰত্যেকেই তেওঁলোকলৈ মাননি আগবঢ়ায়। যিবিলাক মানুহে নিমন্ত্ৰিত হৈ আহে তেওঁলোকে মজদুৰ সমাজৰ নিয়মানুযায়ী চাউল দাইল আদি কৰি দৈনন্দিন খোৱা বস্তুৰ পাচী ভৰাই অনা নিয়ম। এই সমবায় প্ৰথাটোক 'বেভাৰ' বুলি কোৱা হয়। এনে নিমন্ত্ৰিত লোকসকলক তামোল পাণ আৰু ৰং কৰা চাউল আদিৰে নিমন্ত্ৰণ জনোৱা হয়। 'বেভাৰ' আনোঁতে সামাজিক প্ৰথা অনুযায়ী কাপোৰ-কানি, মদ-লাওপানী, ছাগলী আদিও অনা হয়। 'বেভাৰ'ক কিছুমানে 'কনুৱা' বুলিও কয়। এনে নিমন্ত্ৰিতসকলক দৰা-কন্যাই নিজ হাতে ভৰি ধুৱাই দিয়াটো এটা সামাজিক প্ৰথা।

কিছু কিছু বংশত দৰাৰ লগত হাতত কাঠৰ ঢাল-তৰোৱাল, ভৰিত নূপুৰ, মূৰত শিৰস্ত্ৰাণ পিন্ধা এজন নৃত্য শিল্পীও যায়। এওঁক 'নাটুৱা' বুলিও কোৱা হয়। বাজনাৰ তালে তালে নাটুৱাই বিভিন্ন নাচ নাচে। ইয়াক 'পাঁখ খেলা' বা 'জমিদাৰ নাচ' বুলি কোৱা হয়। দৰা গৈ কন্যা ঘৰ পোৱাৰ নাতিদূৰত কন্যাপক্ষৰ নাটুৱা আহি দৰাৰ 'নাটুৱাক' আগভেটী ধৰে। ইয়াতে দুয়োজনৰ প্ৰতিযোগিতামূলক নাচ হয়।

কেতিয়াবা কাজিয়া পেচালো হোৱা দেখা যায়। সামাজিক প্ৰথা অনুযায়ী কিছু সময়ৰ পাছত দুয়োৰো মিলা-প্ৰীতি হয়। এসময়ত কন্যাক লৈ বিয়া বাসৰত নানান যুদ্ধ বিগ্ৰহ হৈছিল। সেয়েহে তেনে যুদ্ধ আদিৰ প্ৰতীক ৰূপ বুজাবলৈকে 'নাটুৱা' ব্যৱহাৰ কৰা হয় বুলি বুঢ়াসকলে যুক্তি প্ৰদৰ্শন কৰে। বৰ্তমানে এনে নাচ অ'ত ত'ত কিছু পৰিমাণে দেখা গলেও উপযুক্ত নৃত্য শিল্পীৰ অভাৱত এনে নাচ বহু পৰিমাণে নাইকিয়া হ'ব ধৰিছে। বিয়াত দৰা আগচা নিয়ম বৰ্তমানেও চলি আছে।

দৰা প্ৰথম আহি পদূলি মুখত ৰওঁতে খুলশালীহঁতে দৰাৰ পদ প্ৰক্ষালন কৰি মাননি লয়। শাহু সমন্বিতে বাকীসকলে চুমান বা আদৰণী জনাওঁতে দৰাই শাহুৰেকলৈ 'শাস লাডু' বা মিঠাইৰ টোপোলা আগবঢ়ায়। এই সময়ছোৱাতে কন্যা ঘৰত 'জল চহা' কাৰ্য সমাধা কৰি দৰাই নিয়া গা-ধোৱা পানীৰ লগত সিখিনি পানী মিহলাই কন্যাক গা-পা ধুৱায় আৰু কন্যাৰ কোলাত তিনিবাৰকৈ পটাগুটি দিয়া লোৱা কৰে। কন্যাক ভিতৰলৈ নি কোনোবা এটা চুকত বহুৱাই লুকুৱাই ৰখাৰ চেষ্টা কৰে। দৰা পক্ষৰ মানুহে হোমৰ গুৰিত বহুৱাবলৈ কন্যাক উলিয়াই আনিব লাগে। বহুতে কন্যা বহা পাচীটোত দুই এটা শিল বা তেনে গধুৰ বস্তু ভৰাই থয়। দৰাঘৰীয়াই কন্যা উলিয়াই আনিবলৈ যাওঁতে অধিক সাৱধান নহ'লে ভিতৰত থকা মাইকী মানুহৰ হাতত পটাগুটিৰ খুন্দা, ফু-মাৰিৰ পিটন, নানান তৰহৰ ৰং বা আনদৰে আক্ৰান্ত হ'ব পাৰে। কেতিয়াবা এনে মুহূৰ্তত কাজিয়া পেচালো হয়। সেয়েহে এনে কাৰ্যত বলবান ডেকাবোৰেহে নিযুক্তি পায়। কন্যা উলিয়াই আনোঁতে টনা-আজোৰাৰ ফলত হাতৰপৰা কন্যা সৰি পৰাৰ অধিক সম্ভাৱনা থাকে। এনে কাৰ্য বহুতে বাদ দি সম্প্ৰতি স্ব-ইচ্ছাই কন্যা উলিয়াই দিব পৰাটো শুভ লক্ষণ বুলি ভাবিছে।

দৰা-কন্যাক বেদীৰ আগত বহুৱাই বামুণপন্থীসকলে হোম যজ্ঞ কৰে। হোমৰ অন্তত 'সিন্দৰা দান' হয়। নতুন বস্ত্ৰৰ আঁৰত দৰাই কন্যাৰ সেওঁতাত নিজ হাতেৰে সেন্দুৰ ঘঁহাকে 'সিন্দৰা দান' বুলি কোৱা হয়। এই কাৰ্য সৰ্বসাধাৰণ উপস্থিত ৰাইজে দেখা নাপায়। এনে সময়ত দৰা-কন্যালৈ কেউফালৰপৰা চাউল ছটিওৱা হয়। লোকাচাৰ পন্থীসকলে সমাজৰ মূৰব্বীজনৰ জৰিয়তে অগ্নি আদি জ্বলায় আৰু বস্তু বাহানি সলনি কৰি বিবাহ কাৰ্য সমাধা কৰে। এই পন্থীৰ লোকে ধূনা আৰু আঁখে আদিৰেও হোম পোৰে। কনধেৰ জাতীয়সকলে দৰা-কন্যাৰ মাজত তিনিটা আঁক মাৰি চাউল দলিওৱা দলি কৰোৱায় আৰু ইয়াৰ পাছতহে মাড়ুৱা বেদীত বহিবলৈ দিয়ে। ইয়াক 'বিন্‌কি মৰা' বুলি কয়।

হোমৰ অন্তত কন্যাই দৰাক পাছত ৰাখি সাত পাক মাড়ুৱা বেদী প্ৰদক্ষিণ

কৰি প্ৰতিবাৰতে তামোল-পাণ গছকিব লাগে। ইয়াক 'সপ্তপদী' বুলি কোৱা হয়। সাত পুৰুষৰ সম্বন্ধ ছিঙি কন্যাই দৰাৰ বংশলৈ যোৱাৰ বাবেই এই নীতিক সামৰা হয়। কন্যাক ভিতৰলৈ সুমুৱাওঁতে দৰাই মাননি নিদিয়ালৈকে দুৱাৰ খুলি দিয়া নহয়।

ইয়াৰ আগতে দৰা আৰু দৰাৰ খুলশালীয়েকক ভিনীহি সম্বন্ধীয় লোকে কান্ধত তুলি( নোৱাৰিলে হাতত ধৰি) মাডুৱা বেদী প্ৰদক্ষিণ কৰাই মুখামুখি কৰায়। ইয়াতে দৰাই অনা ধূতী এখন খুলশালীক উপহাৰ দিয়ে। খেনোৱে তামোল পাণ চোবাই ইজনে সিজনৰ গাত 'ফুৰুকিয়াই' দিয়ে। পিক পৰি দুয়ো ৰাঙলী হৈ পৰে। দৰাই অনা ধূতীখন খুলশালীয়েকে আজোৰ মাৰি নি ধূতীখনেৰে খুটা এটাত বান্ধি ৰখাও দেখা যায়। খেনোৰ নিয়ম মতে ভিনীহিয়েকক গতা এটা মাৰিহে ধূতীখন লুট কৰিব লাগে। এই আটাইকেইটা কাৰ্য কৰিবৰ সময়ত মধ্যস্থতাকাৰীয়ে মিট মাট কৰাৰ ভাও কৰিবি লাগে। ইয়াকেই 'চালা ধূতী' লুটা বুলি কোৱা হয়। কিছুৱে 'শলা বিধা' বুলিও কয়। এই অনুষ্ঠানৰ তাৎপৰ্য এইয়ে যে খুলশালীয়েকে কৰা এনে উখনা-ওখনিখন পূৰ্ব কালৰ যুদ্ধ বিগ্ৰহৰ চিন বুলি ধৰা হয়। ভিনীহিয়েকৰ কান্ধত উঠাটো ঘোঁৰাত উঠাৰ প্ৰতীক। তামোলৰ ৰঙা পিক যুদ্ধত ঘাইল হোৱাৰ চিন আৰু 'চালা ধূতীয়ে' যুদ্ধৰ শেষ হোৱা সন্ধিৰ চিনকেই প্ৰকাশ কৰে।

যি কি নহওক দৰাক ঘৰৰ ভিতৰলৈ নি য'ত আসন দিয়া হয় তাত নানাৰকমৰ আল্পনা আদি আঁকি দিয়া হয়। ইয়াতেই দৰা-কন্যাই ছুৰী কটাৰী বা আঙঠি সলোৱাৰ খেল খেলে। ভোজনৰ সময়ত বহুতো দৰাই ( সেইদৰে কন্যায়ো দৰাৰ ঘৰত) উপযুক্ত মাননি নেপালে খাব নোখোজে। বহুতো দৰাই 'মনৰ মতন' বস্তু বিচাৰি মুখ ওফন্দাবলৈ লাজ পাই ভোজন কৰাৰ বাবে বহুতো দিনলৈ 'ছোৱালী লুভীয়া' হিচাপে বদনাম ল'ব লগা হয়। কিছুৱে মুখ ওফোন্দাই ভোজন কৰিলে কন্যাঘৰৰ ফালৰপৰা ওপৰঞ্চি হিচাপে কিছু বস্তু উপহাৰ পায়।

এইখিনিতে এটা কথা ক'ব লাগিব যে দৰা যিমান দূৰৰেই নহওক লাগিলে বিবাহ কাৰ্য সম্পূৰ্ণ শেষ নোহোৱা পৰ্যন্ত কন্যাঘৰে দৰাঘৰীয়াক খুওৱা-বুওৱাৰ কথা বাদেই আনকি পিয়াহত অষ্ঠ কণ্ঠ শুকাই থকা এজনকো ঠাণ্ডা পানী এটুপি দিয়াৰ সহানুভূতি নেদেখুৱায়। বৰ্তমানে শিক্ষিতসকলৰ মাজত এনে নিয়মৰ বহুত পৰিৱৰ্তন হৈছে আৰু কিছু কিছু ঠাইত দৰা গৈ পোৱাৰ লগে লগে দৰাঘৰীয়াক আলপৈচান ধৰাৰ তৎপৰতা অবলম্বন কৰিছে। এনেকুৱা ঘটনা চলি থকাৰ বাবেই বহুতো দৰা ঘৰীয়াই নিজৰ ৰাইজক খুৱাবলৈ নিজৰ ববীয়াকৈ চিৰা-মুৰি আদি লগত লৈ যায়। কিছুমান ঠাইত এনেও দেখা যায় যে আগৰাতি বিয়া হৈ পাছদিনা অনুষ্ঠিত হ'ব লগা

চুমান অবধি কন্যাঘৰীয়াই দৰা-ঘৰীয়াক খোৱা-বোৱাৰ বাবে সোধ-পোচ নকৰে। তথাপিও এটা সময়ত কন্যাঘৰে এঘটী পানী কলপাতেৰে ঢাকি আনি দৰাপক্ষলৈ আগবঢ়ায়। এয়ে খোৱাৰ বাবে আহ্বান। দৰা পক্ষই মান্তি হলে কন্যাঘৰীয়াই দিয়া সিধাৰে ৰান্ধি-বাঢ়ি খায়। চুমান অনুষ্ঠিত হোৱা সময়ত দৰা-কন্যাক একেলগে বহুৱাই কন্যা পক্ষীয় লোকে সদৰিকৈ উপহাৰ প্ৰদান কৰে. এনে সময়ত 'লগদীন'ইতৰো কিছু বক্‌চিচ মিলে। এই পৰ্বৰ পাছতহে কন্যা বিদায় হয়। এনে সময়ত কন্যাই মাকৰ সৈতে আঁচল পাতি পাঁচবাৰ চাউল বদলাই এবাৰ সিঁচি থৈ অহা নিয়ম। দৰা ঘৰলৈ আঁহোতে কন্যাই 'ননদ'ৰ বাবে এটা টেকেলীত নানা ধৰণৰ মিঠাই, পিঠা-পনা আদি ভৰাই আনিব লাগে। বহুতে মাননিৰ বাবে কিছু টকা আৰু শাৰী এখনো লগত আনে। ননদে ন-কন্যাক প্ৰথমেই পদূলিমুখত ভৰি ধুৱাওঁতে এই উপহাৰ প্ৰদান কৰা হয়। বহুতে ভাল ভাল মিঠাই লগত আনে। কিন্তু কিছু কিছুৱে 'ননদ-বৌ' বা 'দেওৰ-বৌ'ৰ মাজত থকা ধেমেলীয়া সম্বন্ধ অনুযায়ী ভাল মিঠাইৰ লগতে নানান ৰকমৰ লাও, কোমোৰা, নাৰিকলৰ বাকলি, শিলগুটি আদি মাজত ভৰাই বনোৱা পিঠা পনাও আনে। ইয়াকে 'ননদ-পেটাৰি' বুলি কোৱা হয়।

দৰা ঘৰতো কন্যাৰ চুমান পৰ্ব অনুষ্ঠিত হয় আৰু সকলোৱে উপহাৰ প্ৰদান কৰে। ইয়াতেই কন্যাক চিৰদিনৰ বাবে লোহাৰ খাৰু পিন্ধোৱা হয়। এই চুমান পৰ্বৰ আগতে কিছুমানে বোকা-খেলৰ আয়োজন কৰে আৰু নদীলৈ গা ধুবলৈ যাওঁতে পানীৰ মাজত ঘটী খেল খেলে। কিছুৱে চোতালতে গাঁত খান্দি বোকা কৰি লৈ আঙঠি লুকোৱাৰ খেল খেলে। নদীলৈ গৈ গা ধোৱাসকলে ঘূৰি আহোঁতে এজনে আগে আগে আহি আম পাত এখিলা পেলাই যায়। তালৈ লক্ষ্য কৰি দৰাই কাঁড় মাৰে। কন্যাই সেই কাঁড় বুটলি আনি দৰাক দিয়ে আৰু গুৰ খুৱাই দি নিজৰ আঁচলেৰে মুখ মচি দিয়ে। এনে কাৰ্য ঘৰ আহি নোপোৱা পৰ্যন্ত চলি থাকে। ইয়াক কোৱা হয় 'মৃগ চিকাৰ' বা 'হৰিণ চিকাৰ'।

বিবাহৰ তৃতীয় ৰাত্ৰি ফুলশয্যাৰ দিন। 'আঠ মংলা' খোৱাৰ ৰীতিও আছে। দৰা কন্যাই বিয়াৰ শেষত নিজৰ আৰু শহুৰৰ ঘৰত গৈয়ো 'মাডুৱা' ভাঙিব লাগে। আঠ মংলাৰ সময়ত কিছুৱে কন্যাক এমাহ পৰ্যন্ত দৰাৰপৰা বিচ্ছিন্ন কৰি ৰাখে। ইয়াক 'সংগ ছাড়া' বুলি কোৱা হয় যদিও বৰ্তমানে এনে নিয়ম বহুতে নমনা হৈছে। বিয়াৰ কিছুদিনৰ পাছত দুয়োঘৰতে দুবাৰ দৰা-কন্যাৰ মাক-বাপেকক একেলগে উঠা-বহা কৰাৰ এটা অনুষ্ঠান পালন কৰে। ইয়াক কোৱা হয় —'সমদী ভেট'। পুৰণি কালত দৰা-কন্যাই বাপেক-মাকৰ বিনানুমতিত বিয়া পাতি শেষলৈ দুয়ো পৰিয়ালৰ যিদৰে

মিলন হৈছিল তেনে ঘটনাপুঞ্জকে প্ৰতিনিধিত্ব কৰিবলৈ 'সমদী ভেট' অনুষ্ঠান পতা হয় বুলি কোৱা হয়। কিছুৱে 'বেহাই দেখা' বুলিও কয়।

মাড়ুৱা বেদীত বিবাহৰ উপৰিও আন কিছুমান বিবাহৰ কথাও এইখিনিতে উনুকিয়াব পাৰি। বিধবা বা স্বামী পৰিত্যক্তাসকলে পুনৰ সংসাৰ পাতিব বিচাৰিলে বৰ পক্ষৰপৰা মানুহ দুনুহ আহি যৎপৰিমাণে ঢাঁক ঢোল বজাই 'কাপোৰ পিন্ধোৱা' অনুষ্ঠান পাতি মানুহজনীক লৈ যোৱা হয়। খেনোৱে এনে সময়ত মানুহজনীৰ সেওঁতাত ফুল এপাহৰ জৰিয়তে সেন্দুৰ দিয়ে। এনে বিয়াক 'সাংগী' বা 'সাঁঘা' চাদী বুলি কোৱা হয়। অনানুষ্ঠানিকভাৱে সংসাৰ পতাসকলে পাছলৈ 'বুড়া বিবাহ' পাতিব পাৰে। ঘটনা চক্ৰত আনুষ্ঠানিক বিয়া পতাৰ আগতেই কিংবা প্ৰকাৰে গাইগুটীয়া হ'ব লগা হলে কলগছ বা বৰগছৰ লগত বিয়া হোৱাৰ নিয়ম প্ৰচলিত আছে। বাল্য বিবাহ প্ৰচলন কৰা গোষ্ঠীয়ে পাছলৈ দৰা-কন্যাক লগ লগাবলৈ 'গাওনা' নামক অনুষ্ঠান পালন কৰে।

কিছুমান জনগোষ্ঠীৰ বিবাহ পদ্ধতি সৰ্বসাধাৰণ মজদুৰ সমাজতকৈ কিছু বেলেগ। সাওঁতাল জনগোষ্ঠীৰ লোকসকলে দৰা-কন্যাক মূৰত তুলি আঁৰ কাপোৰ তৰি দি সাতখিলা শাল গছৰ পাত একগোট কৰি কন্যাক সেন্দুৰ দিয়ে। কন্যায়ো দৰাৰ কপালত সেন্দুৰৰ ফোঁট দিয়েই বিবাহ কাৰ্য্য সমাধা কৰে। পৰ্জা গোষ্ঠীয়ে দৰা-কন্যাক একেলগে বহুৱাই সিহঁতৰ ভৰিত ছটিয়াই দিয়া আৰৈ চাউলখিনি কুকুৰা এজনীক খাবলৈ দিয়ে আৰু তেওঁলোকৰ গাত কুকুৰাজনী ঢকা মাৰি, পাখি কেইটামান উঘালি দুয়োৰে মূৰত গুজি দিয়ে। ইয়াৰ পাছত দৰা-কন্যাৰ আঙুলি দুটা জুটি দি বিবাহ কাৰ্য সমাধা কৰে। গণ্ড জনগোষ্ঠীৰ দৰাই কন্যাঘৰ প্ৰৱেশ কৰিয়েই বিছনী দলিয়ায়। ইয়াৰ পাছতে দৰা-কন্যাক নাঙল আৰু মৈত তুলি গা ধুৱাই সেন্দুৰ ঘঁহা কাৰ্যৰ ইতি কৰে।

মুণ্ডা জনগোষ্ঠীৰ মাজত প্ৰচলিত ৰীতি মতে কন্যাইহে দৰাৰ ঘৰলৈ গৈ বিবাহ বেদীত বহিব লাগে। যাওঁতে কন্যা আৰু কন্যা পক্ষীয়সকলে নাচি বাগি যাব লাগে। দৰা ঘৰৰ ওচৰ পোৱাৰ লগে লগে দৰায়ো দলবলৰে সৈতে নাচি-বাগি গৈ কন্যাক আদৰিব লাগে। দুই দলৰ মিলন থলীতে কন্যাঘৰে পূৰ্বৰ চুক্তিমতে দৰা পক্ষৰপৰা কন্যাৰ গা-ধন আৰু যৌতুকখিনি লৈ আদ বাটৰপৰাই ঘূৰি যায়। কেইজন মান সংগীলৈ কন্যাই দৰা ঘৰলৈ গৈ দৰাৰ সৈতে বেদীত বহে আৰু লাওপানী আদি খোৱা-খুই কৰি প্ৰাথমিক পৰ্যায়ৰ বিবাহ পৰ্ব শেষ কৰে। সৰ্ব শেষত এই কথা

ক'বই লাগিব যে শ্ৰমিক জনগোষ্ঠীৰ এনে বিবাহ কাৰ্যৰ প্ৰতিটো মুহূৰ্তে গীত-মাতৰ প্ৰাধান্য আছে। কাপোৰ পিন্ধোৱাৰপৰা আৰম্ভ কৰি লগন বন্ধা, জল সহা, চিনাই ফেৰা, তেল-হালধি ঘঁহা আদিৰ সময়ত গোৱা গীতৰ সুৰ সুকীয়া। দৰা কন্যাক লৈ বহুতো জোৰানাম গোৱা হয়। অন্যান্য নাচ গানৰ উপৰিও ঝুমুৰৰ সমগোত্ৰীয় 'দমকচ্' নামৰ গীত নাচে বিয়া তলী গমগমাই ৰাখে। বিয়াঘৰত মাইকী মানুহৰ আইন-কানুন ইমান বেছি যে 'চাদী ঘৰে মাইকী ৰাজা' বুলি এফাকি প্ৰবচনেই সৃষ্টি হৈছে। দৰা-কন্যাক দেৱ-দেৱী, ৰাম-সীতা, ৰাধা-কৃষ্ণ আদি নাম দি গীত মাত গোৱা হয়।

চাহ-মজদুৰ জনগোষ্ঠীৰ গৰিষ্ঠ সংখ্যক জনগোষ্ঠীয়ে মানি চলা বিবাহ পৰ্বৰ কিছু আভাস দিয়াৰ চেষ্টা কৰা হ'ল যদিও এই কথা স্বীকাৰ্য যে এই পৰ্যন্ত আলচ কৰি অহা বিবাহ পদ্ধতিৰ যি সামান্য বৰ্ণনা দি অহা হ'ল, সামগ্ৰিক জন-সমাজৰেই ই প্ৰতিনিধিত্ব কৰিছে বুলি আৰু বৰ্ণিত সমাজবোৰৰো বিবাহ কাৰ্যৰ আচল প্ৰতিচ্ছবি স্বয়ং সম্পূৰ্ণ হৈছে বুলি ক'ব খোজা নাই। বিভিন্ন জনগোষ্ঠীৰ শাখা-প্ৰশাখা থকা চাহ-মজদুৰ সমাজৰ যিখিনি কথা জনাৰ সুবিধা ঘটিছে তাকেহে মাথোন প্ৰকাশ কৰাৰ চেষ্টা কৰা হ'ল। ❑❑

# টুচু পূজাৰ গীত

১। টুচুৰ বন্দনা গীত

(ক) সন্‌জা দিয়া ভগতৰা--সন্‌জা কেন দিয় না
কুমাৰ ঘৰে প্ৰদীপ দেই না মা --সন্‌জা কিসে দিব গ'
সন্‌জা দিয়া ভগতৰা --সন্‌জা কেন দিয় না
তেলি ঘৰে তেল দেই না মা-- সন্‌জা কিসে দিব গ'
সন্‌জা দিব ভগতৰা--সন্‌জা কেন দিয় না
তাঁতী ঘৰে কাপড় দেই না মা--সন্‌জা কিসে দিব গ'
(খ) তেল দিলাম সলিতা দিলাম স্বৰ্গে দিলাম বাতি গ'
সকল দেৱতা সন্‌জা লে মা, লক্ষ্মী সৰস্বতী গ'।

২। টুচুৰ জাগৰণী গীত

চান্দকে ঘেৰে তাৰা যেমন--আৰ ঘেৰে গোপীগণ
হামৰা সবাই ঘেৰে বসি--হবেক টুচু জাগৰণ

৩। টুচুৰ খেলাৰ গীত

বেলি উঠল খিনি খিনি --আমাৰ টুচু উঠেনা
উঠ গ' টুচু খেলা কৰ--মাকে জ্বালা দিয় না

৪ । টুচুৰ ৰূপ যৌৱনৰ গীত

আঁচিৰে পাঁচিৰে পদ্দ--পদ্দ ভায়া ফুটেনা
টুচুৰ বুকে জড়া পদ্দ -- ভয়ে ভমৰ বসে না ।

৫। টুচুৰ বিবাহ গীত

(ক) জল ফেলায়ে জলকে গেলি--জন ঘাটে সৰু বালি
হামাৰ টুচুৰ বিবাহ হবেক--যাৰ ঘৰে সোণাৰ ঝাৰি
(খ) টুচু চালে ঝিংগা ফলে --লম্বা লম্বা ঝিংগা গ'
হামাৰ টুচুৰ বিবাহ হবেক--বাজাব জড়া শিংগ গ'।

৬। টুচুৰ ডুলা গীত

টুচু ডুল ডুল গ' তামা তুলসীৰ মালা
চান্দ কিনবি পান কিনবি খাব ননদ ভাই

সাত দুৱাৰে কপাত খুলে যাব বাপেৰ ঘৰ
বাপে দিল সৰু সাঁকা মাহ্লী ঘৰেৰ টুপা
টুচু ডুল ডুল গ' তামা তুলসীৰ মালা।

৭। টুচুৰ দোৰা নামৰ গীত

(ক) পাঁচটা ছুঁড়ী নাচতে আইল—কন ছুঁড়ীটা ভাল গ'
মাঝেৰ ছুড়ী ছুলকাদাৰী--দিনে আঁখি ঠাৰে গ'
(খ) চাৰ পয়চাৰ গুলি সুতা—ইচাল উচাল টানাব
জন ছুড়াটা লিতে আইবেক—তাক ধিনাধিন নাচাব
এমনি কি যাব—ছুঁড়াদেৰ হাড় কুটে দালান দিব
এমনি কি যাব
(গ) অল' অল' বগী ছুঁড়ী—তুইত পীৰিত বাঢ়ালি
হামকে ধৰে সামকে ছাঁড়ে—ৰাস্তাই বসে কান্দালি
হায়ৰে গেন্দাফুল —ছুঁড়ীৰা পাছু পাছু ঘূৰে বুল
হায়ৰে গেন্দাফুল ।

৮। টুচুৰ মালা বদল গীত

ফুল গাছে কুইলিনী ডাকে—ডালিম গাছে কেৰকেটা
হামাৰ টুচু ফাঁদ আড়েছে—লাগেছে ৰাজাৰ বেটা
মা গ' হামি ফুল পাতাব—ফুলকে হামি কি দিব
বাজাৰ যাব পয়চা পাব—ফুলকে ফুলান তেল দিব।

৯। টুচুক ভোজন কৰোৱা গীত

মাছ্ ৰান্ধেছি খানি খানি—তাই দিয়েছি ফুলেৰ বড়ি
চল টুচু ভোজন কৰবি—কাল যাবি শশুৰ বাড়ী।

১০। টুচুৰ বিদায়ৰ গীত

হামাৰ টুচু দক্ষিণ যাবে—ক্ষিধা লাগলে খাবেক কি
আন টুচুৰ মা গায়েৰ গামছা—ঘিঁয়েৰ মিঠাই দি বান্ধি।

১১। টুচুৰ ফুলশয্যাৰ গীত

কাজলেৰি সিন্দু বিন্দু কাজলেৰি লেখা
হইল মা শোবাৰ বেলা দেগ' ৰামকে ডাকে
একশ' টাকা দুশ টাকা তিনিশ টাকাৰ বিছ্না

পাঁচকি হয়ে শুবে টুচু মলি ফুলের বিছ্না
কাল সকালে পুচব মা—আল চালের দুবেৰে।
১২। দেৱীৰ বৰ বিচৰা গীত
কি কৰ কি কৰ টুচু দূর্গা খোলায় বসে হে
দূর্গা মায়েৰ আশীর্বাদে হবেক বেটা ছাইলা গ'
বেটা ছাইলা হইলে টুচু ৰাখবি গ' যতন কৰে
বেটী ছাইলা হইলে টুচু কান্দায়ে বৰ পাঠাব।
১৩। সম্বন্ধীয়ৰ প্রতিচ্ছবিৰ গীত
শাক তুলেছে লতা পাতা মাছ ধৰেছে গেঁতাৰে
ননদ ভৌজাই দেখা দেখি কাৰ কেমন খঁপাৰে
১৪। বাঁহিৰ কৰা গীত
ভায়ে বলে বহিন আনব ভৌজাই বলে কি দিব
খাড়কা খুচী পাটেৰ শাৰী বহিনকে বিদায় দিব
১৫। টুচুৰ বিপর্যয়ৰ গীত
ধান কাটি গ' নাড়া কাটি, নাড়া কাটে ঘৰ বান্ধি
সেই ঘৰে জল পড়ে গ' বৈসে সাৰা ৰাত কান্দি
কি বলব গ' মাসী পিসি , কি বলব দুখেৰ কথা
কাঁচা বাঁসে ঘূণ ধৰেছে, তেমনি হামাৰ দুর্দশা
(খ) বাড়ীৰ নামে কুঁৱা কুড়লাম ঘটী ধৰে জল খাতে
এমনি কুঁৱা নিঠুৰ হল পইদ ফুল গেল ফুটে ।
১৬। টুচুৰ ভাঁচান গীত
(ক) এতদিনে ছিলে টুচু লোহাৰ বাসৰ ঘৰে গ'
আৰ ৰাখিতে নাৰি টুচু মকৰ হ'ল বাসী গ'
(খ) টুচু যায় মা হেলে হেলে হামৰা যায় মা চলে গ'
চাৰ নয়নে ভালে দেখ কত যাত্রী যাছে গ'
জলে হেল জলে খেল জলে তোমাৰ কে আছে
জলে তোমাৰ মাতা পিতা জলে শশুৰ ঘৰ আছে

**বিবাহৰ গীত**

১। তেল হালধি ঘঁহা গীত

(ক) হলদি হলদি পুৰা পাটনা ৰাইগিৰি চন্দনাৰে
কেনে তোৰা হলদি চড়াই
সীতা মায়ে তোৰা হলদি চড়াই
সীতা ৰাম তোৰ ,সংগতি গ'।
(খ) বাট গ' চান্দেৰ ধনী দৰকচা হলুদ
কন শালী বাটেছিল দৰাকচা হলুদ ।
(গ) কন্যাঘৰেৰ হলুদ তেল মা মহ্ মহ্ কৰে
বৰ ঘৰেৰ হলুদ তেল মা ফাপুন্দা বাসায়
২। জল সহা আৰু গা ধুওৱা গীত
(ক) জল সহিতে গোলাম ৰাধা জল নাহি মিলে
এথায় কোথায় জল পাবি গ' ৰাধা ক্ষিৰোদ সাগৰে।
(খ) এক লোটা কৰি প্ৰভু দুয় লোটা কৰি প্ৰভু
তিন ফুটা কৰি চম্পাফুল
সীতাৰ মাথায় জঁট লাগি যায় ।
এক পোৱা সৰিষাৰ তেল আৰ মাখ হলুদ তেল।
(গ) নিয় গংগা মা গ' দিয় গংগা পানী
সেই পানীয়ে গা ধুবেক জনক নন্দিনী
উঠ উঠ নন্দিনী গ' ছাড় তুমি আলস
তোমাৰ দুধাৰে আসিয়াছে সুবৰ্ণ কলস।
৩ । চিনাই ফেৰা গীত
(ক) তুই মেৰে বলি নাৱা আমি বড় জাত
আঙুল কাটে ৰক্ত লিলি ৰে নাৱা তুই কন জাত।
(খ) কথায় এলে নাৱা কথায় তৰ ঘৰ
উত্তৰ দক্ষিণ পূৰব পছিম ৰে নাৱা শিয়াল গাড়াই ঘৰ
(গ) পুখৰীকা পীড়িয়াই কন পাড়াৰ বামুণ
সেহ শুনিগে কাঁপে লাগল দাঁড়িয়া
কতি দূৰে আৱত হাতী ঘঁড়া
কতি দূৰে আৱত বৰিয়াত
কন্যা নিয়ে কাঁপে কন্যাৰ বাপ

কন্যা নিয়ে কাঁপৰে বামুণ।
৪। দৰা আদৰা গীত
(ক) দেশ বুলি আলে প্রভু নগৰ বুলি আলে প্রভু
আস প্রভু লেহ বাৰি জল
ৰাম তোমাৰ ঘটী জল,ধনীৰ কেন মলিন বদন
(খ) টুংৰীকা ধাৰে ধাৰে আইলৰে কুহ্‌লী
আস কুহ্‌লী বস নিজ ডালে
খাটীয়ায়ে বস কুহ্‌লী মাছীয়ায়ে বস গ'
শুন বাছা কুহ্‌লীৰ বচন
শুনহ্নিতে বয়ে যায় নয়নেৰি জল ।
(গ) কি কৰ গ' কন্যাৰ মা ঘৰে সামায়ে
আংগিনাই দশ বিশ লোক
কিয়া বাহ্‌ৰাব বাছা কি আশা সইবে গ'
আমাৰ ধনী হ্‌লেন পৰহাত।
৫। জোৰা নামৰ গীত
ঝুৰগুণ্ডাৰ বনে বনে অগ' বলি গাইটা হাৰাল
সাত চিপাহী নিয়ে অগ' বলি গা টা খুজাল
(খ) আম খাতে গেলি ৰাধা চাকু হাৰাই আইলি
চাকু চাকু নাই হাৰাই ৰে ৰামা বহিনকে হাৰাইলি
(গ) এলাচিকি পান বেহ্‌ৰা, অগ' তৰা দেখে যা গ'
নতুন জামায়েৰ চেহোৰা ,এলাচিকি পান বেহ্‌ৰা
অগ' তৰা দেখে যাগ', জামায়েৰ মুখ ভেংৰা।
(ঘ) বাটা ভৰ ভৰ পাণ চুপাৰী খাবেঁ পাকা পাণ
তৰ মায়ে বলেছিল দিব বেটী দান
যাবি যাবি ছুঁড়ী তুই কি খায়ে যাবি
ৰান্‌ধে লেল' ছাগল ঠেং সেটা খায়ে যাবি।
(ঙ) গহালে যে গৰু নাই মা ঘন্টি কেন বাজে
বাড়ীৰ দিকে অলাই দেখ গ' মা
ছুঁড়ীকে ভাই নাংগে ডাকে।

(চ) বৰেৰ দাদা চামড়া গাড়ে উপৰে ঝিনঝিৰা
বৰ বাবু বসে আছে ৰে ভাই ৰাজ বেঙেৰ পাৰা।
(ছ) দুৱাৰেৰ তাল গাছ ফুটে ধুমা ধুমা
কি দেখে বউ কৰিলি গ' মা
ছুঁড়ীৰ গাল তুম্‌বা তুম্‌বা।
ছ। দমকচ গীত
(ক) আনাংকে শীত পানী জল ভৰি গেল গে
ঠমক চল ৰাণী তৰ পঁয়ৰী ভিজি গেল গে
(খ) কন্যাৰ ঘৰেৰ চামড়া তলে নাগৰা বাজিল
শ্ৰাবণ ভাদৰ মাসেৰ ধুমচা উড়ি গেল।



# ।। পৰিশিষ্ট ।।

## কৰম পূজাৰ গীত (ঝুমুৰ)

১। আখড়া বন্দনা কৰি --সৰস্বতী মাইগ' হৰি
বসন্ত বন্দনা বেজনাৰী --মদনে ঝুমুৰ লাগল ভাৰী।।
২। আগ বাঁস কাটলি-- গুৰি বাঁস কাটলি
মাজ বাশে মুৰলী বানাইলি
বাঁসী শুনে হ'মৰ দিল না সহায়
কেহ বাসী বনেৰে বাজাই ।
৩। ৰাম ৰাজা লক্ষ্মণ ৰাজা --পাতাল পুৰে কালি পূজা
আস ৰাজা দিয় বলিদান-- কতি দূৰে বীৰ হনুমান ।।
৪। চৰদাৰ বলে কাম কাম--বাবু বলে ধৰে আন
চায়ব বলে লিব পিঠেৰ চাম--হে নিঠুৰ চাম
ফাঁকি দিয়ে আনালি আসাম।
৫। মনে হল মনস্তাপ --দিব নাকি জলে ঝাঁপ
ঝাঁপ দিলে ডুঁবিয়ে মৰিব
আৰ কি সংসাৰে দেখা হ'ব ।
৬। গোলাম খাটিতে নৰ--বিচাৰ কৰ হৰি হৰ
অন্তকালে পন্থ ভুলি গেল --কাহে বিধি নৰ জনম দেল
মাই বাপ দূৰ গেল--মাসী পিয়াসী পিয়াৰী ভেল
অহীৰে --কাহে বিধি নৰজনম দেল ।
৭। পাহাৰে পৰ্বতে লতা-- ফুল না ফুটে ঝঁপা ঝঁপা
কেমনে বান্ধিব তদেৰ খঁচা--ডাল ভাঙ্গিয়ে হ'ল দশা ।
৮। সান্‌জে সকালেৰ বেলা--কে মাৰিছে ছাইনে ঢেলা
ঢেলা নাহি গ' সেটা--পানেৰ টুপল ।
৯। আম গাছেৰ জাম দিদি--বুকে কেন ফলেহে
বাঁকা চোখেৰ ঠাঁৰ দেখি--নিদ নাহি আৰে হে ।
১০। আল ধানেৰ পাতলা চিড়া,গামছা বান্‌ধা দহি গ'

খাবাৰ বেলা মনে পড়ে, প্ৰাণেৰ সখিকে গ'।

১১। ভাই বল বন্ধু বল—কেহ না হয় আপন

হায়ৰে! মিছাই ভাব মন

পীৰিতে মজিল মন--কিবা হাড়ি কিবা ডোম

বিনাচাৰে কৰেছি আপন ।

১২। ছুটীৰ পৰে ঘৰে যায়—ঘৰে কিছু খাইতে নাই

পাচী নিয়ে দৌড়িনী গুদাম হে নিঠুৰ চাম

চাউল দেখি ধানেৰ সমান ,ভুঁ ছাই দিয়ে

খঁচা হে নিঠুৰ চাম...

১৩। (খেম্‌টা)

কাশী গেলি পাইৰাগ গেলি

গেলি বৃন্দাবন

ঘৰে বসে ভজৰে মন

দুৱাৰে তুলসী বন ।।

১৪। মাই ঘুমাইল-- বাপ ঘুমাইল--চেনী ঘুমাইল

চেনা ঘুমা ঘুমা গ'—ৰান্ধব বেচাতী

ত্ৰানাগো নাৰে নাৰে—ত্ৰানাগো নাৰে নাৰে

ত্ৰানা না-- না নাৰে।। ❑❑

# প্ৰধান সম্পাদকৰ একাষাৰ

প্ৰায় দুশ বছৰৰ আগেয়েই 'চল মিনি আসাম যাব' বুলি কোনোবা দালালৰ প্ৰৰোচনাতেই হওক বা সুখৰ সন্ধান বিচাৰিয়েই হওক অসমত প্ৰবেশ কৰা চাহ বাগিচাত কাম কৰিবলৈ ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা অহা লোকসকলক আমি চাহ মজদুৰ বা চাহ শ্ৰমিক অথবা চাহ বাগিচাৰ অসমীয়া বুলি আখ্যা দিওঁ। সামগ্ৰিকভাৱে এই আখ্যা দিলেও চাহ মজদুৰসকল যে এটা সম্প্ৰদায়ৰ নহয় আৰু গোষ্ঠীভেদে যে সামাজিক জীৱন-নিৰ্বাহৰ পদ্ধতি, ৰুচি-অভিৰুচিৰ পাৰ্থক্য, পূজা-পাৰ্বন আৰু নীতি-নিয়মৰ বিভিন্নতা আছে; এই সম্পৰ্কে আমাৰ ভাষাত কোনো পুথি নাই। জাতিতত্ত্ব সম্পৰ্কীয় আলোচনা গ্ৰন্থ আৰু পৰিচয়মূলক গ্ৰন্থই বৃহৎ জনগোষ্ঠীৰ গৱেষণাৰ বাট মুকলি কৰে - এই অভাৱো আমি বাৰুকৈয়ে অনুভৱ কৰি আহিছোঁ। অসম সাহিত্য সভাই এনে এখন গৱেষণাৰ সন্ধানী পুথি ৰচনা কৰিবলৈ বিশিষ্ট সাহিত্যিক আৰু সমাজকৰ্মী শ্ৰীদেউৰাম তাছা এম. এক. অনুৰোধ জনাইছিল। ১৯৮৪-৮৫ বছৰৰ প্ৰকাশন সমিতিয়ে গ্ৰন্থখন ছপাৰ বাবে গ্ৰহণ কৰিছিল যদিও অনিবাৰ্য কাৰণত প্ৰকাশ কৰিবপৰা নহ'ল। এই বছৰৰ প্ৰকাশন-সমিতিয়ে গ্ৰন্থখনৰ গুৰুত্ব উপলব্ধি কৰি প্ৰথম পৰ্যায়তেই ছপাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

লেখক শ্ৰীদেউৰাম তাছাৰ এইখন তেখেতৰ পৰিশ্ৰমৰ মাজেদি লেখা গ্ৰন্থ। অসমৰ বিভিন্ন প্ৰান্তৰত থকা বাগিচাসমূহত ভ্ৰমণ কৰি, তাত কাম কৰা জাতি-জনজাতিসমূহৰ সামাজিক জীৱন-পদ্ধতি অধ্যয়ন কৰি অভিজ্ঞতা সম্পন্নতাৰে এই গ্ৰন্থ লেখা হৈছে। বিভিন্ন গোষ্ঠীৰ জীৱন-পদ্ধতি আলোচনা কৰাৰ বাবে আৰু নতুন তথ্যৰ সন্ধান দিবৰ বাবে গ্ৰন্থখন গৱেষণাৰ হাত-পুথি হ'ব পাৰিব বুলি আমাৰ ধাৰণা। গৱেষক, অনুসন্ধানকাৰী আৰু অধ্যয়নকাৰীয়ে এই গ্ৰন্থৰপৰা কিছু উপকাৰ পালেই গ্ৰন্থকাৰ আৰু অসম সাহিত্য সভাৰ সাৰ্থকতা প্ৰকাশ পাব বুলি ভাবোঁ। অসম সাহিত্য সভাই ইতিমধ্যে চাহ বাগিচাৰ অসমীয়াসকলৰ বিভিন্ন বিষয়ত ভিত্তি কৰি কেইবাখনো পুথি প্ৰকাশ কৰিছে। সেইবোৰৰ ভিতৰত নকুল চন্দ্ৰ ভূঞাৰ 'চাহ বাগিচাৰ বনুৱা', নগেন শইকীয়া সম্পাদিত 'সেউজী পাতৰ মাজে মাজে', গোলাপ খাউণ্ডৰ 'চাহ বাগিচাৰ অসমীয়া', ৰুক্মধৰ গোহাঁইৰ 'কৰম পূজা আৰু ঝুমুৰ গীত',

সুশীল কুৰ্মীৰ ' চাহ্ বাগিচাৰ কথা', দেউৰাম তাছাৰ 'চাহ্ বাগিচাৰ পূজা-পৰব', নাৰায়ণ ঘাটোৱাৰৰ 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি', দেউৰাম তাছাৰ 'চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু', প্ৰহ্লাদ তাছাৰ 'চাহ্ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা', সুশীল কুৰ্মীৰ 'অসমীয়া চাহ্ মজদুৰ সম্প্ৰদায়' উল্লেখযোগ্য। চাহ্ বাগিচাৰ অসমীয়া ছাত্ৰ-ছাত্ৰীৰ মাজত অসম সাহিত্য সভাৰ তৰফৰপৰা বনমালী শইকীয়া সোঁৱৰণী ৰচনা প্ৰতিযোগিতাও বছৰি পতা হয় , আৰু শ্ৰেষ্ঠ প্ৰতিযোগীক সভাৰ বছৰেকীয়া সন্মিলনত পুৰস্কাৰ দিয়া হয়।

চাহ্ বাগিচাৰ জন-জাতিৰ পাণ্ডুলিপি চাই প্ৰকাশৰ উপযোগী কৰি দিয়া বাবে শ্ৰীচন্দ্ৰকুমাৰ হাজামলৈ শলাগ জ্ঞাপন কৰিলোঁ। শ্ৰীহাজামে এই বিষয়ে দিয়া পৰামৰ্শখিনি আমি গ্ৰন্থত সন্নিবিষ্ট কৰিছোঁ। আৰু কাকত চাই দিয়া বাবে সহকাৰী সম্পাদক শ্ৰীপৱন কুমাৰ বৰুৱালৈকো ধন্যবাদ জনালোঁ। গ্ৰন্থখনি ছপাই দিয়াৰ বাবে পূৰ্বদেশ মুদ্ৰণৰ কৰ্মকৰ্তা সকললৈ আৰু বেটুপাতৰ চিত্ৰ অংকণ কৰোঁতা যোৰহাটৰ দি ছেটোৰ্ছলৈকো আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য, সাহিত্যিক শ্ৰীদেউৰাম তাছা বৰ্তমান (এই পুথি প্ৰকাশৰ সময়লৈকে) ৰোগ শয্যাত। আমি তেখেতৰ আশু আৰোগ্য কামনা কৰাৰ লগতে সুন্দৰ স্বাস্থ্য আৰু দীৰ্ঘ কৰ্মময় জীৱনো কামনা কৰিলোঁ। ইতি,

ভৱদীয়,
অমল ৰাজখোৱা
প্ৰধান সম্পাদক

অসম সাহিত্য সভা,
যোৰহাট - ৭৮৫০০১

# লেখকৰ একাষাৰ

চাহ বাগিচাৰ জাতি-জনজাতিৰ বিষয়ে পুথি এখন যুগুতাব পাৰিম বুলি কস্মিনকালেও ভবা নাছিলোঁ । কিন্তু পৰিস্থিতিয়ে বাধ্য কৰিলে তেতিয়া, যেতিয়া 'অসম জনজাতি' শীৰ্ষক পুঁথিখনৰ পুৰ্ণমুদ্ৰণৰ বাবে অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহকৰ এক বৈঠকত ('৭৮) প্ৰশ্ন উত্থাপিত হ'ল । বৃহত্তৰ অসমীয়া জাতি গঠনৰ পথত দায়বদ্ধ থকা চাহ মজদুৰ অসমীয়াসকলক সেয়েহে পুথিখনত সামৰিবলৈও সভাই মত প্ৰকাশ কৰে । এই মত অনুসৰিয়েই সাহিত্য সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক শ্ৰীযুত লীলা গগৈদেৱে অসম সাহিত্য সভাৰ কাযালয়ৰপৰা ১৬।৫।৭৮ তাৰিখৰ ১৪০ নং পত্ৰ যোগে আমালৈ অনুৰোধ কৰে এই বুলি -

'প্ৰিয় শ্ৰীযুত তাছা,

সম্ভাষণ গ্ৰহণ কৰিব । যোৱা কাৰ্য-নিৰ্বাহক সমিতিৰ অধিবেশনত 'অসমৰ জনজাতি' পুথিখন পুনৰ্মুদ্ৰণ কৰিবলৈ সিদ্ধান্ত কৰা হৈছে । অসমৰ চাহ মজদুৰসকলৰ মাজত থকা জনজাতিবিলাকৰ (যাৰ লোক সংখ্যা যথেষ্ট) বিষয়ে বুৰঞ্জী, সমাজ, ধৰ্ম, ৰীতি-নীতি, পিন্ধন-উৰণ, খেতি-বাতি, জীৱিকা, উৎসৱ-পাৰ্বণ, বিয়া-বাৰু, মৃতকৰ সৎকাৰ, জন্ম, নৃত্য-গীত, লোক বিশ্বাস আদি সামৰি একোখনি ৰচনা লিখি দিব বুলি আশা কৰিলোঁ । ধন্যবাদ সহ - ইতি - ' । অৱশ্যে এই বিষয়ে ব্যৱস্থাও লোৱা হৈছিল ।

কিন্তু পাছৰ এক বৈঠকত মাত্ৰ কেইটামান জনজাতিৰ মাজতেই আৱদ্ধ নাৰাখিবলৈ তেতিয়াৰ সহযোগী সদস্য শ্ৰীপ্ৰহ্লাদ তাছাই যুক্তি দিয়াৰ ফলত চাহ বাগিচাত বাস কৰা সমস্ত জাতি-জনজাতিসমূহৰ লগতে সিসকলৰ পূজা-পৰৱকো সামৰি এখন স্বতন্ত্ৰ পুথিৰ সংকলন প্ৰকাশ কৰিবলৈ সভাই মত প্ৰকাশ কৰি এই লেখকক দায়িত্ব দিয়ে । 'অঁকৰাই মৈত উঠি নামিবলৈ পাহৰা'ৰ দৰে এই লেখকেও আগ-পিছ নুগুণি বিনাদ্বিধাই এটা গধুৰ দায়িত্ব কান্ধ পাতি লয় । কিন্তু আচল কৰ্মত হাত দিয়াৰ লগে লগে জোলোঙাৰ মেকুৰী বাহিৰ হোৱাৰ দৰে এই লেখকৰো 'ন যযৌ ন তস্থৌ' অৱস্থাপ্ৰাপ্ত হয় । সেয়ে হতাশ হৈ জাতি-জনজাতিৰ সমল কিছু সংগ্ৰহ কৰাৰ চেষ্টা এৰাধৰাকৈ অব্যাহত ৰাখিয়েই, সহজতেই জানিবলৈ পোৱা 'চাহ বাগিচাৰ পূজা-পৰৱ'ৰ বিষয় ভাগখিনিকে সামৰি এখন বেলেগ পুথিৰ পাণ্ডুলিপি

কৰি সভাৰ ওচৰত দাখিল কৰাত - সভাৰ তিনিচুকীয়া অধিৱেশনত ('৮১) সেইখন পুথিৰ প্ৰকাশ ঘটে।

আনহাতে চাহ বাগিচাৰ জাতি-জনজাতিৰ বিষয়ে থুপতে পাব পৰা নিৰ্ভৰশীল কোনো পুথি-পাঁজি আদি নথকাত অশেষ শ্ৰম আৰু অৰ্থ ব্যয় কৰি, সময় আৰু সুযোগ বুজি ডলাৰ বগৰীৰদৰে ইঠাই-সিঠাই ঘূৰি-ফুৰি ব্যক্তিগতভাৱে ভালে কিছুমান জাতিৰ সাংস্কৃতিক কৰ্ম-কাণ্ডৰ 'চল্‌তি' ৰূপৰ লেচেৰি বুটলিহে পুথিখন যুগুতাই তুলিব পাৰিলোঁ। অৱশ্যে স্বীকাৰ কৰিছোঁ - বুৰঞ্জীবিদৰ দৃষ্টিৰে চালে এইখন আচল বুৰঞ্জী বা বুৰঞ্জী সাহিত্য কেতিয়াও হ'ব নোৱাৰে। কিন্তু এইকথা অন্ততঃ সঁচা হ'ব যে একেলগে ইমানবোৰ জাতি-জনজাতিৰ মাজত লুকাই থকা বহুতো অজান কথা পোহৰলৈ অনাত যৎকিঞ্চিত ভাৱে হ'লেও পৰিচয়মালাৰ শিতানত এটা প্ৰাথমিক স্তৰ গঠনত সাহায্য দিব পাৰিছোঁ।

যা হক, আমাৰ এই প্ৰচেষ্টা ফলৱতী কৰিবলৈকে চাহ বাগিচাৰ বহু সুধীবৃন্দৰ ওচৰত সহায় ভিক্ষাও খুজিছিলোঁ। যিসকল জ্যেষ্ঠ-কনিষ্ঠ চাহ মজদুৰ ভাতৃয়ে উৎসাহ যোগাই এই কাৰ্যত হাতে-কামে সহায় কৰি দিলে - তেওঁলোক (সৰ্বশ্ৰী) সন্যাসী গোৱালা (চন্টক), সোণাৰাম ভূমিজ (গ্ৰীণডিউ), চন্দ্ৰ কুমাৰ হাজাম, শিৱ কেওঁট (চাংছোৱা), গুণীন দাস (কুকুৰাবাহী), দেবেন তাঁতি বি-এ, (মহবন্ধা), চাইব তাঁতি, কাশী নাইক, ইতৰি কমাৰ (হাতীগড়), তুলসী ক্ষেত্ৰ পাল, বি-এ, (টিপলিং), বীৰেন ৰাজোৱাৰ, অৰুণ ৰাজোৱাৰ, বি-কম্(টীয়ক), মাঙ্গাৰাম পাটোৱাৰী, এম-এ (কাঞ্জীখোৱা), অধ্যাপক ৰাখাল হাৰী, এম-এ, গোপাল ৰায়, বি-এ (ৰঙাজান) ৰণজিৎ পৰজা, বি-এ, (ডিজু), উমেশ বৰাইক, বি-এ (বিহুৰা), সুশীল কুৰ্মী, বি-এ (গুৱাহাটী), নীলেশ গণ্ড, (গটঙা), বাৰ্কী প্ৰসাদ তেলেঙা (ৰজাবাৰী), নগেন তাঁতি (নাগিনীজান), নৰেন মাৰাণ্ডি, কৈলাশ মুণ্ডা, বীৰেন হেমৰম (চটাই), চনিচৰ উৰাং (তিনকোণীয়া), টংকেশ্বৰ জাতাপ, শুকদেৱ পাতৰ, কঁকা কুৰ্মি (চিনামৰা), মেঘৰাজ মুৰমূ, চবা চাঁওৰা (মুৰমুৰীয়া), মতিৰাম কৈবী (দীঘলতৰং), গৰবু ঘাটোৱাল, (টোকোলাই), সুৰেশ ৰাজপুত (ঢেকীয়াজুলি), কাৰ্তিক বাণীদাস (সোণোৱাল), দয়াৰাম ৰবিদাস (পাণবাৰী), আৰু সাক্ষাত দিওঁতা বহুতো সুধীজন। মৰাণ বাইডাং বস্তীৰ শিক্ষাবিদ সন্তোষ কুমাৰ ভগ্ন, বি-এ দেৱে 'মুণ্ডা জাতিৰ আঁতিগুৰি' আৰু কামৰূপ সোণাপুৰৰ লক্ষীৰাম গৌড়ে (বি-এ), 'গৌড় ক্ষত্ৰী বংশাৱলী' নামৰ পুস্তিকা একোখন যোগান ধৰিছে। গণেশ কুৰ্মি, বি-এৰ 'কুৰ্মি ক্ষত্ৰিয় জাতিৰ চমু পৰিচয়' পুথিৰো সহায় লোৱা হৈছে। উল্লিখিত আটাইকেইজনলৈ মোৰ আন্তৰিক আৰু অকপট কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ। স্বৰ্গীয়

নকুল চন্দ্ৰ ভূঞাৰ 'চাহ বাগিচাৰ বনুৱা' আৰু কৃষ্ণপদ মাহাত, যামিনীকান্ত মাহাতৰ 'ছোটনাগপুৰৰ কুৰ্মি জাতিৰ সংক্ষিপ্ত ইতিহাস' নামৰ পুথি দুখনৰো আভাস লোৱা হৈছে ।

ঘৰুৱা কাম-বন আৰু পঢ়াশুনা ক্ষতি কৰি বিভিন্ন ঠাইলৈ গৈ বিভিন্ন সমল আদিঁ গোটাই আনি যোগাৰ দিয়াৰ বাবে আমাৰ অনুজসকলৰ শলাগ লৈছোঁ । তেওঁলোক (সৰ্বশ্ৰী ) ভোগেশ্বৰ তাছা, বি-এ, দীনেশ্বৰ তাছা, বি-এছ্-চি, বি-টি, কোবিদ, অভিৰাম তাছা, বি-এ, ডিম্বেশ্বৰ তাছা, এম-এ, দীপকচন্দ্ৰ তাছা, এম-এ আৰু কলেজীয়া ভাই-ভনী, শ্ৰীৰমেশ আৰু ৰেখা তাছা (বি-এ), বাইদেউ জলেশ্বৰীয়ে যোগ দিয়া কথাও পাহৰি গ'লে অকৃতজ্ঞ হ'ব লাগিব ।

অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক তথা যোৰহাট কলেজৰ প্ৰবক্তা শ্ৰীযুত প্ৰকাশ গোস্বামী, এম-এ আৰু সভাৰ বৰ্তমান প্ৰধান সম্পাদক শ্ৰীযুত অমল ৰাজখোৱা, এম-এ দেৱে পুথিখনৰ পাণ্ডুলিপি সভাৰ ওচৰত দাখিল কৰিবলৈ সততে সোঁৱৰাই আছিল । তেখেতসকলৰ এনেধৰণৰ খোজ-খবৰে আমাক যথেষ্ট উৎসাহ দিছিল । তেখেতসকলৰ ইচ্ছা পূৰণ কৰিব পাৰি যথেষ্ট সকাহ পাইছোঁ ।

সদৌ শেষত চিৰ আৰাধ্যা মাতৃদেৱী শ্ৰীযুতা লীলাৱতী তাছাৰ কৰকমলত এই পুথি অৰ্পণ কৰি কৃতাৰ্থ হলোঁ ।

হাতীগড় চাহ বাগিচা
যোৰহাট - ৭

বিনীত
দেউৰাম তাছা

# সূচীপাত


| | |
|---|---|
| মুণ্ডা | ১৬৩ |
| সাঁওতাল | ১৬৯ |
| উৰাং | ১৭৫ |
| চাঁওৰা | ১৭৮ |
| ভূঁইয়া | ১৮১ |
| পাহাৰীয়া | ১৮৩ |
| মাল-পাহাৰীয়া | ১৮৫ |
| পৰজা | ১৮৬ |
| গৌড় | ১৮৯ |
| কন্ধ | ১৯৩ |
| বাইগা | ১৯৫ |
| খাড়িয়া | ১৯৭ |
| অসুৰ | ১৯৯ |
| কোল | ২০১ |
| ভীল | ২০৩ |
| সবৰ | ২০৪ |
| ককৱা | ২০৭ |
| গৰাইত | ২০৯ |
| ভূমিজ | ২১০ |
| ঘাটোৱাল | ২১২ |
| ভক্তা | ২১৪ |
| গন্‌জু | ২১৬ |
| বৰাইক | ২১৮ |
| চিক্ | ২২০ |
| কাঁৱ'ৰ | ২২২ |
| বাউৰী | ২২৪ |
| খদাল | ২২৭ |
| কুম্‌হাৰ | ২২৯ |
| কেওঁট | ২৩১ |
| কনধেৰ | ২৩৪ |
| কৈৰী | ২৩৬ |
| কাঁহাৰ | ২৩৭ |
| কাঁসাৰি | ২৩৮ |
| কয়া | ২৩৯ |
| ৰাজোৱাৰ | ২৪০ |
| তুৰি | ২৪১ |
| চুঁড়ি | ২৪৩ |

| | |
|---|---|
| বাগতি | ২৪৪ |
| মোদী | ২৪৫ |
| চৰাঁগ | ২৪৬ |
| হাজাম | ২৪৭ |
| ৰজক | ২৪৯ |
| দুচাদ | ২৫০ |
| তংলা | ২৫৩ |
| পাছি | ২৫৪ |
| তেলী | ২৫৫ |
| বণিয়া | ২৫৭ |
| ভাট | ২৫৮ |
| চাষা | ২৫৯ |
| ৰাজপুত | ২৬১ |
| গড়ুড় | ২৬২ |
| গোৱালা | ২৬৪ |
| বাঢ়ে | ২৬৬ |
| প্রধান | ২৬৭ |
| মহান্তি | ২৬৮ |
| মাহ্লি | ২৭০ |
| কুর্মি | ২৭১ |
| পানিকা | ২৭৪ |
| পাতৰ | ২৭৭ |
| তাঁতি | ২৭৮ |
| হাৰি | ২৮১ |
| চামাৰ | ২৮৩ |
| ঘাঁসী | ২৮৫ |
| ডোম | ২৮৬ |
| কমাৰ | ২৮৮ |
| পাইক | ২৯০ |
| দেচুৱা | ২৯১ |
| বেদিয়া | ২৯২ |
| জাতাপ দৰা | ২৯৩ |
| তেলেগু | ২৯৬ |
| পাটোৱা | ৩০০ |
| মালী | ৩০২ |
| কিষাণ | ৩০৩ |
| বামণ | ৩০৪ |
| জল্হা | ৩০৫ |
| পৰিশিষ্ট | ৩০৬ |

# মুণ্ডা

মুণ্ডা জাতিৰ উৎপত্তিৰ বিষয়ে বহুতো কাহিনী আছে। ইয়াৰ ভিতৰত এটা কাহিনীৰ মতে মুণ্ডা জাতিৰ আদিম আৰু উপাস্য দেৱতাজনক কোৱা হয় 'সিং বোংগা'। 'আজমগড়েই' আছিল 'সিং বোংগা'ৰ বাসস্থান। এই সিং বোংগা দেৱতাই পৃথিৱীৰ বিভিন্ন জনপ্ৰাণী সৃষ্টি কৰি ভৰাই তুলিবলৈ প্ৰথমেই জনম দিয়ে - এটা জোক, এটা কেঁকোৰা আৰু এটা কাছ। পানীৰে ভৰি থকা বাবে জোক আৰু কেঁকোৰাই অতল গহ্বৰৰপৰা মাটি আনিব নোৱাৰিলে। কাছই পানীত ডুব মাৰি মাটি আনি দিলত 'সিং বোংগা'ই এই পৃথিৱীখন গঢ়ি তুলিলে। ইয়াৰ পাছতেই বিভিন্ন গছ-বিৰিখ, জন্তু-জানোৱাৰ, চৰাই-চিৰিকতিও সৃষ্টি কৰে। অৱশেষত এজনী ৰাজহাঁহে দুটা কণী পৰাত তাৰপৰাই এহাল ল'ৰা-ছোৱালীৰ জন্ম হ'ল। কালক্ৰমত তেওঁলোকৰ যুগ্ম জীৱনৰপৰাই মুণ্ডা জাতিৰ সৃষ্টি হয়। ইয়াৰ ভিতৰত 'মুণ্ডা', 'নানকু' আৰু 'ৰ'দা' নামৰ পুত্ৰসকলেই প্ৰধান। এওঁলোকৰ বংশধৰসকলেই শেহলৈ কলিংজৰ, গড় নগৰ, গড়পালি, গড়পিপুৰ, হৰদিনগৰ, লখনউ, ৰাজগড়, ৰোহিতা, উমেদন্দ, চতিয়মবই, কুৰেমবই আদি ঠাইসমূহত সিঁচৰতি হৈ পৰিছিল।

বিভিন্ন জাতি-প্ৰজাতি সৃষ্টি হোৱাৰ বিষয়ে এওঁলোকৰ মাজত প্ৰচলিত থকা কাহিনীমতে আদি দেৱতা 'অটেবৰাম' আৰু 'সিং বোংগাই' পোন প্ৰথমবাৰৰ বাবে এহাল ল'ৰা-ছোৱালী সৃষ্টি কৰি সিহঁতৰ দ্বাৰাই বংশ বৃদ্ধি হ'বলৈ আশা কৰি এটা গুহাত থাকিবলৈ দিলে। যুগ্ম জীৱন আৰম্ভ কৰিব নজনাৰ ফলত ভগৱানৰ এই আশা সফল নোহোৱাত সিহঁতক লাওপানী বনাবলৈ শিকালে। এই লাওপানী খায়েই সিহঁতৰ পাৰস্পৰিক আসক্তি বাঢ়ে আৰু ফলস্বৰূপে কেইবাটাও সন্তানৰ জন্ম হয়। সিং বোংগাই নানান তৰহৰ আহাৰ বন্ধন কৰি সিসকলক নিজে নিজে বাচি খাবলৈ ক'লে। প্ৰথম যোৱাই খালে - গো-মাংস। সেয়ে এওঁলোকক 'কোল' জাতি বুলি চিহ্নিত কৰা হ'ল। দ্বিতীয় যোৱাই খালে - ম'হৰ মাংস। এওঁলোকক ভূমিজ বুলি কোৱা হ'ল। তৃতীয় যোৱাই খালে - শাক-পাচলিৰ তৰকাৰী। এওঁলোকক বামুণ আৰু ক্ষত্ৰিয় বুলি কোৱা হ'ল। চতুৰ্থ যোৱাই খালে মাছ আৰু ছাগলীৰ মাংস। ইয়াৰ পৰা সৃষ্টি হ'ল - শুদ্ৰসকল। পঞ্চম যোৱাই খালে - শামুক। সেয়ে এওঁলোক ভূঁইয়া নামে পৰিচিত হ'ল। ষষ্ঠ যোৱাই গাহৰি

মাংস খালে । এওঁলোকক কোৱা হ'ল সাঁওতাল । সপ্তম যোৰাই একোকে খাবলৈ নোপোৱাত প্ৰথম যোৰে খাই এৰা আহাৰখিনিকে খোৱাত আন আন নিম্ন জাতৰ সৃষ্টিৰ হ'ল ।

মুণ্ডাসকলৰ সৃষ্টিৰ বিষয়ে আন এক কিংবদন্তি প্ৰচলিত আছে যে আদিম কালত ভগৱানে হেনো সাত জাতৰ মানুহ সৃষ্টি কৰি সিহঁতক বিভিন্ন ঠাইত থাপিব বিচাৰিলে । কিন্তু সাতজনকে একেলগে নিয়াৰ কোনো সুবিধা নেদেখি এজনক মুণ্ডত, দুজনক দুই কান্ধত, দুজনক দুই কোলাত লৈ বাকী দুজনক দুই ভৰিত ধৰি চুঁচৰি আহিবলৈ ক'লে । মুণ্ডত স্থান পোৱাৰ বাবে মুণ্ডা, কান্ধত স্থান পোৱাসকলে সাঁওতাল, কোলাত স্থান পোৱাসকলে মান্‌কি আৰু দুই ভৰিত ধৰি ভূমিয়েদি চুঁচৰি যোৱা সকল ভূঞা আৰু ভূমিজ ৰূপে পৰিচিত হ'ল । আকৌ ভগৱানৰ নিৰ্দেশত মুণ্ডাসকলে কোনোবা এদিন হেনো 'কাড়া' বা মহৰ পিঠিত উঠিব লগা হৈছিল । সকলোৱে উঠিব পাৰিলে যদিও ভূমিজসকলে উঠিব নেজানি ম'হৰ ঠেঙত ঘপিয়াই খাঁজ কাটি উঠিল । এনে কিংবদন্তি প্ৰচলিত থকা হেতু মুণ্ডাৰ মাজত এওঁলোক 'কাড়া কাটা ভূমিজ' বুলিও পৰিচিত ।

মুণ্ডাসকলে বিভিন্ন জাতি-প্ৰজাতিৰ লগত সঘনে যুঁজ-বাগৰ কৰি নাইবা বিভিন্ন ধৰণৰ সংশ্ৰৱ ঘটোৱা হেতু খাড়িয়া মুণ্ডা, উৰাং মুণ্ডা, মাহলি মুণ্ডা, ভূমিজ মুণ্ডা আদিৰ সৃষ্টি হ'ল বুলি কয় । মাটি-বাৰী আদিৰ জোখ-মাপৰ কাম কৰাৰ বাবে মান্‌কি মুণ্ডা আৰু ভূইনহাৰ মুণ্ডাৰ সৃষ্টি হ'ল । ইয়াৰ উপৰিও মুণ্ডাৰ ভিতৰত নাগবংশী মুণ্ডা, কংকপট মুণ্ডা, খাংহাৰ মুণ্ডা, এবীৰহৰ মুণ্ডা, হো বা লাৰকা মুণ্ডা. কোল মুণ্ডা আদি কেইটামান উল্লেখযোগ্য খেল আছে বুলিও কয় ।

এওঁলোকৰ মাজত মান্‌কি মুণ্ডা আৰু ভূমিজ মুণ্ডাসকলেই শ্ৰেষ্ঠ বুলি দাবী কৰে । এই দুই প্ৰশাখাৰ মাজত ব্যৱধান ইমানেই কম যে লাওপানী বনাবলৈ চালনীৰ যিদৰে দৰকাৰ হয়, সেইদৰে এইবিধ পানীয় খাবলৈকো তেল-মুড়িৰ চাখনা দৰকাৰ । সেয়েহে মান্‌কিসকলে নিজকে চালন মান্‌কি আৰু ভূমিজসকলে নিজকে তেলাই মুড়ি ভূমিজ বুলি ক'ব খোজে । অৰ্থাৎ দৰকাৰ বা প্ৰয়োজনবোধে এই দুই প্ৰশাখা একত্ৰ হৈও সামাজিক দায়বদ্ধতাৰ কাৰ্য কৰিব পাৰে । ওচৰ সম্বন্ধ থকা এটা বিষয় আঙুলিয়াই এওঁলোকে কয় যে, পুৰণি কালত এজন ভূমিজে স্বগোত্ৰীয় কন্যা বিবাহ কৰোৱাৰ বহুদিনলৈকে সন্ততিৰ মুখ নেদেখাত দ্বিতীয়বাৰ এক মুণ্ডাৰ কন্যা বিবাহ কৰে । গৰ্ভাৱস্থাত এদিন কোনোবা এফালে ওলাই যাওঁতে বাটত হাৱা-বতাহ, শিল-বৰষুণে খেকেচি অনাত উপায়বিহীন হৈ এক মুণ্ডাৰ শূকৰ গৃহত সোমাই পৰে আৰু ইয়াতেই এক সন্তান প্ৰসৱ হয় । শূকৰৰ আন এটা নাম

বৰাহ । এই নাম অনুসৰি সেই সন্তানৰ বংশধৰসকলক বৰাহী ভূমিজ বুলিও কোৱা হয় । শূকৰ গৃহত আশ্রয় পোৱাৰ হেতু এওঁলোকৰ মাজত শূকৰ ভক্ষণ প্ৰথাও ৰহিত হ'ল ।

আদিম অৱস্থাত মুণ্ডাসকলে একোখন বা ততোধিক গাঁও বা পাড়া পাতি বাস কৰিছিল । এই পাড়াবোৰৰ মূৰব্বী বা শাসনকৰ্তাসকলক 'ৰাজা' আৰু 'পাড়া ৰাজা' বুলি কোৱা হৈছিল । পাড়া ৰাজাৰ তলত আছিল মান্‌কিসকল । কালক্ৰমত পাড়া ৰাজাৰ বিষয়বাব নাইকিয়া হোৱাত মান্‌কিসকলেই সেই ঠাইৰ অধিকাৰ পালে । মান্‌কিৰ তলত আছিল মুণ্ডা । মুণ্ডাসকল গাঁৱৰ মুখিয়াল লোক । তেওঁ 'ভূঁইনহাৰ' বা গাঁৱৰ অধিবাসীসকলৰ পৰা খাজনা তুলি মান্‌কি আৰু পাড়া ৰাজাৰ যোগেদি ৰজাক জমা দিব লগা হৈছিল । ইয়াৰ ফলস্বৰূপে 'ভূঁইনহাৰী' নামে কম খাজনাৰ মাটি তেওঁলোকে ভোগ কৰাৰ সুবিধা পাইছিল । মুণ্ডাৰ পাছতে গাঁৱৰ আন এজন বিষয়াক কোৱা হৈছিল - 'পাহান' । এওঁ গাঁৱৰ পুৰোহিত । 'ভূঁইনহাৰ' এজনেহে এই পাহানৰ বাব পাব পাৰিছিল । ইয়াৰ বাবে এই পাহানজনে 'পাহনাই', 'দেচৌলি', 'ডালিকাটাৰী' আদি ধৰণৰ দেৱোত্তৰ মাটি খাবলৈ পাইছিল। ইয়াৰ উপৰিও এওঁলোকৰ মাজ 'মাহাত', 'ভাণ্ডাৰী', 'গৰাইট' আদি বিষয়াবো প্ৰতিপত্তি আছিল ।

মুণ্ডা জাতিৰ মাজত বিভিন্ন 'কিল্লি' বা গোত্ৰ আছে । এই গোত্ৰসমূহ আকৌ কিছুমান সৰু-সুৰা শাখা-প্ৰশাখাত বিভক্ত । যেনে - 'পূৰ্তি' গোত্ৰীয়সকল এংগা পূৰ্তি, চাণ্ডি পূৰ্তি, হাচা পূৰ্তি, হুনি পূৰ্তি আৰু চুটু পূৰ্তিত বিভক্ত । চাণ্ডিৰ অৰ্থ পুৰুষ আৰু এংগৰ অৰ্থ তিৰোতা । তেওঁলোকে সন্তান এজাক হেৰুৱাই 'হুনু' আৰু 'চুটু' অৰ্থাৎ এন্দুৰৰ গাঁতত বিচাৰি পাই এটা ভোজ পাতিলে । ভোজত পানী খাবৰ বাবে 'পুডো' নামৰ গছৰ পাতেৰে দোনা বনানে । পুডো গছৰ পাতত খোৱা বাবে এই পৰিয়ালটো 'পূৰ্তি' গোত্ৰৰ হ'ল । 'তনঃ' অৰ্থাৎ কুঠাৰৰপৰা 'তপ্ন' গোত্ৰৰ সৃষ্টি হ'ল । এওঁলোকে যুঁজ-বাগৰত কুঠাৰকেই প্ৰধান অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল । 'হাউ' অৰ্থাৎ আমৰলি পৰুৱা । যুদ্ধক্ষেত্ৰত শত্ৰু পক্ষই আমৰলি পৰুৱাৰ কামোৰত তৎ হেৰুৱাই এই গোত্ৰীয়সকলৰ হাতত পৰাজিত হৈছিল । 'চাংগা' অৰ্থাৎ জংঘলী আলু । এই গোত্ৰীয় মুণ্ডাই হাবিত আলু-কচু খাই জীৱন নিৰ্বাহ কৰিব লগা হোৱা হেতুকেই ইয়াক নিজস্ব কিল্লি ৰূপে সাব্যস্ত কৰে । আন আন কিল্লি বা গোত্ৰসমূহৰ ভিতৰত 'আইন্দ' ( বামী মাছ), 'বাৰ্লা' (গছৰ ফল), 'ভংৰা' (ঘোঁৰা), 'হেমৰম' (মাছ বা গছৰ ফল বিশেষ ), 'তিৰু' (এবিধ চৰাই), 'চয়' (নিজৰা), 'বাবা' (ধান), 'হৰ' (কাছ), 'কান্দুলনা' (কাঠফুলা), 'কেড়াইক'

(মহ্), বীৰুৱা বা 'বীৰুহৰ' (বান্দৰ), 'হেমলাহেঁচ', (নাইপিয়া সাপ), 'মূৰা' (কাছ), 'বান্দা', 'চিক্রা', 'সিংকু', 'লাগুৰী' আদিয়েই প্ৰধান ।

মুণ্ডাসকলৰ আটাইতকৈ ডাঙৰ আৰু উপাস্য দেৱতাজনক 'সিং বোংগা' বা সূৰ্য পূৰ্ণ দেৱতা বুলি কোৱা হয় । এওঁৰ আন নাম 'চিৰ্মাবোংগা' । এওঁৱেই জগতখন সৃষ্টি কৰিলে যদিও কাৰো ওপৰত কেতিয়াও প্ৰতিশোধ ল'ব নোখোজে। সেয়েহে এওঁক দয়ালু বুলি কোৱা হয় । আনহাতে অন্য দেৱতাবোৰে মানুহক প্ৰতিশোধ বা শাস্তি দিবলৈ যাওঁতে সকলোৱে তাৰপৰা ৰেহাই পাবলৈ এই 'সিং বোংগা' দেৱতাক কুকুৰা-ছাগলীৰে অৰ্চনা কৰি সন্তুষ্ট কৰিবলৈ বিচাৰে ।

'সিং বোংগা'ৰ পাছৰজন দেৱতাক 'বুৰু বংগা' বা 'মাৰাং বুৰু' বুলি কোৱা হয় । এওঁক 'পাট চাৰনা' বা 'গিৰি' দেৱতাও বোলা হয় । এই দেৱতাজন ওখ পাহাৰ বা শিলত বাস কৰে । বৰষুণ বা মহামাৰীৰ দেৱতা হিচাপে এওঁলৈ ম'হ বলি দিয়া হয় ।

কুঁৱা, খাল-বিল, পুখুৰী আদিৰ পানীৰ অধিষ্ঠাতা দেৱতাজনক 'ইকিৰ বোংগা' বুলি কোৱা হয় । নদ-নদী, জান-জুৰি আদিৰ অধিষ্ঠাত্ৰী দেৱীক 'গড় এৰা' বুলি কয় । খেতি-পথাৰৰ দেৱতাজনক কোৱা হয় - 'নাগে' বা 'নাগ এৰা' । এই সকলোবোৰ দেৱ-দেৱীয়ে মানুহক নানান ৰকমে হাৰাহাস্তি কৰে - যদিহে কিবা প্ৰকাৰে অসন্তুষ্ট হ'বলগীয়া হয় । এনে বিশ্বাস প্ৰচলিত থকাত 'ইকিৰ বোংগালৈ' ক'লা কুকুৰা, বগা ছাগলী আৰু 'নাগে' আদি দেৱতাসকললৈ হালধি অৰ্পণ কৰা হয় ।

গাঁৱৰ মুৰব্বী দেৱতাজনক 'দেচ্ৱালী' বা 'কাড়াচন' বুলি কয় । এই দেৱতাজনে পত্নী 'জাহিৰ বুড়ী' বা 'চাৰহুলচৰ্নৰ' লগত গাঁৱৰ মাজত থকা ডাঙৰ গছত থাকে । গাঁৱৰ উন্নতি-অৱনতি হেনো এওঁৰ ওপৰতে নিৰ্ভৰ কৰে । খেত উৎসৱ আদিৰ সময়ত, সেয়ে এই দেৱতাজনৰ নামত ম'হ আৰু দেৱীগৰাকীৰ বাবে কুকুৰা উছৰ্গা কৰে ।

'চাণ্ডুৰ', 'চাণ্ডু অমল' বা 'চান্‌লা (চন্দ্ৰ)' নামৰ দেৱীগৰাকীক সিং বোংগাৰ পত্নী আৰু তৰাবোৰৰ মাতৃ বুলি গণ্য কৰা হয় । কথিত আছে যে, স্বামীৰ প্ৰতি অশ্ৰদ্ধা দেখুওৱাৰ বাবেই সিং বোংগাই তাইক দুছেও কৰি কাটিলে । শেষত অনুতাপ অহাত মাহেকত এবাৰ পূৰ্ণ চন্দ্ৰ হ'বলৈ সুবিধা কৰি দিলে । এই 'চাণ্ডু অমল' দেৱীলৈ মুণ্ডা তিৰোতাই ছাগলী বলি আগবঢ়াই স্তুতি-মিনতি কৰে ।

'হাপৰম' বা পূৰ্ব-পুৰুষৰ আত্মাবোৰে যাতে অসন্তুষ্ট হৈ কোনো ক্ষয়-ক্ষতি কৰিব নোৱাৰে, তাৰবাবে বাৰীৰ এচুকত কুকুৰা বলি কাটি সিসকলৰ সন্তুষ্টিৰ চেষ্টা

কৰা হয়। কোনো কোনোৱে ইয়াক 'ৱা গয়' বুলিও কয়। মুণ্ডা জাতিৰ উৎসৱসমূহৰ ভিতৰত চ'ত মাহত অনুষ্ঠিত হোৱা চাঁৰুল বা 'চাৰজনম বাবা' অন্যতম। এই সময়ত শাল গছৰ ফুল ফুলে। এই উপলক্ষ্যে গাঁৱৰ মুৰব্বী দেৱতাসকলক এই ফুল আৰু কুকুৰা উচৰ্গা কৰে।

আহাৰ মাহত খেত উৎসৱ হিচাপে 'কাদলেটা' বা 'বাতাউলী' উৎসৱ পাতে। এই পূজাত খেতিয়কসকলে কুকুৰা এটাৰ ডেউকা এটা ভাঙি নানা ৰকমৰ তন্ত্ৰ-মন্ত্ৰ গায় আৰু কৃষিৰ পথাৰ নাইবা গোবৰৰ দ'মত খুঁটা এটা পুতি থয়। এনে কৰিলে সময়মতে ধান পকে বুলি বিশ্বাস কৰে।

'জম নাৱা' বা ন-খোৱা উৎসৱ আহিন মাহত পাতে। বাৰীত উৎপন্ন হোৱা নতুন ফল বা ধান আৰু এটা বগা বৰণৰ কুকুৰা 'সিং বোংগালৈ' এইদিনা আগ কৰা হয়।

ধান চপাবৰ সময়ত 'মাঘ পৰাব' পাতে। এই সময়ত 'দেচৱালী' দেৱতালৈ কালীথান বা নিজৰ চোতালত পাঁচটা কুকুৰা বলি কাটি পূজা কৰে।

কাতি মাহৰ দেৱালীৰ সময়ত গৰু-গাই আদিৰ সন্তুষ্টি তথা উন্নতিৰ বিধানৰ অৰ্থে 'সাঁহৰায়ে পৰব' কৰে। এই উপলক্ষ্যে গৰখীয়াসকলকো বিবিধ অন্ন-বস্ত্ৰ দান কৰি মান ধৰে।

সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰকৰ্ম আৰু ২১ দিনত 'একৈশা' পাতি শুধি হয়। নৱ-জাতকটোৰ নাম বাচিবৰ বেলিকা এবাটি পানীত চাউল, তুলসীপাত, দুবৰি বন আদি পেলাই দি সেই পৰিয়ালৰ মৃতকসকল নাইবা জীৱিতসকলৰ নাম একোটা কৈ যায়। যি মুহূৰ্তত চাউল, তুলসীপাত আদি একেলগ হয় সেই মুহূৰ্তত মাতি থকা নামটোৱেই সন্তানটোৰ আচল নাম হয়গৈ। এই নাম বছা পদ্ধতিটো প্ৰায় জনজাতিৰ ক্ষেত্ৰতেই একে।

এওঁবিলাকৰ সমাজত কোনোবা এজনৰ মৃত্যু হ'লে মৃতকক তেল, হালধি ঘঁহি-পিহি নতুন বস্ত্ৰেৰে ঢাকি ৰাখি কেইজনমানে আগতীয়াকৈ গৈ শ্মশানত গাঁত খান্দে। পাছত মৃতকৰ শটো নি গাঁতৰ ভিতৰত চাং পাতি বিছনা আদিৰে শুৱাই দি, পুনশ্চ চাঙৰ ঢাকোন দি পুতি পেলায়। নিৰ্দিষ্ট শ্ৰাদ্ধৰ দিনা মৃতকৰ সৈতে ধেমালিৰ সম্বন্ধ থকা এজনে ক্ষৌৰকৰ্ম কৰি সকলোকে শুধি কৰে। এই দিনাই আত্মা ঘূৰাই অনা অনুষ্ঠানো পাতে। ইয়াক 'উম্বুল' বুলি কোৱা হয়। 'হো' মুণ্ডাসকলে মৃতকক পোতাৰ সময়ত মূৰৰ ফালে ভেটীৰ ওপৰত এছটা শিল পোতে আৰু ছাগলী বলি কাটি তেজখিনি তাতে পুতি পেলায়। বহুতে লাওপানীৰ 'মেৰা ভাতো' এনে সময়ত উছৰ্গা কৰে বুলি কয়।

বিবাহৰ ক্ষেত্ৰত ছোৱালীৰ 'গনংটীকা' বা পণ হিচাপে দৰা পক্ষই তিনি, পাঁচ, সাত বা ততোধিক গৰু আৰু সেই ধৰণেৰে কুৰি হিচাপে হাঁড়িয়া মদ দিয়াটো পুৰণি প্ৰথা। বিয়াৰ দিনা কন্যাক লৈ কন্যা পক্ষ দৰাৰ ঘৰলৈ আহে। আহোঁতে কন্যাসহ সকলোৱে নাচ-বাগ কৰি অহা নিয়ম। দৰাৰ ঘৰৰ ওচৰ পাওঁতে দৰায়ো দলে-বলে নাচি-বাগি গৈ কন্যা আদৰা নিয়ম। ভেটা-ভেটি হোৱা ঠাইতেই দৰাপক্ষই কন্যাপক্ষক 'গনংটীকা' অৰ্পণ কৰে আৰু কন্যাৰ সহায়কাৰী দুই-চাৰিজনৰ বাদে কন্যাপক্ষৰ বাকীখিনি মানুহ সেই ঠাইৰ পৰাই নিজ ঘৰলৈ উলটি যায়গৈ। এইখিনিৰ পৰাই দৰাই কন্যাক আদৰি আনি 'চামড়া বেদী'ৰ সমুখত বহুৱায় আৰু তিনিবাৰকৈ লাওপানী বিনিময়ৰ অন্তত সেন্দুৰ ঘঁহা কৰ্ম সমাধা কৰে। অৱশ্যে এই সমাজৰ কোনো যুৱকে কোনোবা প্ৰেয়সীক জোৰকৈ সেন্দুৰ ঘঁহিও বিয়া কৰোৱা দেখা যায়। মুণ্ডাসকলৰ মাজত সিংভূম জিলাৰ 'লাৰকা' বা 'হো' সকলে নিজকে কোল বুলি আৰু জব্বলপুৰৰ ওচৰৰ কিছুমানে নিজকে 'কোড়' বা 'কোল' বুলি পৰিচয় দিব খোজে যদিও মুণ্ডাসকলৰ বেছিভাগেই নিজকে 'হড়' বুলিহে কৈ ভাল পায়। ইয়াৰ কাৰণ হিচাপে তেওঁবিলাকে কয় যে 'কোল' শব্দৰ অৰ্থ যদিও 'মানুহ' বুলি কোৱা হয়, হিন্দু বা সংস্কৃতৰ মতে ইয়াৰ অৰ্থ হোনো গাহৰি। সেয়েহে মুণ্ডাসকলে 'মানুহ' অৰ্থ প্ৰকাশ কৰা 'হড়' শব্দটোহে প্ৰয়োগ কৰি ভাল পায়।

মুণ্ডাসকলক ভাৰতৰ আদিম অধিবাসী বুলি কোৱা হয়। অসমৰ চাহ বাগিচালৈ অহা মুণ্ডাসকল ঘাইকৈ ছোটনাগপুৰ, জব্বলপুৰ, সাইবাচা, চিলিগড়, নাগপুৰ, সম্বলপুৰ, ডুমকা, ৰাঁচী, মেদিনীপুৰ, ময়ুৰভঞ্জ আদি ঠাইসমূহৰ পৰাই আহিছিল বুলি কয়।

এওঁলোকৰ সমাজত 'ককৰ' বা ফেঁচা, ধুন্দু বা হুদু, মেকুৰী আদিয়ে অনবৰত মাতি থাকিলে আৰু কুকুৰে ঘৰৰ ভেটী আঁচুৰি থাকিলে অমংগল হয় বুলি জনবিশ্বাস আছে। অতিপাত হোৱা বৰষুণ, বিজুলী-গাজনি-ঢেৰেকনি আদিৰ উদ্ভৱ হ'লে মাইকী মানুহে ঘৰৰ দুৱাৰ মুখৰ খুঁটা এটা ধৰি আঁউজি থাকিলে হাৱাই হেনো 'মাইকী মানুহৰ লগত যুঁজ দিব নোৱাৰোঁ' বুলি কৈ শান্ত ৰূপ ধাৰণ কৰে। আকৌ চোতালত পীৰা এখন পাৰি তাত পানী ঢালি আৰৈ চাউল সিঁচি দিলেও হাৱা-বতাহ কমে বুলি জনবিশ্বাস প্ৰচলিত আছে। ❑❑

# সাঁওতাল

অসমৰ চাহ-মজদুৰ জনগোষ্ঠী হিচাপে পৰিচিত হৈ পৰা সাঁওতাল গোষ্ঠীৰ লোকসকল যাইকৈ পুৰুলিয়া, মেদিনীপুৰ, বাঁকুড়া, বীৰভূম, সাঁওতাল পৰগণা, হাজাৰিবাগ, মানভূম, সিংভূম, সাইবাচা, ছোটনাগপুৰ, ডুমকা, পালামৌ, ময়ুৰভঞ্জ আদি বিভিন্ন ঠাই সমূহৰ পৰাই আহিছিল। এওঁলোকৰ ভিতৰত মূৰ্ মূৰ, চৰেন, হাচদাঅ', টুডু, কিচ্‌কু, মাড্ডি বা মাৰান্‌ডি, বেচৰা, হেমৰম, চুঁড়ে, বাচ্‌কে আদি বাৰটা ফৈদ আছে।

সাঁওতাল জাতিৰ উৎপত্তিৰ বিষয়ে এটি মনোৰম কাহিনী আছে। কাহিনীটো এনে - পৃথিৱীখন এসময়ত পানীৰে উপচি পৰাত ক'তো এচিকটা মাটিও নাছিল। এনে সময়ত 'চিৰম ধান্‌দি' (এবিধ ঘাঁহ) আৰু 'কৰমবোটা' নামৰ গছ এজোপা একেলগে ওপঙি থকাত সিঁহতক জীয়াই তুলিবলৈ কেচুৱে পানীৰ তলৰ পৰা মাটি খানিবলৈ ধৰিলে আৰু কাছই সেই মাটি আনি গছজোপাৰ গুৰিত টিপ বনাই জীয়াই তুলিলে। এই গছ জোপাতে এযোৰা ৰাজহাঁহে বাঁহ লৈ কণী পাৰিলে। সময়ত কণী ফুটি এহাল ল'ৰা-ছোৱালীৰ জন্ম হ'ল। ডাঙৰ-দীঘল হৈ সিঁহত এদিন হিমালয় অভিমুখে গ'লগৈ আৰু তাতেই দুয়ো মিলি সংসাৰ পাতিলে। ইয়াৰ ফলত সাতটা ল'ৰা আৰু সাতজনী ছোৱালীৰ জন্ম হ'ল। কিন্তু ডাঙৰ হ'লে এই ল'ৰা-ছোৱালীবোৰেও সংসাৰ পাতিব লাগিব বুলি ভাবি বুঢ়া-বুঢ়ীয়ে আলোচনা কৰিলে। ফলত বুঢ়ীয়ে ছোৱালী কেইজনী লৈ 'সিংবীৰ' পাহাৰলৈ আৰু বুঢ়াই পুতেকহঁতক লৈ 'মানবীৰ' পাহাৰলৈ গুচি গ'ল। দুয়ো ঠাইতে যেতিয়া ল'ৰা-ছোৱালী কেইটাৰ বিয়াৰ বয়স হ'ল, তেতিয়া বুঢ়াই বুঢ়ীৰ পাহাৰলৈ গৈ সুধিলে - বুঢ়ী, তোৰ ছোৱালী কিমান ? বুঢ়ীয়ে ক'লে - সাতজনী। সেইদৰে বুঢ়ীয়েও বুঢ়াক সুধিলে - বুঢ়া ! তোৰ ল'ৰা কিমান ? বুঢ়াই ক'লে - সাতটা। তেতিয়া দুয়ো কথা পাতি সাতোটালৈ সাতজনী ছোৱালীক বিয়া কৰাই দিলে। এই সাতঘৰৰ পৰাই সংসাৰ বাঢ়ি যোৱাত কালক্ৰমত এওঁলোকেই হেনো সাঁওতাল বুলি পৰিচিত হৈ পৰিল। কিছুমানে আকৌ ক'ব খোজে যে তেওঁলোক 'কাৰি হাণ্ডি' - অৰ্থাৎ সাত তাল বা সাত সৰগৰ অধিপতি হৈছিল বাবেই 'সাততাল' বা সাঁওতাল হিচাপে পৰিচিত।

এওঁলোকৰ অতীত ঐতিহ্য অতি মহান। বিশ্বাসত নম্ৰ আৰু অবিশ্বাসত

অতি উগ্ৰ - এই জাতিৰ এটা স্বাভাৱিক লক্ষণ । এওঁলোকে নিজকে চাৰি বেদৰ ভিতৰুৱা বুলি ক'ব খোজে । জীৱন যুঁজৰ প্ৰধান আহিলাই হৈছে -সদা জাগ্ৰত এওঁলোকৰ অব্যৰ্থ ধেনু আৰু কাঁড় । ৰজা ৰামচন্দ্ৰৰ প্ৰধান ভক্ত হিচাপে ধেনু-কাঁড়ৰ অব্যৰ্থ নিচান আজিও সঠিকভাৱেই টিকাই ৰাখিছে বুলি কৈ এওঁলোকে গৌৰৱবোধ কৰে । আনহাতে বাঁহীৰ স্বৰত আনন্দ আহ্লাদত ডুব গৈ এওঁলোকে শ্ৰীকৃষ্ণ ভগৱানৰেই ভক্ত বুলি পৰিচয় দিয়ে ।

দক্ষিণ ভাৰত, পঞ্জাব, ছোটনাগপুৰ আদিৰ মালভূমি অঞ্চল আৰু সিন্ধু নদীৰ পাৰ সমূহতেই এই জনগোষ্ঠীৰ আদিম ৰজা সকলৰ ৰাজ্য আছিল বুলি জনা যায় । ৰাজ্যবোৰক কোৱা হৈছিল - গাড় । এনে গাড় আছিল ১২ খন । প্ৰতিখনতেই এক নিৰ্দিষ্ট ফৈদৰ লোকেহে বস-বাস কৰাৰ সুবিধা পাইছিল বুলি কোৱা হয় । যেনে- (১) সায় চাম্পা গাড় - এই গাড় আছিল অতি মনোমোহা । ইয়াত সাঁওতাল জাতিৰ উচ্চ আসন লাভ কৰা পুৰোহিত শ্ৰেণীৰ 'মুৰমূ' লোক সকলেহে বসবাসৰ সুবিধা পাইছিল । (২) কাইণ্ডো গাড় - এই গাড়খন আছিল অত্যন্ত ক্ষমতাশালী । ইয়াত কিচ্কু, হাচদাঅ' আদি ৰাজবংশীয় লোকসকলে বাস কৰিছিল । (৩) বাদলী গাড় - ইয়াত ধনী সদাগৰ আৰু ভৰালী শ্ৰেণীৰ 'মাৰান্দি' লোকসকলে বাস কৰিছিল । (৪) চিম্ গাড় - এই গাড়ত বাজনাধাৰী 'টুডু' শ্ৰেণীৰ লোকসকলে বাস কৰিছিল । (৫) খাইৰী গাড় - এই গাড়ত তামুলী, চাংমাই আদিৰ দৰে 'হেমৰম' লোকসকলে বাস কৰিছিল । (৬) ৰাম গাড় - ইয়াত নৰ্তকী জাতীয় 'বেচৰা' সকলে বাস কৰিছিল । (৭) লক্ষণ গাড়, (৮) বুলুং গাড়, (৯) কুঁইদী গাড়, (১০) মান গাড়, (১১) লায়ো গাড়, (১২) কুঁয়ৰা গাড় - এই কিখন গাড়ত 'পাউৰীয়া', 'চঁড-বে', 'বেদেয়া', 'চুৰিন', 'বাচ্কে' আদি বিভিন্ন শ্ৰেণীৰ সৰু-বৰ লোকসকলে বসবাস কৰিছিল ।

এই সমাজৰ শাসক আৰু মাতব্বৰজনক 'মাঝি' বুলি কোৱা হয় । এওঁৰ লগতে 'নাইকে' (পুৰোহিত), প্ৰাণীক, কুদাম নাইকে আৰু আলধৰা হিচাপে 'চচাৰী ' জনৰ ওপৰতেই সামাজিক পূজা-পাৰ্বন, বিচাৰ-আচাৰ আৰু বিভিন্ন কৰ্ম-কাণ্ড আদিৰ সমস্ত ভাৰ ন্যস্ত থাকে । এওঁলোকৰ বিপক্ষে মাত মাতিবলৈ কোনেও সাহ্ নকৰে । 'জগ মাঝি' বুলি আন এটা পদবীও আছে । এই পদবী ধাৰীজন বিভিন্ন সামাজিক কৰ্মত যোগাযোগৰ দায়িত্বত থাকে আৰু সমাজখনত যাতে বিশৃংখল নহয় তাৰ প্ৰতি চকু ৰাখে । এওঁৰ মৰ্যাদা সংগঠকৰ দৰে ।

এওঁলোকৰ মাজত এষাৰ কথা প্ৰচলিত আছে যে দৰা পক্ষৰ সাত যোৰা জোতা ক্ষয় নোযোৱা পৰ্যন্ত ছোৱালী বিয়া দিয়া নিয়ম নাই । তিন পীড়ি (বংশ) বা

সাত পীড়ি পাৰ হোৱাৰ পাছতহে একে গোত্ৰত বিয়া-বাৰু হ'ব পাৰে । ছোৱালীৰ গা-ধন লোৱা নিয়ম আছে । কন্যাক 'দৌড়া' অৰ্থাৎ পাচি এটাত বহুৱাই মূৰত তুলি, দৰাক কান্ধত লৈ, মুখামুখিকৈ ৰাখি, মাজত আঁৰ কাপোৰ তৰি ধৰা হয় । কন্যা পক্ষক 'চৰয়াতী' আৰু দৰাপক্ষক 'বৰযাত্ৰী' বুলি কোৱা হয় । সাতখিলা শালগছৰ পাত একজাপ কৰি দুইপুৰীয়া সেন্দুৰ চালি কন্যাই দৰাৰ কপালত ফোঁট আৰু দৰাই কন্যাৰ সেওঁতাত সেন্দুৰ ঘঁহিলেই বিবাহ কাৰ্য একৰকম সমাধা হয় । এই সমাজত বিধবা বিবাহৰো প্ৰচলন আছে । বংশ ৰক্ষাৰ হেতু ককায়েকৰ অবিহনে ভায়েকে নবৌৱেকক বিয়া কৰাব পাৰে । কিন্তু ভায়েকৰ অবিহনে ককায়েকে ভাই বোৱাৰীক বিয়া কৰোৱাৰ নিয়ম নাই । জেশাহুৰ ক্ষেত্ৰতো একে কথাই । প্ৰখ্যাত দেশ প্ৰেমিক, জাতিপ্ৰেমী সিধু-কানু, চাঁন্দ-ভৈৰৱ আদিৰ নেতৃত্বত নিজৰ অস্তিত্ব বজাই ৰাখিবলৈ এসময়ত বৃটিছ সকলৰ বিপক্ষে যুঁজ দি অগণন সাঁওতাল যুৱক আৰু পুৰুষে প্ৰাণ বিসৰ্জন দিয়াৰ অন্তত নিজ জাতিৰ সংখ্যা লঘিষ্ঠ নহ'বলৈকে আৰু বিধবা বা কুমাৰী কন্যাসকলক উদ্ধাৰ কৰাৰ উদ্দেশ্যেই সেন্দুৰ আদিৰ অবিহনে তেল ঘঁহিও 'সাইহা' নামৰ এক গন্ধৰ্ব বিবাহৰ প্ৰচলন কৰিছিল । এনে কাৰণত বশবৰ্তী হৈয়েই ময়ুৰভঞ্জৰ সাঁওতালসকলে সেন্দুৰ ব্যৱহাৰ নকৰে আৰু জাতি ভেদৰ নীতি-নিয়মতো বৰ বেছি গুৰুত্ব নিদিয়ে ।

এই জনগোষ্ঠীৰ আটাইতকৈ স্মৰণীয় দেবতাজন - চন্দ্ৰ । এওঁলোকে 'মাৰাং বুৰু' বুলি কয় । মাঘ মাহৰ ভিতৰত গো-উৎসৱ হিচাপে সাঁহৰাই পূজা পাতে । পূজাত গাহৰি উচৰ্গা কৰে । গোটেই আঙ্গিনাত চাউল আৰু পূৰৈ শাক খুন্দি, পানীৰে গুলি আল্পনা আঁকে । নাচি-বাগি প্ৰত্যেকৰ চোতালে চোতালে জাহলী গীত গাই, গৰু জাগৰণ কৰা নিয়ম । যি জনী গৰুৱে অধিক পোৱালী দিয়ে সেই গাই বন্ধা খুটাৰ ওচৰত সাঁহৰাই খুটা পুতি অধিক ধৰণেৰে গৰুজনীক পিঠা-পনা খুৱায় । কিছুৰ মাজত গায়ে পোৱালী দিয়াৰ পাছত ৯ দিনৰ দিনা ন-গাখীৰ খোৱা অনুষ্ঠান পালন কৰে । এই দিনা গাখীৰ খীৰাই দুধভাত ৰান্ধি, লেপি-মুচি থোৱা অঙ্গিনাৰ এঠাইত উচৰ্গা কৰে আৰু ঘৰৰ আটায়ে সেই ভাত ভোজন কৰে । অন্য মানুহক এই ভোজনী দিয়া নিয়ম নাই । এই অনুষ্ঠান পালন কৰাৰ পাছৰ পৰাহে গাখীৰ খাবৰ সকলোৱে অধিকাৰ পায় ।

বহাগ মাহত হাবিৰ মাজলৈ গৈ অযোধ্যা পূজা পাতে । প্ৰধান পুৰোহিত 'নাইকে'জনক পূজাৰ থলী পৰ্যন্ত কান্ধত তুলি নিয়ে । পূজাৰ থানত প্ৰত্যেকেই জাতৰ ধেনু-কাঁড় মাটিত থিয় কৰি পুতিব লাগে । এটা মুৰগীৰ মূৰ কাটি বেদীৰ তলত পোতে । পূজাৰ শেষত নিজ নিজ ধেনু-কাঁড় লৈ কোনো এটা নিৰ্দিষ্ট বস্তুলৈ

কাঁড় মাৰি নিচান ঠিক কৰে । ইয়াক লক্ষ্য ভেদ বা 'বেঝা বিন্ধা' বুলি কয় । বিভিন্ন ঠাইৰ এজোকন দলপতিৰ নেতৃত্বত এওঁলোকে বহাগৰেই কোনোবা এটা দিনত হাবিৰ মাজত পুনৰ মিলিত হয় । এসময়ত গাইগুটীয়া শত্ৰু আৰু সমাজৰ শত্ৰু বোৰে ইয়াতেই কাঁড়ৰ আগত অতৰ্কিতে প্ৰাণ হেৰুৱাইছিল । এনে বিপদ সংকুল অৱস্থাত 'সত বাপৰ বেটাহঁতহে' বাচিব পাৰে বুলি পুৰণি বিশ্বাস প্ৰচলিত আছিল । দলপতিবোৰে এনে সময়ত নিজ নিজ দললৈ প্ৰয়োজনীয় বুধি-ভাৰসাৰে পৰিচালনা কৰিছিল । হাবিত থকা সাত দিন সময়ত এওঁলোকে পশু-পক্ষীৰ ওপৰতেই নিৰ্ভৰ কৰিছিল । ইয়াক 'অযোধ্যা কেন্দ্ৰা চিকাৰ' বুলি কোৱা হৈছিল । সন্ধিয়াৰ আঁৰত নিজ নিজ দলৰ দৰবাৰ বহিছিল । দোষীসকলৰ বিচাৰ ইয়াতেই নিষ্পত্তি কৰিছিল । এনে বিচাৰক 'ল-বীৰ-কেন্দ্ৰা' বুলি কোৱা হৈছিল । বৰ্তমানে এনে অনুষ্ঠান প্ৰতীকি ৰূপতহে পালন কৰে বুলি কয় ।

জেঠ-আহাৰ মাহত গাঁৱৰ কিনাৰত 'জাহেৰ' বা 'মহল' গছৰ অবিহনে ডাঙৰ গছৰ গুৰিত জাহাৰ পূজা অনুষ্ঠিত কৰে । প্ৰতি ঘৰৰ পৰা সিধা এই উপলক্ষে আগবঢ়োৱা হয় । থানত এটা শিল পোতা হয় । ইয়াক কেন্দ্ৰ কৰি বাদ্য-বাজনা, নৃত্য-গীত চলে । নাচনীসকলে বয়সস্থসকলক হাত ভৰি ধুৱাব লাগে । ইয়াতে সকলোৱে সামূহিক ভোজন কৰে । এই উৎসৱৰ নাচক 'জাহাৰ' নাচ বুলি কয় । গছ-গছনিত নতুন ফল ধৰিবৰ সময়ত 'চাঁকল' নামৰ পূজা এভাগো এওঁলোকে অনুষ্ঠিত কৰে ।

ইয়াৰ ওপৰিও এওঁলোকে যিবোৰ নৃত্য-গীত আৰু পূজা -পাৰ্বণ অনুষ্ঠিত কৰে তাৰ বৰ্ণনা এনেধৰণৰ - (ক) ভাণ্টা নাচ - সাঁহৰাই পৰবত কাঠৰ ঢাল - তৰোৱাল, ধেনু-কাঁড় লৈ ৰামায়ণৰ পদ চাৰণ কৰি ঘৰে ঘৰে নাচি ফুৰে । (খ) ৰিনঝিয়া - ধানৰ গেৰ মেলিবৰ সময়ত ৰাজহুৱা থানত চাকি-বন্তি লৈ বৃত্তাকাৰে নাচ নাচে । ইয়াক 'গমা পৰব' বুলিও কয় । (গ) দাচাই নাচ - দুৰ্গা পূজাৰ উপলক্ষে তাল-কৰতাল 'টাইনী' আৰু হাতত ম'ৰা পাখি লৈ ঘৰে ঘৰে নাচ-বাগ কৰে । (ঘ) বাঁহা নাচ - ফাকুৱা উপলক্ষে খোল-তাল-মাদল লৈ ঘৰে-ঘৰে নাচে । (ঙ) ছাতা পাতা পৰব - দুদিন দুৰাতি ধৰি এটা বিৰাট আকাৰৰ ছাতি বা ছাতিৰ প্ৰতীকৰ তলত যাত্ৰাৰ দৰে নাচ-বাগ সহ পূজা-পাৰ্বণ অনুষ্ঠিত কৰে । এই পূজা ঐক্যৰ প্ৰতীক । খেনোৱে ইয়াক 'খেলাই চণ্ডীৰ পূজা' বুলিও কয় । নিজ জাতিৰ সংকটৰ কালত অস্তিত্ব বজাই ৰাখিবৰ উদ্দেশ্যেই এই পূজাৰ প্ৰচলন হৈছিল বুলি জন প্ৰবাদ আছে । (চ) দং এনে - বিয়া-সবাহত, সন্তান জনমৰ উৎসৱত তাল-মাদল বজাই ফূৰ্তি কৰা নাচ । (ছ) লাগড়ে- পুহ সংক্ৰান্তিৰ পৰা জেঠলৈকে যেতিয়াই

এওঁলোকৰ 'সমাজ' বহে তেতিয়াই খেয়াল-খুচীমতে নাচ-গান কৰে। ইয়াত ধৰা-বন্ধা নিয়ম নাই। (জ) ৰপা কাৰম আৰু মৰা কাৰম - ৰপা কাৰমত তাল (চেৰেং), বাঁহী (চতা) লৈ বৃত্তাকাৰে নাচে নাচে। মৰা কাৰম বা মৃত ব্যক্তিৰ কৰম-ধৰমৰ দিনা ৰাজহুৱাকৈ কীৰ্তনহে চলে।

সাঁওতাল সমাজত কোনো এঘৰত সন্তান জন্ম হ'লে সমস্ত গাওঁ খনৰেই 'চুৱা' লাগে বুলি কয়। ৭ বা ৯ দিনত গৃহস্থৰ ঘৰত গোট খাই ক্ষৌৰকৰ্ম কৰি চুৱা গুচোৱা হয়। এইদিনা নতুন সন্তানৰ মূৰৰ চুলি খুৰায়। সময়ত বংশৰেই পূৰ্ব আত্মা বা জীৱিত আত্মাৰ নাম একোটা দিয়াৰ নিয়ম প্ৰচলিত আছে। এইদিনা গৃহস্থই ৰাইজক ভোজ খুৱায়।

মানুহ মৰিলে সাধাৰণতে পুতি থোৱা নিয়ম আছে। ৭ বা ৯ দিনত অন্ত্যেষ্টিক্ৰিয়া সমাপণ কৰে। মৃত জনৰ 'ছাঁহিৰ ঢুকোৱা' বা আত্মা ঘূৰাই অনা নিয়ম আদিও আছে।

অসমলৈ অহাৰ আগতে পূৰ্বৰ ঠাইত এওঁলোকৰ পূৰ্ব পুৰুষসকলে ঘাইকৈ যৱ, ঘেঁহু, গোমধান, বুট, ৰহৰ, ঘাংৰা বা ডাংবদী, গুন্দলী নামৰ ধান, মাডুৱা, বাজৰা আদিৰ খেতি-বাতিৰ ওপৰতেই নিৰ্ভৰ কৰিছিল। খেতি চপাই ন-খোৱা উৎসৱ পাতে। কিন্তু ন-খোৱা ধান ভৰিৰে বা মৰণাৰে মৰাৰ নিয়ম নাই। হাতেৰে মোহাৰি নাইবা আন কিহবাৰে কোবাইহে এনে ধান সৰুৱাই লয়।

পুৰুষে 'দেংগা' অৰ্থাৎ লেংটী, তিৰোতাই 'পুতলী' অৰ্থাৎ এটুকুৰা বস্ত্ৰ, আৰু 'গগ' অৰ্থাৎ গাত উড়না কাপোৰৰ পৰিধানেই আছিল এসময়ৰ অতীত প্ৰথা। আ-অলংকাৰৰ ভিতৰত মাইকী মানুহে বাহুত 'চাকম্', হাতত 'টডৰ', ওপৰ নাকত 'মোদাম', নাকৰ লতিত 'লুলুক', কাণত 'লুতুৰে ঠুৰিয়া', মূৰত 'সীতাপটী', ডিঙিত 'হাঁসলী', ভৰিত 'জাংগাৰে বাংগী' আদি পিন্ধাৰ পৰম্পৰা আছিল। বৰ্তমানে যুগ যুগ ধৰি অসমত বসবাস কৰাৰ ফলত পিন্ধন-উৰণত থলুৱা প্ৰভাৱ পৰা পৰিলক্ষিত হৈছে।

এসময়ত আৰ্য আৰু আজিৰ উচ্চ কুল বুলি ভবা হিন্দু সমাজত গোমেধ, অশ্বমেধ, ছাগমেধ (?) যজ্ঞ অনুষ্ঠিত হৈ বৰ্তমানে বিলুপ্তি ঘটাৰ দৰে এওঁলোকৰ সমাজৰ পৰাও গো-বধ যজ্ঞৰ অবলুপ্তি ঘটিল বুলি কয়। অৱশ্যে শুকৰ, ভেৰা, ছাগলীৰ মাংস খোৱাৰ প্ৰথা লুপ্ত হোৱা নাই।

এই জনগোষ্ঠীৰ বুঢ়াসকলে কয় - তেওঁলোকৰ পূৰ্ব পুৰুষসকলে হেনো 'ঝামৰু' বা 'ধামনা' সাপ (মচোৱা) খোৱাত অভ্যস্ত আছিল। প্ৰচলিত থকা কিংবদন্তিয়ে কয় যে হালবাবলৈ যোৱা সাত ভাইক সৰু বোৱাৰী গৰাকীয়ে জলপান

পৌছাবলৈ যোৱাত তেওঁলোকে ইতিপূৰ্বে মাৰি খোৱা মচোৱা সাপ এটাও তবকাৰীৰ বাবে পাচিটোত ভৰাই পঠায়। কেও কিছু নোহোৱা ঠাইত বোৱাৰী গৰাকীক অকলে পাই, মধ্য ভাও জুৰি থকা সাপটোৱে ডিঙিত মেৰাই ধৰি নাকৰ পৰা তেজ শুহি খোৱাত মানুহজনী মৰি থাকিল। হালবাই ঘূৰি আঁহোতে সাত ভায়ে এনে কাণ্ড দেখি সাপটোৰ 'টেংৰামী' বুজি পালে। তেতিয়াৰ পৰাই তেওঁলোকে হেনো 'ঝামৰু নাখাও' বুলি শপথ খালে। বুঢ়াসকলে পূৰ্ব পুৰুষসকলৰ এনেবোৰ কথা কৈ বৰকৈ আমোদ কৰে। লাওপানী বা হাঁড়িয়া এওঁলোকৰ অৱশ্যে প্ৰিয় পানীয়।

চিনাকি বা সম্বন্ধ থাকক বা নাথাকক এজন সাঁওতাল লোকে আন এজন সাঁওতাল লোকক 'হড়' আৰু অনা-সাঁওতালক 'দিকু' বুলি কয়। সেইদৰে আলহী বা 'মিতুৰক' কয় - 'পেড়া'। এওঁলোকে খুব সহজে মুণ্ডাৰী ফাচী' ক'ব পাৰে বুলি কয়। কিন্তু মুণ্ডাসকলে এওঁলোকৰ 'ফাচী' বুজিবলৈ হেনো টান পায়।

মূলতঃ এওঁলোক কোল জনগোষ্ঠীৰ।



# উৰাং

এই জনগোষ্ঠীৰ লোকসকল ঘাইকৈ চাইবাচা, তেতৰিমালটি, লেন্দ্ৰি, গহপুৰ, চাৰচাদেব, কাব্ৰা, ৰাঁচী, ছোটনাগপুৰ আদি সৰু সৰু ঠাই সমূহৰপৰা আহিছিল। উক্ত ঠাইসমূহ বঙ্গ-বিহাৰ-মধ্যপ্ৰদেশ আদিৰ ভিতৰুৱা অঞ্চল বুলি জনা যায়।

বেৰ্গা, ধান্কা, খাৰিয়া, খেন্দ্ৰ আৰু মুণ্ডা - এই ৫টাই প্ৰধান ফৈদ বুলি এওঁলোকে কয়। বহুসময়ত এওঁলোকে লোৱা উপাধিবোৰেই গোত্ৰবো পৰিচয় দিয়ে। গোত্ৰবিলাক এনেধৰণৰ - মিনজি (এবিধ গছ), বাঘুৱাৰ (বাঘ), লাকড়া (কুকুৰ নেচীয়া বাঘ), তিৰ্কী (এবিধ মাছ), কছুৱা (কাছ), তপ্প, (এবিধ চৰাই), ধানুৱাৰ (ধান), কেৰ্কেটা (এবিধ চৰাই), মাৰুতি (হনুমান), কাৱা (কাউৰী), খালখ, কুজু, বাক্লা ইত্যাদি। কাৱা গোত্ৰীয় সকলৰেই সামাজিক মৰ্যাদা উচ্চ বুলি কয়।

সমাজৰ শাসন, সামাজিক পূজা-পাৰ্বণ, আচাৰ-বিচাৰ আদি নিখুঁত হিচাপে চলাবলৈ যিজন গাঁওবুঢ়া বা মুৰব্বী থাকে তেওঁক 'পাহান' বুলি কয়। পাহানক সকলো কামতে সহায় কৰে 'ফুলধৰিয়াই'।গাঁওখন বা সমাজখনৰ বাবে টকা-পইচা, যোগাযোগ বা দ্ৰব্য আদি সংগ্ৰহ কৰিবৰ বাবে যি কেইজনৰ দায়িত্ব থাকে তেওঁলোকক 'কটুৱাৰ' বুলি কোৱা হয়। এই সকলৰ ওপৰতেই সমাজখনৰ সকলো কাম-কাজ নিৰ্ভৰ কৰে।

এই জনগোষ্ঠীৰ আটাইতকৈ ডাঙৰ উপাস্য দেৱতাজনক 'মাৰাং বুৰু' (চন্দ্ৰ) বুলি কয়। এই দেৱতাৰ পূজা প্ৰতি ১২ বছৰৰ মূৰত, মাঘ-ফাগুন মাহত, হাবিৰ মাজত অনুষ্ঠিত কৰে। পূজাত বিবিধ ধৰণৰ বলি কাটে। পাণ্ডাই এই পূজা সমাপনৰ বেলিকা লগুণ পৰিধান কৰে।

জেঠ-আহাৰ মাহত এওঁলোকে সমূহীয়াভাবে গ্ৰামদেৱতাৰ পূজা কৰে। পূজাত ভগৱানৰ নামত বগা পাঠা, কালীদেবীৰ নামত ক'লা পাঠা, আৰু গ্ৰামদেৱতাজনৰ বাবে হাঁহ আৰু মুৰগী আদি বলি কাটে। চ'ত মাহৰ পঞ্চমী, সপ্তমী বা নৱমীত অনুষ্ঠিত কৰে - চাঁৰুল পূজা। এই পূজাৰ সময়ত ৯ বিধ তৰকাৰীৰে ভোজন পৰ্ব কৰে। এই পৰৱত পাহান, ফুলধৰিয়া আৰু কটুৱাৰক 'আগুৱাদাৰ' কৰি প্ৰতিজন লোকেই প্ৰতিঘৰলৈ গৈ ফুল বিতৰণ কৰে নাইবা ঘৰে ঘৰে ফুল গুজি দিয়ে। এই উপলক্ষ্যে বিভিন্ন নাচ-বাগ হয়।

নানাৰকম বেমাৰ আজাৰৰ পৰা ৰক্ষা পাবলৈ এওঁলোকৰ মাজত সূৰ্যাহী বা ধৰম পূজাৰ প্ৰচলন আছে। এই পূজা বছৰেকত এবাৰ অনুষ্ঠিত হয়। কাতি

মাহত হাঁহ- মুৰগী আদি বলি কাটি গৰু-গাইক পিঠা-পনা খুৱাই এওঁলোকে 'সাঁহৰাই' পূজাও অনুষ্ঠিত কৰে। এনে পূজা নেপাতিলে গৰু-গাই আদিৰ হানি -বিঘিনি ঘটে বুলিয়েই ধাৰণা কৰে। এওঁলোকে হাবিৰ মাজলৈ গৈ 'বাঘ' পূজাও পাতে। পূজাত পখৰা বা 'ঝিনজ্‌ৰা' ৰঙৰ মুৰগী আগবঢ়ায়। এই পূজাত সন্তুষ্ট হ'লে বাঘ দেৱতাই কোনো অন্যায় উপদ্ৰৱ নকৰে বুলিয়েই বিশ্বাস কৰে। হাবিৰ মাজত পতা আন এটা পূজাক 'বৰ পাহাড়ী' বুলি কয়। খেনোৱে এই পূজা নিজৰ বাৰীৰ ভিতৰতো কৰে। পূজাত এক বিয়ণ হোৱা মাইকী ছাগলী বলি কাটে। বেদীস্থানত উপস্থিত থকা প্ৰতিজনেই, এবাৰকৈ দাখন দাণ্ডি ছাগলী কটাৰ নিচান কৰাৰ পাছত মূল পাণ্ডাই ঘাপ মাৰি দুছেও কৰে। অতীতৰ 'পাহাৰ' দেৱতা সন্তুষ্ট থাকিলে ঘৰুৱা অশান্তি নহয় বুলিয়েই সকলোৱে ধাৰণা কৰে।

ইয়াৰ উপৰিও এক পৰিয়ালৰ ভিতৰত ঘৰুৱা হিচাপে নিজৰ পূজা থানত 'খুটী পূজা' পাতে। এই পূজাত গাহৰি কটা হয়। 'নাৱা খোৱা পূজা' বা উৎসৱৰ সময়ত জুহালৰ ওচৰতে কণী নপৰা 'কাটুল' মুৰগী এটা ভুকুৱাই মাৰি পূজা কৰাৰো নিয়ম আছে।

প্ৰতি ১২ বছৰৰ ব্যৱধানত সাত ঠাইৰ মাইকী মানুহ একেলগ হৈ মাঘ বা ফাগুন মাহত পোহনীয়া গাহৰি এটা গাঁৱৰ এমূৰে এৰি দি, প্ৰতিগৰাকী মাইকী মানুহেই মতা মানুহৰ দৰে বেশ-ভূষা কৰি হাতত তীৰ-ধেনু, যাঠী-জোং লৈ 'চিকাৰ'টোক পূজাৰ থানৰ পিনে খেদি নি বধ কৰে। পূজা ভাগত 'চাটিয়া' উঠাই গাঁওখনৰ শুভাশুভ নিৰ্ণয় কৰায়। ইয়াক 'জানি চিকাৰ' বুলি কয়। খেনোৱে 'গাঁৱলী' পূজা বুলিও কয়।

বিবাহৰ বেলিকা দৰা গৈ কন্যাৰ বাহৰত পদাৰ্পণ কৰাৰ লগে লগে কন্যা ঘৰীয়াই দৰাক বাচি নিব লাগে। এনে সময়ত দৰাৰ বন্ধু-বান্ধৱ আদিয়েও দৰাৰ দৰে বেশ-ভূষা কৰি নানান কৌতুহলৰ সৃষ্টি কৰে। ইয়াৰপৰাই দৰাক বাচি নি এটা বিশেষ ঘৰত উপৱিত কৰায়। দৰায়ো লগত নিয়া লাওপানীৰে কন্যা ঘৰৰ মুখিয়াল কিজনক আগ কৰি সন্মান প্ৰদৰ্শন কৰে। পিছদিনা পুৱা ভাত ৰন্ধা ঘৰ বা 'ভাঁড়ছা' ৰ ভিতৰত দৰা বা কন্যাৰ নবৌৱেকে, লগত কমপক্ষেও দুজনী বিবাহিতা তিৰোতাক লৈ প্ৰথমে দৰাৰ দ্বাৰা কন্যাক সেন্দুৰ দিওৱা আৰু সেইদৰে কন্যাই দৰাক ফোঁট দিয়া কাৰ্য সমাধা কৰায়। এই পৰ্বৰ পাছত দৰা-কন্যাক মাজ মজিয়ালৈ আনি জেশাহ হঁতে তেল-হালধি ঘঁহে। এই কাৰ্য সমাধা হোৱাৰ লগে লগে সমাজৰ মাজলৈ উলিয়াই দি তেওঁলোকক যুঁৱলি আৰু মছলা পিহা শিলৰ ওপৰত থিয় হ'বলৈ দিয়ে। দৰাৰ নবৌয়েক আৰু খুলশালীয়েকে চাই অনা পানী একলহ আঁৰ কাপোৰৰ আঁৰেদি তেওঁলোকক ঢালি দিয়ে। স্নান কৰোৱাৰ অন্তত দুয়ো আঁতৰি পৰে আৰু নতুন বস্ত্ৰ পৰিধান কৰি আহি সমবেত ৰাইজক সেৱা কৰে। পাছত

'সভা' বহুৱাই সকলোৱে 'চুমান' আৰু বকৃচিচ্ প্ৰদান কৰে। কন্যা লৈ আহি দৰাই, আন যাবতীয় নিয়ম আদিৰ শেষত, সিকিয়া ভাৰ আৰু কন্যাই ঘট এটা লৈ পানী আনিবলৈ যায়। দৰাই অনা পানী 'মাডুৱা'ৰ তলত ৰাখে। কিন্তু কন্যাই অনা পানী দৰাৰ ককায়েকে নমাই দিব লাগে। এনে সময়ত দৰাৰ ককায়েকে ভৰিৰ তলত পা-পইচা ৰখা নিয়ম। কন্যাই সেই পইচা বুটলি লওঁতেই বৰজনাকে পানীখিনি কন্যাৰ গাত ঢালি দিয়ে। এনে সময়ত কন্যাই দৌৰি গৈ ভিতৰ সোমোৱা নিয়ম। আনফালে দৰাই অনা পানীৰে লাওপানী ভিজোৱা হয়।

দৰা-কন্যা ঘৰ সোমোৱাৰ পাছত 'ভেলুৱা ফাড়া' বুলি এটা অনুষ্ঠান পাতে। এই উপলক্ষ্যে এটা ভেলা গছৰ ডাল দুফাল কৰিবলৈ আন এডোখৰ ভেলা ডাল ব্যৱহাৰ কৰে। ইয়াৰ অবিহনে ৰাম দাঁতোন ব্যৱহাৰ কৰিব পাৰে। এই কাৰ্য দেওড়া বা ফাচী জনা লোকেহে কৰে আৰু দেশ মুলুকৰ কথা কৈ বুজনি দিয়ে। ইয়াৰ পাছত পুনৰ 'সভা' বহুৱায় আৰু এই সময়ত দৰাৰ নবৌয়েৰে কন্যাক পুনৰ সেন্দুৰ ঘঁহি দিয়ে। এই দিনাই কন্যা পক্ষৰ পৰা কেইজনমান লোক কন্যাক ওভোটাই নিবলৈ দৰা ঘৰলৈ আহে। কন্যাই দৰাৰ ঘৰৰ পৰা এপাচি চাউলৰ গুড়ি নিব লাগে আৰু ঘূৰি আঁহোতেও তেনেদৰে চাউলৰ গুড়ি অনা নিয়ম। দুয়ো ঘৰে সেই গুড়ি খিনি নিজ নিজ জ্ঞাতিৰ মাজত পিঠা-পনা খাবলৈ বিলাই দিয়ে।

এওঁলোকৰ বিবাহত 'পাঁখ খেলা' অৰ্থাৎ দুয়োপক্ষৰ মাজতেই হাতত ঢাল, তৰোৱাল, নানান অস্ত্ৰ-সস্ত্ৰ আদিৰে নাচ-বাগ কৰা 'নাটুৱা' থাকে। দৰাই কন্যাঘৰ আহি পোৱাৰ লগে লগে এই দুয়োজনৰ প্ৰতিযোগিতামূলক নাচে এটা বেলেগ পৰিবেশৰ সৃষ্টি কৰে। 'পাঁখ খেলা' নাচক পুৰণি যুগত কন্যাক লৈ হোৱা যুদ্ধ বিগ্ৰহৰ চিন বুলি জনা লোকে কয়।

পূৰ্ব কালত এই জনগোষ্ঠীৰ একে গাঁৱৰ অবিবাহিত ডেকা-গাভৰু থাকিবৰ বাবে 'ঘটুল' নামৰ ঘৰ ব্যৱহাৰ কৰিছিল বুলিও বুঢ়াসকলে কয়।

এওঁলোকৰ সমাজত সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰ কৰ্ম কৰি শুধি হয়। মৃতকৰ শ দাহ কৰা আৰু পোতা দুয়োটা নিয়মেই প্ৰচলিত আছে। দহাৰ দিনা 'ছাঁহিৰ' অনা প্ৰথাও আছে।

পূৰ্বৰ ঠাইসমূহত এওঁলোকৰ পূৰ্বপুৰুষসকলে ধান, মাডুৱা, ৰহৰ, মচুৰ, গুন্দলী ধান, বুট, মাহ আদিৰ খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল। হাতত দা-কুঠাৰ, তীৰ-ধেনু আদি লৈ এওঁলোকে দলে বলে চিকাৰ খেদি ভাল পায়। লাওপানী, গাহৰি আৰু মুৰগীৰ মাংস এওঁলোকৰ বৰ প্ৰিয় বুলি কয়।

তিৰোতা মানুহে গা ভৰাই অলংকাৰ পিন্ধি ভাল পায়। টাটু বা 'খদা' লোৱাৰ প্ৰথাও আছে। এওঁলোকে নিজকে 'কুঁড়ুখ' বুলিও চিনাকি দিয়ে।

এওঁলোক 'পাণ্ডৱ' বংশীয় বুলিও কয়। ✦✦

# চাঁওৰা

চাঁওৰা জাতিৰ লোকসকল উৰিষ্যা, বিহাৰ, মধ্য প্ৰদেশ, তামিলনাডু আদিৰ অন্তৰ্গত পেল্লাকেমেন্দি, অৰাইচিং, মৰিচিং, অনিদিংছা, পুতুৰ, আবাচোং, প্ৰতা, গাঁইতা আদিৰ ঠাইসমূহৰ পৰা আহিছিল। এই জনগোষ্ঠীৰ মাজত কেইবাটাও ফৈদ আছে। ইয়াৰ ভিতৰত কিণ্ডাল চাঁওৰা, চবৰ চাঁওৰা, মনে চাঁওৰা, কাপ চাঁওৰা আদিয়েই প্ৰধান। ইয়াৰ ভিতৰত চবৰ চাঁওৰাবোৰে উৰিষ্যাৰ থলুৱা দোৱান ব্যৱহাৰ কৰে। উমৈহতীয়া হিচাপে ব্যৱহাৰ কৰা এওঁলোকৰ ভাষাটোক 'জুৰিয়া' ভাষা বুলি কয়। এই গোষ্ঠীৰ বহুতে নিজকে 'চৰাঃ' বুলিহে চিনাকি দিয়ে।

এওঁবিলাক এক নেতৃত্বত চলে। নিজ নিজ গোষ্ঠী বা ফৈদৰ পূজা-পাৰ্বন, সকাম-নিকাম, মেল-মোকৰ্দমা আদিত সূত্ৰধাৰ হিচাপে কাম কৰিবৰ বাবে যিজন লোকক পণ্ডিত হিচাপে বাচি লোৱা হয় তেওঁক 'বয়া', 'হজা' বা 'কুড়ান' বুলি কয়। সকলো কাম-কাজৰ যোগাযোগৰ বাবে 'চূড়াম'ৰ-পদবীৰ নেতা এজনো বাচি লয়। গাঁওখনৰ গাঁও বুঢ়াক কয় - গামাং।

সকলো অৱস্থাতে এওঁলোক কৃষিৰ ওপৰত নিৰ্ভৰ কৰে কাৰণেই কৃষি উৎসৱ হিচাপে ঋতু অনুযা[illegible]আম পূজা, বাঁৱ বা ৰহৰ পূজা, কাঠ আলু বা খামালু পূজা পাতে। এনে পূজাৰ অবিহনে নতুন ফল আদি খোৱাত সামাজিক বাধা আছে বুলি কয়। পূজাবোৰত হাঁহ, মুৰগী, পাৰ চৰাই আদি বলি কাটে। মদ বা লাওপানীও উচৰ্গা কৰে। এওঁলোকৰ মাজত 'চে'দদৰু', 'কাহলী' বা 'কুটাৰে পুৰ' আদি নামৰ কিছুমান পূজা প্ৰচলিত আছে। ফাগুৱা পৰবৰ সময়ত মুনিহ-তিৰোতা সকলোৱে লগ লাগি জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে ঘৰলৈ গৈ নানান বাদ্য-বাজনা সহকাৰে নৃত্য-গীত কৰি ফূৰ্তি কৰে। এনে নাচ-গানৰ সময়ত পুৰুষসকলে বগলী বা মুৰগীৰ পাখিৰে বনোৱা টুপী (টুপুৰে), নাইবা ৰঙা চালু কাপোৰৰ পাগুৰী মাৰে।

এই সমাজৰ কোনো লোকৰ মৃত্যু ঘটিলে মৃতকৰ চোতালত ৰাইজলৈ জাননী হিচাপে ধেদ্‌ৰা (ঢাঁক), টুদুম (নাগাৰা), সাঁহনাই আদি বাদ্য সমূহ করুণ সুৰ দি বজায়। দূৰ-দূৰণিৰ জ্ঞাতি-কুটুম্বক অৱশ্যে বেলেগে খবৰ আদি দিয়ে। মৃতকক হালধি পানীৰে গা-ধুৱাই, মূৰৰ চুলি ফণিয়াই দি সমাজে বাচি দিয়া 'টেম্বেমৰ' পদবীৰ এজন বা দুজন লোকে শটো শ্মশানলৈ নিয়ে। শ্মশানত কাঠ-বাঁহৰ চিতা

বা চিয়া সাজি 'চিগামাৰ'সকলে শ'টো দাহ কৰে । বহুতে মৃতকৰ লগত নিয়া ধান-চাউল, কাপোৰ-কানি আদি এওঁলোকৰ মাজত ভাগ কৰি দিয়ে । এইদিনা শ্মশানতেই মদ-লাওপানী আদি ৰাইজলৈ আগবঢ়ায় । দাহ কৰাৰ পাছদিনা পোৰা ছাঁইবোৰ পোতে । ৭ বা ৯ দিনৰ দিনা মৃতকৰ শ্ৰাদ্ধ বা 'কুংকুৰৰ - ছুটগুচুওৱা' পাতে আৰু সমাজভুক্ত প্ৰত্যেকেই প্ৰয়োজনীয় বস্তুসমূহ দি সহায় কৰে । এই মৃতকসকলৰ আত্মাৰ সদ্গতিৰ অৰ্থে এবছৰ, দুবছৰ বা পাঁচ বছৰৰ মূৰত, বিশেষকৈ ফাগুন-চ'ত মাহৰ ভিতৰত সামূহিক শ্ৰাদ্ধ হিচাপে 'গুৱৰ' নামক এটা বৰ সকাম পাতে । ই এটা সকাম হ'লেও ইয়াক এটা উৎসৱ হিচাপে গণ্য কৰে আৰু প্ৰায় এসপ্তাহ জুৰি ৰাজহুৱা নাচ-গান, বাদ্য-বাজনা কৰি আনন্দ কৰে । সকামত 'বংতেল' (ম'হ), ছাগলী, মুৰগী আদি যথেষ্ট ধৰণে বলি কাটে । পূজাৰ থানত মৃতক সকলৰ নামত যথেষ্ট ৰকমে শিল পোতা নিয়ম আছে । এই উৎসৱত 'হুজাৰ' নিৰ্দেশেই চূড়ান্ত বুলি গণিত হয় । এই সকামত বাহিৰা মানুহকো নিমন্ত্ৰণ কৰে ।

বিবাহৰ আগন্তৰত 'চূড়ামৰ'ক আগ কৰি দৰাপক্ষৰ পৰা কন্যা বিচাৰি যাওঁতে পিন্ধিবৰ বাবে খাৰু, এপাত কাঁড় আৰু একলহ হাঁড়িয়া পানী বা সেই অনুপাতে মদৰ বটল নিয়ে । কন্যাক সকলো কথা জনোৱাৰ পাছত যদি পছন্দ হোৱাটো হয়গৈ, তেনেহ'লে কন্যাৰ বাপেকে সেই মদ গ্ৰহণ কৰে । কিছু কিছু ঠাইত কন্যা ঘৰে মান্তিৰ চিন দেখুৱাবলৈ দৰাপক্ষক সৰু সুৰা ধৰণৰ মাৰপিট কৰে । কন্যাঘৰে মান্তি হোৱা দেখিলে দৰাপক্ষই লগত নিয়া কাঁড়পাত আৰু খাৰুকিটা বন্দবস্তৰ চিনস্বৰূপে এৰি থৈ আহে । ইয়াৰ কিছুদিনৰ পাছত নিজ নিজ ফৈদৰ 'চূড়াম'ৰ সৈতে দৰপক্ষ কন্যাঘৰলৈ যায় আৰু তাত মদ-লাওপানী আদিৰে ভোজসভা এখন পাতি কন্যা বন্দবস্তৰ কথা সদৰি কৰে । সম্পূৰ্ণ 'কথা-বাৰ্তা' ছিগিলে বিয়াৰ বাবে প্ৰস্তুতি চলায় । নিৰ্দিষ্ট বিয়াৰ দিনা দৰাই শাহুৱেকক মা-শাৰী (আয়ুংকুপ), জেঠৈৰীয়েকহঁতক ৰঙা চালু কাপোৰ বা পাগুৰী আৰু জেশাহুহঁতলৈ ভিন ভিন বস্ত্ৰ দি মান ধৰে । আন আন ৰাইজৰ বাবে মদ বিতৰণ কৰে ।

ৰভাতলত 'হুজা'জনে বিভিন্ন ৰং-বিৰঙেৰে বেদী সজাই এফালে কিছু পৰিমাণৰ মদ বা লাওপানী ৰাখি আৰু আনফালে এপাত কাঁড় গুজি দি পূৰ্বপুৰুষ আৰু উপাস্য দেৱ-দেৱীলৈ মন্ত্ৰাদিৰে তপ-জপ কৰে । ইয়াৰ পাছত উপস্থিত সকলোৰে গালৈ মদ ছটিয়াই দিয়ে । এনে সময়ত কন্যাৰ বাপেকে তেওঁৰ কন্যাই দৰাজনক পছন্দ কৰিছে বুলি 'হুজাৰ' জৰিয়তে সকলোকে জানিবলৈ দিয়ে । পুনৰ উপযুক্ত মূল্য দি কন্যাৰ বাপেকে দৰাঘৰীয়াৰ পৰা মদ কিনি ৰাইজলৈ আগবঢ়ায় । ইয়াতেই বিয়া সমাধা হ'ল বুলি ধৰে । দৰা ঘৰত কন্যাক দুৱাৰমুখত দুবৰি বন,

লোহা আৰু তাৰি মদ বা মদ গছকায় আৰু হালধি পানীৰে ভৰি ধুৱাই গৃহ প্ৰৱেশ কৰায় ।

নতুন সন্তান জন্ম হ'লে ৯ দিনত শুধি হয় । এইদিনা ধাইজনীয়ে কেঁচুৱাৰ ক্ষৌৰকৰ্ম সমাধা কৰে । প্ৰসৱ বেদনাৰ মুহূৰ্তত এওঁলোকৰ কেইটামান ফৈদে ঘৰুৱা থানত 'যমদূত'ৰ নামত ছাগলী বলি কাটি পূজা কৰে আৰু লাল চালু কাপোৰ উচৰ্গা কৰে বুলি কয় ।

এওঁলোকে গৰু-গাইক লক্ষ্মীদেৱী বুলি গণ্য কৰে। 'বংতেল' বা ম'হক শনি বুলি কয় । সেয়েহে পূজা-পাৰ্বনত ম'হ বলি দিয়ে । অনিদিংছাৰ চাঁওৰা গোষ্ঠীয়ে চামল বা মচোৱা সাপ আৰু অৰিল বা ধুন্দুলী ফেটী সাপৰ মাংস খায় বুলি কয় ।

হাতত 'ফাৰ্চা' বা পৰশু কুঠাৰ নাইবা সদা জাগ্ৰত হিচাপে 'তীৰ-ধেন' ৰখাটো এওঁলোকৰ গোষ্ঠীগত পৌৰুষত্বৰ চিন ।



# ভূঁইয়া

এই জাতিৰ লোকসকল পাটনা, হাজাৰীবাগ, ভাগলপুৰ, গয়া, মুংগেৰ, ৰাঁচী, পালামৌ, দালটেনগঞ্জ আদি ঠাইসমূহৰপৰাই আহিছিল । এওঁলোকৰ মাজত মাংৰিয়া, মাঘায়াস্ অঘৰীয়াস দাড়ুৱাৰ, মুছৰ, গঞ্জৰীয়া, বিছুৱাৰ আদি ৭ টা ফৈদ আছে বুলি কয় । ভত্তা, খেৰুৱাৰ, বীৰহৰ আদি জাতসমূহক এওঁলোকে নিজৰ সমগোত্রীয় বুলি ভাবে আৰু প্রয়োজনবোধে সম্বন্ধও স্থাপন কৰিব পাৰে বুলি কয় ।

ঋষি বা ঋষিয়াছন বালক (মুনি), মোচ্ (নিগনি), ছিড়ৰা(কেৰ্কেটুৱা),'নাগ, বাঘ, গাধায়া, পালমু' আদিক এওঁলোকে নিজৰ গোত্র বুলি কয় আৰু কিছুৱে সেইদৰে নিজৰ পৰিচয়ো দিয়ে ।

পুৰুষাণুক্রমে এওঁলোকে ৰজা বা সামন্ত শ্রেণীৰ ঘৰত বিভিন্ন কাম-বন, কৃষিকর্ম আদি কৰি জীৱিকা নির্বাহ কৰিছিল বুলি কয় । ভূমিৰ কর্মৰ লগত এওঁলোকৰ অধিক সম্বন্ধ ঘটিছিল বাবেই হেনো ভূঁইয়া নামে পৰিচিত হ'ল । পূর্ব পুৰুষৰ বসতি অঞ্চলবিলাক পাহাৰীয়া আছিল বুলিও কয় ।

এই সমাজৰ মুৰব্বীজনক 'মাহত্ব' বুলি কয় । বিভিন্ন খা-খবৰ, যোগাযোগ আৰু সংগঠনৰ দায়িত্ব সিজনৰ ওপৰত ন্যস্ত থাকে তেওঁক 'ছড়ীদাৰ' বুলি কয় । খোৱা-বোৱা আৰু বিভিন্ন 'পানী-পৰুৱাৰে' ৰাইজক সোধ পোচ কৰা আৰু আলপৈচান ধৰাজনক 'বাৰিক' বুলি কয় । 'কাহত্ব' পদবীধাৰীজনে মাহত্বৰ সকলো কামতে সহায় কৰে ।

এওঁলোক বীৰ পূজাৰ উপাসক । পবন বীৰ আৰু হনুমান বীৰেই এওঁলোকৰ প্রধান উপাস্য দেৱতা । এই বীৰ পূজা ফাগুন-চ'ত মাহত অনুষ্ঠিত হয় । বীৰ পূজাৰ প্রৱর্তকসকলকো এওঁলোকে দেৱতা হিচাপে জ্ঞান কৰে আৰু সেই অনুক্রমে পূজাৰ আয়োজন কৰে । এই ৭ জন বীৰ দেৱতাক এনেদৰে জনা যায় । যেনে - তুলসী বীৰ, বালক বীৰ, দধি বীৰ, লহং বীৰ, নাদ বীৰ, বাচাৰ বীৰ আৰু দুলাৰ বীৰ । ডাক বীৰ নামে এজন উপদেৱতাও আছে । এই বীৰ পূজাৰ লগতে কালী, দুর্গা আৰু কমলা আদিৰ নামতো পূজা কৰে । পূজা ভাগত বিশেষকৈ গাহৰি আৰু মুৰগী বলি কাটে । 'কাচুৱান' নামৰ কেঁচা মিঠাই আৰু 'পান বিড়া' এই পূজাৰ দৰকাৰী অর্ঘ ।

এওঁবিলাকৰ আদিম ৰজা তুলসী বীৰেই হেনো বীৰ পূজাৰ প্রৱর্তক । এওঁ কলুৱা পাহাৰ আৰু লুকু পাহাৰত ৰাজত্ব কৰিছিল । এওঁৰ বাসস্থানৰ নাম আছিল-

'মাঘা মাড়াইব' । মাকৰ নাম আছিল কমলা দাদি । প্ৰজাসকলৰ মানত দেৱতাৰ স্থান পোৱা এই সাত বীৰ, ভূঁইয়া জাতিৰ কুলপূজা পবন বা বায়ু পূজাৰ লগত সাঙোৰ খাই পাছে আৰু দেৱতাৰ দৰেই পূজিত হৈ পৰে । সেয়ে পূজাৰ থানত এওঁলোকে ভিন্ ভিন্ দেৱতাৰ ভিন্ ভিন্ ঝাণ্ডা পোতে । পূজাৰ শুভাশুভ 'চাটিয়া' উঠাই নিৰ্ণয় কৰে । গাত দেৱতা লম্ভা অৱস্থাতেই পূজাৰ পুৰোহিতজনে ঝাণ্ডাই ঝাণ্ডাই উঠা নমা কৰি মিঠাইৰ ভোগ খোৱা দৃশ্য বৰ মনোৰম ।

পূৰ্বৰ ঠাই সমূহত ৰজা বা সমান্তসকলে হেনো সকলো খা-খৰচ কৰি এওঁলোকৰ বিয়া বাৰু আৰু সকাম-নিমাক পাতি দিছিল । বিয়াত দৰাই কন্যাৰ বাবে তিনিখন কাপোৰ, তিনিকুৰি ৰুটি, এখন চালা ধুতি আৰু কন্যাৰ দৰকাৰী আ-অলংকাৰ কিছুহে যোগান ধৰে । বিয়াৰ সময়ত তিনি বা পাঁচ গৰাকী তিৰোতা মানুহৰ সহযোগত দৰাই কন্যাক 'চিন্দ্ৰা দান' কৰে । এওঁলোকৰ ৰীতি-নীতি বিলাক নিম্ন হিন্দুৰ দৰেই ।

নতুন জন্ম হ'লে ৯ দিনত 'নৰতা' পাতি 'ছটীৰ' কাৰ্য শেষ কৰে । মৰিলে দাহ কৰা আৰু পোতা দুয়োটা প্ৰথাই আছে । শ্মশানৰ পৰা ঘূৰি আহি এওঁলোকে মৃতকৰ ঘৰত মদ্যপান কৰে আৰু দহা-কাৰ্যৰ আলোচনা কৰে । ইয়াতেই 'মাহত্ব' আৰু 'কাহত্নই' 'পশ্বৰী ভাটী' (চাউল-দাইল-মদ আদি)আদিৰ যোগান ধৰিবলৈ সকলোকে নিৰ্দেশ দিয়ে । এই নিৰ্দেশ মানি সকলোৱে যাবতীয় বস্তুবোৰ যোগান দি দহা কাৰ্য সম্পন্ন কৰাত সহায় কৰে ।

এওঁলোকৰ মাজত মদ-লাওপানীৰ প্ৰচলন অধিক হোৱাৰ ফলত মানুহবোৰ গৰীব আৰু সৰ্বস্বান্ত যেন অনুমান হয় । এই জাতৰ মানুহে মুৰগী, গাহৰি, হাঁহ, পাৰচৰাই আদি ভালকৈ পোহ পাল কৰিব জানে আৰু সিবিলাকৰ মাংস আদি খোৱাত কৃপণালি নকৰে । উৎসৱ-পাৰ্বন আদিত এওঁলোকে যিবোৰ বাদ্য-বাজনা কৰে, তাৰ ভিতৰত মাদল, ধুমচা, নাগ্ৰা আদিয়েই প্ৰধান । পূৰ্বৰ ঠাইত এওঁলোকে ঘেঁহু, গোমধান, মড়ুৱা, মটৰ মাহ আৰু মহুল খেতি কৰিছিল যদিও সেই ফচলৰ দুই তৃতীয়াংশই মাটিৰ মালিক সকলক দিব লগা হৈছিল বুলি জনা যায় ।

এওঁলোকৰ সামূহিক আৰু প্ৰধান উৎসৱৰ বেলিকা সাত ঠাই এক কৰিবলৈ 'দালিযা ঘূৰায়' - অৰ্থাৎ, গোষ্ঠীগত নিয়ম ধৰম মানি সকলোকে নিমন্ত্ৰণ কৰে ।

'ভূইনহাৰ' উপাধিধাৰী লোক সকলেই এসময়ত এই জনগোষ্ঠীৰ প্ৰধান পৃষ্ঠপোষক বা ৰজা জমিদাৰ আছিল বুলি এওঁলোকে কয় ।

বঙ্গদেশৰ পৰা 'ভূইমালী' নামে জনাজাত মজদুৰ জনগোষ্ঠীৰ লোকসকল নিম্ন হিন্দু বুলি পৰিগণিত । পূৰ্বৰ ঠাইত এই গোষ্ঠীৰ লোকসকলেও ধনী বা জমিদাৰ শ্ৰেণীৰ তলত বিভিন্ন কৃষিৰ খেত-খামাৰ আৰু বোৱা-তোলা কৰা, সকাম-নিকাম, পূজা-পাৰ্বন, বিবাহ-অধিবাস আদিত ইটো-সিটো হাত ধৰা কাম-বন আদিও কৰিছিল । ◆◆

# পাহাড়ীয়া

ৰাঁচী, সাঁওতাল পৰগণা, ডুমকা, জাড়ি, কাল্‌দিগড়া, চামৰালাড়ু, ছোটনাগপুৰ আদি ঠাইসমূহৰ পৰা এই জাতিৰ লোকসকল অহা বুলি জনা যায়। এওঁলোকৰ ডাঙৰ ভাগটোক মাল-পাহাড়ীয়া বুলি কয়। সমাজৰ সকলো মেল-মোকৰ্দমা, বিচাৰ-আচাৰ আদি গাঁওবুঢ়া বা 'মাঝিয়'জনে নিস্পত্তি কৰে। 'মাঝিয়'ক সহায় কৰে 'আঁকু' হিচাপে নিৰ্বাচিত কেইজনমান পদবীধাৰীয়ে।

এওঁলোকৰ পূৰ্ব পুৰুষসকলে বিভিন্ন পাহাৰ-পৰ্বত আদিত বসবাস কৰিছিল কাৰণেই পাহাড়ীয়া হিচাপে জনাজাত হ'ল বুলি কয়। বহাগৰ প্ৰথম দিনটোত এওঁলোকে হাবি-জঙ্ঘল, পাহাৰ-পৰ্বত আদিৰ দেৱতাক নিজ গোষ্ঠীয়সকলৰ অধিষ্ঠাতা দেৱতা বুলি পূজা সেৱা অনুষ্ঠিত কৰে। এই পূজাক 'মানগত এড়ৱে' বুলি কয়। পূজা ভাগ হাবিত পাতে আৰু ম'হ বলিৰে সম্পন্ন কৰে। এই পূজা পতাৰ পাছতহে সকলোৱে আম-কঠাল আৰু বিভিন্ন ফল-মূল খোৱাৰ অধিকাৰ পায় বুলি কয়।

এওঁলোকৰ আন এটা দ্বিতীয় শ্ৰেষ্ঠ পূজাক 'চিতাৰেড়ৱে' বুলি কয়। এই পূজা ফাগুন-চ'ত মাহত পাতে। বিভিন্ন ধৰণৰ বেমাৰ-আজাৰ (আই আদি), দুখ-দুৰ্দশা আদিৰ প্ৰকোপৰপৰা নিস্তাৰ পাবলৈকে শীতলা দেৱীৰ দৰে এই পূজা অনুষ্ঠিত কৰে। এই পূজা ঘৰৰ বাহিৰ চোতালত পাতে। এই পূজাৰ বেদীত গৰু এটাক থিয় কৰাই, কোনো খতি-খুন নকৰাকৈ পূজাৰীজনে এপাত কাঁড় বা তীৰ তাৰ গাত স্পৰ্শ কৰাই এৰি দিয়ে। পূজাৰ অন্তত বাদ্য-বাজনাসহ সকলোৱে মাংগলিক নৃত্য কৰে।

দুৰ্গা পূজাৰ উপলক্ষ্যে 'বেজ'ৰ আগুৱাদাৰিত নিজ গোষ্ঠীৰ মানুহৰ ঘৰত গৈ 'দশমী' নৃত্য কৰে। এওঁলোকে কালী পূজাও মানে।

পূৰ্বৰ দস্তুৰমতে এই সমাজৰ তিৰোতা মানুহে গাত সমুখ ভাগৰ কাপোৰ লওঁতে পাছফালৰ কঁকালত গাঁঠি বান্ধিছিল। সেইদৰে পুৰুষ সকলে আঁঠুৰ ওপৰত পৰাকৈ ধুতী পিন্ধি, ধুতীৰ আগমূৰ দুটাত, জালৰ দৰে সূতা উলিয়াই, ওলোমাই লোৱাৰ নিয়ম আছিল। পূৰ্বৰ ঠাইত এই গোষ্ঠীৰ লোকে 'ঝুম' প্ৰথাৰে গোমধান, ধ[illegible]ৰা, ডাংৰদী, ৰং[illegible]ৰ, [illegible]ম্পা [illegible]দিৰ খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল বুলি জনা যায়।

মানুহ মৰিলে এজোপা ডাঙৰ গছৰ কুন্দা নাওৰ দৰে খুলি তাত শ'টো ভৰাইহে পোতাৰ নিয়ম আছিল । অসমত এনে সুযোগ নোহোৱাৰ হেতুকে এই প্ৰথা এওঁলোকে হেৰুৱাই পেলাইছে বুলি কয় । ১০ দিনত ঘাট পাতে । মুখাগ্নি কৰা নিয়ম নাই । চুলি খুৰোৱা প্ৰথা আছে যদিও এই কাম সমাজখনৰ বয়সস্থ মানুহৰ দ্বাৰা সম্পন্ন কৰায় । ছাঁহিৰ অনা প্ৰথাও আছে । মৰা শ শ্মশানলৈ নিয়াৰ আগতে তেল-হালধি ঘঁহি, গা-পা ধুৱাই, মূৰ ফণিয়াই দিয়া নিয়ম আছে ।

সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰ কৰ্ম আৰু ২১ দিনত ছটী পাতি চুৱা গুচায় । এই দিনাই বাটীত ধান-মাহ, চাউল-তুলসী লৈ সন্তানৰ নাম বাচে ।

বিবাহৰ বেলিকা দৰাই পাগুৰী মাৰে । কন্যাই 'ঘুংটা' লয় । নিজৰ পুৰোহিতৰ দ্বাৰা সকলো কৰ্ম কৰাই বুলি কয় । মাড়ুৱাৰ বেদীত চাকি-বন্তি জ্বালোৱাৰ প্ৰথা নাই । উৎসৱ-পাৰ্বনত বাঁহী আৰু মাদলৰ বাহিৰে আন বাদ্য বজোৱাৰ নিয়ম নাই বুলিও তেওঁলোকে কয় ।



# মাল-পাহাড়ীয়া

বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, সাঁওতাল পৰগনা আদিৰ বিভিন্ন পাহাৰীয়া অঞ্চলত এই জাতিৰ লোকসকলৰ আদিম বাসস্থান বুলি জনা যায়। পুৰণি ঠাইত এই জনগোষ্ঠীৰ লোকসকল বিভিন্ন ধৰণৰ চিকাৰ কৰা, মাছ মৰা, ঝুম খেতি কৰা, খৰি-কাঠ বিক্ৰী কৰা আদি কাম-কাজ কৰিয়েই জীৱিকা নিৰ্বাহ কৰিছিল বুলি জনা যায়।

এওঁবিলাকে মাঘ-ফাগুন মাহত নিজ গোষ্ঠীয় পূজা হিচাপে গাঁৱৰ সীমা মুৰলীয়া ঠাইত 'জমিন' পূজা বা 'ধৰিত্ৰী' মাৰ পূজা পাতে। পূজাত হাঁহ, কুকুৰা আৰু ছাগলী বলি কাটে। হাবিতলীয়া ঠাইত নানান তৰহৰ হিংস্ৰ জন্তুৰ পৰা ৰক্ষা পাবলৈ আৰু পাহাৰৰ দেৱতাক সন্তুষ্ট কৰাৰ বাবদ 'সিংহ-বাহিনী' দেৱীক পূজা কৰে। ইয়াৰ বাদেও এওঁলোকৰ মাজত কালী পূজা, লক্ষ্মী পূজা, দুৰ্গা পূজাৰ প্ৰচলন আছে। 'ঝুপাৰ' দ্বাৰা পূজাৰ শুভাশুভ নিৰ্ণয় কৰে। পুৰণি কালত এই জাতৰ মাজত নৰ বলিৰ প্ৰথা আছিল বুলিও কয়।

এওঁলোক পাহাড়ীয়া অঞ্চলৰ মালভূমি অঞ্চলত বসবাস কৰিছিল বাবেই মাল-পাহাড়ীয়া নামে জনাজাত হ'ল বুলিও বহুতে কয়। মানুহ মৰিলে পোৰা আৰু পোতা দুয়োটা নিয়মেই আছে। এওঁলোকৰ ক্ৰিয়াকৰ্মত হিন্দু আৰু আদিবাসী ধৰ্মৰ কাৰ্যকলাপ মিশ্ৰিত হৈছে বুলি ক'ব পাৰি। দহা কাৰ্যৰ দিনা মৃতকৰ আনি থোৱা হাড় এডাল পানীত বিসৰ্জন দিয়ে। বিবাহত সেন্দুৰ দিয়া প্ৰথা আছে।

এওঁলোক 'কামধেনু' গাইৰ পৰা সৃষ্টি হৈছে বুলি মত প্ৰকাশ কৰে।



# পৰজা

এই জনগোষ্ঠীৰ লোকসকল উৰিষ্যা, বিহাৰ, মাদ্ৰাজ, মধ্যভাৰতৰ জয়পুৰ, কালান্দী, ময়ুৰভঞ্জ, কৰাপুট আদি ঠাইৰ পৰা অহা বুলি কয়। এওঁবিলাকৰ মাজত জানি পৰজা, জুৰীয়া পৰজা, বাৰি-জুৰিয়া পৰজা, গদাবা পৰজা, পানীংগীা পৰজা, কোণ্ড পৰজা, পেংগ পৰজা, গাণ্ডা পৰজা আদি অনেক ফৈদ আছে। মাদ্ৰাজৰ পৰজা সকল মেলেক্কা, পাৰাসকা, মেৰিয়াক্কা, পুচাক্কা, সাৰাক্কা, হিক্কা, হৈহক্কা, কুলেচকাংগা, খৈকাংগা আদি বিভিন্ন ভাগত বিভক্ত বুলিও কয়।

পুৰণি কালত এওঁবিলাকে জমিদাৰ আৰু আন আন ধনী মানুহৰ ঘৰত কাম-এন কৰি জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয়। বহুতো জমিদাৰী অঞ্চলত এওঁলোক প্ৰজা বা ৰায়ত হিচাপেও থাকিব লগা হৈছিল। এনেবোৰ কাৰণৰ ফলতেই এওঁলোক পৰজা বুলি পৰিচিত হ'ল বুলি কয়।

আন এটা কিংবদন্তি এওঁলোকৰ মাজত প্ৰচলিত আছে যে - পুৰণি কালত এওঁলোকৰ কোনো এক আদিম ৰজাই নিজ ৰাজ্য 'ৱাৰাংলা'ৰ সুখ-সমৃদ্ধি বঢ়াবলৈ 'ধন্তেশ্বৰী' দেৱীক (লক্ষ্মী দেৱী) পূজা কৰি নিজ ৰাজ্যলৈ নিব বিচাৰিলে। দেৱীয়েও ৰজাৰ ভক্তিত তুষ্ট হৈ তেওঁৰ পাছে পাছে যাব বুলি কথা দিলে। কিন্তু ৰজাই যাতে পিছলৈ ঘূৰি নাচায় তাৰ বাবে দেৱীয়ে সতৰ্ক কৰি থলে। কিছুদূৰ যোৱাৰ পাছত 'সাংনাজী-দাংনাজী' নদীৰ বালিত দেৱীৰ ভৰিৰ নূপুৰৰ শব্দ শুনিবলৈ নোপোৱাত ৰজাই মনতে সন্দেহ কৰি 'দেৱী আহিছেনে নাই' বুলি ঘূৰি চাবলৈ লওঁতেই দেৱীৰ খং উঠিল আৰু সেই ঠাইতেই অন্তৰ্ধান হৈ তেওঁলোক আনৰ পৰজা বা বন্দী হৈ থাকিবলৈ অভিশাপ দিলে। তেতিয়াৰ পৰাই সেই ৰজাৰ উত্তৰ পুৰুষসকল ঐশ্বৰ্য-বিভূতি হেৰুৱাই আনৰ 'পৰজা' বা 'বন্দীয়াৰ' পৰজা হিচাপে হেনো পৰিগণিত হ'ল।

এওঁবিলাকৰ বিবাহ কাৰ্যত কিছু বিচিত্ৰতা দেখা যায়। কন্যা বন্দবস্ত কৰিবৰ বাবে প্ৰথমে দৰাঘৰৰ পৰা 'মালাখাড়ি' বা 'আগুৱানদাৰ' এজনক কন্যাঘৰলৈ পঠায়। এইজনে কন্যা ঘৰক খুৱাবলৈ মদ লৈ যায়। কন্যা ঘৰে মান্তি হ'লে সেই মদ খায় আৰু সেই সূত্ৰৰ আঁত ধৰি আন এদিন 'মালাখাড়ি' জনে আন কিছুমান মানুহ লগত লৈ কন্যাক দৰাঘৰলৈ আনে। দৰাঘৰৰ চোতালত দুয়োকে ঢাকি পাৰি বহুৱাই সিহঁতহালৰ ভৰিত কিছু আৰৈ চাউল ছটিয়াই দিয়ে আৰু কুকুৰা এজনী

আনি সেই চাউলখিনি খুৱাবলৈ ধৰে। কুকুৰাজনীক লৈ দৰা কন্যা দুয়োৰে পিঠিত ঢকিয়াই কেইটামান পাখি উঘালি দুয়োবে মূৰত গুজি দিয়ে। ইয়াৰ পাছতে দৰাৰ সোঁ আঙুলি আৰু কন্যাৰ বাওঁহাতৰ কনিষ্ঠ আঙুলি মিলাই দি বিয়াৰ কাম সমাধা কৰে। মাদ্ৰাজ দেশীয় পৰজাৰ নিয়মমতে কন্যাই মুৰগীজনী দৰাৰ ভৰিত আচাৰি মাৰিব লাগে আৰু তাৰ মাংসৰে কুটুমক ৰান্ধি বাঢ়ি খুৱালেই বিয়াৰ কাৰ্য সমাধা হয় বুলি ধৰে। এওঁবিলাকৰ বিয়াত সেন্দুৰৰ প্ৰচলন নাই। পূৰ্বকালত এওঁবিলাকৰ জোঁৱাই বচা প্ৰথা এটা আছিল বুলি কয়। এই প্ৰথা অনুযায়ী জোঁৱাইৰ সাহসিত চাবলৈ দৰা-কন্যাক হাবিলৈ নিয়ে আৰু দৰাৰ অঙ্গত কন্যাই জুইৰ অঙঠা দি পৰীক্ষা কৰে। দৰাই সহ্য কৰিব নোৱাৰি চিঞৰ-বাখৰ কৰিলে কন্যা- প্ৰাৰ্থী হ'ব নোৱাৰে। সাধাৰণতে দৰাৰ প্ৰতি মৰম-চেনেহ আৰু পছন্দ থাকিলে কন্যাই নাম মাত্ৰ অঙঠাৰ সেক দিয়েই এই কাৰ্যৰ ইতি কৰে। অৱশ্যে ফৈদ বিশেষে পৰজা জাতৰ ৰীতি-নীতিও কিছু বেলেগ বুলি কয়।

কন্যা বন্দৱস্তৰ সময়ত 'মালা খাড়িয়াই' নিয়া মদ খোৱাৰ পাছত কিবা কাৰণত যদি কন্যাপক্ষই শেহলৈ ছোৱালী নিদিয়াটো হয়গৈ তেনেহ'লে যিকোনো উপায়েৰে দৰা পক্ষই সেই কন্যা হৰণ কৰিব পাৰে। বলপূৰ্বক হৰণ কৰিলেও দৰা পক্ষক ইয়াৰ বাবে কোনেও দোষী সাব্যস্ত কৰিব নোৱাৰে।

এওঁবিলাকে সকলো জ্ঞাতি-কুটুম মিলি মাঘ-ফাগুন মাহত 'লক্ষ্মী' দেৱীৰ নামত পূজা পাতে। এই পূজাত ম'হ এটা বলি কাটে। ঘৰুৱা পূজা হিচাপে এওঁলোকে 'ইষ্ট' দেৱতাৰ পূজা আৰু গুৰুমাইৰ পূজাও পাতে। চ'ত মাহত পাতে 'চৈত পৰব' বা কৰম পূজা। সাঁহৰাই পূজা, ফাগুৱা পৰব, গাঁও পূজা আদিও মানে। আম খোৱা বতৰত মুৰগী বলি কাটি 'আম পৰব' পালন কৰে।

সন্তানাদি জন্ম হ'লে এওঁলোকে নিজে ক্ষৌৰকৰ্ম কৰে আৰু ৩ দিন, ৭ দিন বা ৯দিনৰ দিনা ৰাইজক ভোজ ভাত খুৱাই চুৱা গুচায়। কোনো লোকৰ মৃত্যু হ'লে পোতা আৰু দাহ কৰা দুয়োটা প্ৰথাই পালন কৰে। শ্মশানৰ পৰা ঘূৰি আহি উপস্থিত সকলোৱে এইদিনা মদ খায়। ৩ দিনৰ দিনা চুত গুচোৱা কাৰ্য কৰি এমাহৰ মূৰত গাহৰি মাৰি ৰাইজক খুৱাই শ্ৰাদ্ধাদি শেষ কৰে। 'ছাঁহিৰ' অনা প্ৰথাও আছে। মাক-বাপেকৰ কোনোবা এজন মৰিলে পুতেকহঁতে চুলি খুৰালেও একোচা চুলি ৰাখি থয়। ইয়েই কোনোবা এজন বাচি থকাৰ ইংগিত বহন কৰে। এনে কৰিলে বাচি থকাজনৰ আয়ুস বাঢ়ে বুলি কয়। এওঁলোকৰ সমাজ- মুৰব্বী জনক 'পেংগাম' বুলি কয়।

মাইকী মানুহে নাকত 'মূৰকা', কানত 'গুনজুংগা', ভৰিত 'আনচুংগা', হাতত

'আজাংগা', ভিঙিত 'নাজুংগা', 'কুৰচাংগা' আদি অলংকাৰ পিন্ধে ।

আন জাতিৰ মানুহক নিজৰ জাতত ল'বলৈ হ'লে এওঁলোকে সিজনৰ চুলি খুৰায় আৰু লোণ গৰম কৰি তেওঁৰ গাত গৰম দাগ দিয়ে বুলি কয় । যাত্ৰাৰ মুহূৰ্তত খৰিভাৰী, সাপ, খালি বস্তু আদি দেখিলে অশুভ বুলি ধৰে ।

পূৰ্বৰ ঠাইত এওঁবিলাকৰ মানুহবোৰে নিজ নিজ পাহাড়ীয়া অঞ্চলত কাংগুল নামৰ ধান, কুৰথী নামৰ দাইল, বাইলু দাইল, মাণ্ডিয়া বা মাৰুৱা, গোমধান, জনি বা ৰামদানা, মন্থুৱা বাজৰা আদিৰ খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয় । চিকাৰ খেদাটো এওঁলোকৰ পূৰ্বাপৰ প্ৰথা । হাতত ধনু-কাঁড়, যঠী, জোং লৈ, বাদ্য-বাজনা কৰি জন্তুক ভয় খুৱাই হাবিৰ মাজৰ পৰা উলিয়াই আনে ।

এওঁবিলাকৰ কাম-কাজৰ আহিলা-পাতি যোগান ধৰিবৰ বাবে পূৰ্বতে 'লহৰা' জাতৰ মানুহ এজনক কিনি লৈছিল বুলিও কয় । পৰজাৰ ভিতৰত যিসকলে যুদ্ধ-বিগ্ৰহত অংশ লৈছিল তেওঁলোকৰ বংশধৰ সকলে 'পাইক পৰজা' বুলিও পৰিচয় দিয়ে ।



# গোঁড়

গোঁড় জাতৰ মানুহবিলাক বিলাসপুৰ, ৰায়পুৰ, ভূপাল, জব্বলপুৰ, ৰিমা আদি ঠাইসমূহৰ পৰা অহা । আদিম অৱস্থাত মধ্য ভাৰতৰ গণ্ডোৱানা নামে ঠাইৰ অধিবাসী আছিল বাবেই এওঁলোক গণ্ড, গঁড় বা গোঁড় নামে পৰিচিত হ'ল বুলি জনা যায় । খেনোৱে অৱশ্যে গণ্ডকী নামৰ নদীৰ পাৰত বাস কৰিছিল বুলিয়েই গঁড় বা গোঁড় হ'ল বুলিও কয় ।

এওঁবিলাকৰ ফৈদ ২৫ টা । যেনে - মাৰকাম, বঘেল চুৰী বা খুচৰু, চৌহান ছেদহহা, কৌৰাম, ডুইকা জগত, কৌমৰা, পাইলা-মাতৰা, কতলাম, সলাম, পুৰভুৰী, পদ্ৰাম, পুৰাম, লেবকা, নবোৰতন, কুংজাম, খুৰসাম, শ্যাম, লেবতা, পদাম, মাংৰা, তাৰম, মাড়ই, টেকাম, নেতাম, সুপ্ৰাম, কৰিয়াম ।

গোত্ৰও ৫ টা । যেনে - (১) চাৰ দেবেৰ নেতাম ঃ ইয়াৰ ব্যাখ্যা এনে ধৰণৰ । বেনু ৰজাক মথন কৰাৰ ফলত জগত নামৰ পুৰুষৰ সৃষ্টি হয় । এই জগত ৰজাই দক্ষিণ দিশলৈ গৈ গংগা দেৱীক আৰাধনা কৰে । ফেনৰূপী পুৰুষ পানীৰূপী স্ত্ৰীৰ সঙ্গমৰ ফলত সৃষ্টি হোৱা ৪ জন পুত্ৰ আৰু এগৰাকী কন্যাক দেৱীয়ে ৰজা জগতক দান কৰে । ৰজাৰ ঔৰসত, কন্যাৰ গৰ্ভত জন্ম লাভ কৰা গদ্দী নেতামক লানজুত, টেকামক দেৱকুঠাৰত, লুপ্ৰামক ধান গাঁৱত আৰু কৰিয়ামক গাধ গাঁৱত ৰজাই সংস্থাপিত কৰে । এই সকল নেতামক কুম্ভ গোত্ৰীয়, গংগা বংশীয় আৰু ৰজঃ গুণৰ বুলি কোৱা হয় । (২) সাত দেবেৰ মাড়ই ঃ ৰজা জগতে নিজ পুত্ৰ ৪ জনক লৈ 'টুকা নাগৰ' আৰাধনা কৰাত নাগৰজাই ৰজালৈ নাগপুত্ৰক দান দিয়ে । এই নাগপুত্ৰই এক নাগকন্যাৰ গৰ্ভত 'বাল বাসুক' নামৰ পুত্ৰৰ জন্ম দিয়ে । বালবাসুকে বিবাহ কৰাৰ ফলত 'অনন্দ'ৰ জনম হয় । শেষত ৬ জনেই মিলি শংকৰ ভগৱানক আৰাধনা কৰে । শংকৰে কপৌ চৰাইৰ কণীৰ পৰা 'গুনজ মাৰা' নামৰ পুত্ৰ সৃষ্টি কৰাত তেওঁলোক সাতজন হয় । এই সাতজন ভম্বৰ গড়, পাৰস গড়, চৌৰাগড়, দেব গড়, হিৰদে গড়, ৰাম গড় আৰু গুংজ গড়ত সংস্থাপিত হয় । এই 'মাড়ই' সকল পুহপুলস্ত গোত্ৰীয়, নাগবংশীয় আৰু তমো গুণৰ অধিকাৰী হয় । (৩) পাঁচ দেবেৰ পুৰভৰী ঃ ৰজা জগতে নেতাম আৰু মাড়ই সকলক লৈ অৰ্জুনৰ আৰাধনা কৰাত নাগকন্যাৰ গৰ্ভজাত পুত্ৰ সোমবংশীয় নাগাৰ্জুনক দান হিচাপে লাভ কৰে । নাগাৰ্জুনৰ পুত্ৰ বেনুৰ শৰীৰ মন্থন কৰাত 'পৰিহাৰ' নামৰ

এক পুত্ৰৰ জন্ম হয় । পৰিহাৰৰ ৫ জন পুত্ৰক, ক্ৰমে পুৰভুটাক বৈৰাগড়ত, পদানক চিছগড়ত , পুবামক বটকী গড়ত, লেবকাক মোতীগড়ত আৰু নবোৰতনক মান গড়ত সংস্থাপিত কৰে । এওঁলোক চন্দ্ৰবংশৰ, পুহচ গোত্ৰৰ আৰু সত্ব গুণৰ অধিকাৰী হয় । (৪) তিনি দেবেৰ মাৰকাম ঃ ৰজা জগতে তিনিও বংশৰ ৰজাক জগত লৈ শ্ৰীযদুৰাজ মহাৰাজৰ আৰাধনা কৰে । যদুৰাজে মুনিসকলক মাতি যজ্ঞৰ ব্যৱস্থা কৰে । যজ্ঞৰ কুণ্ডৰপৰা মাৰকাম, সাণ্ডিল, বঘেল চুৰী বা খুচৰু আৰু চতুৰ্ভূজ চৌহানৰ জন্ম হোৱাত মাৰকাম জাতিৰ সৃষ্টি হয় । (৫) ছয় দেবেৰ ছেদহহা ঃ সুৰ্যবংশী-বেনু ৰজাৰ সন্তান-সন্ততি নথকাত মুনিসকলে তেওঁৰ শৰীৰ মন্থন কৰে । ইয়াৰ দ্বাৰা জগত আৰু পৃথু নামৰ দুই পুত্ৰৰ জন্ম হয় । ৰজা জগতে ৩ গৰাকী ৰাণী বিবাহ কৰাত ১৮ জন পুত্ৰৰ জন্ম হয় । প্ৰথম ৬ জনক ৬টা প্ৰসিদ্ধ গড়ত সংস্থাপিত কৰে । দেবহাড় গড়ত কৌৰাম, চান্দা গড়ত উইকা জগত, ঔগড় গড়ত কুমৰৌ,মুহড়া গড়ত পাইলা মাতৰা, সলকীত কৰলাম, আৰু বলকীত সলাম নামৰ পুত্ৰ সংস্থাপিত হয় । এওঁলোক সূৰ্যবংশী কৌশল গোত্ৰীয় আৰু তমো গুণৰ অধিকাৰী হৈ ছেদহহা জাতৰ সৃষ্টি কৰে । এইদৰে পাঁচ গোত্ৰৰ ভিতৰত ২৫ টা ফৈদ হৈ ৩৬ টা গড়ৰ অধিকাৰ এওঁলোকে পালে বুলি জনা যায় ।

এওঁবিলাকে নিজকে ধ্ৰুব ক্ষত্ৰীয়, ঠাকুৰ, সিং বা সিংদেও, পানিকা, সাহু, ৰিনঝিয়া, গঁড় বা গৌড় বুলিয়েই পৰিচয় দিয়ে । ৰাজগঁড়সকলক ‘৩৬ গড়ীয়াৰ’ শাসক বুলি কোৱা হয় ।

এওঁবিলাকৰ পূজাৰ ভিতৰত ‘বড়দেব’ পূজাই আটাইতকৈ ডাঙৰ । এই পূজা বহাগ মাহৰ ন-জোন ওলোৱাৰ দিনা আগতীয়াকৈ গজাই তোলা বিভিন্ন ধান-মাহ আদিৰ ‘ঝৱা’ তুলি লয় । ইয়াকেই তেওঁলোকৰ ৯ দিনীয়া ‘জাৱাৰা’ উৎসৱ বুলি কয় । এই পূজা গাঁৱৰ পূজা মণ্ডপত ৰাজহুৱাভাৱে পাতে । গাঁৱৰ বা সমাজৰ মুৰব্বী হিচাপে থকা পঞ্চ, চৰপঞ্চ, ৰায় পঞ্চ আদিয়ে নিজ এলেকাৰ পূজা মন্দিৰৰ কেওকাষে বীজ সিঁচি যায় আৰু উপস্থিত ৰাইজে হাতত একোখন লোহাৰ ফাল লৈ প্ৰতীকি ৰূপত মাটি চহোৱাৰ ভাও কৰি পাছে পাছে যায় । ঘৰুৱা থান বা ৰাজহুৱা থান উভয়তে পূজাৰ ঝণ্ডা পোতাৰ বাবে এওঁলোকে একোটা মাড়াই ৰাখে । পূজাত ফুল-পুষ্প আৰু নাৰিকলেই প্ৰধান অৰ্ঘ হিচাপে গণ্য কৰে । ‘ভেৰোবাবাৰ’ স্থান অৰ্থাৎ ঘৰুৱা থানতো এই পূজা অনুষ্ঠিত কৰিব পৰাৰ প্ৰথাও আছে ।

কাতি মাহৰ অমাৱস্যা তিথিত কুল পূজা হিচাপে এওঁলোকে ‘গৌৰা-পাৰ্বতী’ বা শংকৰজীৰ পূজা পাতে । এই পূজাক ‘লিংগ’ দেৱতাৰ পূজা বুলিও কয় । কিংবদন্তি

প্ৰচলিত আছে যে আকাশ-বাসীসকলে শংকৰ ভগৱানৰ মুখ বা মস্তক, মৰ্তবাসীয়ে শিবলিংগ আৰু পাতালবাসী সকলেহে শিৱ শংকৰজীৰ চৰণদ্বয় সেৱা কৰা উচিত। কপৌৰূপী পাৰ্বতীৰ গৰ্ভত জন্ম লাভ কৰা 'মাডই' বংশীয় 'গুংক্ৰমাৰা' গৌড়েহে এই পূজা মাতৃৰ আদেশত ২৫ ঘৰ গৌড় জাতিৰ মাজত প্ৰথমে প্ৰৱৰ্তন আৰু প্ৰচাৰ কৰিছিল বুলি প্ৰবাদ আছে। এই পূজাত নাম-সংকীৰ্তন কৰি তিৰোতা মানুহে নিজ গোষ্ঠীয় সকলৰ চোতালে চোতালে গৈ নাচ-বাগ কৰে। এনে ধৰণৰ নাম প্ৰসঙ্গক 'চুৱা নাম' (মাতৃ গান) বুলি কয়। পূজাত জীৱ হত্যা কৰা নহয়। পিছদিনা গৰয়া পূজা অনুষ্ঠিত কৰি গৰু-গাইক গা-পা ধুৱায়। প্ৰসাদ হিচাপে খিঁচৰি বনায়। এনে প্ৰসাদ তিৰোতা মানুহক নিদিয়ে। পূজা উপলক্ষ্যে মানুহ-গৰু উভয়েই চোতালত খিচিৰি খায়। গৰুৰ জুঠা খোৱাটো এইদিনা এওঁলোকৰ সামাজিক ৰীতি। ইয়াৰ উপৰিও এওঁলোকে কালী, দুৰ্গা, লক্ষ্মী, কৰম, ফাগুৱা, গ্ৰামপূজা আদিও মানে বুলি কয়।

নতুন সন্তান জন্ম হ'লে ৯ দিনত নৰতা আৰু ২১ দিনত ছটী বা একৈশা পাতি শুধি হয়। এনে অশৌচ হ'লে কুঁৱা-নাদ আদিৰ পানীও অশুচি বুলি গণ্য কৰে। ছটীৰ দিনা, সেয়েহে, প্ৰসূতিয়ে কুঁৱাৰ পাৰত কুঁৱা পূজা কৰি পানীক 'শুদ্ধ' কৰা নিয়ম।

কোনো ব্যক্তিৰ মৃত্যু হ'লে ১০ দিনীয়া কাৰ্যৰ দিনা গঞা ৰাইজক ভোজ আদি খুৱায়। ইয়াৰ ছমাহ বা বছৰেকৰ মূৰত 'ছাঁহিৰ' অনা অনুষ্ঠান পাতে। এই নিয়ম কৰোঁতে এজনে এটা ঘটত তেল-হালধি আদি ঘঁহি ঘৰৰ চৌহদত লুকুৱাই ৰাখে। পাণ্ডা এজনে দেওধনী উঠি নাচি-বাগি নদীৰ ঘাটলৈ যায় আৰু স্নান কৰি ঘূৰি আহি কহুঁৱা বনৰ 'কড়ৰাবে' কলহৰ কেওকাষে কোবায়। এই পৰ্বৰ পাছত কলহটো ওচৰৰ এজোপা ডাঙৰ গছত আঁৰি দি তাৰ তলত পাঠা ছাগলী বলি কাটি 'ঝুপা' উঠায়। ইয়াৰ দ্বাৰা আত্মাটোৱে গছ জোপাত থিত লৈছে নে নাই এই কথাও জানি লয়। আন আন জাতিৰ দৰে এওঁলোকে ঘৰৰ ভিতৰত ছাঁহিৰ সোমোৱাৰ প্ৰথা নাই।

এওঁবিলাকৰ বিবাহৰ এক উল্লেখনীয় বিষয় এয়ে যে দৰা পক্ষ আহি পোৱাৰ লগে লগে কন্যা পক্ষই জলকীয়াৰ গুড়ি মিহলোৱা পানী দি সম্ভাষণ জনায়। দৰাই পদুলিমুখত বিছনী দলিওৱা নিয়ম। পীৰাত বহিয়েই দৰাই কন্যাক সেন্দুৰ দিয়ে। আঠ মঙ্গলাৰ শেষত কন্যাক পিতৃ গৃহত কিছুদিনৰ বাবে থাকিবলৈ দিয়া হয়। এওঁবিলাকৰ মাজত বাল্য-বিবাহৰো প্ৰচলন আছে। উপযুক্ত বয়সত কন্যাক ঘূৰাই আনোতে 'গাওনা' নামৰ অনুষ্ঠান পাতে। এনে অনুষ্ঠানৰ বেলিকা ছাগলী এটা

অন্ত্রেৰে নাকাটি শিক্ত অস্হাব মাৰিহে মৰা হয় । ইয়াৰেই ৰাইজক ভোজ খুৱাই কন্যাক বিদায় দিয়ে । বিধবা বিবাহো এওঁলোকৰ মাজত প্রচলিত আছে । বলেৰে কন্যা ধৰি নিয়াৰ প্রথাও আছে ।

এওঁলোকৰ মাজত ছুৰী গোত্রীয়সকলে সেন্দুৰ নিপিন্ধে । বিয়া উপলক্ষে দৰা-কন্যাক 'পাৰা' বা কুলাত বহুৱাই নাচ নচা নিয়ম আছে ।

উৰিষ্যা আৰু ৰাঁচী অঞ্চলৰ গঁড় বিলাকে পয়া, অইমা, পডেটি আদি বুলিও চিনাকি দিয়ে । সেইদৰে মাৰাই, মাৰকম, মহানন্দী, সিং, টিকাম বুলি গোত্রবো পৰিচয় দিয়ে । এওঁলোকে মাছ-মাংস আদি খোৱা-বোৱা কৰোতে হিন্দুৰ আচাৰ-বিচাৰ নামানে । এই গৌড় জাতিৰ পৰাই মাৰিয়া, মুৰিয়া, কয়া আদি জাতবোৰ উদ্ভৱ হৈ বেলেগ জাত হ'ল বুলি জনা যায় ।

এই গোষ্ঠীৰ মাইকী মানুহে হাত আৰু বাহুত কাকনা, ৰাংচী, বাজু, বাজুবইটা, ভৰিত পঁয়ৰী, গড়মূল, ঝুটীয়া, কঁপালত টিক্‌লি, মূৰত সীতাপটী, ডিঙিত হাঁসলি আদি বহুধৰণৰ অলংকাৰ পিন্ধে । ফৈদ অনুযায়ী হাতে-ভৰিয়ে বিভিন্ন ৰকমৰ খদা লয় । এওঁলোকৰ পিন্ধন বস্ত্র লাল ৰঙৰ হোৱাটো জাতিৰ চিন । জব্বলপুৰীয়া গঁড়ৰ তিৰোতাবোৰে মতা মানুহৰ দৰে পোন্ধ মাৰি শাৰী পিন্ধে । মতা মানুহবোৰে এসময়ত মূৰৰ তালুত একোচা দীঘল চুলি ৰাখি গঁড় জাতৰ বিশেষ চিন ৰাখিছিল । মতা মানুহৰ ভিতৰতো খদা লোৱাৰ প্রথা আছে ।

আদিম কালত এই গৌড় সকলৰ 'গণ্ডোৱানা' নামৰ ৰাজ্যখন ভিন ভিন সময়ত ভিন ভিন শত্রুৱে আক্রমণ কৰিছিল । ইয়াৰ ফলত এই জাতি গোষ্ঠীৰ পূৰ্বজসকলে দিহিঙে-দিপাঙে ঘূৰি গা ঢাকি ফুৰিব লগা হৈছিল আৰু বিভিন্ন জাতি-প্রজাতিৰ মাজত থানথিত লৈছিল বুলি জনৰব আছে । এনেদৰে থাকোতে আন আন জাতৰ লগত মিশ্রণ ঘটি 'কল গঁড়', 'কালাৰ গঁড়', 'বাছুৰ গঁড়:', 'প্রধান গঁড়', 'পৰজা গঁড়', 'কয়া গঁড়', আদি বিভিন্ন জাতৰ গঁড়গোষ্ঠীৰ হেনো সৃষ্টি হয় ।



# কন্ধ

উৰিষ্যাৰ বিভিন্ন সৰু-বৰ ঠাইসমূহ যেনে - ৱালটিৰ, বৰহমপুৰ, উদৰগিৰি, বচনুকুণ্ডা, পিকৰড়ি, বৰিমুণ্ডা, কামা গুড়া, ফুডুগুড়া, টিজবালি, বড়দাইনী, দশপলা, অনুগুল আদি পাহাৰীয়া অঞ্চলৰ পৰাই এই জাতিগোষ্ঠী অসমলৈ আহিছে। এওঁলোক ঘাইকৈ জিমদাৰ কন্ধ, জানি কন্ধ, নাগুৰীয়া কন্ধ, হলদিয়া কন্ধ, আদি ভাগত বিভক্ত। জিমদাৰসকলেই জমিদাৰ শ্ৰেণীৰ আৰু হলদিয়া সকল, বিশেষকৈ হালধিৰ খেতিকেই প্ৰধান বৃত্তি হিচাপে লোৱা ৰায়ত শ্ৰেণীৰ লোক আছিল। জমিদাৰসকল হেনো ১৮-২০ খন বীচি বা গাঁৱৰ ৰজা আছিল বাবেই 'প্ৰধান' হিচাপেও জনাজাত হয়। আন আন ৰায়ত কন্ধৰ লগত 'প্ৰধান' কন্ধসকলৰ সামাজিকভাবে খোৱা-বোৱা, দিয়া লোৱা আদি কোনোধৰণৰ সংশ্ৰৱ নাছিল। এওঁলোক বামুণপন্থী আৰু বিবাহ আদিত সেন্দুৰ চলে। পুৰণি নিয়মমতে বিয়াৰ ভোজ হিচাপে তলতীয়া 'হলদিয়া'ৰ মাজত এওঁলোকে ভাত আৰু ম'হৰ মাংস বিলাই দিয়া নিয়ম আছিল। এওঁলোকে 'দোলযাত্ৰা' মানে আৰু এই উপলক্ষ্যে আন আন জাতি-প্ৰজাতিক ভোজ খুৱায়। পুৰণি নিয়মমতে জমিদাৰৰ ঘৰৰ চোতালতেই ১৮-২০ খন গাঁৱৰ ৰায়তসকল মিলিত হৈছিল। ইয়াৰ পৰাই জমিদাৰী সীমাৰ মূৰলৈ গৈ 'প্ৰধান'ৰ পৃষ্ঠপোষকতাত 'জমিন' পূজাত ভাগ লৈছিল। এই পূজা ৰায়তসকলে কৰাৰ নিয়ম নাছিল। বিভিন্ন জীব-জন্তু বলি বিধান দিয়া এই পূজাত ৰায়তসকলে ভাগে ভাগে হাড়ি-ভাণ্ড নি ৰন্ধা-বঢ়া কৰি খোৱা-বোৱা কৰিছিল। এই 'প্ৰধান' জমিদাৰৰ চোতালতেই 'দোল যাত্ৰা'ৰ সময়ত সকলোৱে মিলি-জুলি কুলশ্ৰেষ্ঠ দেৱতাৰ অৰ্চনা কৰিছিল। বহাগ মাহৰ ১ম সপ্তাহত পালন কৰা গ্ৰামদেৱীৰ পূজাক এওঁলোকে দ্বিতীয় শ্ৰেষ্ঠ পূজা বুলি ধৰে। ইয়াৰ উপৰিও পুৰণি প্ৰথা অনুযায়ী এওঁলোকে গাঁৱৰ বাহিৰত পাহাড় পূজা, ডাংগৰীয়া পূজা, বুঢ়ী-ঠাকুৰাণী মা'ৰ পূজা আদিও পাতে। উৎসৱ হিচাপে মকৰ সংক্ৰান্তি, দেৱালী আৰু ফাগুৱাও মানে। 'দেহৰী'ৰ যোগে ঝুপা উঠাই পূজাৰ শুভাশুভ চোৱা চিতা কৰায়। এওঁবিলাকে পূজাৰীজনক 'বিচি', সমাজ মুৰব্বীজনক পুৰণি কথাত 'দীগুলা' আৰু পালিবোৰক 'চাটিয়া' বুলি কয়। গোত্ৰ হিচাপে নাগ, সোনা, বাঘ, কুম্ভ আৰু বংশ হিচাপে 'গংগাবংশীয়' বুলি কয়। এই সমাজত সেন্দুৰ লোৱা আৰু খদাৰ প্ৰথা নাই। প্ৰতি কাৰ্যত এওঁলোকে জনজাতীয় নিয়ম-ধৰম মানি চলে। হলদিয়াসকলৰ পুৰণি

দস্তুৰমতে বিয়াৰ সময়ত নদীৰ কিনাৰত পোৱা ঝাউ বনেৰে দৰাই মৌড় বনাই পিন্ধে । সেইদৰে বিভিন্ন পূজা-পাৰ্বনত মূৰত পহুৰ শিং নাইবা গছ পাত আদি বান্ধি নাচ-বাগ কৰাৰ নিয়ম আছিল । কন্যাৰ গা-ধন হিচাপে 'দুকুপী' মদ আৰু এহাল ম'হ দিয়াৰ নিয়ম আছিল ।

নতুন জন্মৰ বেলিকা নিজৰ মানুহৰ দ্বাৰাই একৈশ দিনত ছটা পতা নিয়ম আছে । মৃতকৰ কাম-কাজ ৩ দিনত তিলনী আৰু ১২ দিনত 'ঘাট' পাতি শেষ কৰে । মৃত্যুৰ দিনা বাদ্য-বাজনা কৰি মৃতকৰ সদগতিৰ বাবে প্ৰাৰ্থনা কৰাৰ নিয়ম আছিল । পুৰণি দস্তুৰমতে পূৰ্বৰ ঠাইত অবিবাহিত ডেকাসকলে 'ডাংগুৱা' ঘৰত ৰাত্ৰি যাপন কৰাৰ নিয়ম আছিল ।

হলদিয়া সকলে অতীজকালত হলদি বাড়ীৰ পূজা উপলক্ষে নৰবলি দিয়াৰ প্ৰথা আছিল বুলি কয় । কিন্তু কোনোবা এসময়ত ৰাতিৰ আন্ধাৰত, নাতিনীৰ পৰিবৰ্তে নিজৰ পুত্ৰক বলি দিবলৈ নি, পূজাৰ থলীতহে আচল কথা সদৰি হোৱাত বলি দিয়া ৰহিত কৰিলে । তেতিয়াৰ পৰাই এই বলিৰ প্ৰথা উঠি গ'ল বুলি বুঢ়া লোকৰ মুখত শুনা যায় ।

'প্ৰধান' জমিদাৰসকলে হাতী, ঘোৰা, দোলা, বাগী আদিতহে আৰোহন কৰিছিল আৰু নিজ নিজ জমিদাৰী এলেকাত বিভিন্ন বৃত্তিয়াল জাতিক সংস্থাপন কৰিছিল । জমিদাৰীবিলাকত হালধি, সৰিয়হ, ৰহৰ, কুৰথী দাইল, কাণ্ডুল দাইল আদিৰেই প্ৰধানকৈ খেতি কৰা হৈছিল । কাম-কাজৰ বেলিকা পানীৰ পৰিবৰ্তে মদ আদিও জমিদাৰৰ ঘৰৰ পৰা যোগান দিছিল বুলি পুৰণি চামৰ বুঢ়াসকলে কয় ।

এই জাতৰ মাইকী মানুহে কাণত আঙঠিৰ দৰে 'কিচাৰক্' নামৰ অলংকাৰ, ভৰিত 'বালা', নাকত 'মাক্‌ড়ি' আৰু ডিঙিত বাবে ৰহনীয়া মালা আদি পিন্ধে । পুৰণি কালত সামান্য পৰিমাণেহে কাপোৰ-কানি পিন্ধিছিল বুলি কয় ।

কন্দ জাতিৰ বিষয়ে কেইবাটাও প্ৰবাদ কাহিনী শুনা যায় । ইয়াৰ ভিতৰত পৰ্বত-পাহাৰৰ কন্দৰ-গহ্বৰত বসবাস কৰিছিল বাবেই 'কন্দ' নাম হ'ল হেনো ।

আকৌ হাবিয়ে-বননিয়ে ফল-মূল, আলু-কন্দা আদি খাই-বৈ থাকিছিল ব্যুৱেই 'কন্দ' নাম পালে বুলি কিছুৱে কয় । কিছুমানে কয় যে এওঁলোকৰ আদিম পুৰুষ এজনে কোনো এক সময়ত হেনো ভগৱানক স্কন্দত বা কান্ধত তুলি পাহাৰৰ বাট-পথ দেখুৱাই দিছিল । ভগৱানক কান্ধত লোৱাৰপৰাই এওঁলোক 'কন্দ' হিচাপে হেনো জনাজাত হ'ল ।



# বাইগা

মধ্যপ্ৰদেশ, বিলাসপুৰ আদি ঠাই সমূহৰ পৰা বাইগাসকলৰ আমদানি হৈছিল। এওঁলোকৰ মাজত টঁড়ীয়া বাইগা, ধৰীয়া বাইগা, পাটনীয়া বাইগা, ভাঁইনঠী, দেবাড়ীয়ান বাইগা, চৰজামিয়া বাইগা আদি ধৰণৰ ভাগ আছে। ইয়াৰ ভিতৰত চৰজামিয়াসকল উচ্চ আৰু টঁড়ীয়াসকল নিম্ন বুলি পৰিগণিত।

এওঁলোকৰ গোষ্ঠীগত শ্ৰেষ্ঠ পূজাক 'নাডু পূজা' বুলি কয়। ফাগুন-চ'ত মাহত প্ৰতি ৪ বছৰৰ মূৰত ঘৰৰ দৰজা মুখ বা দেহ্‌লীৰ ওপৰত এই পূজা পাতে। এনে পূজাৰ দ্বাৰা ঘৰ-ঘৰোৱালীৰ দেৱতা, ধৰিত্ৰী দেৱতা আদি সন্তুষ্ট থাকে বুলি বিশ্বাস কৰা হয়। পূজা ভাগ পাতোতে গাহৰি এটা মাৰে। এই উপলক্ষ্যে আন এটা গাহৰি আৰু কলা বৰণৰ মুৰগী এটা 'বাঘেশ্বৰ' দেৱতাৰ নামত 'মানসিক' এৰে। বাঘ দেৱতা সন্তুষ্ট থাকিলে পোহনীয়া জীৱ-জন্তুৰ হানি-বিঘিনি নঘটে বুলি জনবিশ্বাস আছে। ইষ্ট-কুটুম্বৰ কুশল চিন্তা কৰি ঘৰৰ ভিতৰত থানত 'থানা পূজা' কৰে। এই পূজাত মুৰগীৰ বলি আগবঢ়ায়। গোষ্ঠীগত নহ'লেও এওঁলোকৰ বহুতেই কালীপূজা আৰু দুৰ্গা পূজা মানে।

এই জাতিৰ বিবাহ কাৰ্যত সেন্দুৰ আৰু কাজল পিন্ধাৰ নিয়ম নাই। দৰাই নিজৰ ভৰিৰ তলুৱাৰ ধূলি আৰু হালধিৰ ৰং কন্যাৰ কপালত সানি দিলেই বিবাহ কাৰ্য শেষ হৈছে বুলি ধৰে। বিবাহ উপলক্ষ্যে ঘৰ-পৰৰ সকলোৱে হালধিৰ ৰং বোলোৱা বস্ত্ৰ পৰিধান কৰে। বিয়াৰ কাম-কাজ সমাজৰ 'দেৱাৰ' পদবীৰ পুৰোহিতে সম্পন্ন কৰে। সমাজৰ শাসক মুৰব্বীজনক 'গাঁৱঠীয়া' বুলি কয়। একে গোত্ৰ, একেখন গাঁও বা পালৰ ভিতৰত, ৰক্তৰ কোনো সম্বন্ধ নাথাকিলেও বিবাহ নহয়।

এই সমাজত কন্যাৰ গা-ধন বৰ বেছি বুলি কয়। সেয়েহে বহুতো দৰাই কন্যাৰ বাবে ঘৰজোঁৱাই (গহৰি বা লামচেনা) খটা প্ৰথা আছে। পূৰ্বৰ ঠাইত ধনী-মানী, শক্তিশালী আৰু বিত্তবান সকলে একেলগে বহুতো কন্যাক ধন-সোণ দি বিবাহ কৰাইছিল বুলি পুৰণি চামৰ বুঢ়া-বুঢ়ীসকলে কয়। পুৰণি দস্তুৰমতে এওঁবিলাকৰ মাজত বাল্য বিবাহৰো প্ৰচলন আছিল।

সন্তান জন্ম হ'লে ৯ দিনত কুৰাকুৰি হৈ ২১ দিন বা ততোধিক দিনৰ মূৰত

ছটী পাতে। ছটী পাৰ নোহোৱা পৰ্যন্ত প্ৰসূতিয়ে বাহিৰ-ভিতৰত অবাধে ফুৰা-চকা কৰিব নোৱাৰে। মৰিলে পোতাৰ নিয়মহে আছে। 'তিলনী' আৰু 'ঘাট' পাতি 'ছাঁহিৰ' আনে। নাপিতৰ কাম-কাজবোৰ বিয়ৈ বা সমদী বা তেনে সম্বন্ধীয় লোকৰ দ্বাৰা সম্পন্ন হয়। ইয়াৰ বাবে তেওঁক মাননী দিয়ে। এই কিজনৰ অবিহনে ভাগিন· অথবা ভিনীহি সম্বন্ধ লোকেও এনে কৰ্ম কৰে।

পূৰ্বৰ ঠাইত এওঁলোকে বিভিন্ন ধৰণৰ খেতি-বাতি কৰাৰ উপৰিও, চিকাৰ কৰা, মাছ মৰা, কাঠী-কামীৰ কাম আদি কৰি জীৱিকা নিৰ্বাহ কৰিছিল। 'ভাইনঠী', টঁড়ীয়া' আদি ফৈদৰ লোকসকলে বিভিন্ন ধৰণৰ বাঁহ-বেতৰ কাম, বোৱা-কটা কৰা কাম আদিত পাকৈত আছিল বুলি জনা যায়। আন আন সকলে 'বেৱাৰ' বা ঝুম খেতি কৰিছিল আৰু ইয়াৰ বাবে বহুতো দেও-ভূতৰ পূজাও কৰিছিল।

এই জাতৰ তিৰোতা মানুহে মূৰত সীতাপটী নামৰ অলংকাৰ নিপিন্ধে। হাত ভৰি আদিত বিভিন্ন ধৰণৰ খদা বা টাটু লৈ নিজ নিজ ফৈদৰ চিনাকি দিয়ে বুলিও কয়।



# খাড়িয়া

খাড়িয়া জনগোষ্ঠীৰ আদি বাসস্থান আছিল উৰিষ্যাৰ বিভিন্ন পাহাৰী অঞ্চল আৰু মানভূম, ছোট নাগপুৰ আদি ঠাইসমূহ। এওঁবিলাক দুধ্ খাড়িয়া, ধোলক বা ঢেঙ্কী খাড়িয়া, মুণ্ডা খাড়িয়া, কল খাড়িয়া, এবেঙ্গা খাড়িয়া, পুৰাণ খাড়িয়া আদি কেইবাটাও খেলত বিভক্ত। সেইদৰে বিভিন্ন গোত্ৰ বা কিলি আছে। যেনে - মুৰা ( কাছ ), সুৰেন (পাথৰ), চমাদ (পহু), মৈল (ধূলি), আইন্দ (মাছ), ডুংডুং (এবিধ মাছ), চাৰলিহা (ফল), চৰাঃ (এবিধ চৰাই ), তপ্প (এবিধ চৰাই ) ইত্যাদি।

মুণ্ডা গোষ্ঠীৰ দৰেই এওঁলোকে 'সিং বোংগা' বা সূৰ্য দেৱতাক সৰ্বশ্ৰেষ্ঠ কূল দেৱতা বুলি বিবেচনা কৰে। বিপদ আপদক দূৰীভূত কৰিবলৈ এই দেৱতাৰ পূজা কৰে। বুৰুবুংগা, মাৰাং বুৰু বা পাট চাৰনা দেবতাকো পূজা কৰে। এওঁক পৰ্বত বা গিৰিদেৱতাও বুলি কয়। পৰ্বত-পাহাৰত থাকি এই দেৱতাজনেই পানী-বৰষুণ আদি দিয়ে বুলি বিশ্বাস কৰে। এই দেৱতাৰ সন্তুষ্টিৰ বাবেই এওঁলোকে পাহাৰীয়া বা হাবি অঞ্চলত গৈ, নাইবা পাহাৰৰ প্ৰতীক হিচাপে গণ্য কৰা উঁই-হাঁফুলৰ ওপৰত পূজা অৰ্চনা কৰে। এই পূজাক 'বড় পাহাৰী ' বুলিও কয়। বসন্ত উৎসৱ হিচাপে 'চাৰহুল' বা 'চাঁৰুল' পূজা পাতে। এই পূজাত ৯ বিধ নতুন ফলেৰে তৰকাৰী বনায়। পূজাত বিভিন্ন ফুল-পুষ্প সংগ্ৰহ কৰি ঘৰ-দুৱাৰ সজাই তোলে। এই উৎসৱত নাচ-গানো কৰে। গৰু-গাইৰ উন্নতিৰ বাবে কাতি মাহত 'সাঁহৰাই' পূজা পাতে। এই উৎসৱত জাহলী গীত গাই গৰু জাগৰণ কৰে। মাঘ পৰব বা মকৰ সংক্ৰান্তিও মানে। পূজা-পাৰ্বনৰ সকলো 'পাহান'ৰ জৰিয়তেই সমাধা কৰে।

পুৰণি দস্তুৰমতে বিবাহৰ বেলিকা দৰাই কন্যাপক্ষক কেইবাটাও গৰু বা ম'হ দিব লগা হৈছিল। বৰ্তমানে এই নিয়মৰ কিছু তাৰতম্য ঘটিছে। মাড়ুৱা বেদীত দৰা-কন্যাই পাঁচ মুঠি খেৰ আৰু যুঁৱলিত থিয় হোৱাৰ পাছত কন্যাৰ মূৰৰ সেঁওতাত দৰাই সেন্দুৰ দিয়ে। কন্যায়ো সেইদৰে দৰাৰ কঁপালত সেন্দুৰৰ ফোঁট দিলেই বিবাহৰ প্ৰাথমিক পৰ্ব শেষ হয় বুলি ধৰে। ইয়াৰ পাছত 'চুমান' আৰু 'ভোজন'ৰ পৰ্ব চলে। কিছু কিছু ঠাইত দৰাক ধানৰ মুঠি লৈ নাচিবলৈ দিয়ে। মাড়ুৱা বেদীত নচা এই নাচে কৃষি কৰ্মৰ কথাকেই সোঁৱৰাই বুলি অনুমান হয়। এসময়ত এওঁলোকৰ মাজত কন্যাৰ পণ ইমান বেছি আছিল যে দুখীয়া শ্ৰেণীৰ দৰাই সেই

পণ দিব নোৱাৰি কন্যাক বলপূৰ্বকভাবে সেন্দুৰ ঘাঁহি হৰণ কৰিবলগা হৈছিল। সেন্দুৰ ঘঁহাৰ বাবে দৰাই ৰাইজক ভোজ আদি দিব লগা হ'লেও কন্যাপণৰ পৰা নিস্তাৰ পাইছিল। একে গোত্ৰত এওঁলোকে বিবাহ নেপাতে। অৱশ্যে দূৰ সম্পৰ্কীয় মাতুল বংশত সম্বন্ধ কৰাত বাধা নাই। বিধবা বিবাহো এওঁলোকৰ মাজত প্ৰচলিত আছে.। 'সাংগা' অনুষ্ঠান পাতি দৰা-কন্যাৰ ঘৰ জোৰা হয়। বিবাহাদিৰ কাজ-কৰম সমূহ দুয়ো পক্ষই এজন মধ্যস্থতাকাৰী বা 'দণ্ডিয়াৰ' নিৰ্বাচন কৰি সমাধা কৰে।

সন্তান জন্মৰ বেলিকা ৯ দিনত নদিনীয়া আৰু একৈশ দিনত একৈশা পাতে। সন্তানৰ নাম বচা কাৰ্য মুণ্ডা জাতিৰ লগত একেই। মৰিলে পোৰা আৰু পোতা দুয়োটা নিয়মেই আছে। মৃতকক পুতিলে ভেটীৰ ওপৰত এজোপা গছ ৰোৱে আৰু খ্ৰোনোৱে শিল পোতে। পুৰিলে কিছুৱে ছাঁই অলপ আনি ঘাটৰ দিনা পানীত বিসৰ্জন দিয়ে। তিনিদিনৰ পৰা দহা নোযোৱা পৰ্যন্ত দুই বা ততোধিক পথৰ সঙ্গমস্থলত মৃতকলৈ আহাৰ যোগান দিয়ে। ঘাটৰ দিনা 'ছাঁহিৰ' আনে। এওঁলোকৰ বহু ক্ৰিয়া-কলাপ মুণ্ডা জাতিৰ লগত মিলে।

এওঁলোক ময়ূৰ চৰাইৰ পৰা উৎপত্তি হৈছে বুলি কয়। সেইদৰে হেনো 'পুৰাণ' জাতটোৰো সৃষ্টি হৈছে।



# অসুৰ

অসুৰ জাতিৰ সৃষ্টিৰ বিষয়ে মুখ বাগৰি অহা কিংবদন্তী প্ৰচলিত আছে যে আদিম কালত 'সাতভাউৰা' নামৰ এক পাহাৰী অঞ্চল আছিল ।এই অঞ্চলত বাস কৰা লোকসকলৰ ভিতৰত কোনো এক পৰিয়ালত ৬ জন ভাই-ককাই আৰু একজনী সৰু ভনী আছিল । এই পৰিয়ালটিয়ে লোহা বনোৱা কাম জানিছিল আৰু তাৰ বেহা-বেপাৰ কৰিয়েই পোহ·পাল গৈছিল । সেই সময়ত ভাত আদি আহাৰৰ প্ৰচলন নাছিল বাবে লোহা বনাওঁতে যিখিনি গুৰি ওলাইছিল সেইখিনিকে সিহঁতে আহাৰ হিচাপে হেনো গ্ৰহণ কৰিছিল । এই কথা দেখি-শুনি ঈশ্বৰ ভগৱানে অন্তৰত বৰ দুখ পাই এদিন ৬ ভাই নোহোৱা অৱস্থাত ছোৱালীজনীক আহি লগ কৰে । আহোতে বুঢ়ালোকৰ বেশ লৈ আহে । প্ৰথমেই আহি ছোৱালীজনীক বৰ দিম বুলি কৈ শেষত হেনো আন আন কথা পাতি গুচি গ'ল । এইদৰে দ্বিতীয় দিনাও আহিল আৰু গ'ল । এনেদৰে ষষ্ঠ দিন পৰ্যন্ত অহা-যোৱা কৰিলে ।

সপ্তম দিনা আহিয়েই বুঢ়া ভগৱানে 'ঘৰ-বখাৰ' হৈছে বুলি কৈ ছোৱালীজনীক মূৰটো পিটিকি দিবলৈ ক'লে । ছোৱালীজনীয়েও মূৰটো পিটিকাৰ ছলতে বৰ দিয়া কথাটো সোঁৱৰাই দিলে । এই কথা শুনি বুঢ়াই খোচোনাৰপৰা চাউল এটা আৰু দাইল এটা উলিয়াই কিদৰে ৰন্ধা-বঢ়া কৰিব লাগে সকলো কথা বুজাই কৈ গুছি গ'ল । ছোৱালীজনীয়ে মনৰ আনন্দত ভাত-দাইল ৰান্ধি ককায়েকহঁত ঘূৰি অহালৈ বাট চালে । যথাসময়ত ককায়েকহঁত অহাত মলমলাই থকা ভাত-দাইল খিনি সিঁহতলৈ ভাগে ভাগে আগবঢ়াই দিলে । এবিধ নতুন আহাৰ পাই সিহঁতে আনকালতকৈ দুগুণ খালে আৰু বিছনাত পৰাৰ লগে লগে টোপনি গ'ল । সাতদিন সাত ৰাতি এনেকৈ শোৱাৰ পাছতহে সিহঁতৰ টোপনি ভাগিল । সাৰ পাই উঠিয়েই আটাইকেইটাই ভাত-দাইলক বিহ বুলি ধৰিলে আৰু ভনীয়েকে সঁচা কথা নক'লে বিভিন্ন শাস্তি দিয়াৰ ভাবুকিও দিলে । ছোৱালীজনীয়ে ভয়ত সকলো কথা বিবৰি কোৱাত বুঢ়াৰ ওপৰত ককায়েকহঁতৰ ভীষণ খং উঠিল । সেয়েহে বুঢ়াক এসেকা দিবলৈ ঠিক কৰি সিহঁত আটাইকেইটা ঘৰৰ ভিতৰত লুকাই থাকিল । বুঢ়া ভগৱানে এইদিনাই কিছু নতুন শস্যৰ বীজ লৈ ছোৱালীজনীৰ ওচৰলৈ আহিল । এই ছেগতে বুঢ়াক আটাইকেইটাই আগুৰি ধৰে আৰু মাৰ-পিট কৰি, হাত-ভৰি বান্ধি একুৰা জ্বলন্ত জুইত দলিয়াই দিয়ে । এনে মুহূৰ্তত ভগৱানে স্বৰূপ ধৰি আকাশলৈ উঠি যায় । আৰু সিঁহতক সম্বোধি কয় - 'তহঁতৰ দুখ দেখি মই তহঁতৰেই উপকাৰ কৰিবলৈ আহিছিলো । কিন্তু তহঁতে এই কথা বুজি নেপালি । তহঁতক মই কোনো অভিশাপ নিদিওঁ যদিও তহঁতে বংশানুক্ৰমিক ভাবে মই দি

থৈ অহা শস্যৰ গুটিৰেই ফচল ফলাই খাই লৈ থাকিবি । তইঁতৰ মাজত লোহা খোৱা প্ৰথা নাইকিয়া হ'লেও আচাৰ-বিচাৰ অসুৰৰ দৰে হ'ব আৰু লোহা খোৱা অসুৰ বুলিয়েই জগতে জানিব ।' এইদিনৰপৰাই এওঁলোক হেনো লহৰা বা লোহাৰ বা অসুৰ হিচাপে জনাজাত হ'ল ।

এই জাতিৰ মাজতো বিভিন্ন 'কিলি' বা 'পাৰিচৰ' আছে । ইয়াৰ ভিতৰত পাল্‌মা, খেদুৱা, হানিয়াৰ, বেংচৰুৱা, তৰিয়াল, পৰজা নাগবাঁসী, নাগবাঁসী আগাৰিয়া আদিয়েই প্ৰধান । ইয়াৰ ভিতৰত হানিয়াৰ সকলে নিজক শ্ৰেষ্ঠ বুলি কয় । সেইদৰে তৰিয়াল সকলক নিম্ন বুলি কয় । প্ৰধানতঃ এওঁলোকে 'অসুৰ' বুলি পৰিচয় দিয়ে যদিও নামৰ পাছত বৰ্ণিত কিলি বা ফৈদটোৰেও বহুতে চিনাকি দিয়ে ।

এওঁলোকৰ আটাইতকৈ ডাঙৰ আৰু উপাস্য দেৱতাজনক 'সিং বোংগা' বা সূৰ্য দেৱতা বুলি কয় । মাঘ-ফাগুন মাহত এই দেৱতাৰ পূজা পাতে । বিভিন্ন বলি বিধানেৰে এই পূজা সম্পন্ন কৰে । এই পূজাৰ ওপৰিও এওঁলোকে আষাঢ়ী পূজা, গৰয়া পূজা, ডাংগৰীয়া পূজা, দুৰ্গা পূজা, কালী পূজা, মনসা পূজা আৰু বড় পাহাড়ী পূজা অনুষ্ঠিত কৰে । এইবোৰ পূজাত হাঁহ, পাৰ, মুৰগী, ছাগলী আৰু গাহৰিকেই বলি হিচাপে আগবঢ়াই । পূজাবোৰত 'ঝুপা উঠা'ৰ প্ৰথা আছে ।

এওঁলোকৰ মাজতো এজন 'গামবুঢ়া' থাকে আৰু সমাজত বিচাৰ-আচাৰ, নীতি-নিয়ম চলোৱাত আগ-ভাগ লয় । ইয়াৰ ওপৰিও পূজা-পাৰ্বন, বিয়া-সবাহ, মৰা-হৰা আদি কৰ্মৰ বাবে জনা-বুজা এজনক বামুণ বা পুৰোহিত হিচাপে বাচি লয় আৰু তেৰেঁই সকলো ক্ৰিয়া কৰম সমাধা কৰে ।

নতুন সন্তানাদি জন্ম হ'লে ৯ দিনত নৰতা আৰু ২১ দিনত ছটী কৰে । মৰিলে পোতা আৰু পোৰা নিয়ম আছে । তিতা ভাত খোৱা, ঘাট পতা আৰু ছাঁহিৰ অনা প্ৰথাও আছে ।

বিয়াৰ ক্ষেত্ৰত পুৰোহিতে সকলো কাম-কাজত আগ-ভাগ লয় । দৰাই কন্যাক লোহাৰ খাৰু পিন্ধাই দি মৰাপাট ঠাৰিৰ আগেৰে কন্যাৰ মূৰত সেন্দুৰ দিয়ে । কন্যাৰ পণ সৰ্বনিম্ন পাঁচ টকা হ'ব পাৰে বুলি কয় । দৰাই কন্যাকুলৰ বয়োজ্যেষ্ঠ সকলকো বিভিন্ন বস্ত্ৰ দান কৰা প্ৰথা আছে । একে গোত্ৰত বিবাহ পতাৰ নিয়ম নাই যদিও তিনি বা ততোধিক পুৰুষৰ ব্যৱধান থাকিলে সম্বন্ধৰ মাজতো বিবাহ হ'ব পাৰে । বিয়াৰ নিৰ্দিষ্ট দিনা দৰাই কন্যাপক্ষক পাঁচখন 'সাজনা' শাৰী, ১০০ খন গুড় ৰুটী আৰু কন্যাৰ আ-অলংকাৰ সহ আন আন বস্তুবোৰ মাড়ুৱাৰ তলতেই আগবঢ়াই দিয়ে ।

এওঁলোক বিহাৰৰ পৰা অহা বুলি কয় । ✦✦

# কোল

কোল জাতিৰ লোকসকল মধ্য প্ৰদেশ, মধ্য ভাৰত, বিহাৰ, বিমা, ৰেৱা আদি ঠাইৰ পৰা আমদানী হৈছিল। মূলতঃ এওঁলোক মুণ্ডা জাতিৰ পৰাই সৃষ্টি হৈছিল বাবে 'কোল মুণ্ডা' বুলিও জনা যায়। অৱশ্যে ইয়াৰ মত পাৰ্থক্য আছে।

এওঁলোকৰ মাজত 'ঠাকুৰীয়া', 'মামাচি', 'ৰাউতীয়া', 'কোলকামাৰ' আদিৰ ধৰণৰ ভাগ আছে। ইয়াৰ ভিতৰত ঠাকুৰীয়া সকলক উচ্চ আৰু কোলকামাৰ সকলক নিম্ন বুলি ধৰে।

'ৰাউতীয়া' অৰ্থাৎ আকাশীলতা বা অলক পুইক এওঁলোকে নিজৰ গোত্ৰ বুলি চিনাকি দিয়ে। কথিত আছে যে আদিম কালত তেওঁলোকে লগুণ পিন্ধিছিল। কোনো এক সময়ত গা ধোৱা অৱস্থাত লগুণডাল ছিগি যোৱা হেতু 'সৌৰা' গছত দলি মাৰি পেলাই দিয়াত তাৰে পৰাই শিপা নোহোৱা অকাশীলতাৰ জন্ম হয়। এনে কাণ্ড দেখি আকাশীলতাকেই এওঁলোকে নিজৰ গোত্ৰ বুলি মানি ল'লে।

এওঁলোকৰ আটাইতকৈ ডাঙৰ পূজাক 'চৈত নৱমী' বা 'দোলা দেৱতাৰ পূজা' বুলি কয়। এই পূজা উপলক্ষ্যে আচল পূজাৰীজনে ৯ দিন আগৰপৰাই লঘোণ ব্ৰত পালন কৰে। পূজাত 'ঝাৱা' গজোৱা নিয়ম। এই উপলক্ষে সৰু ঠোঙাৰ (টুপা) দৰে বাঁহৰ পাচি এটা বনাই তাত য' ধান দি পুৱা-দুপৰীয়া - গধূলি নেমু টেঙাৰ ৰস চেপি দিয়ে। প্ৰতি গধূলি ঢাক-ঢোল বজাই 'ঝাৱা' বা গজালি জাগৰণ কৰে। ৯ দিনৰ অন্তত গাহৰি বলিৰে পূজা সাং কৰি নৈ বা বিলত গজালিখিনি বিসৰ্জন দি বাইজৰ খোৱা-বোৱাৰ আলপৈচান ধৰে। এই পূজাভাগ প্ৰতি বছৰে চ'ত মাহত পাতে। কিবা প্ৰকাৰে অসুবিধা হ'লে ৫বছৰৰ মূৰতো পাতিব পাৰে। 'ঝাৱা' গজাব নোৱাৰা গৃহস্থই ভৱিষ্যতলৈ এনে পূজা পতাৰ নিয়ম নাই। এই পূজাক স্বাভাৱিকতে কৃষি উৎসৱ বুলিয়েই কোৱা হয়। ইয়াৰ বাদেও এওঁলোকে দুৰ্গা পূজা, কালী পূজা আৰু সূৰ্যাহি পূজা মানে।

সন্তান জন্ম হ'লে ৯ দিনত চুলি খুৰায়। ল'ৰা জন্ম হ'লে মতা গাহৰি আৰু কন্যা জন্ম হ'লে মাইকী গাহৰি মাৰি জ্ঞাতি-কুটুম্বক ভোজ দিয়ে।

মৃতকৰ শ্ৰাদ্ধ দহ দিনৰ দিনা সম্পূৰ্ণ কৰে। ছাঁহিৰ অনা নিয়ম মানে। পিণ্ড আদিৰ কাৰ্য নকৰে। 'কালিন্দী' জনেই সকলো কাম-কাজত পুৰোহিতালি কৰে।

এই উপলক্ষে 'কালিন্দী' জনকেই দান-দক্ষিণা দিয়ে আৰু 'ভোজনী' আগবঢ়ায়। এওঁলোকে পুৰোহিত আৰু নাপিত আদিৰ কৰ্ম কৰিলেও ধুবীৰ কাৰ্য নকৰে।

বিবাহৰ ক্ষেত্ৰত গোত্ৰ নামানে। অৱশ্যে তিনি পীড়ি বা তিনি পুৰুষৰ সম্বন্ধ পাৰ হ'ব লাগে। গোষ্ঠীৰ গাঁওবুঢ়া জনেই পুৰোহিতৰ কাৰ্য কৰে। দৰাপক্ষৰ পৰা কন্যাক ঘৰৰ ভিতৰৰ পৰা বলপূৰ্বকভাবে উলিয়াই অনা নিয়ম। এনে অৱস্থাত ঘৰৰ চুকে-কোণে লুকাই থকা মাইকী মানুহৰ পৰা সিসকলে নানান ধৰণে আক্ৰান্ত হ'ব পাৰে। কেতিয়াবা দুয়ো পক্ষৰ হতাহতিও হয়। দৰাই মাডুৱা তলত কন্যাক সেন্দুৰ দিয়ে।

মুণ্ডাৰী সকলক কোল বংশৰে এটা অংশ বুলি ক'লেও তেওঁলোকে এই কথা অস্বীকাৰ কৰে। কোল ভাষাৰ লগত মুণ্ডাৰী ভাষাৰ কিছু সাদৃশ্য থকাৰ বাবেই তেওঁলোক যে কোল জাতিৰ পৰা সৃষ্টি হৈছে - এই কথা মানি নলয়। মুণ্ডাসকলে নিজকে আদিমবাসী বুলি কয় যদিও দ্ৰাবিড় বুলি ক'ব নোখোজে। দ্ৰাবিড় বংশৰ তামিল, তেলেগু আৰু কানাড়ী ভাষাৰ লগত মুণ্ডা জাতিৰ ভাষাৰ কোনো ধৰণেৰেই সামঞ্জস্য নথকাত তেওঁলোকে এই মত প্ৰকাশ কৰে। অৱশ্যে কোলৰ লগত এওঁলোকৰ ভাষাৰ কিছু ওচৰ সম্বন্ধ থকাটো অস্বীকাৰ নকৰে। যেনে - কোল শব্দৰ অৰ্থ মানুহ। সিংভূমৰ 'লাড়কা' আৰু 'হো' জাতিয়েও নিজকে 'কোল' বুলি কয়। সংস্কৃত ভাষাত 'কোল'ৰ অৰ্থ হেনো গাহৰি। সেয়েহে মুণ্ডাই নিজকে 'হড়' বুলি কয়। অৰ্থাৎ মানুহ বুলি পৰিচয় দিয়ে। সেইদৰে সন্তান বুজাবলৈ কোল সকলে 'কন্' শব্দ ব্যৱহাৰ কৰে, কিন্তু মুণ্ডাই ব্যৱহাৰ কৰে 'হন্'। কোল ভাষাত বাট-পথ বুজাবলৈ 'কৰা' ব্যৱহাৰ কৰে কিন্তু মুণ্ডাই 'হৰা' বুলিহে কয়। এইদৰে পিঠা বুজাবলৈ কোল ভাষাত 'কলং' শব্দ প্ৰয়োগ কৰে। আনহাতে মুণ্ডাই 'হলং' বুলিহে কয়। জব্বলপুৰৰ ওচৰে-পাজৰে থকা মুণ্ডা জাতিৰ এটা ফৈদে নিজকে 'কোড়' বা 'কোলা' বুলি কয় যদিও ধলভূমৰ ভূমিজ জাতিয়ে নিজকে 'হড়' বুলি কৈও কোল ভাষা ব্যৱহাৰ কৰে বুলি কয়।



# ভীল

এই জাতিৰ লোক সমষ্টিও চাহ্ বাগিচাত আছে যদিও যথেষ্ট বুলি ক'ব নোৱাৰি।

প্ৰবাদ আছে যে এদিন মহাদেৱ চিকাৰলৈ যাওঁতে কোনোবা এক অপেশ্বৰীক লগ পায়। ইয়াৰ ফলস্বৰূপে অপেশ্বৰীৰ গৰ্ভত যি সন্তানৰ জন্ম হয় তেওঁক হাঁহিৰ মাজতেই মহাদেৱে সকলো থানথিত লগাই দিয়ে। শিৱ আৰু অপেশ্বৰীৰ গৰ্ভজাত সেই সন্তানটোৱেই ভীল জাতিৰ আদিম পুৰুষ বুলি স্বীকৃতি পায়।

'ভীল' শব্দৰ অৰ্থ ধেনু। এওঁলোক সেয়েহে 'তীৰ-ধেনু' চলোৱাত পাৰ্গত। সাহসত অদ্বিতীয়। আপদ-বিপদ, ভয়-ভূত এওঁলোকে চিনি নাপায়। ক্ষুদ্ৰ অপৰাধত উগ্ৰ দণ্ড দিয়াটো এওঁলোকৰ বাবে সাধাৰণ কথা। ৰাজস্থান, মধ্যপ্ৰদেশ, মহাৰাষ্ট্ৰ, ৰাজপুতনা আদিৰ বিভিন্ন পাহাৰীয়া অঞ্চল সমূহত এই জাতিৰ পূৰ্বজসকলৰ বাসস্থান।

হিন্দু শাস্ত্ৰত পোৱা প্ৰায়খিনি উগ্ৰ দেৱ-দেৱীকেই এওঁলোকে পূজা কৰে। বিবাহৰ বন্দোবস্তৰ সময়ত দৰাৰ বাপেকে পাতৰ দোনাত মদ লৈ তাতে কেইঅনামান পইচা দি কন্যাপক্ষলৈ আগবঢ়ায়। এনে কাৰ্যত মান্তি হ'লে কন্যাৰ ভায়েকে সেই পইচা গ্ৰহণ কৰি মদৰ দোনাটি ফালি পেলায়। এনে নকৰিলে কন্যা দিয়াৰ মত নাই বুলি ধৰে। কন্যা দিয়াটো সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে কন্যাপক্ষীয়ৰ 'মৰ্জি'ৰ ওপৰত। সেয়ে এই সমাজত জোৰ জবৰদস্তি কন্যা ধৰি আনি বিয়া কৰাৰ উদাহৰণ আছে বুলিও জনা যায়। পুৰণা দস্তৰমতে এওঁলোকৰ মাজত সামাজিক পদ্ধতিৰে আজিও দৰাই কন্যা হৰণ কৰাৰ ভাও হেনো দেখুৱাব লাগিছিল। এনে কৰোতে কন্যাপক্ষয়ো বাধা দিয়াৰ এটা মিছা চেষ্টা কৰে। মাডুৱা তলত সেন্দুৰ দান পৰ্ব সমাধা হয়। পূৰ্বৰ ঠাইত শক্তিবান ডেকাইহে কন্যা বিবাহ কৰোৱাৰ সুবিধা পাইছিল বুলি জনা যায়। বিয়াৰ শেষত মদ-মাংসৰে ৰাইজক শোধ-পোচ কৰে।

এই জাতিৰ মাজত 'উজলে' ভীল আৰু 'মৈলে' ভীল নামৰ দুটা ফৈদ আছে। পূৰ্ব পুৰুষ সকলে বিভিন্ন কৃষি কৰ্ম কৰা, চিকাৰ কৰা, মাছ মৰা আৰু খৰি-কাঠ বিক্ৰী কৰা কাম আদি কৰিয়েই জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয়।

'ককৰা', বীঢ়হৰ' আদি জাতি-গোষ্ঠীসমূহ ভীল জাতিৰেই আন আন ঠাল-ঠেঙুলি বুলি বহুতে কয়। ◆◆

# সবৰ

চাঁওৰা সকলকেই সবৰ জাতিৰ আদিম গোষ্ঠী বুলি জনা যায় । চাঁওৰা প্ৰধান পাহাৰীয়া অঞ্চলৰ পৰা যি লোকগোষ্ঠী পৃথক হৈ আজি ভৈয়ামত বাস কৰা হিন্দুৰ দয়-দস্তুৰ মানি চলিলে তেওঁলোকেই সবৰ নাম পালে বুলি কয় । এওঁলোকক 'চাব্ৰা' বা সধা বুলিও জনা যায় । বহুতে 'কবাৰী' বুলিও পৰিচয় দিয়ে ।

সবৰ জাতিৰ উৎপত্তিৰ বিষয়ে কেইবাটাও আখ্যান শুনিবলৈ পোৱা যায় । ইয়াৰে এটা আখ্যানৰ মতে - এওঁলোকে ক'ব খোজে যে এসময়ত ভগৱানে হেনো একে ৰাতিৰ ভিতৰতেই নিজৰ মূৰ্তি নিৰ্মাণ কৰি পুৰীৰ জগন্নাথ মন্দিৰত স্থাপন কৰাৰ ইচ্ছা কৰে । কিন্তু কুকুৰাই ডাক দি ৰাতি পুওৱাৰ জাননী দিলত সেই মূৰ্তি আধা বনোৱাতে ৰ'ল । জগন্নাথৰ সেই মূৰ্তিক ৰথ দি টানিবলৈ আৰু মন্দিৰৰ শিল-মাটিৰ কাম কৰিবলৈ ভগৱানেই হেনো সবৰ জাতৰ সৃষ্টি কৰিলে । আন এটা আখ্যান মতে তেওঁলোক হেনো অতীজ কালত বালী-সুগ্ৰীবৰ বংশধৰ আছিল । ৰজা ৰামচন্দ্ৰই বালীক বধ কৰি সুগ্ৰীবক ৰাজ্য দিয়ে । ৰাৱণক বধ কৰি সীতা উদ্ধাৰ কৰি স্বৰাজ্যলৈ যাবৰ বেলিকা ৰামচন্দ্ৰই বান্দৰ-ভালুক আদিক বৰ দিয়াৰ ইচ্ছা কৰে । বালী পুত্ৰ অঙ্গদে পিতৃ হত্যাৰ প্ৰতিশোধ পূৰাবলৈ বৰ মাগে । ৰামচন্দ্ৰই তেওঁক সেই আশা পিছৰ যুগত পূৰ হ'ব বুলি আশীৰ্বাদ দিয়ে । এই আশীৰ্ব্বাদৰ ফলস্বৰূপেই বালী পুত্ৰই পিছৰ যুগত 'সবৰ' হিচাপে জন্ম লাভ কৰে আৰু 'কৃষ্ণ'ক কাঁড় মাৰি বধ কৰে । বৰ্তমান সবৰ গোষ্ঠী সেই আদিম সবৰৰেই বংশধৰ বুলি কয় । এক অন্য কিংবদন্তি প্ৰচলিত আছে যে কোনোবা এজন মুণিৰ এক কামধেনু আছিল । খোৱা-বোৱাৰ বাবে মুণিয়ে গাইজনীক যিয়েই বিচাৰিছিল তাকেই পাইছিল । সেই ৰাজ্যৰ ৰজাজনে এনে মাহাত্ম্য দেখি গাইজনী পাবলৈ হাবিয়াস কৰিলে । মুণিয়ে নিদিওঁ বুলি কোৱাত ৰজাই সৈন্য-সামন্ত লৈ কাঢ়ি নিবলৈ আহিল । মুণিৰপৰা এনেধৰণৰ বল প্ৰয়োগ কৰি নিবলৈ ধৰাত কামধেনুৱে পেট ফুলাই দি অসংখ্য চিকাৰী ৰণুৱা সৃষ্টি কৰিলে । এই সৈন্যবোৰে ৰজাৰ সৈন্যক মাৰি-কাটি খাস্তাং কৰিলে । সবৰবিলাকে সেই কামধেনু সৈন্যৰেই বংশধৰ বুলি কয় ।

এওঁলোকৰ মাজত 'পত্ৰ' বা 'পাতুৱা' সবৰ, জৰা সবৰ, বসু সবৰ, ঘুমৰা সবৰ, জালা সবৰ, মুণ্টিয়া সবৰ আৰু সবৰ নামৰ সাতটা ফৈদ আছে । ইয়াৰ

ভিতৰত বসু সবৰেই সকলোতকৈ উচ্চ বুলি কয় । জৰা সবৰ আৰু পাতুৱা সবৰক নিম্ন বুলি ধৰে । বসু সবৰ 'অষ্টবসুৰ' গোত্ৰীয় বুলি কয় । জৰা সবৰ বামুণ পন্থী । কথিত আছে যে এওঁলোকে আগতে বামুণ নলৈ নিজেই ভগৱানৰ পূজা-সেৱা কৰিছিল । পূজাৰ থান আছিল কোনো এক পাহাৰৰ গহ্বৰত । হাবিয়ে-বননিয়ে ঘূৰি-ফুৰি আলু-কচু যি পায় জৰা সবৰে তাৰেই এভাগ নি ভগৱানৰ থানত অৰ্পণ কৰে । ভগৱানেও হেনো সেই অৰ্পিত বস্তুসমূহ নিজ হাতে গ্ৰহণ কৰে । কিন্তু দৈব-দুৰ্বিপাকত সেই সবৰজন নথকাৰ সময়ত কোনো এক বামুণ পুত্ৰ সবৰী কন্যা ওচৰলৈ আহি প্ৰেম নিবেদন কৰাৰ ফলত দুয়োৰে মিলন ঘটে আৰু স্বামী-স্ত্ৰী ৰূপে থাকিবলৈ লয় । এই পত্নীৰ পৰাই জৰা সবৰৰ ভগৱান সেৱাৰ কথা জানিবলৈ পাই বামুণে জৰা সবৰক ভগৱানক দেখুৱাবলৈ কুটুৰি থাকিল । উপায়বিহীন হৈ সবৰে তাৰ চকুত সাত তৰপ কাপোৰ বান্ধি নিবলৈ ধৰিলে । বামুণে বুধি কৰি আগতীয়াকৈ কিছু সৰিয়হ সংগ্ৰহ কৰি থৈছিল আৰু এনেকৈ চকু বান্ধি নিওঁতে বাটে বাটে সৰিয়হ সিঁচি গৈছিল । যথাসময়ত গহ্বৰৰ পূজা থান পাই সবৰে তাৰ চকুৰ বান্ধ খুলি দিলে । সবৰ অহা বুলি জানি ভগৱানো ওলাই আহিল । এনেতে বামুণক দেখা পাই সবৰৰ প্ৰতি ভগৱানৰ অবিশ্বাস হ'ল আৰু 'পৈতা' (লগুণ) পিন্ধাৰ অনুপযুক্ত বুলি কৈ খুলি দিবলৈ ক'লে । লগুণ খোলাৰ লগে লগে সবৰ বুঢ়া সাধাৰণ মানুহৰ দৰে ঘৰলৈ ঘূৰি আহি কৃষি কৰ্মত মন দিলে । বামুণেও সৰিয়হ গছৰ চিন ৰাখি গহ্বৰত থাকি ভগৱানৰ পূজা কৰিবলৈ ল'লে । এই দিন ধৰি সবৰৰ কাম-কাজ কিছুমান বামুণৰ দ্বাৰা কৰোৱা নিয়ম হ'ল । সেয়ে এওঁলোকে কয় - বামুণ হেনো তেওঁলোকৰ সম্বন্ধত -'জোঁৱাই' ।

সবৰ সমাজে ফাগুন মাহৰ যি কোনো এক মঙ্গলবাৰে 'মংলা' পূজা আৰু জেঠ-আহাৰত শীতলা দেৱীৰ পূজা পাতে । ফগুৱাৰ সময়ত 'বাঘুৱা' পূজা পাতে । সকামে -নিকামে 'পাল্লা' নাচ গোৱাতো পাৰ্গত । পূজাই -পাৰ্বনে ঘৰুৱা থানত ইষ্ট-কুটুম্বৰ নামত পানী-দুনী ঢালে । বৈষ্ণৱীয় ব্ৰত হিচাপে 'ত্ৰিনাথ মেলা' পাতে । এই পূজা জীৱনত কমেও তিনিবাৰ পাতিব লাগে বুলি কয় । ইয়াৰ উপৰিও এওঁলোকে কালী, দুৰ্গা, চণ্ডী দেৱীকো মানে । এওঁলোকৰ ভিতৰত শাল মাছ, কাছ, বাঘ, নাগ, অন্ধাৰ বাউতী, চুৰকী আলু আদি বিভিন্ন গোত্ৰ আছে বুলি কয় ।

উৰিষ্যা, মধ্যভাৰত, ছোটনাগপুৰ আদিৰ অন্তৰ্গত জটনী, চৰাটিকা, দধৰা গাঁথ, বৰ বাৰনা, ছোট বাৰনা, ফেতগড়, নোৱাগড়,মেদিনীপুৰ আদি সৰু -বৰ ঠাই সমূহেই আছিল এওঁলোকৰ বাসস্থান ।

নতুন জনমৰ কাম-কাজ এওঁলোকে 'নৰতা' আৰু 'ছটী' কৰি শেষ কৰে ।

মৃতকৰ বাবে দুদিনৰ দিনা 'দুধমহী' কৰে। ঘাটৰ দিনা ঘৰতে ক্ষৌৰকৰ্ম কৰি নদীত গৈ স্নান কৰে। 'ছাঁহিৰ' অনা নিয়ম আছে। এই ক্ষেত্ৰত বামুণ নলগায়।

বিবাহ উপলক্ষে দৰাই কন্যাপক্ষক শুকান মাছ, খাড়া শাক আৰু কিছু পৰিমাণে মদ দিয়া নিয়ম আছে। ঘুমৰীয়া সকলে বৰ-কন্যাক মাড়ুৱা তলত বহুৱাই সাতবাৰ মদ বিনিময় কৰাই বিয়াৰ কাৰ্য সম্পন্ন কৰে। নিজৰ পুৰোহিতেই হোম পোৰে আৰু হোমৰ কেইকাষে কিছু পৰিমাণৰ মদ ঢালি দিয়ে। এই সময়ত দৰা-কন্যাৰ পিতৃদ্বয়েও যৌতুকৰ বস্তুসমূহো দিয়া লোৱা কৰে। বিয়াৰ শেষত পুৰোহিতে চাৰিওফালে মদ চটিয়াই দিয়া নিয়মো আছে। কন্যাক ঘৰৰ ভিতৰতেই মাইকী মানুহে সেন্দুৰ ঘঁহি মাড়ুৱা তলীত আনি দৰাৰ লগত বহুৱায়। ঘুমৰীয়া সকলে কন্যাৰ পণ হিচাপে কমেও এশ দোন ধান নাইবা এহাল বলদ গৰু দাবী কৰে। এই দাবী মিটাব নোৱাৰিলে দৰাই সেই বস্তুৰ সমান মূল্যৰ দাম দিব লাগে। দৰাই শাহুৱেকলৈ পিতলৰ বালা আৰু শহুৰ বা আন জ্যেষ্ঠসকললৈ পাগুৰীৰ বাবে কাপোৰ দিয়ে। জৰা আৰু বসু সকলে নোখোৱা ৰাজবেং বান্দৰ, কেৰ্কেটুৱা, বাদুলী, কাউৰী আদিৰ মাংস আন আন ফৈদৰ সবৰে খায় বুলি কয়। গুঁইধৰা, ডাঙৰ ডাঙৰ গছত বগোৱা, বিভিন্ন গছ বা ধোন্দৰ পৰা মৌ আহৰণ কৰাত এওঁলোক নিতান্তই পাকৈত।

এই সমাজত মাইকী মানুহে নাকত 'দণ্ডি' কাণত 'কাণতড়কী', মূৰত 'সীতাপটী', হাতত 'ভাঁড়', ভৰিত 'পয়ৰী' আৰু 'পাহুড়', ভৰিৰ আঙুলিত 'ঝুণ্টিয়া' আৰু ডিঙিত 'মালতী' নামৰ অলংকাৰ পিন্ধে। টাটু বা খদা লোৱাৰ নিয়ম নাই।

এওঁলোক বৰ গৰীব। পূৰ্বৰ ঠাই সমূহত জমিদাৰ শ্ৰেণীয়েও এওঁলোকক ভীষণভাবে শোষণ কৰিছিল বুলি বুঢ়াসকলে কয়।



# ককুৱা

কড়া-কুলি বা ককুৱা জাতিৰ মানুহ বিলাক পালামৌ, দালটেনগঞ্জ, মধ্যপ্ৰদেশ আদিৰ পাহাৰীয়া অঞ্চলৰ বুলি কয়। এওঁবিলাকৰ জীৱিকাৰ আদিম উপায় আছিল অৰণ্য চিকাৰ আৰু লা'ৰ খেতি। আংশিক ভাবে য', গম, মাকৰা, মহুৱা আদিৰো খেতি-বাতি কৰিছিল।

ফাগুন মাহত এওঁলোকে 'দুৰ্জাগিন' (দুৰ্গা) পূজা কৰে। 'দুৰ্জাগিনক' ঘৰুৱা হিচাপে৷ চণ্ডীদেৱীক ৰাজহুৱা হিচাপে অৰ্চনা কৰে। দুয়োটা পূজাত কুকুৰা আৰু ছাগলী বলি কাটে।

সামাজিক ভাবে ৰাজহুৱা কাম-কাজ চলাবলৈ এওঁলোকে সমাজ বহি কিছুমান প্ৰতিনিধি বাচে। এওঁবিলাকক 'ৰাজমাহত্ত্ব', 'মাহত্ত্ব' আৰু 'কাহত্ত্ব' বুলি কোৱা হয়। সকাম-নিমাক, উৎসৱ-পাৰ্বন, বিয়া-সবাহত ৰাইজৰ খোৱা-বোৱাৰ তদাৰক কৰিবলৈ যিকিজনক বাচি লয়, তেওঁলোকক 'বাৰিক' বুলি কয়। এই পদবীধাৰী কিজনে ৰাজহুৱাভাবে পাগুৰী লাভ কৰে।

এওঁলোকে 'চাৰগাঁঠ' (পানজা আলু), 'কাঠটলী' (বাঢ়েটো কা চৰাই) 'সনপৰী', 'এৰে' আদিক নিজৰ গোত্ৰ বুলি কয়। গোত্ৰীয় বস্তুক ভক্ষণ কৰাৰ নিয়ম নাই।

এওঁলোক বৰ নৃত্য প্ৰিয়। নাচ নাচিবৰ সময়ত ভৰিত নুপুৰ, কঁকালত জুনুকাৰ দৰে এবিধ নুপুৰ বান্ধি লয়। বাদ্যৰ ভিতৰত মাদল আৰু ধুমচা বজায়। ঢাল-তৰোৱাল লৈও নাচ-গান কৰে। এওঁলোকৰ লাঠী নৃত্য বাৰ কঠীয়া আৰু ষোল কঠীয়াত বিভক্ত।

এই সমাজত কন্যাইহে দৰাঘৰলৈ গৈ দৰাক বিয়া কৰাই আনে। 'বাৰিক' আৰু 'আগুৱাদা'ৰে বিবাহৰ যাবতীয় যা-যোগাৰত আগ-ভাগ লয়। আমডাল আৰু নাঙল-যুঁৱলীৰে মাড়ুৱা সজায়। বিবাহত সকলোৱেই হালধি ৰঙেৰে বোলোৱা বস্ত্ৰ পিন্ধে। দৰা-কন্যাক হালধি-তেল আদিও সানে।

মানুহ মৰিলে দুদিনৰ দিনা এওঁলোকে 'দুধমহী' পাতে। এইদিনা গাখীৰেৰে ৰন্ধা ভাত খায়। দহ দিনৰ দিনা শ্ৰাদ্ধ কৰে। ক্ষৌৰকৰ্মৰ প্ৰথা আছে। 'ছাঁহিৰো' আনে। মৃতকক মুখ পোড়া প্ৰথাও আছে।

সন্তান জন্ম হোৱাৰ লগে লগে হালধি গুড়ি আৰু গুৰ পাক কৰি প্ৰসূতিক খাবলৈ দিয়ে বুলি কয়। দুদিনৰ দিনা গা-পা ধুবলৈ দি কুকুৰা মাংসৰে ভাত দিয়ে। ৯ দিনত ঘৰ-চোতাল লিপা-মচা কৰি ছুটী পাতে। এই দিনাই ক্ষৌৰ কৰ্ম কৰে।

এওঁলোক বৰ হুটঙা, ওখ-পাখ আৰু পোনপটীয়া প্ৰকৃতিৰ। অস্ত্ৰ হিচাপে ধনু-কাঁড়, টাংগিয়া আৰু ফাৰ্চা কুঠাৰ ব্যৱহাৰ কৰে। চিকাৰী জাতি হিচাপে এওঁলোকে বিভিন্ন জীৱ-জন্তুৰ মাংস ভক্ষণ কৰে। মাইকী মানুহে গা-ঢাকি অলংকাৰ পিন্ধে।

ল'ৰা-ছোৱালী নোহোৱা 'বান্‌জা-বান্‌জী' মানুহ, বৰলা বা বিধবা আৰু খালী পাত্ৰ দেখিলে যাত্ৰা নকৰে বুলি কয়।

ৰজা ৰামচন্দ্ৰৰ পুত্ৰ 'কুশ'ৰপৰাই 'কড়ৱা' বা 'কৰুৱা' জাতিৰ সৃষ্টি হৈছিল বুলিও এওঁলোকৰ মাজত জনৰব প্ৰচলিত আছে।



# গৰাইত

এই জনগোষ্ঠীৰ পূৰ্ব পুৰুষসকল ৰাঁচী, মধ্যপ্ৰদেশ, বিহাৰ আৰু উৰিষ্যাত আছে বুলি কয়। এওঁবিলাকৰ মাজত বড়, তিৰ্কী, ৰাড় তিৰ্কী, কাচুৱা, কাৱা, ইন্দ্ আৰু মাহলি গৰাইত' আদি বিভিন্ন 'কিলি' বা বৈদ আছে। 'ইন্দ্' বা মাছ গোত্ৰীয় সকল সবাতকৈ উচ্চ, কাছ বা কাছুৱা কিছু নিম্ন আৰু মাহলি গৰাইতসকলক সৰ্বনিম্ন বুলি গণ্য কৰে।

এওঁলোকে হাবি-বননিত মাঘ-ফাগুন মাহত আদবয়সৰ বুঢ়ী ছাগলী কাটি 'বড় পাহাৰী' পূজা পাতে। মাঘ মাহত 'সুৰাহি' পূজা আৰু আঘোন মাহত পূৰ্ব পুৰুষৰ আত্মাৰ সদ্গতিৰ অৰ্থে ঘৰুৱা থানত 'বুঢ়া-বুঢ়ী'ৰ পূজা পাতে। পুহ মাহত 'টুচু' পূজা পাতে বুলিও কয়। পূজা-পাৰ্বন, সকাম-নিকাম, মৰা-হৰা আদি কৰ্মত শূকৰ মাংস অত্যন্ত প্ৰয়োজন বুলি কয়।

জনজাতীয় ৰীতি-নিয়ম অনুযায়ী এওঁলোকে জন্ম, মৰণ আৰু বিবাহৰ কাম কৰে। পূৰ্ব পুৰুষৰ ঘাই কাম আছিল কাকৈ বনোৱা আৰু কাপোৰ বুনা।

সমাজৰ মুৰব্বী শাসক আৰু পূজা-পৰবত পুৰোহিতৰ কাৰ্য কৰাজনক 'কাৰঠা' বুলি কোৱা হয়।



# ভূমিজ

ৰাঁচী, সিংভূম, মানভূম, সাইবাচা, শেখৰভূম, পুৰুল্যা, নাগপুৰ, ডুমকা, গাংপুৰ আদি ঠাই সমূহেই ভূমিজ গোষ্ঠীৰ আদি ঠাই বুলি জনা যায়।

কিংবদন্তি প্ৰচলিত আছে যে ভগৱানে এসময়ত মানুহ সৃষ্টি কৰাৰ পাছত তেওঁলোকক কোনো এক অঞ্চলত সংস্থাপন কৰিবলৈ বিচাৰে। এই সুবিধা পাই খেনোৱে ভগৱানৰ মূৰত, খেনোৱে বোকোচাত উঠিল। ভূমিজ সকলে কোনো উপায় নেদেখি ভগৱানৰ ভৰিত ধৰিয়েই চুচৰি গ'ল। ভূমিয়েদি চুচৰি যোৱাৰ বাবেই এওঁলোক ভূমিজ নামে হেনো পৰিচিত হ'ল। আন এক প্ৰবাদ আছে যে অতীজত ৰজা মানকিৰ আদেশক্ৰমে পাহাৰ-পৰ্ব্বতৰ বহুতো হাবিতলীয়া জংঘলী ভূমি তেওঁলোকে হাল-কোৰ বাই খেতিৰ উপযোগী কৰি তুলিছিল। ভূমি বা খেতিৰ কামত উপযুক্ত বুলিয়েই তেওঁলোক ভূমিজ বুলি স্বীকৃত হ'ল। এওঁলোকৰ বহুতো আচাৰ-বিচাৰ, ৰীতি-নীতি মুণ্ডাৰ লগত মিলে।

এওঁলোকৰ পূজাৰ ভিতৰত 'সাঁহৰায়ে' বা গহাল পূজা অন্যতম। এই পূজা মূলতঃ নানা দুৰ্যোগ, মহামাৰী আদিৰ পৰা গো-জাতিক ৰক্ষা কৰিবৰ উদ্দেশ্যেই পাতে। কাতি মাহৰ অমাৱস্যাৰ পাছত কাঁচি জোন ওলোৱাৰ দিনা এই পূজা পাতে। গহাল পূজাৰ দিনাই মহাদেৱৰ খুঁটা পুতি পূজাৰ অৰ্ঘ অৰ্পণ কৰাৰ উপৰিও এইদিনা বাঘুত পূজা, ধৰম দেৱতাৰ পূজা, বুঢ়া-ডাঙৰীয়াৰ পূজাও পাতে। এইদিনা গৰু-গাইক পিঠা-পনা খুৱায় আৰু গৰখীয়া সকলকো জা-জলপান খুৱাই মান ধৰে। পূজাৰ কেইদিনমান আগৰে পৰাই জাতি-ধৰ্ম নিৰ্বিশেষে সকলোৰে চোতালে চোতালে গৈ নাগাৰা-মাদল বজাই, জাহলী গীত গাই গৰু জাগৰণ কৰে। এই উপলক্ষ্যে বিভিন্ন নাচ-গানো কৰে। ইয়াৰ উপৰিও এওঁলোকৰ মাজত কৰম পূজা, টুচু পূজা, বড় পাহাৰী পূজা, চাঁৰুল পূজা আদিও পালন কৰে। মাঘ-পৰৱৰ পাছদিনা 'আখান যাত্ৰা' মানে আৰু পথাৰত গৈ নাঙল জোৰে। পাছবেলা চিকাৰ খেদে। মুৰগী যুঁজোৱা সকলে এই দিনাই 'ৰাংগাহৰী- বিচাচাৰী' দেৱতাৰ নামত পানী-দুনী-ঢালে।

জন্ম আৰু মৃত্যুৰ কাম-কাজ সৰ্বসাধাৰণ হিন্দুৰ দৰেই পালন কৰে। এবাটি পানীত চাউল, তুলসী, দুবৰি বন আদি লৈ সন্তানসকলৰ নাম বচা অনুষ্ঠান পাতে। সন্তানাদিৰ নাক-কাণত অলংকাৰ আদি পিন্ধাবলৈকে 'নাক-কাণ ফুটোৱা'

অনুষ্ঠান পাতে । এই উপলক্ষ্যে ল'ৰাহঁতক চুখান আদি কৰি মূৰত তেল ঘঁহে আৰু ধান বা পইচা বকছিচ কৰে । এই উপলক্ষ্যে 'পানীয়' প্ৰথাৰ বিৰাট আয়োজন হয় ।

বিবাহ উপলক্ষ্যে কন্যাৰ পণ ছাগলীৰ লাদেৰে নিৰূপণ কৰে । এই উপলক্ষ্যে শাল গছৰ পাত নাইবা কলপাতৰ দুটা দোনা বনায় । যিটো দোনাত টকা দাবী কৰে তাত লাদ বেছি দিয়ে । কম লাদ দিয়া দোনাই কাপোৰৰ ইংগিত দিয়ে । দুয়োটা দোনা এজন মধ্যস্থতাকাৰীয়ে কন্যাপক্ষৰ হৈ দৰাপক্ষক দিয়ে । টকা বিচৰা দোনাত দিয়া লাদবোৰে কুৰি হিচাপে টকাৰ কথা আৰু আনটো দোনাত দিয়া লাদে, লাদ অনুপাতে কাপোৰ দিয়াৰ দাবী বুলি ধৰে । দৰাপক্ষই এনে দাবী মানি নল'লে দুয়োটা দোনাৰপৰা কিছু লাদ কম কৰি পঠায় । কন্যাঘৰে মান্তি নহ'লে আকৌ কেইটামান লাদ যোগ দি (পূৰ্বতকৈ কম) ঘূৰাই পঠায় । দৰাপক্ষই আকৌ কিছু কম কৰে । এইদৰে তিনিবাৰ বা পাঁচবাৰ নাইবা সাতবাৰত দুয়ো পক্ষৰ শক্তি সাব্যস্ত হৈ গা-ধন স্থিৰ হয় । বিবাহৰ দিনা এই গা-ধন আৰু কাপোৰ-কানি কন্যা ঘৰত দিয়ে । বিয়াত দৰাই নিজ হাতে কন্যাৰ মূৰত সেন্দুৰ দিয়ে ।

বিবাহ উপলক্ষ্যে 'আম-বকুল' খোৱাৰ প্ৰথা আছে । এই আম-বকুল খোৱাৰ পাছতহে দৰাই কন্যাঘৰলৈ যাত্ৰা কৰে । যিডাল গছৰ আম-বকুল খায় সেই গছৰ আম দৰাজনে কোনো কালেই খাব নোৱাৰে বুলি কয় । কন্যা আনি দৰাঘৰে বোকাখেল আদি অনুষ্ঠিত কৰি স্ফূৰ্তি কৰে । স্নান কৰি আহোঁতে 'মৃগ চিকাৰ'ৰ প্ৰতীক কাৰ্য পালন কৰে ।

এওঁবিলাক 'মুণ্ডা-ভূমিজ' আৰু 'ৰবাহী-ভূমিজ' আদি ভাগত বিভক্ত । পুৰণি চামৰ ভূমিজ (পুৰুষ) সকলে নামৰ পাছত 'সিং' যুক্ত কৰিছিল । বৰ্তমান এই গোষ্ঠীয় লোকৰ সৰহ সংখ্যকেই 'গুৰুমুখ' হৈ উচ্চ হিন্দুৰ আদৰ্শত চলে ।

প্ৰচলিত থকা কিংবদন্তিৰ মতে 'মৃগ চিকাৰ'ৰ তাৎপৰ্য এয়ে যে-ৰাৱণৰ কু-মন্ত্ৰণাত মাৰীচে হৰিণ ৰূপ ধৰি ৰামৰ ভাৰ্যা সীতাদেৱীৰ বিপদ ঘটাইছিল । এতেকে তেনে অজান শত্ৰুৰ বিপক্ষে জীৱন থাকে মানে নিজৰ পত্নীক চিৰকাল বিপদ মুক্ত কৰি ৰখাৰ ভাৰ লৈ দৰাৰূপী ৰামেও হৰিণৰূপী মাৰীচ বা অজান শত্ৰুক বধ কৰাৰ সংকল্পৰ কথাই হেনো বহন কৰে ।



# ঘাটোৱাল

এই জাতিৰ সৃষ্টিৰ বিষয়ে কিংবদন্তি প্ৰচলিত আছে যে ভগৱানে সৃষ্টি কৰা পৃথিৱীখনত মানুহে নিজ কৰ্মফলৰ হেতু যেতিয়া নশ্বৰ দেহা এৰি অলৌকিক ৰাজ্যলৈ গমণ কৰে তেতিয়া সেই জীৱৰ আত্মাটোৱে বৈতৰণী নামৰ এক নদী পাৰ হ'ব লগা হয়। এই নদী পাৰা-পাৰৰ বাবে ভগৱানে কিছুমান পাৰঘাট সৃষ্টি কৰি যিসকলক ঘাটে পাতিছিল তেওঁলোকে পাৰঘাটৰ মূল্য আদায় কৰি ভগৱানক অৰ্পণ কৰিছিল। ঘাটে হৈ খাজনা তোলাৰ বাবেই এ ওঁলোক হেনো 'ঘাটোৱাল' নামেৰে 'হাঁক-ডাক' হ'ল।

আন এক প্ৰবাদ আছে যে ঘাটোৱাল সকলে তেওঁলোকৰ নিজাববীয়াকৈ খেত-খামাৰ কৰাৰ উপৰি ৰজা আৰু জমিদাৰৰ পাৰঘাট তথা জায়গীৰবোৰত বিভিন্ন ধৰণৰ যোগাযোগ তথা খাজনা আদি সংগ্ৰহ কৰিবলগা হৈছিল। ৰজা ঘৰৰ ঘাটবোৰত এনে কৰ্মত নিযুক্ত আছিল বাবেই এওঁলোক 'ঘাটোৱাল' নামে হেনো পৰিচিত হ'ল।

'সূৰুযনাৰায়ণক' এওঁলোকে নিজৰ উপাস্য দেৱতা বুলি ভাবে। এই দেৱতাজনৰ সন্তুষ্টিৰ বাবেই সেয়েহে 'সূৰ্যাহী' পূজা পাতে বুলি কয়। এই পূজা ফাগুন-চ'ত মাহত অনুষ্ঠিত কৰে। ইয়াৰ উপৰিও গ্ৰামদেৱতাৰ সন্তুষ্টিৰ অৰ্থে আহাৰ মাহত 'আষাড়ী' পূজা, গো-জাতি ৰক্ষাৰ বাবে কাতি মাহত সাঁহৰাই বা গৰয়া পূজা পাতে। বংশগত বিভিন্নতা হেতু এওঁবিলাকৰ কিছুৱে মনসা, কিছুৱে কৰম পূজা মানিলেও কাচিৎহে টুচু পূজা মানে বলি কয়। পূজাই-পৰবে ঘৰুৱা থানত ইষ্ট দেৱতাৰ নামত 'পানী-দুনী' উৰ্ছ্গা কৰে।

এই জাতি গোষ্ঠীৰ লোকসকল বীৰভূম, ৰায়পুৰ, নোৱাগড়, হাজাৰীবাগ, বাঁকুড়া বৰসত, মেদিনীপুৰ, ছোটনাগপুৰ, ডুমকা, পুৰুল্যা, ঝাইল্দা, সাঁইবাচা আদি ঠাই সমূহৰ পৰাই আহিছিল বুলি কয়। এওঁলোকৰ ভিতৰত ৰায় বা টিকইট্ ঘাটোৱাৰ, সিং ঘাটোৱাৰ, শুকুৰ ঘাটোৱাৰ, ভূঁঞা ঘাটোৱাৰ আদি ভাগ আছে। ইয়াৰ ভিতৰত ৰায় ঘাটোৱাৰ সকলেই শ্ৰেষ্ঠ বুলি কয়। ইয়াৰ পাছতেই স্থান পায় সিং ঘাটোৱাৰ সকলে। যিসকল ঘাটোৱালে নিজৰ বুদ্ধি ভাৰসাৰে ধনে-জনে, ঐশ্বৰ্য-বিভূতিয়ে আন আন সাধাৰণ ৰায়তকৈ ধনী-মানী হিচাপে প্ৰতিষ্ঠিত হয় সেইসকলক 'টিকইট' বুলি স্বীকৃতি দিয়ে। এই বিষয়ে তেওঁলোকৰ মাজত 'ঘাটলে

ঘাটোৱাৰ - বাড়লে টিকইট' বুলি এফাঁকি প্ৰৱচনৰেই সৃষ্টি হৈছে। 'শুকুৰ' সকলে শুক্ৰবাৰৰ দিনটোত খোৱা-বোৱাৰ বাবে কোনো জীৱ-জন্তু হত্যা নকৰে। এইদিনা এওঁলোকে ৰক্ত দেখাটো পাপ বুলি বিবেচনা কৰে। 'ৰায়' সকলে বৃহস্পতিবাৰক 'লক্ষ্মী' বাৰ হিচাপে মানে আৰু কোনো প্ৰাণী আদি এইদিনা বধ নকৰে। আনকি এই দিনত আন আন বস্তু দিয়া -লোৱাও নকৰে বুলি কয়। খোৱা-বোৱাত ভেদ থকা হেতু 'ডুমকীয়া'সকলক এওঁলোকে সম মৰ্যাদা নিদিয়ে।

এই বংশীয় লোকসকলে নাগ, কাছ, ধুন্দুলী, হস্তী বা গণেশক নিজৰ গোত্ৰ বুলি কয়। যাৰ যেনে গোত্ৰ আছে তেনেলোকে সেই বস্তুবিলাক নাখায় আৰু নামাৰেও। 'পান-তামোল'ক গোত্ৰ বুলি ভবা সকলে দুয়োটা বস্তু একেলগে নাখায়। গোত্ৰৰ ভিতৰত নাগ গোত্ৰীয়সকলেই শ্ৰেষ্ঠ বুলি কয়।

এওঁলোক বামুণ পন্থী। সাংস্কৃতিক আচাৰ-বিচাৰ হেতু বিবাহৰ ক্ষেত্ৰত আম বিহা, নাটুৱা নাচ বা পাঁখা খেলা আদিও অনুষ্ঠিত কৰে। হিন্দুৰ আদৰ্শত জন্ম-মৰণৰ কৰম-ধৰম সমাধা কৰে। মৃতকৰ 'ছাঁহিৰ' অনা নিয়মো প্ৰচলিত আছে। মৃতকৰ শ পোতোতে যি কোনো গছৰ ডাল এটা বুকু বা নাকৰ ওপৰত থিয়কৈ ধৰি মাটি দিয়ে আৰু পোতা কাৰ্য সম্পূৰ্ণ হ'লে ডালটো উলিয়ায়। তেতিয়া ডালৰ দ্বাৰা হোৱা বিন্ধাটোত উপস্থিত সকলে পানী ঢালে। ইয়াক 'নিকাচ পানী' দিয়া বুলি কয়।

নিজ নিজ সমাজখনত বিভিন্ন ৰীতি-নীতি, আচাৰ-বিচাৰ, মূলা-মোকৰ্দমা আৰু শাসনৰ বান্ধোন ৰাখিবৰ হেতু 'তিন শিখৰ মহাবিচাৰ' আদৰ্শত 'গাঁ-বুঢ়া', 'ছড়ীদাৰ' আৰু 'টেক্লা' বাচি লয়। ফৈদভেদে সাংস্কৃতিক কৰম-ধৰমত কিছু উনৈশ-বিশ থকা হেতুকে এওঁলোকৰ কিছুৱে পুৱাবেলা ঘৰৰ কেওকাষে গোবৰ ছঁড়া দিয়ে, গোবৰ লেপন দিয়ে। ইয়াক একে আষাৰে 'মাড়াল' দিয়া বুলি ক'ব পাৰি। কিছুমানে তুলসী থানটোহে লিপা-মচা কৰে। অৱশ্যে প্ৰতি সন্ধিয়াতে প্ৰত্যেকেই তুলসী তলত চাকি-বন্তি দিয়ে।

কিছু বঢ়া-টুটা থাকিলেও, এওঁলোকে ৰাজপুত, গোৱালা, ৰাজোৱাড় আৰু কুৰ্মি জাতিগোষ্ঠীক নিজৰ সম মৰ্যাদাৰ বুলি ভাবে আৰু প্ৰয়োজনবোধে পানী-দুনী খোৱাত বাধা নাই বুলিও কয়।



# ভক্তা

এই জাতিৰ লোকসকল নাগপুৰ, পুৰুল্যা, ডুমকা, হাজাৰিবাগ, ছোটনাগপুৰ আদি ঠাই সমূহৰ পৰা অহা বুলি জনা যায় । এওঁলোকৰ মাজত ভক্তা , গনজু ভক্তা, নয়া, চৰয়া আদি কেইবাটাও ফৈদ আছে । এওঁলোকে নিজকে 'পূজৰ' বুলিও কয় । আদিম কালত সকলো দেৱ-দেৱী, ভূত-প্ৰেত, ডাকিনী-যোগিনী আদিক ভক্তি বা পূজা সেৱা কৰিছিল বাবেই এওঁলোক হেনো ভক্তা বা পূজৰ হিচাপে জনাজাত হ'ল ।

এওঁলোকৰ বিভিন্ন গোত্ৰ বা কিলিও আছে । যেনে - হাকিয়ান, টেংগৰীয়া, নাগবংশী, সূৰুযবাঁসী, খেচিয়াৰ, ধনুকে, চিলকৈৰ, বালি-হাৰিয়ান, কলু খোৱাৰ (কুলি চৰাই) ইত্যাদি ।

ভক্তা সমাজত দুৰ্গা, কালী,মনসা, বিশ্বকৰ্মা, কৰমা, লক্ষ্মী-সৰস্বতী, গ্ৰাম পূজা, সূৰ্যাহী পূজা, টুচু পূজা আদি সৰু-বৰ অনেক পূজা প্ৰচলিত আছে । ইয়াৰ ভিতৰত সূৰ্যাহী পূজাকেই নিজৰ কুলৰ শ্ৰেষ্ঠ পূজা বুলি কয় । এই পূজাৰ বাবে ঘৰৰ ব্ৰতধাৰী পুৰোহিতজনে ৫ দিন লঘোনে-ব্ৰতে থাকি পূজাৰ দিনা ৩ টা ছাগলী বলি কাটি পূজাৰ কাৰ্য সমাধা কৰে । এই পূজা দিনত আৰু ঘৰৰ বাহিৰ থানত পাতে । বলি কটা মাংসৰে উপস্থিত সকলক ভোজ খুৱায় । পূজাত ৰাহি হোৱা কোনো বস্তুৱেই ঘৰৰ ভিতৰলৈ নিয়া নাই । প্ৰয়োজনবোধে সেইখিনি পূজাৰ থানতেই পুতি দিয়ে ।

সন্তান জনমৰ বেলিকা আন আন জাতিৰ লগত 'কৰম-ধৰমৰ' কিছু অমিল দেখা যায় । সন্তান জন্মৰ ৫ দিন বা ৯ দিনত চুলি খুৰালেও ৰাইজলৈ ভোজ ভাত দিয়া বা ছুটী পতাৰ নিয়ম নাই । কিছুৱে ৯ দিনীয়াও নাপাতে আৰু সুবিধা কৰিব পাৰিলে কোনো এক শিৱথানত গৈহে মুণ্ডন কাৰ্য কৰে ।

কোনো মানুহ মৰিলে পোতা আৰু পোৰা দুয়োটা নিয়মেই আছে । কিন্তু সৰ্বসাধাৰণৰ দৰে এওঁলোকে 'তিলনী' বা 'ঘাট' নাপাতে । এওঁলোক জোন আৰু পক্ষৰ হিচাপতহে চলে । পক্ষ বদলি কৰাৰ এওঁলোকৰ নিয়ম নাই । পক্ষৰ ভিতৰত পৰিলে কেতিয়াবা ৩ দিন, কেতিয়াবা ৫ দিন, বা ততোধিক দিনৰ ব্যৱধানতো শ্ৰাদ্ধাদি সমাপণ কৰিব পাৰে । এইদিনাই শক্তি অনুসাৰে ছাগলী, শুকৰ নাইবা মুৰগী মাৰি জ্ঞাতি-কুটুমক ভোজ খুৱায় । সেইদিনাই মদ-লাওপানী আদি উচৰ্গা কৰি মৃতাত্মা ঘূৰাই অনা অনুষ্ঠানো পাতে । মূৰ খুৰোৱা প্ৰথা এওঁলোকৰ মাজতো প্ৰচলিত আছে ।

বিবাহ্ কাৰ্যত বামুণ আৰু নাপিতৰ স্থান নাই । গৃহস্থৰ ভাগিন বা তেনে সম্বন্ধৰ লোক এজনে পুৰোহিতালি কৰে আৰু বিনিময়ত দান-দক্ষিণা লয় । ওচৰ সম্বন্ধৰ ভিতৰত মোমায়েকৰ জীয়েকক বিয়া কৰাব পাৰে । বিধবাই ইচ্ছা কৰিলে পুনৰ বিবাহ্ সোমাব পাৰে । বংশ আৰু গোষ্ঠীৰ ভিতৰত পৰিলে একেটা মাড়ুৱাত কেইবাজনেও একেলগে সিন্দৰা দান পাৰ্ব পাতিব পাৰে । বিবাহ্ কাৰ্যত 'আগুৱাই' পদবীধাৰীয়ে সকলো কামৰ আঁত ধৰে । এওঁলোকে গাঁওবুঢ়াক 'মুখীয়া' বুলি কয় । এওঁক সমাজৰ সন্মানীয় ব্যক্তি বুলি গণ্য কৰে । মাদল, যেৰামাদল এওঁলোকৰ প্ৰধান বাদ্য যন্ত্ৰ । নাটুৱা নাচৰ প্ৰচলন আছে । এওঁলোক নিজকে নিম্ন হিন্দু বুলি কয় । 'ভক্তা' দোৱানেৰে নিজৰ ভিতৰত কথা-বতৰা পাতে ।

পূৰ্বৰ ঠাইত এই জাতৰ লোকে জমিদাৰ, মহাজন আদিৰ ঘৰত ভেৰোণীয়া হিচাপে শ্ৰমিকৰ কামেই কৰিছিল । কিছুৱে বংশানুক্ৰমিক ভাৱে গেবাৰি খাটি জীৱিকা নিৰ্বাহ্ কৰিছিল । সামান্য পৰিমাণে পাট আৰু পলুৰ কামতো সহায় কৰিছিল ।

পিন্ধন-উৰণতো এওঁলোকৰ কোনো ধৰা-বন্ধা সাজ-পোচাক নাই । যেয়ে যি পাৰে সামান্য পৰিমাণে কাপোৰ-কানি পিন্ধে । মাইকী মানুহে বিভিন্ন ধৰণৰ মালা, মণি আৰু ৰূপৰ অলংকাৰ পিন্ধে । সোণৰ অলংকাৰ পিন্ধাটো গোষ্ঠীৰ ৰীতি বহিৰ্ভূত বুলি গণ্য কৰে । কিংবদন্তি প্ৰচলিত আছে যে অত্যন্ত গৰীব থকাৰ হেতু এওঁলোকৰ আদিম পুৰুষ সকলে হাবি-জংঘলৰ আলু-কচু বিচাৰি ঠাই বাগৰি ফুৰিছিল । এদিন শিৱ-পাৰ্বতীয়ে আকাশ পথত বিচৰণ কৰোঁতে, সিহঁতৰ দুখত দুখী হৈ, আলু এটাৰ সমান ওজনৰ এলদা সোণ আলুৰ গাঁতত পেলাই দিলে । এই লদা সোণকে আদিম ভক্তাই আলু জ্ঞান কৰি সিজাবলৈ ল'লে - কিন্তু নিসিজিল । লেয়ে খং উঠি দলিয়াই পেলালে । তাকে দিখি শিৱ-পাৰ্বতীয়ে শাও দিলে যে সোণ হেন বস্তুকো সিহঁতে চিনি নাপালে যেতিয়া সিহঁত যেন চিৰদিনেই দুখীয়া হৈ থাকে । সেয়ে এওঁলোক হেনো দুখীয়া হৈয়েই আছে আৰু সোণৰ প্ৰচলনো হোৱা নাই ।

এওঁলোকৰ 'চৰয়া' ভাগটোক বহুতে 'চেৰো' বা 'চেক' বুলি ক'ব খোজে । কালক্ৰমত এওঁলোক ফাটি গৈ এটা বেলেগ জাত হ'ল বুলি কয় । 'চেক' জাতটোৰ আদিম ৰজা 'চেতৰাউ'ৰ পৰাই চৰয়া বা চেৰো হ'ল বুলি জনা যায় । এই শাখাৰ লোকসকল ছোটনাগপুৰ, হাজাৰিবাগ, ডুমকা, মিৰ্জাপুৰ আদি ঠাইৰ পৰাই হেনো অসমলৈ আহিছে । 'চাৰ্মন' নামৰ এক ঋষিৰ পৰা এই জাতিৰ উদ্ভৱ হৈছে বুলিও এক কিংবদন্তি আছে । সেয়ে এওঁলোকৰ ফৈদটো 'ঋষিয়াচন' ফৈদ বুলিও জনাজাত ।



# গন্‌জু

হাজাৰিবাগ, ৰাঁচী, ছোটনাগপুৰ, পুৰুল্যা, বাঁকুড়া আদি ঠাই সমূহেই গন্‌জু জাতিৰ আদি বাসস্থান বুলি জনা যায়। এওঁলোকৰ মাজত 'খেৰুৱাৰ', 'দেৱালবন' আদি ভাগ আছে। পূৰ্বৰ ঠাইত প্ৰধান বৃত্তি আছিল সন্ সূতা (মৰাপাট) উৎপন্ন কৰা আৰু ইয়াৰ ব্যৱসায় কৰা। এফাঁকি প্ৰৱচনেও এওঁলোকৰ বৃত্তিৰ কথা প্ৰমাণ কৰে। যেনে ঃ

'সনসূত্ৰী প্ৰধান চায, দহে খেৰিয়ন বামে চাষ।
সনসূত্ৰী কোমৰেৰ দড়, দিনে গন্‌জু ৰাইতে চ'ৰ ॥'

অৰ্থাৎ এই জাতিৰ প্ৰধান বৃত্তিয়েই আছিল মৰাপাটৰ খেতি কৰা আৰু সন্ সূতাৰ ব্যৱসায় কৰা। এনে ঘৰৰ ল'ৰাই এদিন বিবাহ কৰবালৈ গ'ল। সকলো কাম ঠিকে-ঠাকে হৈ যোৱাৰ পাছত 'সিন্দ্ৰা' দান পৰ্ব যেতিয়া আহিল তেতিয়াহে খিয়াল হ'ল যে তেওঁলোকে সন সূতা নিবলৈ পাহৰিলে। এই গোষ্ঠীৰ নিয়মমতে দৰাই সন সূতাৰ জৰিয়তেহে কন্যাৰ মূৰত সেন্দুৰ দিব লাগে। সনসূতা নাপাই কন্যাঘৰে হুলস্থূল লগালে। কোনোৱা এজন খটাসুৰ ডেকাই এনে হুলস্থূলৰ মাজতে কন্যাঘৰৰ ওচৰ-চুবুৰীয়া এজন গন্‌জুৰ ঘৰৰ পৰা মনে মনে গৈ কিছু সন্ সূতা সংগ্ৰহ কৰি অনাত বিবাহ কাৰ্য সমাধা কৰিব পাৰিলে। কিন্তু সন্ সূতাৰ খেতিয়ক হৈয়ো বিপদত পৰি চুৰ কৰিব লগা হোৱাত উক্ত প্ৰৱচন ফাঁকিৰ সৃষ্টি হয়। গন্‌জুসকলে এই কথা চৰিত-চৰ্বন কৰি খুবেই স্ফূৰ্তি কৰে।

'বানচিং' দেৱতাৰ পূজাক এওঁলোকে শ্ৰেষ্ঠ স্থান দিয়ে। এই পূজা মাঘ-ফাগুন মাহত পাতে। পূজাত ছাগলী বলি কাটে। সমাজৰ গুৰিয়ালজনেই 'চাটিয়া' উঠে আৰু শুভাশুভ বতৰা কয়। 'সূৰ্যাহী' বা 'ধৰম' পূজা 'পীড়িত একবাৰ' - অৰ্থাৎ এটা পুৰুষত এবাৰহে অনুষ্ঠিত কৰে। কৰম পূজা, ফাগুৱা পৰব আৰু সাঁহৰাই পৰবক নিজ কুলৰ আন আন শ্ৰেষ্ঠ উৎসৱ বুলিও কয়।

নাগ, শালমাছ, কাছ আৰু চুয়া নামক এবিধ চৰাইক এওঁলোকে নিজৰ গোত্ৰ বুলি কয়। এনে গোত্ৰীয় প্ৰাণীবোৰৰ হানি-বিঘিনি এওঁলোকে কোনো দিনেই নঘটায় বুলি কয়। গোত্ৰ এক হ'লেও বিবাহ আদি নাপাতে। বিবাহত হোম-যজ্ঞ কৰি বামুণৰ দ্বাৰা সকলো কৰ্ম সমাধা কৰায়। বিবাহৰ পূৰ্বে 'বৰদেখা', 'কন্যাদেখা',

'তিলক কৰা' আদি অনুষ্ঠান পালন কৰে। হাঁঠুৱা কলহত ভৰাই কটী নিয়াৰ প্ৰথাও আছে।

সন্তান আদি জন্ম হ'লে ৭,৯ আৰু ২১ দিনৰ ভিতৰত চ্যুত গুচায় আৰু ছটী পাতে। ছটীৰ দিনা নাম ৰচা অনুষ্ঠানো পাতে।

মৃতকৰ দহা-কাজ দহ দিনত পাতে। বিশেষ প্ৰয়োজন হ'লে পাঁচ বা সাত দিনতো পাতে বুলি কয়। এনে কাম-কাজত মদ-লাওপানী আৰু মাংসৰে ভোজ খোৱা নিয়ম আছে। ছাঁহিৰ অনা নিয়ম আছে।

বাল্য বিবাহৰ প্ৰথা আৰু ঘৰ-জোঁৱাই ৰখা প্ৰথাও এওঁলোকৰ মাত প্ৰচলিত আছে।

পুৰণিকলীয়া নীতি-নিয়মৰ কিছু পৰিবৰ্তন ঘটাই গনজুসকলে অৰ্বাচিন ভাবে কেতবোৰ থলুৱা আঁচনি গ্ৰহণ কৰি সমাজ সংগঠনৰ কামত হাত দিছে বুলিও জনা গৈছে।



# বৰাইক

বিহাৰ, মধ্যভাৰত, উত্তৰ প্ৰদেশ আদিৰ অন্তৰ্গত ৰাঁচী, শিল্লী, সিংভূম, সাইবাচা, ছোটনাগপুৰ, হাজাৰিবাগ আদি ঠাই সমূহেই আছিল বৰাইক জনগোষ্ঠীৰ আদি বাসস্থান।

'বৰাইক' নামটো 'বৰাক' ৰ পৰা সৃষ্টি হৈছে। 'বৰাক' ৰ অৰ্থ এওঁলোকৰ ভাষাত যোদ্ধা বা সৈনিক। সেয়ে যুদ্ধ প্ৰসিদ্ধ জাতি হিচাপে এওঁলোকে নিজকে 'বৰাইক' বুলি পৰিচয় দিয়ে। ৰজাৰ হৈ যুদ্ধ কৰা, ৰজাৰ লগত চিকাৰ খেদা আৰু ৰাজ্য শাসনত ৰজাক সহায় কৰা কাৰ্য আদিত এই গোষ্ঠীৰ পূৰ্বজ সকলে আগ ভাগ পাইছিল বুলি জনা যায়। ইয়াৰ উপৰিও এওঁলোক কৃষি, পশুপালন আদিৰ কাৰ্যত অদ্বিতীয় আছিল। এওঁলোকৰ মাজত একে গোষ্ঠীয় ৰজা আৰু জমিদাৰো আছিল বুলি কয়। ক্ষত্ৰিয়, বৌতিয়া, কাৰজি চাহাব আদি কৰি এওঁলোকৰ মাজত কিছুমান ভাগ আছে। এই গোষ্ঠীৰ বহুতো লোকক 'বৰাইক চাহাব' বুলিও কোৱা হয়।

পলিহা, মহানন্দী, হস্তী, হৰিণ, বাঘ, বাটী আদিক এওঁলোকে নিজৰ গোত্ৰ বুলি পৰিচয় দিয়ে। বক্সী, সিং, ৰাজপুত, চিক্ আদি এওঁলোকৰ আন আন উপাধি। ৰথ যাত্ৰা, কৰম পূজা, জীতিয়া, দাসাই পূজা (দুৰ্গাদেৱী) আদিক এওঁলোকে জাতিৰ পূজা বুলি ধৰে। ইয়াৰ উপৰিও হিন্দুসকলে পালন কৰা বিভিন্ন দেৱ-দেৱীৰ পূজাও এওঁলোকে মানে বুলি কয়।

কৃষি কৰ্ম আৰম্ভ কৰাৰ আগে আগে 'ডাঙৰীয়া বাবা'ৰ পূজা পাতে। এই পূজাত 'সাঁড়া' মুৰগী বলি কাটে। খেতি চপাবৰ সময়ত 'লক্ষ্মী সোমোৱা' অনুষ্ঠান পাতে। গহাল পূজা বা সাঁহৰাই পূজাৰো এওঁলোকৰ মাজত প্ৰচলন আছে। ন-খোৱা উৎসৱো পালন কৰে।

অতীজত এওঁলোকৰ বাল্য বিবাহৰ প্ৰথা আছিল। বিবাহৰ বেলিকা দৰা-কন্যা উভয় পৰিয়ালৰ মাজত সমিল-মিল হিচাপেই সকলো কাৰ্য কৰে। দৰা-কন্যাক ৰভা তলত বহুৱাই ব্ৰাহ্মণ, ঠাকুৰ আদিক সাক্ষী ৰাখি 'চিন্দৰা' দান কৰে। বিয়াৰ দিনা-কন্যাৰ ককায়েকে লগত দুই চাৰিজন বন্ধু-বান্ধৱীক লগত লৈ ভনী-জোঁৱায়েকক (দৰাক) গাখীৰ, মিঠাই আদি খুৱায়। লগে লগে কন্যাৰ ওপৰত তেওঁৰ দায়িত্ব আৰু কৰ্তব্য সম্বন্ধেও বুজনি দিয়ে।

বিবাহক কেন্দ্ৰ কৰি দৰা-কন্যাক 'তেল-মাখানি' কৰা, কন্যাঘৰত গৈ

দৰাঘৰীয়াই 'বতু' বা 'লগন বন্ধা', কন্যাৰ পাৰ্গতালি চাবলৈ দৰাৰ ঘৰত ঘটীখেল, আঙঠিৰ খেল অনুষ্ঠিত কৰা, 'আঠমঙলা' উদ্যাপন কৰা আদি নিয়ম সমূহো প্ৰচলিত আছে। বিবাহত ভোজ দিয়াটো দুয়ো ঘৰৰেই সামাজিক প্ৰথা।

নতুন সন্তান জন্ম হ'লে চ্যুত গুচাবলৈ ৩ দিনত 'তিন নাহন' আৰু ২১ দিনত 'একৈশা' পাতি ৰাইজক ভোজ দিয়ে। সন্তানৰ মুখত আহাৰ দিওঁতে 'মুখ জুঠানি' অনুষ্ঠান পাতে।

মানুহ মৰিলে অৱস্থাভেদে খৰি দিয়া আৰু পোতা দুয়োটা প্ৰথাই আছে। মৃতকৰ পুত্ৰ থাকিলে বৰ পুত্ৰই মুখাগ্নি কৰে। একাদশ দিন ব্ৰত পালন কৰি আদ্য শ্ৰাদ্ধ পাতে। মূৰ খুৰোৱা নিয়মো আছে।

এই গোষ্ঠীৰ জনা-শুনা সকলে কয় যে (ক) পূৰ্বতে 'ৰবাইক' সকল অনাৰ্যৰ দ্বাৰা পৰাভূত হৈছিল। (খ) যদুবংশীয় ৰাজপুত সকলৰ উপাধি আছিল 'বৰাইক'। (গ) 'ভৌস্‌লা' ৰজাৰ লগত ৰবাইকসকলে পলনৰ কাম কৰিছিল। (ঘ) এওঁলোক মথুৰা-বৃন্দাবনৰ আদিম বাসিন্দা আছিল।

এনেবোৰ কাৰণৰ পৰাই এওঁলোকে নিজকে যদুবংশীয় আৰু মথুৰা-বৃন্দাবনৰ যুদবংশীয় ৰাজপুত, ক্ষত্ৰিয় বুলি পৰিচয় দিয়ে।



# চিক্

'চিকন' (ধুনীয়া) ৰ পৰাই চিক্ জাতিৰ নামকৰণ হৈছে বুলি এওঁলোকে কয়। নিজৰ বৃত্তি অনুযায়ী বৰ ধুনীয়া বা 'চিকনকৈ' কাপোৰ বব জানিছিল। নিজে বনাই লোৱা এই কাপোৰ-কানি আন জাতৰ লগত প্ৰয়োজনীয় বস্তুৰ বিনিময়ত দিয়া লোৱা কৰিয়েই জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয়। কিছু লোকে খৰি-খেৰ আদিৰ কাৰবাৰ কৰিও চলিছিল বুলি জনা যায়।

এই জাতিৰ মাজত চিক্ বাৰাইক (কাঠৰ কাৰবাৰী), চিকোৱা গাড়া (ডফলা বাজনীয়া), চিকোৱা (ছাগলী বাগাল), চিক্ চৌহান্ (ৰজা বা জমিদাৰ শ্ৰেণী), চিক্ কোঁৱৰ (বিষয়া) আদি কেইবাটাও ফৈদ আছে। এওঁলোক চিকাৰ কৰা, ধেনু-কাঁড় আঁদি চলোৱাত বিশেষ পাৰ্গত বুলি নাম আছে। সেয়ে নিজকে যুদ্ধাৰু আৰু চিকাৰী বুলি কয় আৰু খোৱা-বোৱাত কোনো ধৰণৰ বাধা নাই বুলিও কয়।

আহাৰ আৰু আঘোন মাহত এওঁলোকে চণ্ডী পূজা পাতে। পূজাত হাঁহ, মুৰগী, ছাগলী আদি বলি কাটে। এই পূজাত ৰঙা বস্ত্ৰ পৰিধান কৰাত সামাজিক বাধা আছে। আহাৰ মাহত 'আম পূজা' কৰিহে আম ভক্ষণ কৰে। এই পূজাত কোনো ধৰণৰ বাদ্য-বাজনা নবজায়। ভাদ মাহত 'ঝুমুৰ' পাতে। নৃত্যত বাঁহী আৰু মাদল ব্যৱহাৰ কৰে। 'চাটিয়া'ৰ দ্বাৰা পূজাৰ শুভাশুভ জানি লয়। পাহাৰ-পৰ্বত বা হাবি তলীয়া ঠাইত 'বাঘ' পূজাও পাতে। বাঘ পূজক সকলৰ এটা বিশ্বাস আছে যে তেওঁলোকৰ পূজাত বাঘ দেৱতা সন্তুষ্ট থাকিলে কোনো ধৰণৰ ক্ষয়-ক্ষতি নহয়। পুৰণি কালত এই গোষ্ঠীয় লোকৰ বহুতেই বাঘৰ পোৱালী জগাবৰ সময় নিৰূপণ কৰি ঘৰৰ বাহিৰত খেৰ আদি পাৰি ৰখাৰ প্ৰথাও আছিল বুলি জনা যায়। কোনোবাই এওঁলোকৰ শত্ৰুতা কৰিলে বাঘে শত্ৰুপক্ষক বাধা দিয়ে বুলিও জনবিশ্বাস আছে।

এওঁলোকৰ মাজত 'আই' বা শীতলা দেৱীৰ পূজাৰো প্ৰচলন আছে। প্ৰবাদ আছে যে কোনো এক গাঁৱত কোনোবা এক সময়ত এক গৃহস্থৰ এগৰাকী বোৱাৰীৰ বাদে ল'ৰা-বুঢ়া সকলোৱেই 'আই'ৰ প্ৰকোপত পৰিছিল। গাঁওখনৰ এনে চৰম অৱস্থা দেখি মানুহ গৰাকীয়ে ভয়ত বাপেকৰ ঘৰলৈ বুলি ঢাপলি মেলে। তাকে দেখি অলৰ-অচৰ - 'থুলথুলী' বুঢ়ীৰ ৰূপ ধাৰণ কৰি শীতলা আয়ে তাইক ওচৰলৈ মাতে আৰু মূৰত থকা দুটামান ওকণী বাচি দিবলৈ কয়। বুঢ়ীৰ কথা পেলাব নোৱাৰি ওকণী বাচিবলৈ লওঁতেই ওকণীৰ পৰিৱৰ্তে গোট গোট চকু কেইটামানতেই তাই

দেখা পালে। ভয় পাই বুঢ়াক তাৰ কাৰণ সোধাত শীতলা মাৰ মাহাত্ম্যৰ কথা বুজাই দিলে। সেয়ে তাই পুনৰ ঘূৰি আহি ধুপ-দীপ-নৈবেদ্য আদিৰে শীতলা আইৰ পূজা কৰে আৰু ইয়াৰ দ্বাৰা গাঁওখনক ৰক্ষা কৰে। এনে পৰম্পৰা থকাৰ বাবেই শীতলা পূজা এওঁলোকৰ মাজত প্ৰচলিত হ'ল বুলি কয়। এওঁলোকে কালী আৰু দুৰ্গাদেৱীকো মানে।

মৃতাত্মা সকলৰ সদগতিৰ অৰ্থে আহাৰ মাহত দুৱাৰৰ চুক বা 'আগুড়' কোণাত এওঁলোকে 'আঁচৰল্' নামৰ এটা দেও পূজা পাতে। এই পূজা কাকো জুমাজুমি কৰি চাবলৈ দিয়া নহয়। প্ৰবাদ আছে যে কোনোবা এঘৰৰ মাইকী মানুহে এনেদৰে জুমাজুমি কৰোতে ডিঙি বেঁকা হৈছিল। এওঁলোক নিজে মন্ত্ৰবিদ্ হোৱা হেতুকেহে বহুতো তন্ত্ৰ-মন্ত্ৰ কৰি মানুহ গৰাকীক সুস্থ কৰিব পাৰিছিল।

এই গোষ্ঠীৰ সামাজিক কাম-কাজত পুৰোহিতালি কৰিবলৈ লোণ বা 'চনোৱানি' গোত্ৰীয় জনা-বুজা এজনক বাচি লয়। বিবাহত সেন্দুৰৰ ব্যৱহাৰ নহয়। বিবাহ আৰু মৰা-হৰা কামত 'কোলদীপ' সকলে চাকি-বন্তি জ্বলোৱা আৰু 'মহানন্দীয়া' গোত্ৰীয়ৰ লোকে পানীৰ যোগান ধৰাটো সামাজিক প্ৰথা বুলি কয়। বিয়াৰ শেষত, স্নান -দানৰ অন্তত নদী বা বিলৰ পৰা ঘৰমুৱা হওঁতে 'তামূলী' বা দৰাধৰা জনে খেৰৰ হৰিণ বনাই দৰাৰ আগত থোৱা নিয়ম । হৰিণলৈ টোঁৱাই কাঁড় মৰাৰ অন্তত কন্যাই দৰাক মিঠা বস্তু খুৱাই দি মৃৰত অনা ঘটৰ প ানীৰে মুখ ধুৱাই দিয়ে। শেষ মুহূৰ্তত 'তামূলীয়ে' 'হৰিণ' লৈ পলায় আৰু মাননী নিদিয়ালৈকে ঘূৰাই নিদিয়ে। দৰাই তেতিয়া ছাগলী আগবঢ়াই ৰাইজক ভোজ দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে।

এওঁলোকে সন্তান জন্ম হ'লে ৯ দিনত নৰতা আৰু ২১ দিনত 'ছটী' কৰি চ্যুতকাৰ্য শেষ কৰে। মৰাৰ ক্ষেত্ৰতো ৩ দিনত তিলনী আৰু ১০ দিনত 'ঘাট' পাতি দহা কাৰ্য কৰে। পোৰা আৰু পোতা দুয়োটা প্ৰথাই এওঁলোকে পালন কৰে।

চিক্ পৰজা সকলে পুৰণি ঠাইত নিজে বনাই লোৱা কাপোৰেৰে লেংটী বা কৌপিনহে ব্যৱহাৰ কৰিছিল বুলি কয়। সেইদৰে মাইকী মানুহে গা ঢকাকৈ সামান্য হিচাপে হেনো কাপো-কানি ব্যৱহাৰ কৰিছিল।

নিজ গোষ্ঠীয় কোনো সন্মানীয় আলহী-অতিথি ঘৰলৈ আহিলে গৃহস্থৰ ঘৰৰ পৰা তেওঁক ভৰি ধুৱাই দিয়া নিয়ম প্ৰচলিত আছে। পুৰণি কালত এনেদৰে অহা আলহী-অতিথিক হেনো গীত-মাত-ইংগিত আদিৰেহে সোধ পোচ কৰি পৰিচৰ্যা কৰিছিল বুলি কয়।

ৰাঁচী, সিংভূম, সাইবাচা ; গাংপুৰ, ছোটনাগপুৰ আদি ঠাই সমূহেই এওঁলোকৰ পূৰ্বৰ ঠাই বুলি জনা যায়। ◆◆

# কাঁৱ'ৰ

জাছপুৰ, উদয়পুৰ, সুৰগুজা আদিৰ অন্তৰ্গত কটকেল্, ঝাইলেৰনেসা, ঝেৰাদী, বুলুংগা আদি সৰু সৰু ঠাই সমূহৰ পৰা এই কাঁৱ'ৰ লোকসকল অসমলৈ আহিছিল।

এওঁলোকৰ মাজত কাঁৱ'ৰ, চাটি কাঁৱ'ৰ, পাইখ্ৰা কাঁৱ'ৰ, ৰাঠিয়া কাঁৱ'ৰ আৰু দুধ কাঁৱ'ৰ নামৰ কেইবাটাও ভাগ আছে। দুধ কাঁৱ'ৰ সকলে নিজকে শ্ৰেষ্ঠ বুলি কয়। সেইদৰে 'ঘাঁট বা ঘৰ্ণ্টি' (ঘণ্টা) গোত্ৰীয় সকলকো শ্ৰেষ্ঠ বুলি ধৰে। সামাজিক কাম-কাজ, আচাৰ-বিচাৰ আদিৰ আঁত ধৰাৰ বাবে এজন 'গঁৱঠীয়া' বাচি লয়।

চ'ত মাহত এওঁলোকে সূৰ্যাহী পূজা পাতে। এই পূজাই এওঁলোকৰ কূলৰ শ্ৰেষ্ঠ পূজা। আহাৰ মাহত পতা কালীপূজা বা গাঁওগ্ৰাম পূজাও এওঁলোকৰ আন এটা শ্ৰেষ্ঠ পূজা।

সন্তান জন্ম হ'লে ৯ দিনত খুৰাখুৰি হৈ ১২ দিনত ছটী পাতি চ্যুত গুচায়। মৰিলে মৰা শ'টো শ্মশানলৈ নি পোতে আৰু গাঁতত দিয়াৰ আগে আগে শ'ৰ মুখত পানী দিয়ে যাতে মৃত্যুৰ সিটো পাৰত পানীৰ বাবে সেই আত্মাই কষ্ট নাপায়। মৃতকৰ পুত্ৰ আদি থাকিলে মুখাগ্নি কৰাৰ নিয়ম আছে। মৰা শ' কঢ়িয়াই নিওঁতে কোনো ধৰণৰ হৰিবোল ধ্বনি দিয়াৰ নিয়ম নাই বুলি কয়। শ' পোতা শেষ হ'লে বাটি এটা ভাঙি টিপৰ ওপৰত থৈ দিয়ে। পানী ঘাটত গা-পা ধুই উঠাৰ পাছত মাটি লদা এটাক এজনে আনজনলৈ পিছহতীয়াকৈ দিয়াৰ পাছত শেষৰজনে পাছলৈ দলিয়াই দি ঘূৰি নাচায়। এইদিনাই মৃতক নিয়াৰ বাটৰ কিনাৰত কোনোবা এটুকুৰা ঠাই লোপা-মোচা কৰি চাকি-বন্তি আগ কৰে। ৯ দিনৰ দিনা 'পাইনাহান' আৰু ক্ষৌৰকৰ্ম কৰে। এইদিনা সামান্য ধৰণে ৰাইজক জা-জলপান খুৱায়। সুযোগ সুবিধা আহিলে নাইবা গৃহস্থৰ শক্তি হ'লে ২ বা ৩ বছৰৰ মূৰত শ্ৰাদ্ধ পাতে আৰু ছাঁহিৰ আনে।

বিবাহৰ বেলিকা দৰাই মৌড় বা মুকুট পিন্ধিলেও কন্যাক পিপড় বা জৰী গছৰ পাতেৰে বনোৱা মৌড়হে পিন্ধায়। দৰাৰ নানা-নানী বা ককা-বুঢ়ীআইতা

সম্বন্ধীয় লোকে আম গছৰ আংবা বা জুইত ধূপ-ধূনা পুৰি পুৰোহিতৰ কার্য কৰে। দৰাই কন্যাক আৰু কন্যাই দৰাক সেন্দুৰৰ ফোঁট দিয়ে। ইয়াৰ পাছত দৰাই কন্যাক আঙঠি পিন্ধোৱাৰ লগে লগে বিয়াৰ কাম একপ্ৰকাৰ শেষ হয়। কন্যাই আহি দৰা ঘৰত ঘঁটী-খেল, আঙঠিৰ খেল আদিত ভাগ লয়। গা-পা ধুই ঘৰমুৰা হওঁতে 'হৰিণ চিকাৰ' কৰে। 'আঠ মঙলা' খোৱাৰ নিয়মো আছে।

বিবাহৰ প্ৰাক্ মুহূর্তত নাইবা আঠ মঙলাৰ শেষত দৰা-কন্যা উভয়ৰে পিতৃ-মাতৃৰ মাজত 'সমদী ভেট' অনুষ্ঠান পাতে। এই অনুষ্ঠানত বিয়ৈ-বিয়ৈনীৰ মাজত গুড়-পানী আৰু জুঠা বিনিময়ৰ পাছত দুয়োৰে মাজত ধৰবাদৰবি কৰি স্ফূর্তি কৰে।

পূর্বৰ পুৰণা ঠাইত এই বংশৰ লোকসকলে নিজৰ খেতি-বাতিৰ কাম, ঘৰ-ঘৰোৱালীৰ কাম আদি আন মানুহৰ হতুৱাই কৰাইছিল বুলি কয়।

এওঁলোকে নিজকে কৌৰৱ কুলৰ বুলিও পৰিচয় দিয়ে।



# বাউৰী

বাঁকুড়া, বৰ্ধমান, আচানচোল, মালভূম,মেদিনীপুৰ, শেখৰভূম, ৰাঁচী আদি ঠাঁই সমূহেই বাউৰী জাতিৰ পূৰ্বৰ ঠাই বুলি জনা যায় । এই জাতিৰ মাজত গবৰীয়া, তুইলা, ভূঁই, ঝিঁটা, বা ঝাঁইটা, মূলা, ধূলা, মালা আদি কেইবাটাও ভাগ আছে । এওঁলোকৰ সমমৰ্যাদাৰ আন এটা জাতিক উবিষ্যাত 'খদাল' বুলি কয় । গবৰীয়া সকলে কাহিলী পুৱাতেই ঘৰৰ কেওকাষে 'গোবৰ ছঁড়া' দিয়ে আৰু দুৱাৰ মুখ, চোতাল, ভঁৰাল, গোহালী আদিত ঘূৰণীয়াকৈ গোবৰৰ লেপন দিয়ে । ইয়াক মাড়াল দিয়া বুলি কয় । গোবৰক পবিত্ৰ জ্ঞান কৰি, ইয়াৰে লেপন আদি কাৰ্য কৰে বাবেই এওঁলোকক গবৰীয়া বুলি কোৱা হয় । ঝিঁটা সকলে ভাত-পানী খোৱাৰ ঠাইকণ ঝাড়ু মাৰি আঁতাই বাবেই তেনে নাম পালে । যিসকলে আন মাটি ছটিয়াই তেনেবোৰ ঠাই পৰিষ্কাৰ কৰে সিসকলক ধূলা বাউৰী বুলি কয় । গবৰীয়া সকলেই মান ধৰমত সকলোতকৈ শ্ৰেষ্ঠ বুলি জনা যায় ।

এওঁলোকে 'কায়স্থ বগ'ক (ইটাগুৰি) বা ৰঙা বগলীক নিজৰ গোত্ৰ বুলি ভাৱে । এনে বগলী এওঁলোকে নামাৰেও আৰু নাখায়ো । কুকুৰক এওঁলোকে 'ঠাকুৰ' বুলি গণ্য কৰে । কিম্বদন্তি প্ৰচলিত আছে যে আদিম কালত এই গোষ্ঠীৰ লোকসকলে কোনো এক পৰৱ উপলক্ষে সমূহীয়া ভোজ আৰু নিচা-পানীৰ আয়োজন কৰিছিল । তালৈকে বামুণ গোষ্ঠীৰ 'গুৰুবাবাকো' নিমন্ত্ৰণ কৰিছিল । পূজাৰ সকলো আয়োজনৰ শেষত, ভোজ আদি ৰান্ধি-বাঢ়ি এওঁলোকে বহু সময় বামুণৰ বাবে অপেক্ষা কৰিলে কিন্তু বামুণ নাহিল । সেয়ে মানুহবোৰৰ খং উঠিল আৰু নিচা পানী খাবলৈ ধৰে । শেষত যেতিয়া ধীৰে-সুস্থিৰে বামুণ আহি পূজা মণ্ডপ পালে, তেতিয়া নিচাত বেহুঁচ হৈ থকা ৰাইজে গুৰুক বহুত তিৰষ্কাৰ কৰে । শিষ্যবোৰৰ উভটি ধৰা কথাবোৰ শুনি গুৰুৱেও কটু কথা শুনালে । এনেই আছিল নিচা, তাতে গুৰুৱে হাৰ নমনাত, তাৰে এজনে খং দমাব নোৱাৰি গুৰুৰ মূৰত মাৰিলে ৰামটাঙোন । গুৰু পৰিল আৰু মৰিল । অতৰ্কিতে এনে ঘটনা হোৱাত সিহঁতৰ নিচা ফাটি, নিজৰ ভিতৰতে ইস্-আস্ কৰি, বিভিন্ন আলোচনা কৰিবলৈ লয় । ইতিমধ্যে সবাৰে অলক্ষিতে কুকুৰ এটাই ৰান্ধি থোৱা ভোজৰ হাঁড়িৰ ভাত খায় আৰু পৰি থকা গুৰুৰ তেজসোপা চেলেকি সেই ঠাইতে শুই থাকিল ।

কোনেও এই ঘটনা মন কৰা নাছিল । হঠাৎ বামুণৰ শ'ৰ ওচৰত কোবাৰীত দেজ লাগি থকা কুকুৰ এটাক শুই থকা দেখি সেয়া মনুষ্য দেহা এৰি গুৰুৱে কুকুৰ ৰূপ ধাৰণ কৰি, সিহঁতক ক্ষমা কৰিলে বুলি থিৰাং কৰিলে । ভৱামতে কাম হ'ল আৰু সকলোৱে ধৰি-মেলি শটো নি কাঠাগ্নি কৰে । শ্ৰাদ্ধৰ দিনা বহু ৰকমৰ বস্তুৰে কুকুৰক ভোজ খুৱালে আৰু কৃতকৰ্মৰ বাবে ক্ষমা খুজি, যি কয় তাকেই মানিবলৈ ইচ্ছা কৰিলে । কিন্তু কুকুৰক নিৰ্বিকাৰ দেখি, সকলোৱে ক্ষমা দিছে বুলি ভাবি ল'লে । গুৰুবধী বুলি জানি আন কোনেও এওঁলোকৰ মাজত গুৰুগিৰি কৰিবলৈ নাহিল । সেয়েহে গুকুকুলৰ কাম চলাবলৈ এওঁলোকে হেনো নিজৰ ভিতৰতে গুৰু বাচি লোৱা প্ৰথা প্ৰচলন কৰিলে ।

কিছুৰ মুখত এই কাহিনীটো আন ধৰণেও শুনা যায় । এই কাহিনীৰ মতে কোনো এক সকামত কুকুৰ এটা আহি ভোজৰ পাত্ৰত মুখ দিওঁতে কোনোবা এটাই হাতৰ টোকোন ডাল ফৰ্মুটি মাৰি পঠালে । দুৰ্ভাগ্যবশতঃ টোকোনডাল কুকুৰৰ গাত নপৰি, গুৰুৰ গাত পৰিলগৈ । এনে হোৱাত গুৰুৰ মৃত্যু হয় । কুকুৰ এটাৰ পৰাই এইদৰে অঘটন হোৱা দেখি সকলোৱে 'কুকুৰকেই ঠাকুৰ' হিচাপে মানিবলৈ থিৰাং কৰিলে হেনো ।

পুৰণি নিয়মমতে কিবা শুভ কামত কেনোবাকৈ যদি কুকুৰে দুখ পোৱা ধৰণে চিঞৰে, তেনেহ'লে ক্ষন্তেকলৈ হ'লেও সেই সময়ৰ কাম স্থগিত ৰাখিব লাগে । কোনোবাই কুকুৰক শাস্তি দিয়াটো এওঁলোকে কামনা নকৰে । পুৰণি নিয়ম মতে ৰন্ধা ভাতৰ প্ৰথম এৰেহাই কুকুৰক দিয়া প্ৰথা আছিল । কোনোবাই কুকুৰ মাৰিলে বা কাৰোবাৰ ঘৰত কুকুৰ মৰিলে সি সকলে হেনো দুই-চাৰিজন ভকতলৈ তামোল-পাণ আগবঢ়াই পৰাচিত হৈ লৈছিল ।

সমাজৰ সকলো কামতে আঁত ধৰাজনক এওঁলোকে 'মাঝি' বুলি কয় । এওঁক সহায় কৰে 'পোৰা মাণিক' নামৰ এজন পদবীধাৰীয়ে । বহুতে কয় 'প্ৰামানিক'ৰ পৰাই 'পোৰা মাণিক' হ'ল ।

এই সমাজৰ পূজা-পাৰ্বনৰ ভিতৰত ভাদ মাহৰ সংক্ৰান্তিৰ দিনা অনুষ্ঠিত হোৱা 'মনসা' পূজাই সবাতকৈ শ্ৰেষ্ঠ । কিছুৱে নাগ পঞ্চমীও পালন কৰে । পূজাত মনসা পুথিৰ পাল্লা গাই আৰু 'ঝুপা' উঠাই শুভাশুভ বতৰা লয় । পূজা উপলক্ষ্যে বাসুকী নাগ বা 'চক্কৰ ফেঁটী'ৰ প্ৰতীক হিচাপে কঁহুৱা বনৰ 'কড়ৰা' বনাই হাত আৰু বাহুত কোবোৱা এবিধ খেল খেলে ।

পুহ মাহৰ সংক্ৰান্তি উপলক্ষ্যে পিঠা পৰৱ আৰু টুচু পূজাৰ আয়োজন কৰে । 'চৌডল টুচু' আৰু 'ভাদু টুচু' দুয়োটা ৰীতিয়েই মানে । গুজৰাটৰ ৰজা

কর্ণদেৱৰ বোৱাৰী আৰু কুলন্দা ৰাজ বীৰবলৰ জীয়ৰী টুচু দেৱীয়ে নিজৰ সাহ, ধৈর্য আৰু সতীত্ব অক্ষুণ্ণ ৰাখি স্বামী সীতাৰামৰ চিতা দুইত জাপ দি মুছলমানৰ বাদচাহ, আল্লউদ্দিনৰ লোলুপ দৃষ্টিৰপৰা নিজক ৰক্ষা কৰি আর্দশ এৰি থৈ যায়। টুচুদেৱীৰ আদর্শই এই সমাজৰ 'টুচুমতী' সকলক বিশেষ অনুপ্রাণিত কৰিছে বুলি ক'ব পাৰি।

জেঠ-আহাৰ মাহত 'আষাড়ী' পূজা পাতে। দেৱালীৰ পাছদিনা পূর্ব পুৰুষৰ আত্মাবোৰৰ সদ্গতিৰ অর্থে ঘৰুৱা থানত পানী-দুনী ঢালি শ্রাদ্ধ কৰে। ফাগুৱা উপলক্ষে নৌকা, বিলাস, মানভঞ্জন, নিমাই সন্যাস আদিৰ দৰে নৃত্য-নাটিকা পৰিৱেশন কৰি ঘৰে ঘৰে গৈ ভগৱান শ্রীকৃষ্ণৰ লীলাৰ গীত-মাত গাই সংকীর্তন কৰে। ফাগুৱাৰ আগৰাতি 'হোলিকা' পোৰে। বহুতে ঘৰে ঘৰে ভিক্ষা বৃত্তিৰ বাবে ওলাই যায় আৰু ফাগুৱাৰ আশীর্বাদ দিয়ে। এওঁলোকৰ মাজত বৰ-পাহাৰী পূজা মনা লোকো আছে।

নতুন সন্তান জন্ম হ'লে ৯ দিনত 'নৱতা' আৰু ২১ দিনত ছটী বা এৌকৈশাৰে শুধি হয়। মৰা-হৰাৰ কাম-কাজত তিল্লনী, দহা, ছাঁহিৰ অনা সকলো কার্যই কৰে।

বিবাহৰ ক্ষেত্রত একে গোত্র হোৱাটো বিচাৰে। বিবাহৰ নীতি-নিয়ম সর্বসাধাৰণ বিয়াৰ লগত একেই। তিৰোতা মানুহে কপালত আৰু হাতৰ বুঢ়া আঙুলিৰ গুৰি পাবত 'তিন শিৰীয়া' কদম মার্কা খদা বা টাটু লোৱা প্রথা আছে।

এওঁলোকে নামৰ পাছত 'খ', দাস, ভূঁই, বাউৰী আৰু 'ক্ষেত্রপাল' ব্যৱহাৰ কৰে।



# খদাল

উৰিষ্যাৰ গঞ্জাম, বানপুৰ আদি ঠাইৰ পৰা অহা খদাল সকল বাণীদাস, বানিকদাস, দাস আৰু খদাল হিচাপে পৰিচিত।

এওঁবিলাকৰ ভিতৰত ৭টা ফৈদ আছে বুলি কয়। যিসকলে নগৰ-চহৰত থাকি বেহা-বেপাৰ কৰি বণিক হিচাপে জীৱিকা নিৰ্বাহ কৰিছিল, তেওঁলোকে সাগৰৰ পাৰত থাকি সাগৰীয় মাছ, খৰি-কাঠ,শামুক আদি সংগ্ৰহ আৰু ব্যৱসায় কৰোতা সকলক সমান মৰ্যাদা দিব নিবিচাৰে।

চ'ত মাহত পতা 'কুঠিচাল' নামৰ পূজাই এওঁলোকৰ শ্ৰেষ্ঠ পূজা। 'কুঠিচাল' পূজাত কালী, দুৰ্গা, গংগা, ইন্দ্ৰ, মংলা আৰু বাইধৰ নামৰ দেৱতাক অন্তৰ্ভুক্ত কৰি সেইমতে পূজাৰ অৰ্ঘ অৰ্পণ কৰে। এই পূজাৰ উপলক্ষ্যে ব্ৰতধাৰী পূজাৰীজনে জুইৰ আঙঠাৰ ওপৰেদি পাৰাপাৰ হৈ দেৱতা লম্ভাৰ সত্যতা নিৰূপণ কৰে। পূজাভাগ হাঁহ, কুকুৰা, ছাগলী আদিৰ বলি বিধানেৰে সমাধা কৰে। ফাগুৱা পৰৱ, সাঁহৰাই পৰৱ আৰু দুৰ্গা পূজাও মানে। কিছুৱে মনসা পূজাও কৰে। মানুহ মৰিলে পোতা আৰু পোৰা দুয়োটা নিয়মেই আছে। গাঁও বুঢ়াৰ নিৰ্দেশতেই সকলো জ্ঞাতি-কুটুম্বক খবৰা খবৰ কৰে আৰু মৰা শ' বাহিৰত উলিয়াই ধূপ-ধূনা জ্বলাই মিঠা তেলৰ বন্তি আগ কৰে।

'শ'টো শ্মশানলৈ নিওঁতে বাটত কিছু খুচুৰা পইচা আৰু আঁখৈ ছটিয়াই যায়। লগতে মাটিৰ কলহ এটা আৰু তুলসী গছ এজোপাও নিয়ে। পোতা বা পোৰা কাৰ্যৰ শেষত ভেঁটীৰ ওপৰত কলহটো থৈ তুলসী জোপা ওচৰতে ৰুই দিয়ে। এইদিনাই মৃতকৰ ঘৰত জ্ঞাতি-কুটুম গোট খাই কাজ-কামৰ আলোচনা কৰে। মৃতকৰ পুত্ৰাদি থাকিলে বৰপুত্ৰই ব্ৰত ধৰে। মৰা দিন ধৰি মৃত ঠাইত এগছি বন্তি জ্বলাই ৰাখে আৰু এই বন্তি১২ দিন ৰাখে। ১০ দিনত 'দহা' আৰু ১২ দিনত 'কাজ' কৰে। বছৰৰ মূৰত শ্ৰাদ্ধ পাতে।

গোষ্ঠী-কুটুমৰ মাজত সমাজ মুৰব্বী হিচাপে স্থান পোৱা গাঁওবুঢ়া বা 'বেহ্ৰা'ৰ নিৰ্দেশতেই সকলো আচাৰ-বিচাৰ চলে। বিবাহৰ ক্ষেত্ৰত বৰপক্ষ আৰু কন্যা পক্ষৰ দুই মুৰব্বীৰ দ্বাৰা কন্যাপণ ধাৰ্য কৰে। কন্যাক মাড়ুৱা বেদীত সেন্দুৰ নিদিয়ে। 'কাপোৰ পিন্ধোৱা' অনুষ্ঠানৰ দিনাই 'নানী-মামী' সম্বন্ধীয় সকলে কন্যাক সেন্দুৰ পিন্ধায়। বিবাহ কাৰ্যত বামুণ লগায়। ভিন্ন জাতৰ কন্যা পলুৱাই আনিলে বা

ভিন্ন জাতলৈ কন্যা ওলাই গলে জ্ঞাতি-কুটুমক মাতি ভোজ খুৱাই উদ্ধাৰ হয়। একে গোত্ৰৰ মাজত এওঁলোকৰো বিবাহ নিষিদ্ধ বুলি কয়।

পূৰ্বাণি কালত বৰপক্ষই কন্যা বাহৰলৈ যাওঁতে কোজ কাটিয়েই হেনো যাব লগা হৈছিল। প্ৰবাদ আছে যে কোনো এক ধনী ঘৰৰ কন্যাক পাল্কীৰে কঢ়িয়াই আনোতে কোনো এক পুখুৰীৰ পাৰেদি হেনো আহিব লগা হৈছিল। পৰ্দাৰ ফাঁকেদি 'গাণ্ডা' বা শামুক এটাক পদুম পাতৰ ওপৰত দেখি কন্যাই হেনো লগৰ বান্ধৱী গৰাকীক ক'লে - 'কলমৌ শাকঃ আউ গাণ্ডা - মাউসঃ বড্ডঃস্বাদ লাগিব'। পাল্কী কঢ়িওৱা মানুহে এই কথা শুনা পাই পাল্কী ৰাখিলে আৰু লুভীয়া 'বহু-ৰাণী'ৰ বাবে পাল্কী বন্ধ কৰিলে। পাল্কীটো হেনো ওচৰৰ ধনী মানুহ এঘৰত বিক্ৰীও কৰি দিলে। 'বহু'ৰ অৰ্থ বোৱাৰী আৰু 'ৰাণী'ৰ অৰ্থ এইখিনিত মৰম-চেনেহকে বুজায়। 'বহু-ৰাণী'য়েই মুখ বাগৰোঁতে 'বাওৰাণী' হ'ল আৰু সিয়েই খদাল সকলৰ মাজত শ্লেষাত্মক অৰ্থত ব্যৱহাৰ হ'বলৈ ধৰিলে বুলি জনা যায়। বহু-ৰাণীৰ লোভৰ বাবেই খোজকাঢ়ি গৈ কন্যা অনা ব্যৱস্থাটো পুৰণি কালত প্ৰচলিত হৈছিল বুলিয়েই কয়।

আন আন সমাজৰ দৰে এওঁলোকেও সন্তান জনমৰ চ্যুত গুচাবৰ বেলিকা ৯ দিনত ক্ষৌৰকৰ্ম আৰু ২১ দিনত 'ছটী' পাতে। এনে অনুষ্ঠানত জ্ঞাতি-কুটুমে প্ৰসূতি আৰু নৱজাতকলৈ পিন্ধনৰ বস্ত্ৰ আৰু টকা-পইচা উপহাৰ দিয়ে।

খেতিয়ক হিচাপে জলবায়ুৰ ওপৰত নিৰ্ভৰ কৰি গোমধান, গম, য', বাজৰা, ধান, মাডুৱা আদিৰ খেত-খামাৰ কৰাৰ উপৰি পাল্কী বনোৱা, পাল্কী কঢ়িওৱা আৰু পাল্কীৰ ব্যৱসায় আদিয়েই এওঁলোকৰ পূৰ্বৰ ঠাইত অতীজ বৃত্তি আছিল বুলি কয়।



# কুম্‌হাৰ

কুমাৰ বা কুম্‌হাৰ জাতিৰ প্ৰধান বৃত্তি আছিল মাটিৰ কহল, হাঁড়ি,চৰু, মলা, ধূনাদানী, বাচন-বৰ্তন আদি বিভিন্ন ধৰণৰ সা-সঁজুলি বনোৱা । এই জাতিৰ পিতৃ পুৰুষ ব্ৰাহ্মণৰ ঔৰসত কিন্তু শূদ্ৰানীৰ গৰ্ভত জন্মিছিল বুলি এওঁলোকে কয় । শালি বাহন নামৰ কোনো এক আদিম পুৰুষ এওঁলোকৰ আদিম ৰজা আছিল বুলিও কয় ।

কুমাৰ-কুমাৰণীয়েই হেনো ভক্ত প্ৰহ্লাদক হৰি আৰাধনা কৰিবলৈ প্ৰথম জ্ঞান দিছিল । এই বিষয়ে কিংবদন্তি প্ৰচলিত আছে যে হৰি আৰাধনা কৰি হিৰণ্যকশিপু ৰজাই নিজকে ভগৱান বুলি কৈ ৰাজ্যৰ সকলো ঋষি, মুণি, প্ৰজা আদিক তেওঁৰ পূজা কৰিবলৈ নিৰ্দেশ দিয়ে । সেইমতে ৰাজগুৰুজনেও ৰাজপুত্ৰ প্ৰহ্লাদক হিৰণ্যকশিপুৱেই আচল ভগৱান বুলি শিক্ষাদান কৰে । গুৰুৰ কথামতে পুত্ৰয়ো বাপেক হিৰণ্যকশিপুক ভগৱান বুলি ভাবিছিল । দৈৱ-দুৰ্বিপাকত এদিন লগৰ লগৰীয়াৰ সৈতে খেলোঁতে খেলোঁতে প্ৰহ্লাদে গৈ কুমাৰ-কুমাৰণীৰ 'কুমাৰ-ভাটী'ৰ ওচৰত ৰ'লগৈ । সেই সময়ত কুমাৰে ভাটীত জুই লগাই দিয়ে । জুই দপ্‌দপ্‌কৈ জ্বলি উঠাৰ ফলত কোনো এটা কলহৰ মাজৰপৰা মেকুৰী পোৱালী দুটাই প্ৰাণৰ তাড়ণাত মেওঁ-মেওঁ কৈ চিঞৰিবলৈ ধৰে । জুইৰ প্ৰচণ্ড লেলিহান শিখা নুমাবলৈ কুমাৰ-কুমাৰণীৰ কোনো শক্তি নাছিল । সেয়েহে 'বাচ্চা' দুটাক বচাই ৰাখিবলৈ কোনো উপায় নেদেখি তেওঁলোকে সেইখিনিতেই একমাত্ৰ হৰি ভগৱানৰ নাম ভজন কৰিবলৈ ধৰে । শিশু প্ৰহ্লাদে ভগৱান হিৰণ্যকশিপুৰ নাম নলৈ হৰিৰ নাম ভজন কৰাত কুমাৰ-কুমাৰণীক গৈ ভীষণ গালি-গালাজ কৰে আৰু তেওঁলোকৰ মৃত্যুৰ কথা সোঁৱৰাই দিয়ে । কুমাৰ-কুমাৰণীয়ে তেনে কথা শুনি প্ৰহ্লাদক হেনো কয় যে হিৰণ্যকশিপু ৰজা যদিও ভগৱান । তেওঁ কেৱল মৃত্যুহে ঘটাব পাৰে - কাকো জীয়াই তুলিব নোৱাৰে । কিন্তু হৰি ভগৱান সন্তুষ্ট থাকিলে অকল জীৱদান কৰাই নহয় মুহূৰ্ততে পৃথিৱীখনৰো ৰূপ সলাই দিব পাৰে । প্ৰহ্লাদে সামান্য প্ৰজাৰ মুখত এনে অহমিকা শুনি প্ৰমাণ দিবলৈ কয়, নহ'লে তাৰ পৰিণাম ভীষণ হ'ব পাৰে বুলিও পুনৰ সকীয়াই দিয়ে । কুমাৰ-কুমাৰণীয়ে জুই নুমুৱালৈ অপেক্ষা কৰিবলৈ কৈ পুনৰ একান্তমনে হৰিৰ নাম জপ কৰিবলৈ ধৰে । জুই নুমালত প্ৰহ্লাদে দেখিবলৈ পালে যে 'বাচ্চা' দুটাৰতো কোনো ক্ষয়-ক্ষতি নহ'লেই ক'ৰবাৰ পৰা

মাকজনী আহি গাখীৰ খুৱাবলৈহে ল'লে । শিশু প্ৰহ্লাদে হিৰণ্যকশিপু ভগৱান নহয় বুলি বুজি পালে আৰু তৎক্ষণাত কুমাৰ-কুমাৰণীৰ ওচৰত ক্ষমা খুজি তেওঁলোকৰ ওচৰতে হৰি আৰাধনাৰ মন্ত্ৰ ল'লে । কুমাৰ-কুমাৰণীয়ে সকলো 'নিয়ম-ধৰম' বুজাই দি ৰাজপুত্ৰক ঘৰলৈ পঠালে । এইখিনিৰ পৰাই প্ৰহ্লাদৰ ভক্তিৰ জীৱন আৰম্ভ হ'ল বুলি এওঁলোকে কয় ।

এই জাতিৰ লোকসকল পুৰুল্যা, সুৰগুজিয়া, ডুমকা, ৰাঁচী, হাজাৰিবাগ আদি ঠাই সমূহৰ পৰা আহিছিল । হাজাৰিবাগীয়া কুম্হাৰ সকলে দুৰ্গা, কালী, ডাংগৰীয়া, শীতলা, মংলা, দ্বাৰপূজা আদি কৰিলেও আন আন ঠাইৰ সকলে সত্যনাৰায়ণ ব্ৰতকেই প্ৰধান পূজা বুলি গণ্য কৰে । এওঁলোকে ঘৰুৱা থানত 'বুঢ়া-বুঢ়ী'ৰ পূজাও পাতে । থানত এওঁলোকে কোনো বলি আদি নাকাটে । অঞ্চল আৰু ঠাই বিশেষে এওঁলোকে 'কুম্ভাৰ' বা 'কুম্ভকাৰ' হিচাপেও পৰিচয় দিয়ে ।

ধৰম-কৰমৰ সকলো কাম-কাজ এওঁলোকে হিন্দুৰ কঠিন নিয়মেৰে পালন কৰে আৰু বামুণক পুৰোহিত লয় । পূৱা বেলা ঘৰ-চোতালত ছঁড়া দিয়া, মাড়ালী দিয়া,ধূপ-দীপ জ্বলোৱা আদি নিয়ম পালন কৰে । ষাঁড় গৰু, নাগ আদিক নিজৰ গোত্ৰ বুলি কয় ।

তিৰোতা সকলে বিভিন্ন অংগত আ-অলংকাৰ পিন্ধে যদিও নাকত 'মাকৃড়ি' পিন্ধাৰ নিয়ম নাই বুলি কয় । পুৰুষ সকলৰ পুৰণি চামে নিজ জাতিৰ চিনস্বৰূপে মূৰত চুট্‌কী বা টিকৰ্নি ৰাখে আৰু কাণত 'পাঘৰা' পিন্ধে ।

'হীৰা' নামৰ কুম্হাৰ শ্ৰেণীৰ আন এটা জাতিও চাহ-বাগিচা অঞ্চলত আছে । অৱশ্যে সংখ্যাও কম । কুম্হাৰ সকলে এওঁলোকক সম-মৰ্যাদা দিব নিবিচাৰে ।



# কেওঁট

কেওঁট জনগোষ্ঠীৰ লোক সকল কৈৱৰ্ত হিচাপেও পৰিচিত । মূলতঃ এওঁলোক 'নাৱাৰ' বা নাৱৰীয়া । অতীতৰ বৃত্তি আছিল নাও বা জাহাজ লৈ নৈ বা সাগৰত মাছ মৰা আৰু ইয়াৰ বেহা বেপাৰ কৰা ।

এই লোকসকল উৰিষ্যা, বিহাৰ, বঙ্গ আদিৰ বিভিন্ন সৰু-বৰ ঠাই সমূহ যেনে- চিল্‌কাৰ পাৰৰ নাংগলচৰ, পথাৰা, কোলপুৰ, চাবিলিয়া, বস্তা, বড়পুল, পাৰকুদি, ৰচকুদি, খোলাসূৰ, যোধপুৰ, ৰাঁচী, ছোটনাগপুৰ, হাজাৰিবাগ আদিৰপৰাই আহিছিল ।

এওঁলোকৰ মাজত (বিশেষকৈ উৰিষ্যা দেশীয়সকলৰ মাজত) ৰাঁড়ী কেওঁট বা চিম্‌লি কেওঁট, খটীয়া কেওঁট বা খয়চীয়া কেওঁট, কন্ধৰা কেওঁট আদি বিভিন্ন ফৈদ আছে । চিমলি ফৈদৰ লোকসকলে চিৰা-মুৰি আদি বনায় আৰু ইয়াৰ বেহা-বেপাৰ কৰে । খটীয়া সকলে মাছ মাৰে আৰু মাছৰ বেহা-বেপাৰ কৰে । কন্ধৰা সকলেও মৎস্য-ব্যৱসায় কৰে যদিও আচাৰ-বিচাৰত আদিম প্ৰভাৱ থকা হেতুকেই আনসকলৰ লগত মিলিব নোৱাৰে । চিম্‌লি ফৈদৰ লোকসকলে কালক্ৰমত উচ্চ হিন্দুৰ ৰীতি-নীতিত চলিবলৈ লোৱাৰ পৰাই আন আন ফৈদ বোৰতকৈ শ্ৰেষ্ঠ বুলি বিবেচিত হয় ।

বংগদেশত এই লোকগোষ্ঠীক 'হালিক কেওঁট' আৰু 'জালিক কেওঁট' হিচাপে জনা যায় । 'হালিক' সকলে হালবোৱা বা কৃষিকৰ্মত ধৰা হেতু হালিক কেওঁট হিচাপে জনাজাত হয় । সেইদৰে জালিকসকলে জালমৰা কাৰবাৰ চলাই থকা হেতু জালিক কেওঁট বা কৈৱৰ্ত হিচাপেই পৰিচিত হৈ থাকিল । এনেদৰে বিহাৰৰ ভাগলপুৰ, মুংগেৰ আদিৰ ঠাইৰ পৰা অহা নদীয়াল বৃত্তিৰ লোকসকলে 'মাছুৱা' আৰু উত্তৰপ্ৰদেশ, গোৰখপুৰ আদিৰপৰা অহা সকলে 'মাল্লাহ' হিচাপে পৰিচয় দিয়ে । বংগীয় সকলৰ মাজত 'পাটনী' বুলি আন এটা প্ৰশাখাও আছে ।

এই জাতিৰ অতীত কাহিনী কেইবা ধৰণেও শুনা যায় । কিছুমানে কয় যে সত্য যুগত হেনো ভগৱানে কোনো এক যজ্ঞ পতাৰ সময়ত মানৱ কুলৰ বিভিন্ন ফৈদক কিছুমান বস্তু-বেহানি গোটাই দিবলৈ নিৰ্দেশ দিয়ে । এওঁলোকৰ নিজস্ব নাও থকা হেতুকে বস্তু-বেহানিসমূহ সোনকালে গোটাবলৈ সক্ষম হয় । সেয়েহে ভগৱান প্ৰভুৱে সন্তুষ্ট হৈ এওঁলোকক হেনো 'কেওঁট' বা 'প্ৰধান' উপাধি প্ৰদান

কৰে । আন এক কিংবদন্তি মতে দশৰথ ৰজাৰ পুত্ৰ ৰামচন্দ্ৰ বনবাসলৈ যাওঁতে নদীয়াল কৈৱৰ্তজনে হেনো নদী এখন পাৰ কৰিবলৈ অস্বীকাৰ কৰিছিল । পাথৰ হৈ থকা অহল্যাই, ৰামচন্দ্ৰৰ ভৰিৰ পৰশ পাই মানৱী ৰূপ পোৱাটো নদীয়ালজনে কিবা প্ৰকাৰে গম পাইছিল । সেয়েহে নাওখনেও যদি ৰামচন্দ্ৰৰ ভৰিৰ প্ৰভাৱত কেনেবাকৈ মানৱী ৰূপ ধাৰণ কৰে তেনেহ'লে নদীয়ালজনে কি লৈ জীৱিকা চলাব, এই কথা ভাবিহে বিতত হৈছিল । ৰামে কোনো ধৰণৰ অঘটন নঘটে বুলি বুজনি দিয়াত নদী পাৰ কৰি দিলে । ৰামে সন্তুষ্ট হৈ কৈৱৰ্তক মাত্ৰ এক খেও জাল মাৰি যি পায় তাকেই ভগৱানক সাক্ষীৰূপে লৈ গ্ৰহণ কৰিবলৈ উপদেশ দি গমন কৰিলে । প্ৰমাণ চোৱাৰ উদ্দেশ্যে এক খেও জাল মৰাত মাছ-কাছৰ সলনি অলেখ সোণ,ৰূপ, মণি, মুক্তা জালত লাগি আহিল । অধীৰ আনন্দৰ বশৱৰ্তী হৈ নদীয়ালে দ্বিতীয়বাৰ জাল নিক্ষেপ কৰে । এইবাৰ শামুক, ভেকুলী আদিহে উঠিল । অধিক লোভৰ পৰিণাম হাতে হাতে পাই নদীয়ালজনে জালৰ ব্যৱসায় এৰি ঘৰলৈ গ'ল আৰু খেতি বাতি কৰি জীৱিকা নিৰ্বাহৰ অন্য এটা পথ বাচি ল'লে । তেতিয়াৰ পৰাই কেওঁট কৈদৰ সৃষ্টি হয় বুলি এওঁলোকে কয় । যিসকলে জালৰ বৃত্তিকেই জীৱিকাৰ প্ৰধান উপায় বুলি ধৰিলে তেওঁলোক হেনো কৈৱৰ্ত হিচাপেই পৰিচিত হৈ থাকিল ।

আন এক জনশ্ৰুতি মতে নাৰদ মুণিয়ে হেনো সাগৰত স্নান কৰি থাকোঁতে আকাশ মাৰ্গত অপেশ্বৰীসকলক দেখি কামাতুৰ হৈ পৰাত হঠাতে বীৰ্যস্খলন ঘটে । ইয়াৰেই ফলস্বৰূপে কেওঁট বা কৈৱৰ্ত কুলৰ আদিম দেৱী এগৰাকীৰ সৃষ্টি হয় । পানী বা গংগাদেৱীৰ বুকুতেই জন্ম হোৱা হেতু এওঁলোকে গংগাদেৱীৰ পূজাকেই সৰ্বশ্ৰেষ্ঠ বুলি গণ্য কৰে । এই পূজা নদী বা জুৰিত প্ৰথম ঢল অহাৰ সময়তেই বিভিন্ন ফুল পুষ্প প্ৰদান কৰি, ব্ৰতে-উপবাসে থাকি, বিভিন্ন বাদ্য-বাজনাৰে নদীৰ পাৰতেই পূজা পাতে । এওঁলোকৰ দ্বিতীয় শ্ৰেষ্ঠ পূজাক 'বাচুলি' দেৱীৰ পূজা বুলি কয় । এই দেৱী দুৰ্গাদেৱীৰেই আন এটা ৰূপ বুলি এওঁলোকে ভাবে । এই পূজা নিয়মমতে কৰিবলৈ গলে হেনো এটা ডাঙৰ ঘোঁৰাৰ মাটিৰ মূৰ্তিৰ দৰকাৰ । খেনোৱে তাৰ তলত সোমাই পৰি, খেনোৱে মূৰ্তি কঢ়িয়াই নি নিজ নিজ সমাজভুক্ত মানুহৰ ঘৰে ঘৰে প্ৰদক্ষিণ কৰোৱা নিয়ম । শেহলৈ মূৰ্তি ঘূৰাই আনি পূজাৰ বেদীত মূৰ্তিৰ মূৰটো ছিঙি ফুল, পুষ্প, শুকান মাছ, চাকি-বন্তি আদি আগ কৰাৰ উপৰি ছাগলী, মুৰগী আদিৰ বলি বিধানেৰে পূজাৰ কাৰ্য সমাধা কৰে । এই পূজাত সাতমুখীয়া কলহ এটা 'বাৰি' ধৰিবৰ বাবে প্ৰয়োজন । সেয়েহে এই পূজাক 'কালসী' পূজা বুলিও কয় । এই পূজা চ'ত মাহত পাতে । এনেবোৰ

পূজাৰ উপৰি এওঁলোকে উষা পূজা, মংলা পূজা, কাৰ্তিক পূৰ্ণিমাৰ ব্ৰত, ত্ৰিনাথ মেলা আদিৰ অনুষ্ঠান পাতে। বিহাৰৰ পৰা অহা সকলে কৰম পূজাও মানে।

এওঁলোকৰ মাজত নতুন সন্তান জন্মৰ বেলিকা কিছুৱে নাভি সৰাৰ পাছদিনাই ক্ষৌৰ কৰ্ম কৰে যদিও কিছুৱে ৯ দিনত নৰতা আৰু ২১ দিনত ছটী বা একৈশা পাতি চ্যুত গুচায়। মৃতকৰ বেলিকা পোতা আৰু দাহ কৰা দুয়োটা প্ৰথাই আছে। কিছুৱে দুদিনৰ দিনা 'দুধমহী', কিছুৱে ৩ দিনত 'তিলনী' আৰু দহ দিনত 'ঘাট' পাতি অন্ত্যেষ্টিক্ৰিয়া সমাপন কৰে। ছাঁহিৰ অনা নিয়মো আছে। মৃতকক কঢ়িয়াই নিয়াসকলৰ 'কান্ধ কঠী' নমায়। পিতৃ-মাতৃৰ ক্ষেত্ৰত পুত্ৰই মুখাগ্নি কৰা, চুলি খুৰাই পেলোৱা প্ৰথাও আছে।

গোত্ৰৰ ভিতৰত নাগ, পাণ, ধুন্দুলী, মন্দা বা কটী আদিয়েই প্ৰধান। একে গোত্ৰৰ ভিতৰত বিয়া-বাৰু নচলে। তিন পীড়ি বা তিনি পুৰুষৰ পাছত প্ৰয়োজনবোধে সম্বন্ধ ছেদ কৰি নতুন সম্বন্ধ পাতিব পাৰে বুলিও কয়। বিয়া-বাৰু, মৰা-হৰা কামত বামুণ লগায়। সমাজৰ মুৰব্বী হিচাপে বাচি লোৱা গাঁওবুঢ়া জনক এওঁলোকে 'বেহৰা' বুলি কয়।



# কন্ধেৰ

এই গোষ্ঠীৰ লোকসকল উৰিষ্যাৰ সম্বলপুৰ, গঞ্জাম আদি ঠাইৰ পৰা অহা বুলি কয়।

এওঁলোকে চ'ত মাহৰ কোনো এক মংগলবাৰে সাত দেৱতাকে ধৰি 'ঠাকুৰাণী মা'ৰ পূজা পাতে। এই পূজা ভাগেই এই জাতি গোষ্ঠীৰ শ্ৰেষ্ঠ পূজা। এই উপলক্ষ্যে দুপৰ বেলা হাঁহ, ছাগলী আদি বলি কাটি 'চাটিয়া' উঠাই পূজাৰ শুভাশুভ নিৰ্ণয় কৰায়। এই পূজা গৃহস্থৰ চোতালত পাতে। পূজাৰ দিনা ঘৰৰ ভিতৰ থানত ইষ্ট-কুটুম্বৰ নামতো 'পানী-দুনী' ঢালে। খেনোৱে এই পূজাক 'ধৰম' পূজা বুলিও কয়।

'চূলা-ধূলা' নামৰ পূজা এভাগ মাঘ মাহৰ প্ৰথম দিনা অনুষ্ঠিত কৰে। ঘৰ, দুৱাৰ, চুলা-চৌকা লিপা-মচা কৰি নতুন বাচন-বৰ্তনত এইদিনা ৰন্ধন কাৰ্য কৰে। চৌকাৰ ৩টা খুঁটিক ব্ৰহ্মা-বিষ্ণু-ৰুদ্ৰ হিচাপে গণিতা কৰি পূজাভাগ পাতে বুলি কয়। এই তিনিমূৰ্তিৰ মূৰতেই মনুষ্য তথা ধৰিত্ৰীদেৱী বৰ্তি আছে বুলি এওঁলোকে ভাবে। চৌকাৰ লগতে অগ্নিদেৱতাৰ নামতো মুৰগী এটা বলি কাটি মূৰটো সেই ঠাইতে পুতি থয়। এনে কৰিলে চৌকা দেৱতাই ৰান্ধনীক বিভিন্ন বিপৰ্যয়ৰ পৰা ৰক্ষা কৰে বুলি বিশ্বাস কৰে।

এওঁলোকৰ সমাজত মানুহ মৰিলে খৰি দিয়া আৰু পোতা দুয়োটা নিয়মেই প্ৰচলিত আছে। এইদিনা মৃতকৰ ঘৰত জুই জ্বলোৱা নহয় কাৰণে জ্ঞাতি-কুটুম্বসকলে মৃতকৰ ঘৰলৈ ভাত-পানী, বা খোৱা-পিয়াৰ বস্তু আদি যোগান ধৰে। শ্মশান কাৰ্যৰ অন্তত স্নান কৰি গৈ ঘৰৰ মূলদাৰজনে ভিজা কাপোৰৰ পানীখিনি মৃতকে শেষ নিশ্বাস ত্যাগ কৰা ঠাইডোখৰত চেপি ধৰে আৰু তাৰেই লেপন কাৰ্য কৰে। তিনি দিনত তিলনী আৰু দহ দিনত ঘাট পাতে। বামুণ আৰু নাপিতৰ প্ৰচলন নাই। মৃতকৰ ভিনীহি সম্বন্ধীয় লোকেহে সকলো কাম কৰে। ছাঁহিৰ অনা নিয়ম আছে। বছৰেকীয়া শ্ৰাদ্ধ-বিধিৰ কোনো ধৰা-বন্ধা নিয়ম নাই।

সন্তান আদিৰ জন্মৰ বেলিকা ৭ দিন বা ৯ দিনত খুৰাখুৰি কৰি ২১ দিনত ছটী পাতে। সেই দিনাই তুলসীপাত, দুবৰি বন, চাউল আদি এবাটি পানীত ওপঙাই দি, মৃত আৰু জীৱিত মানুহৰ নাম উচ্চাৰণ কৰি যায়। এনে কৰোঁতে যি মুহূৰ্তত

উঁহাই দিয়া বস্তু কিটা একেলগ হয় সেই মুহূৰ্তত উচ্চাৰণ কৰা নামটোৱেই সন্তানটিৰ জনম নাম বুলি ধৰে ।

বিবাহৰ ক্ষেত্ৰত দৰাই কন্যাঘৰলৈ আহিলে তিনডাল কয়লাৰ ৰেখা আঁক মাৰি এক নিদিষ্ট দূৰত্বৰ পৰা বৰ-কন্যা উভয়েই উভয়লৈ চাউল ছটিয়াই 'বিন্‌কি মৰা' অনুষ্ঠান পালন কৰে । এই অনুষ্ঠানৰ শেষ হ'লে বৰ কন্যাক ভিতৰলৈ নি পূজাৰ থানত কন্যাৰ মূৰত সেন্দুৰ ঘঁহি দিয়ে । মাঁড়ুৱা বেদীৰ সমুখত খুলশালীয়েকে ভিনীহিৰ পৰা 'চালা ধুতি লুটা' নিয়মো পালন কৰে ।

দৰাই কন্যাক নিজৰ ঘৰলৈ নিয়াৰ পাছত সংগী হৈ যোৱা কন্যাৰ মাকে, দৰাৰ মাকৰ কোলাত নিজৰ জীয়েকক বহুৱাই দি সেই গোষ্ঠীলৈ কন্যাদান কৰাৰ বাবদ যৌতুক আদায় কৰা প্ৰথাও আছে ।

এই গোষ্ঠীৰ মাইকী মানুহে সৰ্বসাধাৰণৰ দৰে বেশ-ভূষা কৰিলেও খদা বা টাটু লোৱা প্ৰথা নাই বুলি কয় ।



# কৈৱী

এই জনগোষ্ঠীৰ পূৰ্বপুৰুষসকল উত্তৰপ্ৰদেশ, বিহাৰ, বংগ, উৰিষ্যা আদি ভিন্ ভিন্ ৰাজ্যৰপৰা অহা বুলি জনা যায়। এওঁলোকৰ বংশগত বৃত্তি আছিল বিভিন্ন শাক-পাচলিৰ খেতি কৰা আৰু ইয়াৰ ব্যৱসায় কৰা। এওঁলোকে ৰামচন্দ্ৰৰ দ্বিতীয় পুত্ৰ কুশৰ বংশধৰ বুলি কয়।

বিভিন্ন ৰাজ্যত এওঁলোকৰ পৰিচয়ো ভিন্ ভিন্ বুলি কয়। বিহাৰ আৰু উত্তৰ প্ৰদেশৰ পৰা অহাসকলে কৈৱী বা কোয়েৰী, মেহতা, ভগত, বাৰ্মা, কাছুৱাই, সিং, চৌধুৰী আদি উপাধি লেখে। বংগৰ চুঁড়ীসকল আৰু উৰিষ্যাৰ সাহু সকলক এওঁলোকে নিজৰ বংশধৰ বুলি ভাবে। এওঁলোক মূলতঃ বৈশ্য বৰ্ণৰ। ৰাজ্য অনুপাতে ভাষাও বেলেগ।

এওঁলোকৰ ভিতৰত 'বড়কীডাংগিন', 'চুটকীডাংগিন' আদি কেৰাটাও ভাগ আছে বুলি কয়। 'বড়কীডাংগিন' ভেদটোৱেই আটাইতকৈ ডাঙৰ আৰু সকলো পূজা-পাৰ্বন আদিৰ কাম-কাজসমূহ, বামুণৰ দৰে এওঁলোকেই কৰিছিল বুলি জনা যায়। এওঁলোকে নিজৰ নিজৰ ফৈদৰ বাহিৰে আন আন ফৈদৰ লগত বিয়া বাৰু নকৰে। সমাজ আদিতো নবহে। এওঁলোক কাশ্যপ গোত্ৰৰ বুলিও কয়।

গণেশ পূজা, লক্ষ্মী পূজা, শীতলা দেৱীৰ পূজা, সত্যনাৰায়ণৰ ব্ৰত, ত্ৰিনাথ মেলা আদি বিভিন্ন পূজা-পাৰ্বন এওঁলোকে পালন কৰে বুলি কয়। 'ৰাখী-বন্ধন' অনুষ্ঠানো পালন কৰে।

মৰা-হৰাৰ কাম-কাজ আৰু জনমৰ চ্যুত গুচোৱা কাৰ্য আদি সৰ্বসাধাৰণ হিন্দুৰ নীতি-নিয়ম অনুযায়ীয়েই পালন কৰা দেখা যায়।



# কাঁহাৰ

এই জাতিৰ লোকসকল বিহাৰ, উত্তৰ প্ৰদেশৰ বিভিন্ন ঠাইৰপৰা অহা বুলি জনা যায়। কৃষি বিষয়ৰ বিভিন্ন খেতি-বাতি কৰাৰ উপৰিও কিছুমে ধনী-মানী আৰু জমিদাৰ শ্ৰেণীৰ তলত বন্দীয়াৰ হিচাপে থাকি জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয়। এওঁবিলাকৰ মাজত কেবাটাও ফৈদ আছে বুলিও কয়। ইয়াৰ ভিতৰত 'ডোলী' কাঁহাৰ ফৈদৰ লোকসকলে পূৰ্বৰ ঠাইত পাল্কী বা দোলাৰ জৰিয়তে মানুহক অলে-তলে নিয়া, বিয়া-বাৰুৰ উপলক্ষ্যে বিবাহ যাত্ৰী কঢ়িওৱা আদি কৰ্মও কৰিছিল। সেয়েহে এওঁলোকৰ আন এটা নাম 'চৌদুলী' বুলিও জনা যায়।

বহু ক্ষেত্ৰত এওঁলোক লোকাচাৰ ধৰ্মী যদিও মৰা-হৰা, পূজা-পাৰ্বন, বিয়া-বাৰু আদিৰ কাম-কাজ বামুণৰ দ্বাৰা সম্পন্ন কৰায়। এওঁলোকে ভগৱান সত্যনাৰায়ণৰ পূজাকেই কুলৰ শ্ৰেষ্ঠ পূজা বুলি কয়। 'ছঠ' পূজা বা সূৰ্য পূজাও এওঁলোকৰ আন এটা শ্ৰেষ্ঠ পূজা।

এওঁলোকে নিজকে জৰাসন্ধ ৰজাৰ বংশধৰ বুলিও কয়।



# কাঁসাৰি

এই জাতি গোষ্ঠীৰ লোকসকল ৰাঁচী, পুৰুল্যা, চোটনাগপুৰ, হাজাৰিবাগ আদি ঠাইসমূহৰ পৰা আহিছিল বুলি জনা যায়। এওঁলোকক কাস্ৰা বা কাংসাৰি বুলিও কোৱা হয়।

এওঁবিলাকৰ পূৰ্ব পুৰুষৰ ঘাই বৃত্তি আছিল কাঁহ-পিতলৰ বস্তু-বেহানি বনোৱা আৰু ইয়াৰ বেহা বেপাৰ কৰা।

এই জাতিৰ ঘাই পূজাক 'শাল পূজা' বা 'ভাটী পূজা' বুলি কয়। মুৰগী, ছাগলী আদিৰ বলিৰে পূজাভাগ মাঘ-ফাগুন মাহত পাতে। ইয়াৰ বাহিৰেও এওঁলোকে বিশ্বকৰ্মা পূজা, মনসা পূজা, টুচু পূজা, দুৰ্গা পূজা, গ্ৰাম পূজা, চণ্ডী পূজা আদি অনুষ্ঠিত কৰে। কিছু কিছুৰ মাজত কৰম পূজাৰো প্ৰচলন আছে।

জন্ম, মৃত্যু আৰু বিবাহৰ ক্ষেত্ৰত হিন্দুকুলে মানি অহা নীতি-নিয়ম সমূহকেই পালন কৰে। ধৰম-কৰম আদিৰ কাম-কাজ বামুণৰ দ্বাৰা সম্পন্ন কৰায়। কাছ, হাতী, শাল মাছ আদিক নিজৰ গোত্ৰ বুলিও কয়। 'তাম্ৰীয়া' বুলি আন এটা জাতিও মজদুৰ সমাজত আছে যদিও এওঁলোকৰ সংখ্যা বৰ বেছি নহয়। এই গোষ্ঠীৰ পূৰ্বজসকলে তাম জাতীয় বস্তু-বেহানি আদি বনাইছিল আৰু তাৰে বেহা-বেপাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল বুলি জনা যায়।



# কয়া

উৰিষ্যা, মধ্য ভাৰত, বস্তাৰ, গদালপুৰ আৰু গোদাবৰী অঞ্চলৰ বিভিন্ন পাহাৰীয়া অঞ্চলসমূহেই কয়া জাতিৰ আদিম বাসস্থান আছিল বুলি জনা যায়। এই গোষ্ঠীৰ লোক ধেনু-কাঁড় চলোৱাত অতি পাৰ্গত। চিকাৰ খেদাটো এওঁলোকৰ নিচা আৰু এনে সময়ত কোনো জীৱ-জন্তু, চৰাই-চিৰিকতি এওঁলোকৰ অব্যৰ্থ নিচানৰ পৰা প্ৰাণ লৈ সাৰি যাব নোৱাৰে। বিশ্বাসত অতি বিশ্বাসী আৰু অবিশ্বাসত অতি মাৰাত্মক ৰূপ ধাৰণ কৰাটো এই জাতিৰ এটা বিশেষ লক্ষণ।

এওঁবিলাকৰ কিছুমান দয়-দস্তুৰ পৰজা জাতিৰ লগত মিলে। 'মেটৈতা দেয়াম' নামৰ এজন কুলশ্ৰেষ্ঠ দেৱতাক এওঁলোকে মানে বুলি কয়। বছৰৰ শ্ৰেষ্ঠ পূজা হিচাপে চ'ত নাইবা বহাগ মাহৰ ১ম দিনটোত 'আম পৰৱ' পালন কৰে। এই উপলক্ষ্যে বিভিন্ন বাদ্য-বাজনা কৰি নৃত্য-গীত কৰাৰ অন্তত ফল-মূল ভক্ষণ কৰে। গংগা দেৱী, ভৈৰৱ আৰু অঘৰী দেৱতাৰ পূজাও এওঁলোকে পালন কৰে বুলি কয়।

সন্তান জন্ম হ'লে ৯ দিন আৰু ২১ দিনত চ্যুত গুচায়। সকলো কাম-কাজ নিজ জাতৰ পুৰোহিতৰ দ্বাৰা সমাধা কৰায়। মৃতকৰ কাম-কাজ ১০ দিনত শেষ কৰে। বিয়াত দৰাই কন্যাৰ ঘৰলৈ আহোঁতে দুয়োপক্ষৰ মাজত 'নাটুৱা'ৰ জৰিয়তে এখনি খণ্ড যুদ্ধ হয় আৰু মিট-মাট হোৱাৰ পাছত কন্যাক কাপোৰ-কানি, আ-অলংকাৰ পিন্ধাই, গান-বাজনা কৰি লৈ যায়। দৰাৰ ঘৰতহে কন্যাক চামড়া তলত বহুৱাই বিবাহ কাৰ্য সমাধা কৰে। কন্যাৰ কপালত দৰাই সেন্দুৰ নাইবা হালধি ৰং সানিলেই বিয়াৰ কাৰ্য শেষ বুলি ধৰে।

নিজ গোত্ৰীয় আলহী-অতিথি আহিলে জাতৰ নিয়ম অনুযায়ী আলহীৰ হাত-ভৰি ধুৱাই 'মাড় ভাত' বা পানী দিয়া ভাত খাবলৈ দিয়ে। মাড় ভাতক এওঁলোকে 'পেজ' ভাত বুলি কয়। ইয়াৰ পাছতহে কুশল-মংগলৰ বা-বতৰা লয়।



# ৰাজোৱাৰ

ৰাঁচী, পালাম, অৰমানাজ, নাৱাগড়, ৰামগড়, মানভূম, বকচিদি, সাওঁতাল পৰগণা, পুৰুলিয়া আদি ঠাই সুমূহেই ৰাজোৱাৰ জাতিৰ পূৰ্বঠাই বুলি জনা যায়। এওঁলোকৰ মাজত নাগবংশী ৰাজোৱাৰ, আংগোৱা ৰাজোৱাৰ আদি কেবাটাও ভাগ আছে। নাগবংশী ৰাজোৱাৰ সকলে নিজকে জমিদাৰ শ্ৰেণীৰ বুলি কয়। নাগ, কাছ, ৰাজহাঁহ আদিক এওঁলোকে নিজৰ গোত্ৰ বুলি চিনাকি দিব বিচাৰে।

এওঁলোকে যশপুৰীয়া দেৱতা বা ধৰম দেৱতাৰ পূজা ফাগুন মাহত পাতে। পূজাভাগ দিনৰ ভাগতেই বগা পাঠাৰ বলি বিধানেৰে সম্পন্ন কৰে। এই পূজাক এওঁলোকে কু ল পূজা বুলি কয় আৰু ঘৰৰ মুলদাৰজনে ব্ৰতে-উপবাসে থাকি এই পূজাৰ অৰ্চনা কৰে।

জেঠ -আহাৰ মাহত 'আষাড়ী' পূজা অনুষ্ঠিত কৰে। এই পূজাত লাল বৰণৰ মতা সাঁড়া মুৰগী বলি কাটে। ইয়াৰ উপৰিও ঘৰৰ ভিতৰুৱা বুঢ়া-বুঢ়ীৰ থানত কণী নপৰা কাটুল মুৰগী, বাহিৰ চোতালত বগা বৰণৰ সাঁড়া আৰু বাৰীৰ ভিতৰত কাব্ৰা বা পখৰা ৰঙৰ সাঁড়া মুৰগী কাটি বাঘুত দেৱতাৰ পূজা কৰে।

এওঁলোকৰ পূৰ্বপুৰুষসকলে ৰজা আৰু জমিদাৰ শ্ৰেণীৰ জায়গীৰ বিলাকত খাজনা তোলা কামৰ বাব পাইছিল। ইয়াৰ উপৰিও বিভিন্ন খা-খবৰ যোগান ধৰা,ৰাজকাৰ্যত সহায় কৰা আদি বিভিন্ন ধৰণৰ কামতো এই জাতিৰ লোকসকলেহে নিযুক্তি পাইছিল বুলি এওঁলোকে কয়। ঘাটোৱাল, কুৰমী, মাহাত, ভূমিজ আদি জাতি-গোষ্ঠীৰ লগত মিলা-মিছা কৰাত এওঁলোকৰ কোনো বাধা নাই বুলি কয়।

নতুন সন্তান জন্মৰ বেলিকা ৯ দিনত 'নৰতা', ২১ দিনত 'একৈশা' পাতি চ্যুত গুচায়। মৃতকক পোৰা আৰু পোতা দুয়োটা প্ৰথাই পালন কৰে। বিবাহৰ ক্ষেত্ৰত দৰাই কন্যাৰ ঘৰলৈ যোৱাৰ আগে আগে 'আম, বকুল খোৱা' প্ৰথা পালন কৰে। এইদিনাই চামড়া বা মাডুৱা তলত পুৱাভাগে সূৰ্যাহী পূজা সমাপন কৰি বলিকটা ছাগলীৰ মাংসৰে জ্ঞাতী-কুটুম্বক ভোজ খুৱায়। বিয়া কৰাবলৈ যোৱাৰ সময়ত কন্যাৰ বাবে যাবতীয় কাপোৰ-কানি, অলংকাৰ পাতি আদি নিয়াৰ ওপৰিও টেকেলিত ভৰাই নিয়া 'আঁঠুৱা ৰুটী' বুলি অভিহিত কৰা ১৮ কুৰি ৰুটী-পিঠাও নিয়ে। বিয়াত দৰাই নিজ হাতে কন্যাৰ শিৰত সেন্দুৰ দিয়ে। এওঁলোক বামুণ পন্থী।

এওঁলোকে নিজকে ক্ষত্ৰিয় বুলি পৰিচয় দিয়ে। ✦✦

# তুৰি

এই জনগোষ্ঠীৰ লোকক 'মিৰ্ধা' নামেৰেও জনা যায় । এওঁলোকৰ মাজত মংগৰীয়া তুৰি, গিধৰীয়া তুৰি, ডুমকীয়া তুৰি, গন্ধলীয়া তুৰি, মৰচীয়া তুৰি, হাজাৰিবাগীয়া তুৰি আদি বিভিন্ন ঠাইৰ নামেৰেও অভিহিত হৈছে । উৰিষ্যা , বংগ আদিৰ পৰা উদ্ভূত সকলে 'তুৰি' আৰু বিহাৰৰ ছোটনাগপুৰ, হাজাৰিবাগ আদি ঠাইৰ উদ্ভূত সকলে 'মিৰ্ধা' হিচাপে পৰিচয় দিয়ে ।

এওঁলোকৰ আদিম বৃত্তিৰ ভিতৰত বিভিন্ন ধৰণৰ পাচি, খৰাহী, টুপা-টুক্ৰী, ডেলী আদি বাঁহ-বেতৰ কাম কৰা আদিয়েই প্ৰধান কাম আছিল । ইয়াৰ উপৰি খেতি-বাতিৰ কাম কৰি, বাদ্য-বাজনা আদি বজায়ো জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয় । বাঁহ গোত্ৰীয় সকলে নিজকে 'বাঁস-ৰাজপুত' বুলি কয় আৰু আন ফৈদতকৈ মান -ধৰমত শ্ৰেষ্ঠ বুলি পৰিচয় দিয়ে । এওঁলোকৰ কিছুমানে কাছ, ধুন্দুলী আদিক নিজৰ গোত্ৰ বুলি কয় ।

এই গোষ্ঠীৰ ভিতৰত 'ধৰম' পূজা বা সূৰ্যাহী পূজাই ডাঙৰ বুলি কয় । এই পূজা প্ৰতি ফাগুন মাহৰ প্ৰথম সপ্তাহত পাঁচ বছৰৰ ব্যৱধানত অনুষ্ঠিত কৰে । দুৰ্গা পূজাত ছাগলী, ৰবাব টেঙা, মাগুৰ মাছ, কোমোৰা, হাঁহ বা পাৰ চৰাই বলি কাটে । কাতি মাহত 'গহাল' পূজা কৰে ।

সমাজখনৰ সাংস্কৃতিক কাম-কাজ চলাবলৈ যিজন জনা-বুজা মুখিয়াল বা গাঁওবুঢ়া বাচি লয় তেওঁক 'মুক্তিয়াৰ' বুলি কয় । তেৱেঁই সকলো পূজা- পাৰ্বন, বিয়া-বাৰু আদিত পুৰোহিতৰ কাম কৰে ।

নতুন সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰকৰ্ম আৰু ২১ দিনত ছটী পাতি চ্যুত গুচায় । মৰিলে ৩ দিনত তিলনী আৰু ১০ দিনত ঘাট পাতে । পিতৃ-মাতৃৰ মৃত্যু হ'লে চুলিও খুৰায় । 'ঘাটত উঠোতে' পিছফালে নুঘূৰাকৈ কণী এটা পেলাই দিয়ে । ইয়াৰ দ্বাৰা সকলো 'চ্যুত' গুচে বুলি ধৰে । এইদিনাই মৃতকৰ শ' কঢ়িওৱা সকলৰ 'কান্ধ-কঠী' নমায় । ৰাইজক ভোজ খুওৱাৰ নিয়ম আছে । এইদিনাই ছাঁহিৰো আনে ।

বিবাহৰ ক্ষেত্ৰত মধ্যস্থতাকাৰী বা 'কুট্‌নী'ৰ দ্বাৰা কন্যা বন্দবস্ত কৰে বুলি কয় । একে গোত্ৰত আৰু ওচৰ সম্বন্ধত বিয়া বাৰু নহয় । মাডুৱাৰ তলত এওঁলোকৰ

নিজৰ পুৰোহিতজনেই হোমাগ্নিৰ কাম কৰে । দৰাই নিজ হাতে কন্যাক সেন্দুৰ দিয়ে । এওঁলোকৰ পণ-প্ৰথা সামান্য বুলি কয় ।

এই গোষ্ঠীৰ তিৰোতাবোৰে হাতৰ ঠাৰি আৰু কপালত 'খদা' বা টাটু লয় । মাকড়ি, লুলুক, নাকফুটকী, কাণতড়কা, পঁয়ৰী, বাজু, ঝুঁটীয়া, চন্দ্ৰহাৰ, সিকিগাঁথা, হাঁসলী আদি নামৰ অলংকাৰ ব্যৱহাৰ কৰে । পুৰণি চামৰ পুৰুষবোৰে কাণত 'পাঘৰাই' পিন্ধে ।

আন জাতিৰ লোকক নিজৰ জাতত ল'বলৈ হ'লে ভোজ আদি দিলেহে জ্ঞাতি কুটুমে পাঁচ শাৰীত বহিবলৈ দিয়ে বুলি কয় । ডুমকীয়া তুৰিৰ খোৱা-বোৱাত কোনো আচাৰ-বিচাৰ নথকা হেতু আন তুৰিয়ে তেওঁলোকক সম-মৰ্যাদাৰ স্থান নিদিয়ে বুলি কয় ।



# চুঁড়ি

এই জাতিৰ লোকসকল বংগ, বিহাৰ, উৰিষ্যা আদি ঠাইৰপৰা অহা বুলি কয়। এওঁলোকে নিজকে চুঁড়ি বুলি কয় যদিও চুণ্ডী, চাহু, মণ্ডল, কালুৱাৰ আদি নামেৰেও পৰিচয় দিয়ে।

এই জাতিৰ অতীজ বৃত্তি আছিল বিভিন্ন ধৰণৰ মদ প্ৰস্তুত কৰি ব্যৱসায় কৰা। এওঁলোকে 'মহুল' নামক এবিধ গছৰ ফুলৰ পৰাও মদ বনাইছিল ! সেয়ে এই গোষ্ঠীৰ পূৰ্বজসকলে মহুল পূজাও কৰিছিল বুলি কয়। এই পূজাৰ বাহিৰেও এওঁলোকে সাঁহৰাই বা গহাল পূজা, দুৰ্গা পূজা আৰু লক্ষ্মী পূজা পাতে। আম খোৱা বতৰত 'আম পৰবৰো' আয়োজন কৰে।

সৰ্বসাধাৰণৰ দৰে এওঁলোকেও জন্মৰ কাম-কাজ ৯ দিন আৰু ২১ দিনত ছটী পাতে। মানুহ মৰিলে মুখাগ্নি কৰা, ব্ৰত ধৰা, তিলনী পতা, দহা কাৰ্য, মুণ্ডন কাৰ্য আদি সকলো নীতিয়েই মানি চলে। বামুণেই সকলো ক্ষেত্ৰতে পুৰোহিতালি কৰে। বিবাহৰ ক্ষেত্ৰতো হোম-যজ্ঞৰে কন্যাদান কৰে। এওঁলোকে তামিলি, তেলী, তচা, কৈৱী, বণিয়া আদি জাতিৰ লগত মিলা-মিছা কৰাত বাধা নাই বুলি কয়। তিৰোতাসকলে হাত-ভৰি, নাক-কাণ আদিত বিভিন্ন অলংকাৰ পিন্ধে আৰু খদাও লয়। পুৰুষসকলে নিজৰ জাতিৰ চিন স্বৰূপে এসময়ত কাণত 'পাঘৰা' পিন্ধিছিল আৰু দীঘলকৈ টিকণিও হেনো ৰাখিছিল।

দৈনন্দিন ঘৰুৱা আচাৰ-বিচাৰ হিচাপে এওঁলোকে পুৱাবেলা ঘৰ-চোতাল চাফ-চিকুণ কৰি গোপৰ পানীৰ ছঁড়া দিয়া, মাড়ালী দিয়া আদিৰ নিয়ম পালন কৰে। নিতৌ গধূলি তুলসী তলত চাকি-বন্তিও জ্বলায়।



# বাগ্‌তি

এই জাতৰ লোকসকল বংগ, বিহৰ আদিৰপৰা অহা । এওঁলোক তেত্‌লা কেওঁট্ৰীয়া, দাস, খৈৰা, মাল, ৰায় আদি বিভিন্ন ফৈদত বিভক্ত । চিৰা-মুড়ি বনাই বিক্ৰী কৰা, গুড় পাগ কৰি মুড়ি লাড়ু বনোৱা আৰু ব্যৱয়াস কৰা আদিয়েই এওঁলোকৰ অতীজ বৃত্তি আছিল ।

নিজৰ গোত্ৰক এওঁলোকে শাল মাছ, কাছ, কাঁইথা বা ধুন্দুলী, কাঁইচ বা লালবগ আদি বুলি কয় । নিজ নিজ গোত্ৰীয় সকলক কোনেও ভক্ষণ নকৰে বুলি কয় । লালবগ গোত্ৰীয় সকলে লাল কাপোৰ আৰু লাল খাৰু পৰ্যন্ত নিপিন্ধে বুলিয়েই কয় ।

সন্তান জন্মৰ বেলিকা ৯ দিনত খুৰাখুৰি আৰু ২১ দিনত ছুটী পাতি চ্যুত গুচায় । মানুহ মৰিলে ৩ দিনত তিলনী পাতি তিতা ভাত খায় । এই দিনাৰ ভাতত সামান্য পৰিমাণে নিমপাত দি লোৱা হয় বাবেই তিতা ভাত বুলি কয় । এইদিনৰ পৰাই মৃতকলৈ শ্মশান পথৰ আদ বাটত দৈনন্দিন আহাৰ-পানী যোগোৱা নিয়ম । দহ দিনত 'ঘাট' পাতি ছাঁহিৰ আনে । সকলো মৃতকাৰ্য বামুণৰ দ্বাৰা কৰোৱায় । মুখাগ্নি কৰা নিয়মো এওঁলোকে পালন কৰে । মুণ্ডণ কাৰ্যও কৰে ।

বিবাহৰ ক্ষেত্ৰত সমাজ মুৰব্বী হিচাপে বাচি লোৱা 'পোৰামাণিক' জনেই আগ ভাগ লৈ কন্যা আদি বন্দোবস্ত কৰে । দুয়োপক্ষৰ এনে পদবীধাৰী দুজনে কন্যাৰ পণ, দিবলগীয়া বস্তু-বেহানিৰ হিচাপ-নিকাচ কৰে । দুয়োপক্ষই ৰাজী-খুচী হ'লে বামুণৰ দ্বাৰা চোৱা চিতা কৰাই সেইমতেই 'লগন' কৰি সিন্দৰা দান পৰ্ব শেষ কৰে । প্ৰাৰম্ভিক অৱস্থাত বৰ দেখা , কন্যা দেখা আদি কামসমূহ সৰ্বসাধাৰণৰ দৰেই অনুষ্ঠিত কৰে।

তিৰোতা মানুহে বিভিন্ন আ-অলংকাৰ পিন্ধিলেও কপালত একমাত্ৰ কদম গছৰ প্ৰতীকৰ খদা বা টাটুহে লয় বুলি কয় ।

দৈনন্দিন আচাৰ-বিচাৰৰ বেলিকা পুৱাবেলা গোবৰ পানীৰে ছঁড়া দিয়া, মাড়ালী দিয়া, ঘৰ-দুৱাৰ লেপা-মচা, থান আদিত বন্তি প্ৰজ্বলন কৰা আদি নিয়ম পালন কৰে ।

এওঁলোকৰ সমাজত কালী পূজা, মনসা পূজা, গৰয়া পূজা, টুচু পূজা আদি পাতে । প্ৰত্যেক পূজাই 'ঝুপাৰ' দ্বাৰা সম্পন্ন হয় । ✦✦

# মোদী

এই জনগোষ্ঠীৰ লোকসকল ডুমকা, পুৰুল্যা, মেদিনীপুৰ, হাজাৰিবাগ আদি ঠাই সমূহৰ পৰা আহিছিল।

হাজাৰিয়া মোদী, ডুমকীয়া মোদী, পাটমূৰা মোদী আৰু চাঁফা মোদী আদি কেইবাটাও খেল আছে। চাঁফাসকলে নিজকে শ্ৰেষ্ঠ বুলি কয়। ৰাজগোত্ৰীয়া মোদী, জলমেদীৰ দৰে আন আন প্ৰশাখাও আছে বুলি কয়। সমাজৰ সকলো কাম-কাজ 'গা-বুঢ়া' আৰু 'চেৰীদাৰ'ৰ নিৰ্দেশতহে চলে। সেইদৰে নিজৰ পুৰোহিতৰ দ্বাৰাই বিয়া আদি সম্পন্ন হয়। বিবাহত দৰাই কন্যাক সেন্দুৰ দিয়ে।

এওঁলোকৰ মাজত মনসা পূজা আৰু গ্ৰাম পূজাৰ প্ৰচলন আছে। মাঘ মাহত টিলা পূজা বা হাঁফলু পূজা পাতে। পূজাৰ উপলক্ষ্যে মুৰগী বলি দিয়ে।

সৰ্বসাধাৰণৰ দৰে এওঁলোকেও সন্তান জন্ম হ'লে ৯ দিনত খুৰাখুৰি আৰু ২১ দিনত ছটী পাতে। সেইদৰে মৰাৰ কাম-কাজতো তিলনী কৰাৰ পাছত 'দহা' কৰে আৰু ছাঁহিৰ আনে।

এই সমাজৰ তিৰোতা সকলে পঁয়ৰী, গিলটি আদি অলংকাৰ পিন্ধে। 'খদা'ৰ প্ৰচলনো আছে।

পুৰণি ঠাইত বিভিন্ন খেত-খামাৰ কৰাৰ উপৰি মোদী গোষ্ঠীৰ প্ৰধান বৃত্তিগত কাম আছিল কুঁৱা খনা, পুখুৰী খনা, নলা-নৰ্দমা খনা ইত্যাদি।



# চৰাঁগ

ৰাঁচী আৰু পুৰুল্যাৰ পৰা এই জাতৰ লোক গোষ্ঠীসমূহ আহিছিল বুলি জনা যায় । পূৰ্বৰ ঠাইত বিভিন্ন শ্ৰেণীৰ জমিদাৰৰ তলত এওঁলোকে খেত-খামাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল বুলিও জনা যায় ।

টুচু পূজা আৰু আঁহত গছৰ পূজাই এওঁলোকৰ শ্ৰেষ্ঠ পূজা । পূজাই-পাৰ্বনে সকামে-নিকামে এওঁলোকে ব্ৰাহ্মণৰ দ্বাৰা বেদ-পাঠ কৰায় । সাংস্কৃতিক ক্ৰিয়া কৰমত বামুণক পুৰোহিত লয় । বিবাহত দৰাই কন্যাক সেন্দুৰ পিন্ধায় ।

সৰ্বসাধাৰণ মজদুৰৰ দৰেই এওঁলোকেও জনমৰ কাম-কাজ কৰে । অৰ্থাৎ ৯ দিনুত জ্ঞাতি কুটুম মাতি খুৱাখুৰি হয় আৰু ২১ দিনত একৈশা পাতি 'ছটী'ৰ দ্বাৰা চ্যুত গুচায় । সেইদৰে মানুহ মৰিলেও ৩ দিনত তিলনী আৰু ১০ দিনত ঘাট পাতি ছাঁহিৰ আনে । এওঁলোকৰ সমাজত তিৰোতা মানুহৰ খদা লোৱাৰ নিয়ম নাই ।

কৃষ্ণ-গোৱালা, ৰাজপুত আদি জাতি শ্ৰেণীৰ লগত এওঁলোকে দিয়া লোৱা কৰিব পাৰে বুলিও কয় ।



# হাজাম

বংগদেশত চন্দ্ৰবৈদ্য, শীল, চন্দ্ৰ, বিহাৰত ঠাকুৰ, শৰ্মা, পঞ্জাৱত ৰাজা, মাৰোৱাৰত নিয়োগী, উৰিষ্যাত ভণ্ডাৰী আদি উপাধি লেখা লোকসকলেই হাজাম বা নাৱা গোষ্ঠীৰ বুলি জনা যায়। চুলি কটা ব্যৱসায়েই এওঁলোকৰ জীৱিকা নিৰ্বাহৰ প্ৰধান উপায়।

এই গোষ্ঠীৰ মাজত 'অবধিয়া' আৰু 'কনৌজিয়া' নামৰ দুটা প্ৰধান ভাগ আছে। কিংবদন্তি প্ৰচলিত আছে যে আদিম কালত ভগৱানে মানৱ সৃষ্টি কৰাৰ পাছত ক্ষৌৰকৰ্মৰ অবিহনে প্ৰত্যেকজনকেই কিম্ভূত-কিমাকাৰ যেন দেখা গৈছিল। মানৱকুলৰ এই ৰূপ দেখি আৰু কিদৰে এই কুলৰ ৰূপ-সৌন্দৰ্য ঘূৰাই দিব পাৰি তাৰে চিন্তা কৰি থাকোঁতে ভগৱানে হেনো অজানিতভাৱেই নিজৰ নাভিমণ্ডল বা 'অবধি'টো হাতেৰে মোহাৰি আছিল। এনে কৰাৰ ফলত ভগৱানৰ হাতত নাভিমণ্ডলৰ যি মলি লাগিল তাৰে পৰাই হেনো ভগৱানে অন্য এক মানৱৰ সৃষ্টি কৰি পেলালে। এই কুলেই হেনো 'অবধিয়া' হাজাম বুলি পৰিগণিত হ'ল। সৃষ্টি কৰাৰ পাছত ভগৱানে যেতিয়া পৃথিৱীৰ লোকসকলক ক্ষৌৰকৰ্ম কৰিবলৈ নিৰ্দেশ দিলে তেতিয়া হাজামে হেনো নাৰাজ ভাব দেখুৱাই আপত্তি দৰ্শালে যে তেনে কৰোঁতে তেওঁলোকে পাপী, হিংসুক, অপৰাধী, অধৰমী আদিৰো কাম কৰিব লাগিব। হাজামৰ মনত এনে দুখ দেখি ভগৱানে আশীৰ্বাদ দিলে যে আন আন মানৱৰ পাপ-পূণ্য, কৰ্ম অনুযায়ী বিচাৰ কৰা হ'ব যদিও তেওঁলোকৰ বেলিকা পাপ-পূণ্য সকলো দিনেই সমান থাকিব। এওঁলোকৰ মতে পুৰাণ - ভাৰতৰ অযোধ্যায়েই হেনো ভগৱানৰ 'আদি' বা 'অবধি'ৰ ঠাই।

কনৌজিয়া হাজাম সকলৰ আদিম ঠাই কনৌজত হেনো ভগৱানে ভাত-পানী ৰান্ধি খাইছিল। বাচন-বৰ্তন মাজি থাকোঁতে হাতত লাগি থকা ছাঁই-জাবৰবোৰৰ পৰাই যি সকলক সৃষ্টি কৰিলে তেওঁলোকেই 'কনৌজিয়া' হিচাপে ক্ষৌৰ কৰ্মৰ বৃত্তি ল'লে।

এই গোষ্ঠীৰ মাজত সত্যনাৰায়ণ ব্ৰত, ছঠ পূজা, সূৰ্যাহী পূজা, বিশ্বকৰ্মা, গ্ৰাম পূজা আদিয়েই প্ৰধান পূজা, বুলি গণ্য কৰে। ইয়াৰ ভিতৰত সত্য নাৰায়ণ ব্ৰতেই সকলোতকৈ ডাঙৰ আৰু বিষ্ণু ভগৱানেই আচল উপাস্য দেৱতা। বংগ দেশীয়সকলে মনসা দেৱীৰ পূজাও মানে।

সন্তান জন্ম হ'লে ৬ দিনৰ 'ষষ্ঠীদেৱী'ৰ পূজা, ৯ দিনত 'নৱতা' আৰু ২১ দিনত 'একৈশা' বা 'ছঠী' কাৰি চ্যুত গুচায়। মানুহ মৰিলে দাহ কৰা আৰু পুতি পেলোৱা দুয়োটা নিয়মেই আছে। ৩ দিনত তিলনী বা তিতা ভাত খোৱাৰ অনুষ্ঠান পাতে। ১০ দিনৰ পৰা ১৩ দিনৰ ভিতৰত 'ঘাট' কৰে। ছাঁহিৰ অনা নিয়মো পালন কৰে। বিবাহৰ ক্ষেত্ৰত হালধি ৰঙেৰে বোলোৱা বস্ত্ৰ পিন্ধা নিয়ম আছে। দৰা-কন্যাই মূৰত 'মৌড়' নামৰ শিৰস্ত্ৰাণ পিন্ধে। সমাজৰ জ্যেষ্ঠসকলে পাগুৰি পিন্ধে। দৰাই মাড়ুৱাৰ তলত কন্যাক সেন্দুৰ ঘঁহে। এওঁলোকৰ মাজত বাল্য-বিবাহৰো প্ৰচলন আছে। এনে নিয়মৰ বশৱৰ্তীসকলে শেহলৈ 'গাওনা' নামৰ অনুষ্ঠান পাতিহে কন্যাক ঘৰলৈ আনে।

এই গোষ্ঠীৰ সমাজ মুৰব্বী বা গাঁওবুঢ়াজনক 'মুখীয়া' বুলি কয়। এক পাগত চলা সকলো জ্ঞাতি মিলি এই 'মুখীয়া'জনক নিৰ্বাচিত কৰে আৰু পাগুৰি আৰু পিন্ধনৰ বস্ত্ৰ আদি প্ৰদান কৰি সন্মান যাচে। এনে জ্ঞাতি একগোট হোৱা দিনা ভোজমেলৰ আয়োজন হয়। সম্ভৱস্থলত পুৰুষ সকলে কাণত সোণৰ 'পাঘৰা' পিন্ধে। দাঁতত সোণ লগোৱা নিয়মো আছে। ফোঁট-চন্দন আৰু লগুণ লোৱা প্ৰথাও আছে। তিৰোতা মানুহে হাত, ভৰি, নাক,কাণ, বাহু, মূৰ, আঙুলি, ডিঙি আদি সকলোতে অংগ ভৰাই গহনা-গাঁঠৰি পিন্ধে। টাটু বা খদা লোৱা প্ৰথাও আছে।

এওঁবিলাকৰ ভিতৰত কাশ্যপ, শাণ্ডিল্য আদিয়েই প্ৰধান গোত্ৰ বুলি কয়। একে গোত্ৰত বিয়া-বাৰু চলোৱাৰ নিয়ম নাই। পুৱাৰ ভাগত ঘৰৰ চোতাল আদিত 'মাড়াল' বা 'মেড়লী' দিয়াৰ নিয়ম আছে। সেইদৰে সন্ধ্যাৰ বেলা চাকি-বন্তি আগ কৰি সন্ধ্যা পূজাও কৰে।

চাহ বাগিচালৈ অহা হাজাম গোষ্ঠীৰ এই লোকসকল ঘাইকৈ হাজাৰীবাগ, মুংগেৰ, চাপ্ৰা, আৰে, বলিয়াৰ, সুৰগুজিয়া আৰু মজঃফৰপুৰ আদি ঠাইসমূহৰ পৰাই আহিছিল বুলি জনা যায়।



# ৰজক

সৰ্বসাধাৰণ লোকে এওঁলোকক 'ধুবি' বুলি কয় যদিও এওঁলোকে নিজকে 'ৰজক' বুলিহে পৰিচয় দিয়ে । কিছুৱে ঝাড়ুৱা, শুক্লবৈদ্য আদিৰেও চিনাকি দিয়ে ।

'বজৰংবলী'ৰ পূজাই এওঁলোকৰ শ্ৰেষ্ঠ পূজা । ফাগুৱা বা হোলী খেলাৰ দুদিনৰ আগত এই পূজা অনুষ্ঠিত কৰে । পূজাভাগ ঘৰৰ ভিতৰত দিনৰ বেলাত পাতে । কাপোৰ-কানি ধোৱা-মেলাত ক্ষয়-ক্ষতি নহ'বলৈকে এই পূজা পতা হয় বুলি জনা যায় । এওঁলোকে নদীৰ ঘাট বা বিল আদিৰ পাৰতো পূজা এভাগ পাতে । কাপোৰ ধোৱা 'পাটা'ৰ প্ৰতি সন্মান জনাই এই পূজাত পাঠা বলি কাটে । আন আন পূজা-পৰ্বৰ ভিতৰত ফাগুৱা বা হোলি খেলা, সত্যনাৰায়ণৰ ব্ৰত, মনসা পূজা, লক্ষ্মী পূজা আদিয়েই প্ৰধান বুলি কয় । দুৰ্গা পূজা, দেৱালী আদিও মানে বুলি কয় । এওঁলোক বামুণ পন্থী ।

জনম-মৰণ-বিবাহ আদিৰ কাম-কাজসমূহ হিন্দুৰ সাধাৰণ নীতি-নিয়ম অনুযায়ীয়েই পালন কৰে । পুৰণি নিয়মমতে বাল্য-বিবাহৰ প্ৰচলন আছিল আৰু উপযুক্ত বয়সত 'গাওনা' নামৰ অনুষ্ঠান পাতি দৰা-কন্যাক একেলগ কৰিছিল । এওঁলোকৰ তিৰোতাই 'খদা' নলয় । পঁয়ৰী, বাজু আদি অলংকাৰ নিপিন্ধে । সমাজৰ মুৰব্বী হিচাপে বাচি লোৱা 'মাহাত্ত্ব' সকলে সকলো ক্ৰিয়া-কৰমত আঁত ধৰে । কাছ,ৰাজহাঁহ, কাঁইতাচিচিংগা বা ধুন্দুলীক নিজৰ গোত্ৰ হিচাপে পৰিচয় দিয়ে ।

এওঁলোকৰ মাজত চ'ত মাহত পতা 'ছট' বা সূৰ্য পূজাৰ প্ৰচলনো আছে । 'বিৰ্হা' নামৰ গীতৰ মজ্‌লিচ্ এই সমাজত এটা বিশেষ পদ্ধতিত চলা দেখা যায় । 'ধোবা-ধুবিন' হিচাপে দুটা দলত ভাগ হৈ গীতৰ মাধ্যমেৰে উত্তৰ বিচৰা বিচৰি হয় । কোনোবা এদলে যদি প্ৰশ্ন হিচাপে গায় -

'কৌন মহিনামে ৰামকে জনমিয়া
কৌন পড়্‌ল ৰহে দিতাৰ জড়ী (২)
কাঁথিকে হাঁচোৱাসে নাৰ কাটাইল
কে বিগলা পুৰাইল ৰে ।'

উত্তৰ হিচাপে আনদলে গায় -

'চৈত মহিনামে ৰামকে জনমিয়া
নবমী পড়্‌ল ৰহে দিনৰে (২)
সনাকে হাচোঁৱালে নাৰ কাটাইলৰে
পুৰইন বিগেলা সমইন ।'

এই জনগোষ্ঠীৰ লোকসকল বংগ, বিহাৰ, উত্তৰপ্ৰদেশ আদিৰ বিভিন্ন সক-বৰ ঠাইসমূহৰ পৰাই অহা বুলি জনা যায়



# দুচাদ

এই জাতিৰ লোকসকল মধ্যভাৰত, বিহাৰ, চিত্তৰান আদি ঠাইৰপৰা অহা। এওঁলোক কনৌজিয়া, পাচুৱান, কুৰনা, ডাঁৰি, মগয়া, পঞ্চুৱাৰ, চিৰটা আদি কেবাটাও ভাগত বিভক্ত। ইয়াৰ ভিতৰত কনৌজিয়াসকলে নিজকে শ্ৰেষ্ঠ বুলি বিবেচনা কৰে।সেইদৰে পঞ্চুৱাৰ আৰু চিৰটাসকলক সমমৰ্যাদাৰ বুলিও নাভাবে। এই সমাজৰ মাতব্বৰ জনক 'প্ৰধান' আৰু তেওঁৰ সহায়কাৰীজনক 'ছেঁড়ীদাৰ' বুলি কয়।

সূৰ্য গ্ৰহণ বা চন্দ্ৰ গ্ৰহণৰ সময়ত এই গোষ্ঠীৰ লোকে 'ৰাহু-পাঁচু'ৰ পূজা অনুষ্ঠিত কৰে। ৰাহু পূজাই এওঁলোকৰ প্ৰধান পূজা। গ্ৰহণৰ সময়ত দুৱাৰ-খিৰিকী বন্ধ কৰি এওঁলোকে ভেৰা নাইবা শূকৰ বলিৰে ৰাহু পূজা পাতে। এই পূজা ব্যক্তিগত বা সমূহীয়া হিচাপেও পালন কৰিব পাৰে। 'সড়ক' পূজাও এওঁলোকৰ আন এটা শ্ৰেষ্ঠ পূজা। পুৰণি দস্তুৰমতে এই পূজা উপলক্ষে ৬০ হাত দীঘল গৰ্ত খানি, ৬০ বোজা আম খৰিৰ জুই ধৰি, পুৰোহিত, গৃহস্থ আৰু ভকত সকলে জুইৰ আঙঠাৰ ওপৰেদি পাৰ হ'ব পাৰিলেহে পূজাভাগৰ শুভ সমাধা হয় বুলি বিশ্বাস কৰে।

এই গোষ্ঠীয়ে অনুষ্ঠিত কৰা আন আন পূজাৰ ভিতৰত কালী পূজা, দুৰ্গা পূজা, হোলী পৰব, শ্ৰীপঞ্চমী তিথিৰ মাঘ পূজা, শাওনৰ 'সত্মী' পূজা আদিয়েই প্ৰধান। 'সত্মী পূজাত গাহৰি আগবঢ়োৱা হয় আৰু সূৰ্যাস্তৰ আগে আগে এই পূজা আৰম্ভ হৈ গোটেই ৰাতি পূজা-অৰ্চনা কৰে। কাতি মাহত 'ছঠ' পূজা আৰম্ভ আৰু চ'ত মাহত 'সতনামী' (কিছুৱে ৰাম নৱমী বুলিও কয়) পূজাও কিছু কিছুৱে পাতে বুলি কয়। সতনামী পূজাত পাঠা আগবঢ়ায়।

কেঁচুৱা জন্ম হোৱাৰ দিনা এওঁলোকে ঘৰৰ কোঠাবোৰৰ ভিতৰৰ মজিয়াত অ'ত-ত'ত জুই ধৰে আৰু প্ৰসূতিৰ ওচৰত বিভিন্ন অস্ত্ৰ আদি ৰাখে। এইদিনাই পুৰোহিতক মাতি আনি সন্তানৰ 'কুষ্ঠি বিচাৰ' কৰায় আৰু বিভিন্ন কাম-কাজৰ দিহা লয়। ১২ দিনৰ দিনা সন্তানৰ চুলি নমায় আৰু ভোজ আদিৰে ছটী পাতে। মানুহ মৰিলে পোতা আৰু দাহ কৰা দুয়োটা প্ৰথাই পালন কৰে। গৰীবসকলে সাধাৰণতে পোতা নিয়মেই কৰে। মৃতকৰ বাবে ঘৰ ঘৰোৱালিয়ে ২৪ ঘণ্টা লঘোন দিয়ে। মৰাৰ দ্বিতীয় দিনা 'ঘাট' পতাৰ ওচৰত থকা জৰী গছ বা ইয়াৰ অবিহনে আন এজোপা ডাঙৰ গছত ঘঁট এটা আঁৰে (কিছুৱে মৃতকৰ কিবা এটা অংগ ভৰাই দিয়ে) আৰু তাত মৃতকৰ ওচৰ-সম্বন্ধীয় বা পুত্ৰ-পুত্ৰীসকলে দিনৌ এচলুকৈ পানী দিয়ে। এইদিনা

গধূলিৰ পৰাই ৰহৰ দাইল আৰু আৰৈ চাউলৰ ভাত ৰান্ধি মৃতকলৈ আগবঢ়ায়। দহদিন পৰ্যন্ত এনে নিয়ম কৰে। দহ দিনৰ দিনা 'বৈষ্টম্' আৰু নাপিত আনি মৃতকৰ কাৰ্য আদি কৰে। মৃতকৰ পুত্ৰ থাকিলে চুলি নমাই টকলা হয়। এই দহ দিনৰ পাছৰ পাঁচ দিন বাদ দি অৰ্থাৎ ষোল দিনৰ দিনা পুৰোহিতৰ দ্বাৰা শ্ৰাদ্ধ পাতে আৰু জ্ঞাতি কুটুমক ভোজ আদি খুৱাই 'ছাঁহিৰ' আনে।

এওঁলোকৰ মাজত বিষ্ণু ভগৱানক লৈ কিছুমান কিংবদন্তিও চলি আহিছে। এই কাহিনীবোৰকে অবলম্বন কৰি এওঁলোকে নিজকে ভগৱানৰ প্ৰিয় শিষ্যও বুলি কয়। এওঁলোকৰ মাজত প্ৰচলিত থকা শ্লোক এটা এনে ধৰণৰ -

'ৰাজা ঘৰে গৌঁণি বামুণ ঘৰে গৌঁণি
ঘুমি আঁইনী বাঁৰসই জাতি
কেঁহ নাহি চিনলাঁহী চতুৰাঁও দেৱতাঁহ
গাঁওকা পশ্চিম বাঁড়ী অধমী দুচাদিনী
ওঁহে চিনলাঁহি চতুৰাঁহী দেৱতা।'

অৰ্থাৎ কোনোবা এটা দিনত ভগৱানে হেনো চফৰ কৰিবলৈ আহোঁতে ভোকত আতুৰ হয়। পৃথিৱীত উচ্চ কুলৰ বুলি জাহিৰ কৰা বামুণ ঘৰ, ৰজাঘৰ আদিত কিবা এটা খাবলৈ পোৱাৰ আশা কৰি ভগৱানে হেনো ভিক্ষাৰী বেশেৰে গৈ উপস্থিত হয় আৰু গৃহস্থসকলক ভাত এমুঠি দিয়াৰ প্ৰাৰ্থনা কৰে। সকলোৱে ভিক্ষাৰীৰ নিকৃষ্ট ৰূপ দেখি খেদি পঠায়। শেষত গাঁৱৰ পশ্চিম প্ৰান্তত থকা অথচ সকলোৱে নিকৃষ্ট জাতি বুলি গণ্য কৰা দুচাদৰ ঘৰ পাই ভিক্ষাৰী ভগৱানে ভাত খাবলৈ বিচাৰে। গৰীব দুচাদিনীৰ ঘৰত সেইদিনা খুদ-কণ এটাও নাছিল। উপায়বিহীন হৈ দুচাদিনীয়ে সন্ধিয়াৰ আলহীক বিমুখ নকৰিবলৈ নিজৰ একমাত্ৰ নাবালক পুত্ৰক কাটি তাৰ হাড়েৰে ভাত আৰু মাংসৰ তৰকাৰী ৰান্ধি ভিক্ষাৰীলৈ আগবঢ়ালে। এনে সময়ত ভিক্ষাৰীয়ে দুচাদিনীৰ ল'ৰাটোকো একে লগে বহিবলৈ আহ্বান জনালে। দুচাদিনীয়ে খেলিবলৈ গৈ ল'ৰাটো ঘূৰি অহা নাই বুলি কোৱাতো ভিক্ষাৰীয়ে পতিয়ন যোৱা যেন নেদেখুৱাই পুনৰ মাতিবলৈ আহ্বান জনালে। ভিক্ষাৰীৰ সন্তুষ্টিৰ অৰ্থে দুচাদিনীয়ে যেই ল'ৰাটোৰ নাম ধৰি মাতিলে, সেই মুহূৰ্ততে ঘৰৰ পাছফালৰপৰা সি ওলাই আহিল। এই মুহূৰ্ততে ভগৱান অন্তৰ্ধান হয় আৰু দুচাদিনীয়ে এক অপৰূপ দৃশ্য দেখা পায়। আকাশমাৰ্গৰপৰাই উক্ত শ্লোকফাঁকি গাই ভগৱানে দুচাদিনীক প্ৰিয় শিষ্য হিচাপে গ্ৰহণ কৰে আৰু 'সত্ নামী' বা সত্য নাৰায়ণৰ ব্ৰত পূজা কৰি নিজৰ দুখ-দুৰ্দশাৰ অন্ত পেলাবলৈও উপদেশ দিয়ে।

বহুতে কয় দুচাদ' জাতিটো চামাৰ জাতিৰপৰা ফাটি আহি এটা বেলেগ স্বাতন্ত্রিক জাতি হিচাপে প্রতিষ্ঠা লাভ কৰিছে।



# তংলা

এই জাতিৰ লোকসকল উৰিষ্যাৰ আন্দুল, ধেংকানল আদি ঠাইসমূহৰ পৰা অহা। এওঁলোকে নিজৰ সমাজৰ মুৰব্বীজনক 'বেহ্ৰা' আৰু তেওঁৰ সহায়কাৰী সকলক 'চাই-বেহ্ৰা', 'ডাকুৱা' আদি বুলি কয়।

এওঁলোকৰ মাজত বেহ্ৰা, ৰণঘটীয়া, কাণ্ডী তংলা, চামল তংলা আদি কেইবাটাও ভাগ আছে। 'চামল'সকলক আন ফৈদৰ তংলাই সমমৰ্যাদাৰ স্থান নিদিয়ে। এওঁলোকে নিজকে নাগ গোত্ৰীয় বুলি চিনাকি দিয়ে আৰু নাগৰাজে টিলা বা হাঁফলু আদিত বাস কৰে বুলি পৰম্পৰা থকাতেই 'টিলা পূজা' বা হাঁফলু পূজাকেই শ্ৰেষ্ঠ বুলি বিবেৰ্চনা কৰে। সকামে-নিকামে টিলাৰ ওচৰত চাকি-বন্তি আগ কৰিলেও, বিশেষকৈ বিবাহ আদিৰ আগমুহূৰ্তত, 'টিলা পূজা' পতাটো এওঁলোকৰ এটা কুলগত প্ৰথা। সকামে-নিকামে, পূজাই-পাৰ্বনে ঘৰুৱা পূজৰ থানত ইষ্ট-কুটুম্বৰ নামতো 'পানী-পৰুৱা' ঢালে। দুৰ্গা পূজাও এওঁলোকৰ আন এটা শ্ৰেষ্ঠ পূজা। এই পূজা ঘৰুৱা হিচাপে বা ৰাজহুৱা হিচাপেও পাতে। ৰাজহুৱা ভাবে পালন কৰা সকলো পূজা-পাৰ্বনৰ ভাৰ 'দেহ্ৰী' নামৰ পুৰোহিতজনৰ ওপৰত ন্যস্ত থাকে।

সন্তান জন্ম হ'লে নাভি সৰা উপলক্ষ্যে ৫ দিনত পাঁচ অস্ত্ৰী, ১২ দিনত খুবাখুবি আৰু ২১ দিনত 'একৈশা' বা ছটী পাতি চ্যুত গুচায়। মৰিলে 'বেহ্ৰা'ৰ আগভাগত তিলনী, দহা-কাজ আদি কাৰ্য শেষ কৰে। আহাৰ মাহৰ ভিতৰত একে গোষ্ঠীৰ মৃতকসকলৰ আত্মাৰ সদগতিৰ অৰ্থে সমূহীয়া পিণ্ডপৰ্ব পালন কৰে।

বিবাহৰ বন্দোবস্ত চলি থকা অৱস্থাত 'গণ্ডৰা' অৰ্থাৎ আখৈ, মুড়ি, কটী আদিৰ ভাৰ লৈ কন্যা দেখা, বৰ দেখা আদি অনুষ্ঠান পালন কৰে। লগ্ন চাই বিবাহৰ দিন স্থিৰ কৰে। বিবাহৰ দিনা দৰাই পাগুৰি পৰিধান কৰে। বেহ্ৰাই বিবাহৰ হোম-যজ্ঞ আদিৰো কাম কৰে। আই বা বুঢ়ী আই, ভৌজী বা নবৌৰ দৰে ধেমেলীয়া সম্বন্ধ থকা তিৰোতা মানুহে কন্যাক সেন্দুৰ দিয়ে। কন্যা আহি দৰাৰ গৃহ প্ৰৱেশ কৰোঁতে ননদে বাট ভেটি ধৰে। এনে অৱস্থাত কন্যাই 'ননদ-পেটাৰী' আগবঢ়ায়।

এই গোষ্ঠীৰ মাইকী মানুহে নুড়ী, খাডু, বাজু আদি বিভিন্ন অলংকাৰ পিন্ধে। পুৰুষসকলে নিজৰ জাতিৰ চিন হিচাপে ডিঙিত সূতাৰ পইতা বা কণ্ঠীমাড় পিন্ধে। ✦✦

# পাছি

পাছি জাতৰ পূৰ্বৰ ঠাই আছিল বিহাৰ আৰু উত্তৰপ্ৰদেশ। আন জাতৰ তুলনাত চাহ বাগিচা অঞ্চলত এওঁলোকৰ সংখ্যা যথেষ্ট কম।

এওঁলোকে নিজকে পাছি বা চৌধুৰী বুলি চিনাকি দিয়ে। আন জাতৰ দৰে এওঁলোকৰ কোনো সৰু-বৰ ভাগ নাই। তীৰ্থস্থান 'কাশীধাম'ক এওঁলোকে নিজৰ গোত্ৰ বুলি কয়। পূৰ্বৰ ঠাইত এওঁলোকে খেত-খামাৰ, বেপাৰ-বণিজ আৰু বিভিন্ন খেতিৰ বাগান আদিত কাম-বন কৰিয়েই জীৱিকা নিৰ্বাহ কৰিছিল বুলি কয়। সমাজৰ ৰীতি-নীতি, ক্ৰিয়া-কৰম আদি প্ৰতিটো কামেই মুখিয়ালৰ পৰিচালনাত সম্পন্ন কৰে।

আন আন জাতৰ দৰে এওঁলোকেও জনমৰ চ্যুত গুচোৱা কাৰ্য ৯ দিন আৰু ২১ দিনত শেষ কৰে। মৰাৰ কামত ৩ দিনত তিতা ভাতেৰে তিলনি পাতে, ১০ দিনত দহা-কাজ কৰে আৰু ১৩ দিনত সম্পূৰ্ণ প্ৰেত কাৰ্য শেষ কৰে।

এই গোষ্ঠীৰ মাজত বিভিন্ন দেৱ-দেৱীৰ পূজা-সেৱাৰ নিয়ম থাকিলেও 'নমী' নামৰ দেৱতাৰ পূজাক শ্ৰেষ্ঠ হিচাপে মানে। পূজাত 'ঝুপা'ৰ দ্বাৰা শুভাশুভ নিৰ্ণয় কৰায়।

এওঁলোকৰ ভাষা ভোজপুৰী। পিন্ধন-উৰণতো বিহাৰী সংস্কৃতিৰ প্ৰভাৱ আছে। তিৰোতা মানুহে ভৰিৰ গোৰোহা ঢাকি থোৱাকৈ শাৰী পিন্ধে। খাডু, বালা, নাকফুল, গড়মল, বাজু, হাঁসলি আদি অলংকাৰসমূহ তিৰোতা মানুহে ব্যৱহাৰ কৰে। পুৰুষে ধুতি, পাগুৰি আৰু কাণত 'পাঘৰা' নামৰ অলংকাৰ পিন্ধে। মৰা-হৰা, সাদী-বিবাহ আদিৰ কাম-কাজত বামুণ লগায়।



# তেলী

এই গোষ্ঠীৰ লোকসকল বিহাৰ আৰু উত্তৰ প্ৰদেশৰপৰা অহা বুলি কয়। পূৰ্বৰ ভাষা আছিল হিন্দী আৰু ভোজপুৰী।

এওঁলোক বিহাউত, কনৌজিয়া, পাথ, বাংগালী, বোৰীয়া, হৰদিয়াল আৰু মঘয়া আদি কেইবাটাও ভাগত বিভক্ত। ইয়াৰ ভিতৰত 'বিহাউত' সকলেই মান-ধৰমত ডাঙৰ আৰু 'মঘয়াক' নিম্ন বুলি ধৰে। এওঁলোকৰ মাজতো নাগ, কচ্ছপ আদি গোত্ৰৰ লোক আছে। নাগ গোত্ৰীয়সকলে পূৰ্ব পৰম্পৰা মতে যিদৰে সাপ নামাৰে সেইদৰে কচ্ছপ গোত্ৰীয় সকলেও কাছ নামাৰে আৰু নাখায়ো। এইলোকৰ উপাধিৰ ভিতৰত তেলী, সাহু আৰু দাস আদিয়েই প্ৰধান।

এই গোষ্ঠীৰ লোকে 'সত্য নাৰায়ণ দেৱতা'কেই নিজ জাতিৰ উপাস্য দেৱতা বুলি ভাবে আৰু বছৰেকত এবাৰ এই পূজা অনুষ্ঠিত কৰে। ইয়াৰ উপৰি এওঁলোকে দুৰ্গা, কালী, মনসা, সূৰ্যাহী আদি পূজা পাতে। এই পূজাবোৰত কোনো ধৰণৰ তেজ দিয়া বা বলি কটাৰ নিয়ম নাই।

সন্তান জন্ম হোৱাৰ উপলক্ষ্যে ৯ দিনত নৰতা আৰু ২১ দিনত 'ছটী' কৰি চ্যুত গুচায়। মৰিলে সুবিধা আৰু শক্তি থাকিলে দাহ কৰে নতু পুতি পেলায়। তিলনি আৰু দহ দিনত ঘাট পতাৰ উপৰি এওঁলোকৰ কিছুৱে ১২ দিনৰপৰা ১৬ দিনৰ ভিতৰত শ্ৰাদ্ধ পাতে। শ্ৰাদ্ধৰ দিনা ছাঁহিৰ অনা নিয়মো কৰে। পূজাই-পাৰ্বনে ছাঁহিৰ ৰখা থানতেই ইষ্ট-কুটুম্বৰ নামত পানী-দুনী আগ কৰে।

বিবাহ আদি পাতিবৰ হ'লে দৰা পক্ষইহে কন্যা বিচৰাত আগ ভাগ লয়। এই বন্দোবস্ত সম্পূৰ্ণ হ'লে কন্যাপক্ষই দৰাক 'ছেকা' বা তিলক দিয়ে। পূৰ্বৰ নিয়মমতে এই জাতিৰ তিলক কৰোঁতে কন্যাপক্ষই দৰাপক্ষৰ ওচৰত দাবী জনাই বহুতো ধন-দৌলত আদায় কৰিছিল। ক্ৰমাগতভাবে ই সংকুচিত হৈ দাল দৌৰা হিচাপে ৫ খন শাৰী আৰু কিছু পৰিমাণে মিঠাই দাবী কৰিয়েই নিয়ম পালন কৰে। তথাপিও আন যাৱতীয় অলংকাৰ পাতিৰ লগতে, কন্যাৰ পণ হিচাপে ধাৰ্য হোৱা (১ৰপৰা ৫১ টকা পৰ্যন্ত হ'ব পাৰে) টকাও দৰাপক্ষই কন্যাপক্ষক প্ৰদান কৰে। এওঁলোকৰ সকলো কাম-কাজ সামবেদীয় বামুণৰ দ্বাৰা সমাধা কৰায় বুলি কয়।

এই গোষ্ঠীয় তিৰোতাসকলে বিভিন্ন ধৰণৰ খদা বা টাটু লয়। সেইদৰে বিভিন্ন

অলংকাৰ আদিও পিন্ধে । ইয়াৰ ভিতৰত কাণফুল, নাকফুল, বাজু, চিতলপাটী, পঁয়ৰী চাৰা, কাগনা, হাঁসলি, ঝুঁটীয়া আদিয়েই প্ৰধান । কাপোৰ-কানিৰ পিন্ধন-উৰণত পাছফালৰপৰা শাৰীৰ অৱশেষ ভাগ আনি বুকু ঢাকে ।

অতীজত এই জাতিৰ মুখ্য বৃত্তি আছিল খোৱা তেলৰ কাৰবাৰ কৰা । ইয়াৰ উপৰি বিভিন্ন কৃষিৰ খেত-খামৰো কৰিছিল বুলি কয় । এওঁলোকে তেলৰ গুটি সংগ্ৰহ কৰি নাইবা উৎপাদন কৰি 'ঘানী'ৰ সহায়েৰে তেল পেৰিছিল । তেল পেৰা বা তেলৰ ব্যৱসায় কৰা বাবেই এওঁলোক 'তেলীয়া' বা 'তেলী' হিচাপে জনাজাত হয় । ভাৰতৰ যি যি ঠাইত খোৱা তেলৰ প্ৰয়োজন অধিক সেই ঠাইসমূহত এই জাতিৰ অস্তিত্ব আছে বুলি কোৱা হয় ।



# বণিয়া

বাণিজ্য বা বেপাৰ কৰা বৃত্তিয়াল জাতিৰ বংশধৰ সকলেই বণিয়া বুলি পৰিচয় দিয়ে। পুৰুলিয়া, মেদিনীপুৰ, ডুমকা, হাজাৰিবাগ, মজঃফৰপুৰ আদি ঠাইসমূহৰ পৰাই এই গোষ্ঠীয় লোকসকল বাগানলৈ আহিছে। এওঁলোক বৈশ্যবৰ্ণৰ।

গন্ধ বণিয়া, সোণাৰ বণিয়া, শাক বণিয়া, চাঁন্দ বণিয়া, কেশৰী বণিয়া, আগৰ বণিয়া, কলুৱাৰ বণিয়া আদি কৰি কেবাটাও ফৈদ আছে। দেচুৱাল বণিয়া আৰু পুটুলী বণিয়াক নিম্ন মৰ্যাদাৰ বুলি ধৰে। এওঁলোকৰ ধৰম-কৰম, দয়-দস্তৰ সমূহত আদিম প্ৰভাৱ থকাটোৱেই মূল কাৰণ বুলি কয়। এই দুই ফৈদৰ বাহিৰে বাকীসকলে উচ্চ হিন্দুৰ নীতি-নিয়ম পালন কৰে। এওঁলোকে 'ঠাকুৰ' পূজা আৰু 'গণেশ' পূজাকেই শ্ৰেষ্ঠ ধৰ্মানুষ্ঠান বুলি মানে। ইয়াৰ উপৰি এওঁলোকে লক্ষ্মী পূজা, মনসা পূজা, আৰু বাঘুত পূজাও পাতে। সত্য নাৰায়ণ ব্ৰত পূজাৰো প্ৰচলন আছে। 'ৰাখী বন্ধন' আৰু 'ভাই ফোঁট'ৰ প্ৰথা আছে। শীতলা পূজাও কৰে।

দেচুৱাল বণিয়াসকলক এওঁলোকে পাহাৰীয়া বুলি ভাবে আৰু সিসকলে মনা দেও-ভূতৰ পূজা এওঁলোকে নামানে বুলি কয়।

জনম, মৰণ আৰু বিবাহৰ কাম-কাজত বামুণক পুৰোহিত লয়। কাশ্যপ, শাণ্ডিল্য, ধুন্দুলী আদিক নিজৰ গোত্ৰ বুলি পৰিচয় দিয়ে। একে গোত্ৰত বিয়া-বাৰু নিষিদ্ধ বুলি ধৰে।

গ্ৰহণৰ পাছত এওঁলোকে ঘৰ-দুৱাৰ আদি লিপা মচা কৰে আৰু খোৱা-ৰোৱা কৰা বাচন-বৰ্তন, উঠা-বহা কৰা চকী-মেজ আদি ধোৱা-পখলা কৰে। ঘৰৰ আন আন বস্তু-বেহানিৰ ওপৰত তুলসী পানীও ছটিয়ায়।

সাগৰ, নদী আৰু ডাঙৰ ডাঙৰ বিল বা হ্ৰদৰ পাৰত বস-বাস কৰা এবিধ 'বণিক' আছে। তেওঁলোকে মাছ, কাছ, শামুক, খৰি-কাঠ আদিৰ বেহা কৰে। বণিয়াসকলে এওঁলোকৰ লগত মিলা-মিছা বা উঠা বহা নকৰে বুলি কয়।



# ভাট

ভাট, ভট্ট বা নট-ভাট গোষ্ঠীৰ লোকসকল অসমৰ চাহ্ বাগিচাবোৰত আছে যদিও বৰ বেছি বুলি ক'ব নোৱাৰি । এওঁলোকে নিজকে ক্ষত্ৰিয়ৰ বংশধৰ বুলি কয় । এই গোষ্ঠীৰ মাজত ভাৰাছোৱাজা, বাহ্মণ ভট্ট, দাজউনবি, গজভীম, মগকেলিয়া, গন্ধৰ্ব, মহাপাত্ৰ, ৰায় আৰু ৰাজভট্ট আদি কৰি ৯ টা ভাগ আছে ।

আদিম কালত এই জাতিৰ লোকে ৰজা-মহাৰজা, সামন্ত-জমিদাৰ আৰু ধনী-মানী উচ্চ কুলৰ লোকৰ ঘৰত বিভিন্ন গীত-মাত, গান-বাজনা আদিৰ আসৰ কৰি জীৱিকাৰ পথ উলিয়াই লৈছিল । ইয়াৰ উপৰি এওঁলোকে গাঁৱে গাঁৱে গৈ বিভিন্ন গীত-মাত, গাঁথা, সংকীৰ্তন আদি পৰিবেশন কৰিও নিত্য ব্যৱহাৰ্য বস্তু-বেহানি আদি আদায় লৈছিল । মঠ-মন্দিৰ, দৌল-দেৱালয় আদিত বিভিন্ন পূজা-পাৰ্বন উপলক্ষে এই জাতিৰ লোকসকলেই নৃত্য-গীত কৰাত আগস্থান পাইছিল বুলিও জনা যায় । এওঁলোকে গাঁওবাসীৰপৰা বছৰেকীয়া কৰ আদিও হেনো লৈছিল ।

এওঁলোকে বেদাচাৰ মতে শিৱ পূজা, মহাবীৰ পূজা, সাৰদা দেৱীৰ পূজা পাতে । সন্তান জন্ম হ'লে 'নান্দীমুখ' নামৰ অনুষ্ঠান পাতে । বিবাহৰ বেলিকা কন্যাগৃহই দৰাক যৌতুক দিয়া প্ৰথা আছে । বিধবা-বিবাহ এই সমাজত নিষিদ্ধ বুলি কয় ।

পুৰণি দস্তুৰ মতে একে গোষ্ঠীৰ মাইকী মানুহৰ লগত মুখামুখি হ'লে মতা মানুহে মুখ ঢাকিহে পাৰ হৈ যোৱা নিয়ম আছিল ।

এই গোষ্ঠীৰ লোকসকল বিহাৰ, উত্তৰ প্ৰদেশ আৰু উৰিষ্যাৰপৰা আহিছিল বুলি জনা যায় ।



# চাষা

কৰণ বা কায়স্থ কুলেই চাষা বা তচা জাতিৰ মূল গোষ্ঠী বলি কোৱা হয়। চাষাৰ অৰ্থ খেতিয়ক। যিসকলে কৃষিৰ ওপৰত নিৰ্ভৰ কৰি বিভিন্ন খেতি-বাতিকেই জীৱিকা নিৰ্বাহৰ প্ৰধান উপায় হিচাপে বাচি ল'লে তেওঁলোকেই সিং, চৌধুৰী, সাউ, কৰণ, কায়স্থ, তাছা (চষা), কুৰথীয়া, মদলী আদিৰে পৰিচয় দিয়ে। এওঁলোক বিষ্ণু ভগৱান সত্যনাৰায়ণৰ উপাসক।

যিসকলে ৰজা-মহাৰজাৰ লগত দৰবাৰত থাকি যুদ্ধ-বিগ্ৰহ আদি পৰিচালনা কৰিছিল, যুদ্ধত অংশ গ্ৰহণ কৰিছিল, তেওঁলোকক প্ৰধান, খণ্ডাইত, পাইক, বেনাটিকা, মালুৱা আদি নামেৰে জনা যায়। খণ্ডাইত প্ৰধানসকলে সেনা বাহিনীৰ লোক হিচাপে খাণ্ডা অৰ্থাৎ তৰোৱাল বা অস্ত্ৰেৰে যুদ্ধাদি কৰিছিল। সেয়ে এওঁলোকে 'শিৱ-খাণ্ডা' বা অস্ত্ৰ পূজাত গুৰুত্ব দিয়ে। সত্যনাৰায়ণ ব্ৰত পূজাও এওঁলোকৰ উপাস্য পূজা। 'মালুৱা' সকলে ৰাজ দৰবাৰত থাকি বিভিন্ন ৰাজ্যৰ পৰা অহা ৰজাঘৰীয়া 'মাল'বোৰৰ লগত 'কুস্তি' বা 'লড়াই' কৰিবলগীয়া হৈছিল। সেয়ে এওঁলোকক 'মাল' বুলিও কোৱা হয়। এওঁলোক কালী গোঁসানীৰ উপাসক। পাঠা ছাগলীৰে বলি বিধান কৰে।

মঠ-মন্দিৰ, দেৱালয় আৰু ৰাজ দৰবাৰৰ বিভিন্ন কাম-কাজৰ তদাৰক কৰা, হিচাপ-নিকাচ ৰখা, পুৰোহিত-পূজাৰী আদিৰ বিভিন্ন কাৰ্যত সহায়-সহযোগ কৰাৰ বাবে যিসকল 'মোহান্ত' আছিল তেওঁলোকৰ বংশধৰ সকলেই 'মোহান্তি' বুলি পৰিচয় দিয়ে। মন্দিৰৰ আন আন সেৱক সকলক প্ৰধান, দাস বুলি কোৱা হয়। এওঁলোক বিষ্ণু দেৱতাৰ উপাসক।

ইয়াৰ উপৰিও এওঁলোকৰ কিছুমান ঠালে জেনা, সোঁৱাই, বিশ্বাল, মহাপাত্ৰ আদি ধৰণৰ 'সাইংগা' বা উপাধি লেখে।

এই জাতি গোষ্ঠীৰ মাজত প্ৰৱৰ্তন থকা আন আন পূজা-পাৰ্বনৰ ভিতৰত ত্ৰিনাথ মেলা, লক্ষ্মী পূজা, গনেশ পূজা, তুলসী পূজা, জন্মাষ্টমী, শিৱচতুৰ্দশী, শীতলা পূজা আদিয়েই প্ৰধান। পৰৱ হিচাপে ফাগুৱা, দেৱালী, মকৰ সংক্ৰান্তি, চৈত সংক্ৰান্তিও পালন কৰে। কিছু ঠালৰ তিৰোতাসকলে সাৱিত্ৰী ব্ৰত আৰু কিছুৱে পূৰ্ণিমা, একাদশী আদি তিথিত 'ঝঁনী উষা ব্ৰত', 'খুদৰী কণী উষা' (ব্ৰত) আদি পালন কৰে। পিছৰ দুটা ব্ৰত কৃষিৰ উন্নতি কল্পে কৰে বুলি কয়।

বৃহস্পতি বাৰটোক এওঁলোকে লক্ষ্মীবাৰ বুলি মানে। এইদিনা জীৱ-হত্যাও নকৰে। এওঁলোক বামুণপন্থী আৰু গুৰুমুখী। ঘৰুৱা নীতি নিয়ম হিচাপে পুৱাবেলা ঘৰে-চোতালে গোবৰ পানী ছটিয়াই ঝাড়ু-ঝাপটা দিয়া, ঘৰ-দুৱাৰৰ বিভিন্ন অংশত লেপন-মোচন কৰি 'মাড়ালী' দিয়া আৰু সন্ধ্যাৰ আগে-ভাগে তুলসী থানকে আদি

কৰি ঘৰ-ঘৰোৱালিৰ থান আদিত ধূপ-দীপ সহ চাকি-বন্তি জ্বলোৱা আদিয়েই প্ৰধান ।

সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰ কৰ্ম আৰু ২১ দিনত 'ছটী' পাতি চ্যুত গুচায় । ৬ দিনৰ দিনা প্ৰসূতিয়ে ষষ্ঠী দেৱীৰ পূজা দিয়ে । মৰিলে শক্তি থাই দাহ কৰে, নহ'লে পুতি পেলায় । শ্মশানলৈ নিয়াৰ আগতে শ'টোক তেল-হালধি ঘঁহি দিয়ে । খেনোৱে স্নান কৰায় । বাটত তিনিবাৰ বৈ প্ৰতি ঠাইত তিনি বাৰকৈ 'হৰিবোল' ধ্বনি দিয়ে । ধান, সৰিয়হ আদি বাটে বাটে ছটিয়াই যায় । মৃতকৰ পুত্ৰাদি থাকিলে মুখাগ্নি কৰে । তিলনি, দহা, পিণ্ডদান কৰা, ব্ৰত পালন কৰা, মুণ্ড খুৰোৱা নিয়ম-নীতি আদিত পুৰোহিত বামুণৰ নিৰ্দেশেই মানে । ছাঁহিৰ অনা প্ৰথা নাই । বছৰেকীয়া শ্ৰাদ্ধ পাতে । দহা-কাজৰ পাছৰপৰাই বিধৱাই বগা বস্ত্ৰ পৰিধান কৰিবলৈ লয় ।

বিহাহৰ ক্ষেত্ৰত 'দুধৰ ধাৰ' বুলি কন্যাৰ মূল্য পাঁচ সিকি লয় । কন্যাৰ যাৱতীয় অয়-অলংকাৰ, কাপোৰ-কানিৰ লগতে দৰাপক্ষই মা শাৰী, মামী শাৰী, চালা ধূতী, বাপ ধূতী আদি কৰি কিছুমান কাপোৰ-কানি দিব লাগে । দৰা-কন্যাই মৌড় নামৰ শিৰস্ত্ৰাণ পিন্ধে । মাড়ুৱা তলত হোম-যজ্ঞেৰে দৰাই কন্যাৰ সেঁওতাত সেন্দুৰ দিয়ে । পাঁখা খেলা বা জমিদাৰ নাচৰো প্ৰচলন আছে । দৰা-কন্যাৰ মাজত ঘঁটা খেল, আঙঠি খেল আদিও অনুষ্ঠিত হয় । তিলক কৰা, লগ্ন কৰা, হোম কৰা আদি কাৰ্যসমূহত বামুণ লগায় । 'সিনাই-ফেৰাৰ' বাবে নাপিত লগায় । 'সম্বন্দী ভেট' বা বিয়ৈ দেখা অনুষ্ঠানো পাতে । আঠ মঙলাৰ নিয়মো আছে । জন্মৰ কাম, মৰা কাম আৰু বিবাহাদিৰ কাম-কাজত মাছেৰেহে ভোজ খুৱায় ।

এই গোষ্ঠীৰ তিৰোতা মানুহে লুলুক, নাকপুটকী, বাজু, হাঁসলি, চন্দ্ৰহাৰ, খাড়ু আদি বিভিন্ন অলংকাৰ পিন্ধাৰ প্ৰথা আছে । খদাও লয় সামান্যভাবে । পুৰুষসকলে ডিঙি বা কঁকালত সাত গুণৰ লগুণ লোৱা দস্তুৰ আছে । কাণত 'পাঘৰা' নামৰ অলংকাৰ পিন্ধাৰো নিয়ম আছিল ।

উৰিষ্যাৰ বা তাৰপৰা অহা গুড়িআ' তামিলি প্ৰধান, খণ্ডাইত, গউড়, মহান্তি, মহাপাত্ৰ আদি গোষ্ঠীৰ লগত এই জাতৰ মানুহে প্ৰয়োজন বোধে উঠা-বহা কৰিব পাৰে বুলি কয় । তামিলিসকল যিদৰে তামোল-পাণ বা চুপাৰী সৰবৰাহ কৰা বৃত্তিয়াল জাতি, সেইদৰে গুড়িআ' গোষ্ঠীসকল গুড় উৎপাদন কৰা বৃত্তিয়াল জাতি বুলি ধৰে । তেনেদৰে 'গউড়' গোষ্ঠীত দুগ্ধ সৰবৰাহ কৰা বৃত্তিয়াল জাতিৰ লোক বুলিও সম মৰ্যাদা দিয়ে ।

এওঁলোকে নিজকে বিৰাট ৰজাৰ বংশধৰ বুলি কয় আৰু ক্ষত্ৰিয় হিচাপে পৰিচয় দিয়ে ।

এই গোষ্ঠীৰ লোকসকল উৰিষ্যাৰ নাকীঠনা গড়, ৰাণীগড়, ঝাৰেদী, গোবিন্দপুৰ পাৰকুড, পঞ্চপাড়া, পুৰী, ধেংকানল আদি ঠাই সমূহৰপৰা আহিছিল বুলি কয় । ✦✦

# ৰাজপুত

ভাৰতৰ বুৰঞ্জীত এক অভিলেখ স্থাপন কৰা ৰাজপুতসকলৰ বিস্তৃত বিৱৰণ দিয়া নিস্প্ৰয়োজন । এই গোষ্ঠীৰ লোকসকল মাইকৈ বিহাৰ, মজঃফৰপুৰ, বংগ,জয়পুৰ, ৰাঁচী, বাঁকুড়া, মেদিনীপুৰ, পুৰুল্যা, চাইবাচা আদি বিভিন্ন ঠাইৰপৰা অহা বুলি কয় । বিভিন্ন কাৰণত এওঁলোকৰ পূৰ্ব পুৰুষসকলৰ মাজত উত্থান-পতন ঘটাৰ ফলত কিছু কিছু ক্ষেত্ৰত অনা-ৰাজপুত নীতি-নিয়মো এওঁলোকৰ মাজত সোমাই পৰিছে বুলি কয় ।

অঞ্চল ভেদে এওঁলোক ৰাঠুৰ, গহৰওৱাল, পাৰমাৰ, চৌহান ফৈদৰ বুলিও পৰিচয় দিয়ে । ক্ষত্ৰী, সিংহ, ৰাঈ, ৰাণা, চৌহান, সূৰ্যবংশী, ৰাজপুত আদি বিভিন্ন উপাধিও লেখে । এওঁবিলাকৰ ভিতৰত ৰাঠুৰ মেৱাৰ, কাশ্যপ মেৱাৰ, নাগ আদি গোত্ৰ আছে বুলি কয় । সমাজৰ মুৰব্বী জনক কয় - 'মুখীয়া' বা 'মালিক' ।

এওঁলোকে বিভিন্ন দেৱ-দেৱীৰ পূজা-পাতল কৰিলেও ন-খোৱা উৎসৱৰ লগতে 'সন্নাসী' পূজা নামৰ কুলশ্ৰেষ্ঠ দেৱতাৰ পূজাও অনুষ্ঠিত কৰে । এই উপলক্ষ্যে পুৱাভাগত চিৰা খুন্দি, গামীৰ-গুৰা, সন্দেহ আদিৰ অৰ্ঘ উপচাৰেৰে চোতালত 'সন্ন্যাসী' পূজা অনুষ্ঠিত কৰে । পূজাৰ শেষত পুৰোহিতে 'মুখ-জুঠা' কৰাৰ পাছতহে পুৰুষসকলে আহাৰ গ্ৰহণ কৰে । মাইকী মানুহক এই পূজাৰ প্ৰসাদ দিয়া নহয় । আহাৰ মাহৰ কোনো এক মঙ্গলবাৰে এওঁলোকে অনুষ্ঠিত কৰা 'মংলা' পূজাক আন এটা শ্ৰেষ্ঠ পূজা বুলি গণ্য কৰে । এই পূজাত পাঠা ছাগলী বলি কাটে । ইয়াৰ উপৰিও শক্তিৰ উৎস বুলি জ্ঞান কৰি এওঁলোকে কালী পূজা, দুৰ্গা পূজা, মনসা পূজা আদিও মানে । বৈষ্ণৱ পন্থী সকলে সত্য-নাৰায়ণ ব্ৰত, ত্ৰিনাথ মেলা, লক্ষ্মী পূজা, ৰাম-নৱমী, ফাগুৱা, মকৰ সংক্ৰান্তি, দেৱালী আদি বিভিন্ন অনুষ্ঠান পালন কৰে । শক্তিৰ পূজাসমূহত 'ঝুপা' নমায় ।

সন্তান জন্মৰ বেলিকা ৯ দিনত নৰতা কৰি ২১ দিনত ছটী কৰি চ্যুত গুচালেও খেনোৱে সম্পূৰ্ণ এবছৰৰ পাছতহে সন্তানৰ চুলি নমায় । তদুপৰি বামুণৰ দ্বাৰা চোৱা-চিতা কৰাইহে সন্তানৰ নাম বাচে । মৰিলে খৰি দিয়া নিয়ম আছে । গৰীবসকলে উপায়হীন হ'লে পুতি পেলায় । এঘাৰ-বাৰ দিনত বামুণৰ দ্বাৰা কাজ-কৰ্ম কৰাই মৃতকৰ পিণ্ড দান দিয়ে । ছাঁহিৰ অনা প্ৰথা নাই । মুখাগ্নি কৰা, চুলি খুৰোৱা, শ্ৰাদ্ধ কৰা আদি নিয়ম পালন কৰে । পুৰণি কালত এওঁলোকৰ মাজত সতী যোৱা প্ৰথা আছিল ।

বিবাহোপলক্ষ্যে বৰ-কন্যা দুয়োৱেই 'মৌড়' পিন্ধে । দুয়োপক্ষৰ পৰা নাটুৱা বা বা জমিদাৰ নাচ বা পাঁখ খেলাৰ প্ৰতিযোগিতা চলে । শাস্ত্ৰাচাৰ পদ্ধতিৰেই বিবাহ কাৰ্য সমাধা কৰে । ঘৰুৱা ৰীতি-নীতি আদিও কুলীনৰ নিয়মত পালে ।

এওঁলোক তৰোৱাল- লাঠী আৰু যঠীৰ প্ৰয়োগত পাৰ্গত ।

পুৰণি প্ৰবাদমতে দশৰথ ৰজাৰ ৰাজপুত্ৰ সকলৰ বংশৰ পৰাই উদ্ভৱ হোৱা হেতুকে এওঁলোকে 'ৰাজপুত' বা 'সূৰ্যবংশী' বুলি প্ৰসিদ্ধি লাভ কৰে । ✦✦

# গউড়

এই জাতিৰ লোকসকল উৰিষ্যাৰ পৰা আহিছিল।

এওঁলোকৰ মাজত বচিয়া গউড়, কাণ্ডিয়া গউড়,বিদ্যা গউড় আৰু জানু ঘণ্টীয়া গউড় নামৰ প্ৰধান চাৰিটা ফৈদ আছে। বচিয়াসকলে বামুণৰ প্ৰতিটো কামত সহায়কাৰী হিচাপে স্থান থকাত সৰ্বশ্ৰেষ্ঠ বুলি মান-ধৰম পায়। বামুণৰ হৈ এওঁলোকে বিভিন্ন সময়ত মন্ত্ৰ পাঠ আদিও চলাব পাৰে। বিদ্যা গউড়ৰ প্ৰধান ব্যৱসায় আছিল গৰু-গাই পালন কৰি গাখীৰ, দৈ, ঘিউ, মাখন আদিৰ কাৰবাৰ কৰা। ইয়াৰ উপৰিও এওঁলোকে খেতি-বাতিও কৰিছিল। কাণ্ডিয়া গউড়ৰ ফৈদে খেত-খামাৰ কৰাৰ ওপৰিও ৰজা-জমিদাৰৰ ঘৰত মাজে সময়ে দোলা কঢ়িওৱা, পূজা-পৰ্ৱত মূৰ্তি কঢ়িওৱা কাৰ্য আদিত নিয়োজিত হৈছিল। জানুঘণ্টীয়া গউড়ৰ ফৈদে, নানান আশ্ৰম আদি গঢ়ি তুলি, আশ্ৰম সমূহ পৰিচালনা কৰা, যোগীৰ বেশেৰে ৰায়তৰ ঘৰে ঘৰে গৈ ভিক্ষা কৰা, বৰঙণি তোলা আদি সংগঠনৰ কাম কৰিছিল। এনে কৰিবলৈ যাওঁতে সৰ্বসাধাৰণক আকৰ্ষণ কৰাৰ হেতু এওঁলোকে আঁঠুৰ ওপৰত হেনো একোটা 'ঘন্টা' বান্ধি লৈছিল। সেয়েহে 'জানুঘণ্টীয়া' হিচাপে এওঁলোক পৰিচিত হৈ পৰিল। যাদৱ, গোপাল, পড়িৰা আদিয়েই গউড় জাতিৰ আন আন উপাধি।

পূজা-পাৰ্বন, সকাম-নিকাম আদি অনুষ্ঠিত কৰিবৰ বেলিকা গউড় সকলৰ দুভাগে দুটা ভিন্ন পথ অনুসৰণ কৰে। গোপপুৰীয়া সকলে বিষ্ণু বা জগন্নাথক ইষ্ট দেৱতা বুলি মানে। দেৱ-দেৱীৰ পূজা বিশেষকৈ নকৰে। বলি-বিধানো নাই। 'গোষ্টাষ্টমী'ত গো-সেৱা আৰু কৃষ্ণ পূজা কৰে। এইদিনা গৰু-গাইক ৰুটী-পিঠা খুৱায়। ইয়াৰ উপৰিও এওঁলোকে ফাগুৱা, মকৰ সংক্ৰান্তি, ধেনু সংক্ৰান্তি, দধি সংক্ৰান্তি,জন্মাষ্টমী, সত্যনাৰায়ণ ব্ৰত, ত্ৰিনাথ মেলা, কুঁৱাৰী উষা ব্ৰত, জোতিয়া উষা ব্ৰত আদি মানে আৰু পালন কৰে।

কংসপন্থী মথুৰাপুৰীয়া সকলে বিপদ-আপদ, মাৰি-মৰক আদিৰপৰা ৰক্ষা পাবলৈ মাঘ মাহত, বিশেষকৈ শ্ৰীপঞ্চমী তিথিৰ পাছতে 'গণেশ' পূজা অনুষ্ঠিত কৰে। গণেশেই এওঁলোকৰ শ্ৰেষ্ঠ দেৱতা। এওঁলোকে চ'ত মাহৰ 'ছট' পূজা বা কালিকা পূজাকো শ্ৰেষ্ঠ বুলি গণ্য কৰে।

সন্তানাদি জন্ম হ'লে ১২ দিনত ক্ষৌৰ কৰ্ম আৰু ২১ দিনত ছুটী পাতি শুচ

গুচায় । মৰিলে পোৰা-পোতা দুয়োটা নিয়মেই প্ৰচলিত আছে । ৩ দিনত তিলনী আৰু ১০-১২ দিনত দহা বা পিণ্ডৰ কাম সমাধা কৰে । মাক-বাপেকৰ ক্ষেত্ৰত পুত্ৰই মুখাগ্নি কৰে । মুণ্ডন কাৰ্যও আছে । গোপপুৰীয়া সকলৰ মাজত ছাঁহিৰ অনাব নিয়ম নাই । ৰাজহুৱা ভোজ আদিত মাছহে ব্যৱহাৰ কৰে । বছৰেকীয়া শ্ৰাদ্ধ বিধিও কৰে ।

বিবাহৰ কাম কাজ বামুণৰ দ্বাৰা সম্পন্ন কৰে । দৰাই পুৰোহিতৰ নিৰ্দেশত কন্যাৰ মূৰত সেন্দুৰ সানে । বিয়া-বাৰুৰ প্ৰতিটো কাৰ্য শাস্ত্ৰাচাৰ পদ্ধতিৰে সমাধা হয় । কন্যাকাল প্ৰাপ্ত হ'লে ৭ দিনৰ দিনা নোৱাই-ধোৱাই জ্ঞাতি-কুটুমলৈ 'মাহ্ কিনা ভোজী' আগবঢ়ায় ।

সমাজখনৰ কাম-কাজ আদি চলাবলৈ 'ভলভায়া', 'ডাকুৱা', 'বেহ্‌ৰা', 'প্ৰধান' আদি পদবীধাৰী কিছুমান মুৰব্বী লোক থাকে ।



# গুৱালা

এই জনগোষ্ঠীৰ লোকসকল পুৰুল্যা, মেদিনীপুৰ, সাইবাচা, ৰাঁচি, ডুমৰীয়া আদি ঠাই সমূহৰ পৰা আহিছিল । আদি ঠাইত প্ৰধান বৃত্তি আছিল গো-পালন । ইয়াৰ লগতে এওঁলোকে গাখীৰ, দৈ, ঘিউ, মাখন আদিৰো কাৰবাৰ কৰিছিল ।

এওঁবিলাকৰ ভিতৰত কৃষ্ণ গোৱালা, নন্দ গোৱালা, দধি গোৱালা, চাওনীয়া গোৱালা আদি কিছুমান ফৈদ আছে । কৃষ্ণ গোৱালা সকলক শ্ৰেষ্ঠ বুলি ধৰে । চাওনীয়া সকলৰ আচাৰ-বিচাৰত আদিম যুগৰ কিছু প্ৰভাৱ থকা হেতু আন সকল গোৱালাৰ লগত উঠা-বহা নকৰে ।

দুধি নাগ, কালী নাগ, ভঁইচা, শালমাছ আদিক এওঁলোকে নিজৰ গোত্ৰ বুলি কয় । ইয়াৰ ভিতৰত দুধি নাগৰ গোত্ৰীয় সকলে নিজকে ওপৰ বুলি ভাবে ।

এওঁলোকে গো-জাতিৰ মংগলৰ অৰ্থে কাতি মাহত সাঁহৰাই বা গৰয়া পূজা, মহাদেৱ পূজা আদি অনুষ্ঠিত কৰে । একো একোটা পৰিয়াল বা বংশৰ ভিতৰত কালী, দুৰ্গা আদি দেৱীৰ পূজাও অনুষ্ঠিত হয় । কৰম পূজা, বিশেষকৈ ভাদ মাহৰ জীতিয়া কৰম, এওঁলোকে মহাআড়ম্বৰেৰে পালন কৰে আৰু দলে দলে 'ঝুমইৰ' নাচে । কৰম পূজাৰ মাজত কৃষি কৰাৰ ইংগিত লুকাই আছে । গোপী সকলৰ কাত্যায়নী ব্ৰত আৰু শ্ৰীকৃষ্ণৰ বৃন্দাবন লীলা, ৰাসলীলা আদি বিষয়ৰ তাৎপৰ্যও নিহিত আছে ।

ইয়াৰ উপৰিও এওঁলোকে ফাগুৱা পৰব মানে আৰু হোলীও পোৰে । সত্যনাৰায়ণ ব্ৰত, জন্মাষ্টমী, দেৱালী, মকৰ সংক্ৰান্তি, চৈত্ৰ সংক্ৰান্তি, লক্ষ্মী পূজা আদিও অনুষ্ঠিত কৰে । ঘৰৰ অপায়-অমঙ্গল আদি দূৰীকৰণৰ উদ্দেশ্যে বাৰীৰ ভিতৰত বুঢ়া ডাঙৰীয়া বাবাৰ পূজাও পাতে ।

গোৱালা জাতিৰ লোকসকল সৰ্বসাধাৰণতকৈ কিছু উদ্যোগী আৰু নদ-নদীৰ পাৰ আদিত বস-বাস কৰি ভাল পায় । বিভিন্ন খেতি-বাতি কৰি নিজৰ সুখ-সমৃদ্ধি বঢ়াবলৈ সততে চেষ্টা কৰে ।

জন্ম, মৰণ, বিবাহাদিৰ সকলো কামতে বামুণক পুৰোহিত লয় । আন আন নীতি-নিয়মবোৰ সৰ্বসাধাৰণ মজদুৰৰ লগত একেই ।

গুৱালা জাতিৰ সৃষ্টিৰ বিষয়ে কিংবদন্তি প্ৰচলিত আছে যে ব্ৰহ্মাৰ নিৰ্দেশত

কোনো এক বামুণৰ ঘৰত এক শূদ্ৰৰ সন্তানে গৰু চৰাইছিল । বামুণ আছিল মহা কৃপণ । ৰ'দে-বৰষুণে গৰু-গাই চৰোৱাৰ বিনিময়তো গৰখীয়া জনে এটোপাল গাখীৰৰো মুখ দেখা নাছিল । গৰখীয়াজনে বামুণৰ এনে ব্যৱহাৰ পাই আমনজিমনকৈ থকা দেখি বামুণ তনয়াৰ ধিক্কাৰ লাগে । সেয়ে বাপেকৰ দৃষ্টি এৰাই বামুণ কন্যাই গৰখীয়ালৈ বিভিন্ন খোৱাৰ বস্তু যতনাই দিবলৈ ধৰে । দিনৌ এনেদৰে ভাত-পানী যতনাই দিওঁতে বামুণৰ চকুত কন্যাৰ চাতুৰী ধৰা পৰে । খঙত একো নাই হৈ বামুণে কন্যাক গৃহ প্ৰৱেশ কৰিবলৈ নিদি অহিৰৰ ওচৰলৈ ঘূৰাই পঠায় । ব্ৰহ্মাৰ নিৰ্দেশত অহিৰ জনেও ব্ৰাহ্মণ কন্যাৰ লগত সহবাস কৰে । শূদ্ৰ অহিৰৰ ঔৰসত বামুণীৰ গৰ্ভত এনেদৰেই জন্ম লাভ কৰা পুৰুষজনাৰ পৰাই হেনো গুৱালা জাতিৰ সৃষ্টি হ'ল ।

চাহ বাগিচা সমূহলৈ আমদানি হৈ অহা বিহাৰৰ 'অহিৰ' গোষ্ঠী, মধ্য প্ৰদেশৰ 'ৰাউত' গোষ্ঠী, বংগদেশৰ 'ঘোষ' সকল আৰু উৰিষ্যাৰ 'গউড়' গোষ্ঠীক গুৱালা জাতিক সম মৰ্যাদাৰ বুলি ধৰা যায় ।



# বাঢ়ৈ

উৰিষ্যাৰ পৰা অহা 'বঢ়ৈই' বা 'বাঢ়ৈ' আৰু বিহাৰৰ পৰা অহা 'মিস্ত্ৰী' গোষ্ঠীৰ লোকসকল মূলতঃ এক। ৰাজ্যভেদে নাম বেলেগ বুলি জনা যায়। এওঁলোকৰ পূৰ্বজ সকলে পূৰ্বৰ ঠাই সমূহত কাঠ মিস্ত্ৰী বা কাঠৰ কাম কৰিয়েই বৃত্তি চলাইছিল। খেত-খামাৰৰ কাম আদিও জানিছিল।

এই গোষ্ঠীৰ মাজত 'বিহাত', 'সংগত', 'বাঢ়ি' আৰু 'পান-বাঢ়ৈ' আদি কেবাটাও ফৈদ আছে। ইয়াৰ ভিতৰত উপবিতধাৰী বিহাত ফৈদক উচ্চ আৰু সংগত ফৈদক নিম্ন বুলি ধৰে। সমাজখনৰ সন্মানিত মুৰব্বীজনক অৰ্থাৎ গাঁও বুঢ়াজনক 'চুনিৰাণা' বা 'ৰাণা' আৰু সহায়ক জনক 'নাৰু' বুলি কয়। খেনোৱে এই পদবীৰে উপাধিও লেখে। 'বিহাত' বা 'বিহুৰাত' ফৈদৰ লোক 'শৰ্ম্মা' বুলিও পৰিচিত। গোত্ৰৰ ভিতৰত কাছ, বাঘ, নাগ, হাতী আদিয়েই প্ৰধান।

পূজা-পাৰ্বনৰ ভিতৰত দেৱালীত 'গোহালী পূজা' আৰু বৃত্তি বজাই ৰখা সকলে 'বিশ্বকৰ্মা' পূজা পালন কৰে। ঘৰুৱা হিচাপে ইষ্ট দেৱতাৰ পূজাও পাতে। ত্ৰিনাথ মেলা, সত্যনাৰায়ণ ব্ৰত, ফাগুৱা, মকৰ সংক্ৰান্তি, জন্মাষ্টমী আৰু বিভিন্ন শাক্তীয় দেৱ-দেৱীৰ পূজাও মানে।

সৰ্বসাধাৰণ হিন্দুৰ দৰেই এওঁলোকে জন্মৰ চ্যুত গুচোৱা, মৃতকৰ কাম-কাজ, বিবাহৰ বিভিন্ন অনুষ্ঠান, পুৰোহিত বামুণৰ নিৰ্দেশতেই পালন কৰে। বিবাহ একে গোত্ৰত হ'ব পাৰে যদিও ওচৰ সম্বন্ধৰ ভিতৰত নিষিদ্ধ বুলি গণ্য কৰে। এওঁলোক গুৰুমুখী।

কাণতড়কা, হাঁসলি, চুড়ি, বাজু, চীতলপাটী, পঁয়ৰী, চন্দ্ৰহাৰ আদিৰ দৰে অলংকাৰ সমূহ তিৰোতা মানুহে পিন্ধাৰ নিয়ম আছে। পুৰুষসকলে ধুতী, পাগুৰি আৰু কাণত এসময়ত 'পাঘৰা' পিন্ধিছিল। খদা লোৱাৰ প্ৰথাও আছে।



# প্ৰধান

উৰিষ্যাৰ পকা অহা এই গোষ্ঠীৰ লোকসকলৰ বংশজ সকলে সেই ঠাইৰ বিভিন্ন পূজা-থান আৰু পূজা মন্দিৰৰ পুৰোহিত শ্ৰেণীৰ প্ৰধান আলধৰা বা সহায়ক আছিল বাবেই এওঁলোক 'প্ৰধান' বুলি পৰিচিত। অৱশ্যে 'কোণ্ড প্ৰধান' সকলৰ লগত এওঁলোকে সংশ্ৰৱ নাৰাখে।

এই গোষ্ঠীৰ লোকে জগদ্ধাত্ৰী, দুৰ্গা, কালী, শিৱ আদি কৰি শাক্তীয় বা অনাশাক্তীয় দেৱ-দেৱীৰ পূজা-পাৰ্বন কৰাৰ নিয়ম। পূৰ্বৰ ঠাইত এই জাতিৰ পূৰ্বজ সকলে মন্দিৰৰ কাম-কাজ আদিত সহায়তা কৰাৰ উপৰিও দেবোত্তৰ মাটিত খেত-খামাৰ কৰিও প্ৰতিপালিত হৈছিল। এওঁলোক গুৰুমুখী।

তচা, মহান্তি, বিশ্বাল, সোঁবাই, জেনা, সাউ, খণ্ডাইত, গউড় আদিক নিজৰ সমতুল্য বুলি ভাবে আৰু সেই সকলৰ লগত উঠা বহাও কৰে। 'বেহ্‌ৰা', 'ভল্লুকীয়া' আদি পদৱীধাৰী লোকসকলে সামাজিক কাম-কাজত আগ ভাগ লয়। নাগ, বৰাহ আদিক গোত্ৰ বুলি কয়।

আচাৰ-বিচাৰ, ৰীতি-নীতি সকলো ক্ষেত্ৰতে বামুণীয়া পদ্ধতিৰে চলা এই গোষ্ঠীৰ লোকসকলে নতুন জনমৰ চ্যুত গুচাবলৈ ৯ দিনত নৰতা আৰু ২১ দিনত ছুটী পাতে। মৃত্যু হ'লে ৩ দিনত তিলনী আৰু ১০-১২ দিনত দহা-পিণ্ড কৰে। বিবাহ কাৰ্য হোমাগ্নিৰে সম্পন্ন হয়। বিবাহোপলক্ষ্যে দৰা-কন্যা সমন্বিতে দুয়ো ঘৰৰ মুৰব্বী সকলে হালধি ৰঙেৰে বোলোৱা হালধীয়া কাপোৰ পৰিধান কৰে।

ছঁড়া দিয়া, মাড়ালী দিয়া, বেল, বৰ, আহত বা তুলসী গছৰ গুৰিথান লেপা-মচা কৰা, সূৰ্য প্ৰণাম, সন্ধ্যা বন্তি জ্বলোৱা আদি কামবোৰ দৈনন্দিন সাংস্কৃতিক কাৰ্য বুলি গণ্য কৰে।

সধবা তিৰোতাই লোহাৰ খাডু আৰু বিধবাই ৰং-বিৰং বৰ্জিত বগা বস্ত্ৰ পৰিধান কৰে। অৱশ্যে এই নিয়ম হিন্দু পন্থীয় প্ৰত্যেক মজদুৰৰ ক্ষেত্ৰতেই এক। খদা লোৱা প্ৰথাও আছে।



# মহান্তি

এই গোষ্ঠীৰ লোকসকল উৰিষ্যাৰ পৰা অহা । পূৰ্বৰ ঠাইত এই বংশীয় (গোষ্ঠী ) লোকে ৰজা-জমিদাৰৰ বিভিন্ন কাম-কাজৰ বিচাপ ৰখা, দ'ল-দেৱালয়, মঠ-মন্দিৰ আদিৰ উন্নয়নৰ কাম-কাজত দৃষ্টি ৰখা, আৰু পূজাৰী বা পুৰোহিত শ্ৰেণীৰ সহায়ক হিচাপে থাকি বিভিন্ন কাম আদি কৰিছিল । সেয়ে পূৰ্বৰ প্ৰভাৱ থকা হেতু এওঁলোকে নিজ হাতে হাল-কোৰ বাই খেত-খামাৰ কৰাতকৈ অন্য মানুহ লগাইহে কৃষি কাৰ্য চলায় । সেইদৰে পুৰণি চামৰ মাজত ভাৰ কঢ়িওৱা নিয়মো নাছিল । হুক্কিলে-মক্কিলে আনিব লগা হ'লেও মূৰেৰেহে আনিছিল । সাম্প্ৰতিক কালত এনে নিয়মৰ পৰিবৰ্তন ঘটিছে । ধৃতি-নীতিৰ ক্ষেত্ৰত এওঁলোক কটকটীয়া । এওঁলোকৰ সমাজত 'গুৰুমুখ' প্ৰথা আছে ।

এওঁলোকে নিজকে বাঘ গোত্ৰীয় বুলি কয় আৰু প্ৰতিটো ঘৰুৱা শুভ-কাম বা সাদী-বিবাহৰ পাল্লা পৰিলে হাবিত গৈ এডোখৰ নিৰ্দিষ্ট ঠাইত বাঘ, মহাদেৱ আৰু পাৰ্বতীৰ কৃপাৰ বাবে চাকি-বন্তি আগ কৰি নিমন্ত্ৰণ জনায় । বাঘ থকা হাবিৰ কিনাৰত বাস কৰা সকলে হেনো বাঘৰ খোজৰ চিন বিচাৰি তাৰ ওপৰতে চাকি-বন্তি জ্বলায় । এনে কৰিলে শুভ কৰ্মত কোনো ধৰণৰ আপায়-অমংগল নঘটে বুলি জনবিশ্বাস আছে ।

আন আন পূজাৰ ভিতৰত গণেশ পূজা, মাতা-পিতা বা ইষ্ট দেৱতাৰ পূজাও পাতে । বছৰেকত এবাৰ লক্ষ্মীপূজা পাতে আৰু বৃহস্পতিবাৰক লক্ষ্মীবাৰ হিচপে মানে । এইদিনাই চাউলৰ গুৰিৰে 'মাড়ালী' দিয়ে । এইদিনা আমিষ ভোজন নকৰে । খেনোৱে ভিক্ষাৰীক ভিক্ষা নিদিয়ে । প্ৰতি সন্ধ্যা পূজা কৰে আৰু তুলসীৰ তলত বন্তি জ্বলায় । 'আষাড়ী' পূজাৰ দিনা মন্দিৰ আদিত গৈ বন্তি আগবঢ়ায় । ইয়াৰ উপৰিও এওঁলোকে সত্য নাৰায়ণ ব্ৰত, ত্ৰিনাথ মেলা, জন্মাষ্টমী, ফাগুৱা, মকৰ-সংক্ৰান্তি, চৈত্ৰ সংক্ৰান্তি আদি বিবিধ অনুষ্ঠান পাতে ।

এই জনগোষ্ঠীৰ সমাজ মুৰব্বীজনক 'বেহ্‌ৰা' বুলি কয় । এই বেহ্‌ৰাক সহায় কৰে 'ভল্লুকীয়া' নামৰ সহায়কে । এওঁলোকক জ্ঞাতি-কুটুম একেলগে বহি নিৰ্বাচন কৰে সামাজিক কাম-কাজ কৰিবৰ বাবে এসাজ বস্ত্ৰ আৰু পাগুৰি উপহাৰ দিয়ে ।

সন্তান জন্মৰ বেলিকা ৭ দিন আৰু ৯ দিনত গৃহাদি লেপা-মচা কৰি ধাত্ৰীক বিদায় দিয়ে । ২১ দিনত নাপিত বামুণ লগাই ক্ষৌৰ কৰ্ম আৰু 'ছটী' পাতে । এইদিনা

নিৰামিষ ভোজ জ্ঞাতিলৈ আগবঢ়ায়। কিছুৱে ২১ দিনতো ক্ষৌৰকৰ্ম নকৰি সম্পূৰ্ণ এবছৰ পাৰ হ'লেহে শুভ দিন চোৱা-চিতা কৰাই চুলি নমোৱা অনুষ্ঠান পাতে।

মানুহ মৰিলে দাহ কৰা প্ৰথা আছে। পিতৃ-মাতৃৰ মৃত্যুত পুত্ৰই মুখাগ্নি কৰে। মুণ্ডণ প্ৰথা আছে। ৩ দিনত তিলনী আৰু ১০-১১ দিনত 'ঘাট' পাতি পিণ্ড দান কৰে। 'ছাঁহৰ' অনা প্ৰথা আছে। এইদিনা জীৱহত্যা নকৰে যদিও 'আঁইচ' চুব লাগে বুলি নিয়ম থকাত মাছেৰেহে ভোজ খুৱায়। বছৰেকীয়া শ্ৰাদ্ধ বিধিৰ নিয়ম আছে।

বিবাহৰ কাম-কাজ বামুণীয়া পদ্ধতিৰেই কৰে। মাইকী মানুহে গা ভৰাই অলংকাৰ পিন্ধে। খদাৰ প্ৰথা আছে। এসময়ত পুৰুষ সকলে মূৰৰ চুলি খুৰাই হোমাগ্নি কৰি পইতা লৈছিল যদিও বৰ্তমানে এই প্ৰথা কিছু ৰহিত হৈছে। টিকনি ৰখা প্ৰথাও লোপ পাইছে।

মহান্তি সকলে বামুণক শ্ৰেষ্ঠ স্থান দি নিজকে দ্বিতীয় স্থানৰ বুলি কয়। তচা, গউড়, খণ্ডাইত, পাইকক ক্ৰমে তৃতীয়, চতুৰ্থ আৰু পঞ্চম স্থানৰ বুলি ক'ব খোজে। প্ৰয়োজন বোধে এই কেইটা জাতিৰ লগত উঠা বহা কৰিব পাৰে বুলি মত প্ৰকাশ কৰে।

উৰিষ্যাৰ পৰা অহা 'পটনায়ক' নামৰ জাতি শ্ৰেণীৰ লোককো মহান্তিৰ দৰে উচ্চ কুলজ বুলি ধৰা হয়। পূৰ্বৰ ঠাইত এওঁলোকৰ উপৰি পুৰুষ সকলে মঠ-মন্দিৰৰ ওপৰত চকু ৰখা, ৰজাক মন্ত্ৰণা দিয়া, ৰাজ বিষয়াৰ দৰে বিভিন্ন বাব খোৱা আদিয়েই প্ৰধান কৰ্তব্য আছিল বুলি জনা যায়। এই জাতিও বিষ্ণু পূজক, দৈনন্দিন কৰম-ধৰম, পূজা-পাৰ্বন, আচাৰ-বিচাৰ আদিৰ প্ৰতি ক্ষেত্ৰতে উচ্চ হিন্দুৰ দয়-দস্তুৰ পালন কৰে। সেয়ে নিম্ন হিন্দুৰ লগত সাধাৰণতে এওঁলোকক কোনো ধৰণৰ মিলামিচা কৰা দেখা নাযায়।



# মাহলি

বংগ, বিহাৰ, উৰিষ্যা আদি ৰাজ্যৰ ৰাঁচী, বাঘমুড়, চিলি, ঝেলদা, পাতকুম, মানভূম, ডুমকা আদি ঠাই সমূহেই মাহলি গোষ্ঠীয় সকলৰ পূৰ্বৰ ঠাই বুলি জনা যায়। গোত্ৰ আৰু ঠাই নামানুসৰিও এওঁলোকৰ ফৈদবোৰ গঠিত বুলি কয়। এইমতে এওঁলোক 'কানটিয়াৰ' বাঘমুড়ীয়া, ডুমৰকুদৰীয়া, নাগপুৰীয়া, পাতকুমিয়া, আদি ভাগত বিভক্ত। 'কানটিয়াৰ' ফৈদে নিজকে ৰজাৰ বংশধৰ আৰু মান-ধৰমত আন ফৈদ বোৰতকৈ উচ্চ বুলি কয়। তুৰি-মাহলি সকলক এওঁলোকে সম-মৰ্যাদা নিদিয়ে বুলি কয়। কানটিয়াৰ সকলে নিজকে 'বাঁস-ৰাজপুত' অৰ্থাৎ বেত-বাঁহৰ কাম জনা 'ওজা' বুলি কয়। বৃত্তিয়াল জাতি হিচাপে এওঁলোকে কুলা, চুপ, ডালা, ডেলী, পাচি, টুক্ৰী, টুপা, চেপা, খুল্‌কী আদি বনাই বিক্ৰী-বাৰ্তা কৰি জীৱিকা চলাইছিল।

'কানটিয়াৰ' সকলে 'কাঁইথা' - অৰ্থাৎ ধুন্দুলী গোত্ৰ হোৱা হেতুকে ধুন্দুলী নাখায়। সেইদৰে 'বাঘমুড়ীয়া' সকলে নিজৰ গোত্ৰ হোৱা বাবে মেৰলাই শাক আৰু 'কুদৰীয়া' সকলে ডিমৰু গছ গোত্ৰ হোৱা বাবে সেই ফল আৰু তাৰ পাতত কোনো ধৰণৰ খোৱা-পিয়াৰ বস্তু গ্ৰহণ নকৰে।

সমাজখনৰ মুৰব্বী হিচাপে 'কানাটিয়াৰ' জনেই সকলো ধৰণৰ পূজা-পাৰ্বন, বিচাৰ-আচাৰ, ধৰম-কৰম আদিৰ কাৰ্যত আগস্থান পায়। এৱেঁই সকলো কাম পৰিচালনাও কৰে। এওঁক সকলো ক্ষেত্ৰতে সহায় কৰে 'ফুল চচাৰীয়ে'।

ঘৰুৱা হিচাপে বুঢ়া-বুঢ়ীৰ পূজা, টুচু পূজা, গহাল পূজা, গ্ৰাম পূজা আৰু ধৰম পূজা পালন কৰে। ধৰম দেৱতাৰ পূজাকেই কুলৰ শ্ৰেষ্ঠ পূজা বুলি কয়।

বিবাহৰ বাবে কন্যা বিচাৰি যাওঁতে এওঁলোকে চিধাচিধি কন্যাৰ কথা নুলিয়াই, সেই ঘৰত পানী খাবলৈ ঘটি বিচাৰিছে বুলি, নাইবা, সেইঘৰৰ চালত থকা কোমোৰা এটা বিচাৰি আহিছে বুলি পাক লগাই কয়। সেইমতে কন্যাঘৰে দিব পাৰিব বুলি উত্তৰ দিলেই এক প্ৰকাৰ কন্যা বন্দৱস্ত হয়। নিৰ্দিষ্ট বিয়াৰ দিনা মাড়ুৱা বেদীৰ সমুখত কন্যাৰ পিতৃয়ে জোঁৱাইৰ খতি খুন কিবা আছে নেকি বুলি সুধি সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। সেইদৰে দৰাৰ পিতৃয়েও কন্যাৰ বিষয়ে প্ৰশ্ন কৰে। দুয়ো ফালৰ পৰা 'নাই' উত্তৰ পালেই চামড়া বেদীৰ মূল ঘটটোত 'ধৰম টিকা' প্ৰদান কৰি বিবাহ কাৰ্য সমাধা কৰে। বিবাহৰ পাছত 'আঠমংলা' খোৱা আৰু 'বেহাই দেখা' অনুষ্ঠান পাতে।

জন্মৰ চুত গুচোৱা কাৰ্য ৯ দিন আৰু ২১ দিনতেই শেষ কৰে। মৰা সকামো ৩ দিন আৰু ১০ দিনত পাতে। ছাঁহিৰ অনা নিয়মো আছে। এই সকলোবোৰ কাম 'কানটিয়াৰে' সমাধা কৰে।

এওঁলোকৰ আচাৰ-বিচাৰত কিছু আদিম প্ৰভাৱ আছে। ✦✦

# কুৰ্মি

কুৰ্মি জাতিৰ উৎপত্তিৰ বিষয়ে আখ্যান এটি প্ৰচলিত আছে যে কুৰ্ম নামৰ এক ঋষি মালমালিনী ভগৱতীৰ পৰম ভক্ত আছিল। এই ঋষিৰ কুলতেই জন্ম লাভ কৰা প্ৰাণনাথ নামৰ ৰজাৰ বংশৰ পৰাই বাহুশালী, দীৰ্ঘবাহু, বীৰসেন আদি ৰজাসকলৰ উদ্ভৱ হৈছিল। কুৰ্ম ঋষিৰ কুলৰ পৰা উদ্ভৱ হোৱা হেতুকেই এই ৰজাসকলক বা তেওঁলোকৰ বংশাৱলীকো 'কুৰ্মিবংশী' বোলা হয়। আকৌ, 'কুৰ্ম' শব্দৰ অৰ্থ 'সূৰ্য' হোৱা হেতুকেও এই বংশীয় লোকক সূৰ্যবংশী বুলিও কয়।

আন এটা শাস্ত্ৰীয় উক্তি এয়ে যে ভগৱানে 'কচ্ছপ বা কুৰ্ম' অৱতাৰ ধৰি ধৰিত্ৰীক উদ্ধাৰ কৰিছিল। কুৰ্মৰ সন্তান ইন্দ্ৰই শত্ৰুক বিনাশ কৰি ধৰিত্ৰীক শত্ৰুমুক্ত কৰে। কুৰ্মৰ মহান সন্তান হিচাপে প্ৰজাপালক ইন্দ্ৰক 'তুবি কুৰ্মি' (মহান) বুলি কোৱা হয় আৰু তেওঁৰ কুৰ্মি গোত্ৰীয় সকলেই কুৰ্মি নামেৰে পৰিচিত হয়। 'কুৰ্মি'ৰ অৰ্থ ভূপতি বা ৰজা, ক্ষত্ৰিয়, শক্তিমান, বীৰপুৰুষ বুলিও ব্যাখ্যা আছে। আকৌ 'কুটুম্ব' আৰু 'কৃষি'কো কুৰ্মিৰ মূল বুলি কয়। কুৰ্মিৰ পুৰণি ভাষা আছিল 'কুৰমালী'।

উত্তৰ প্ৰদেশ, বিহাৰ, বংগ, উৰিষ্যা, উত্তৰ ভাৰত, দক্ষিণ ভাৰত আদিৰ বিভিন্ন ঠাই সমূহ যেনে - ভাগলপুৰ, মেদিনীপুৰ, মুংগেৰ, মিৰ্জাপুৰ, কানপুৰ, পুৰুল্যা, বাঁকুড়া, দিনাজপুৰ, নোৱাখালি, কেওঁঝৰ, ময়ুৰভঞ্জ, ছোটনাগপুৰ, মানভূম, দেবাস, হাজাৰিবাগ, চাঁওতাল- পৰগনা, বৰদা, নাগপুৰ, গাইকোঁৱাৰ, গোৱালিয়ৰ আদি ঠাইত কুৰ্মিসকলৰ বিভিন্ন গোষ্ঠীয়ে বিভিন্ন ৰীতি-নীতি, আচাৰ-বিচাৰেৰে প্ৰসিদ্ধি লাভ কৰি আছে।

এওঁলোকক উত্তৰ ভাৰতত কুৰ্মি, মহাৰাষ্ট্ৰত মাৰাঠা, কুনবী, মাদ্ৰাজত নাইডু, মহীশূৰ-অন্ধ্ৰত কাপু বা ৰেড্ডী, ভক্কালিয়ৰ, বোম্বাইত পট্টিদাৰ, গুজৰাটত পেটেল বা পাতিল বুলি কয়। এইদৰে বিভিন্ন ঠাইত এই গোষ্ঠীক বঘেল, চণ্ডেল, পাওৱাৰ, চৈথুৱাৰ, জয়চৌৱাৰ, বয়চৌৱাৰ, কাটিয়াৰ, বিঝৱাৰ, পাটনৌৱাৰ, গংগানাৰী, কপৌজিয়া, খাৰেবিন্দ, পাতাৰিহা, বৰদিয়া আদি নামেৰেই জনা যায়।

অসমৰ চাহ বাগিচালৈ অহা এই গোষ্ঠীৰ লোকসকলে সাধাৰণতে কুৰ্মি, মাহাত, মাহতু, মেহতা, সিং, চৌধুৰী আদি বুলিয়েই পৰিচয় দিয়ে।

ফৈদ ভেদে এই গোষ্ঠীৰ পূজা পাৰ্বনত কিছু উনৈশ-বিশ আছে। কুৰ্মিসকলৰ একাংশই শিৱৰাত্ৰিত অনুষ্ঠিত কৰা 'বুচা-মহাদেৱৰ' পূজাকেই শ্ৰেষ্ঠ বুলি বিবেচনা কৰে। কথিত আছে যে কোনো এক মাহতুৱে মহাদেৱৰ দয়াত অপাৰ ধন-সোণ,

ঐশ্বৰ্য-বিভূতিৰ গৰাকী হৈছিল । এদিন তেওঁৰ ঘৰত চোৰ সোমাই ধন-পইচা, গহনা-গাঁঠৰি চুৰ কৰি থাকোতে, থান ঘৰৰ পৰা মহাদেৱে জাগ্রত মাতেৰে মাহতুক জগাবলৈ ধৰে । চোৰে হঠাৎ এনে তাজ্জব মাত শুনি আৰু মহাদেৱৰ মূৰ্তিটোৰ পৰাই তেনে মাত ওলোৱা শুনি হাতত থকা ফাৰ্চা কুঠাৰেৰে ঘঁপিয়াই দিয়ে । ইয়াৰ ফলত মূৰ্তিৰ মূৰটো এফালে এৰাই গ'ল । ৰাতিপুৱা গৃহস্থ পত্নীয়ে থানঘৰ অঁতাবলৈ গৈ দেখে যে মূৰ্তিটোৰ মূৰৰ অংশ ভগা আৰু আন আন বস্তু-বেহানিও নাইকিয়া হৈছে । এনে কাণ্ড দেখি হুৱাদুৱা লগালত সকলোৱে য'ত যেনেকৈ আছিল ঘটনাৰ বুজ ল'বলৈ আহে । ইফালে চোৰ কেইটাই বস্তু-বেহানি চুৰ কৰি নিলেহে, - মহাদেৱক জোকাই লোৱাৰ ফল স্বৰূপে আদবাটত গৈ জীৱন্ত অৱস্থাত থৰ লাগি থাকিল । ইকাণ-সিকাণ হৈ এনে অদ্ভুত কাণ্ডৰ কথা সকলোতে ৰাষ্ট্ৰ হৈ পৰে । সকলোৱে আহি সিহঁতৰ হাতত মাহতুৰ ঘৰৰ বস্তু-বেহানি দেখি চোৰ বুলি পতিয়ন গ'ল । মাহতুৱেও সেইদিন ধৰি মহাদেৱৰ ভগা মূৰ্তিক অৰ্থাৎ 'বুঢা মহাদেৱ'ৰ পূজা পুনৰ ধুমধামেৰে পালন কৰিবলৈ ল'লে ।

আন আন পূজা-পাৰ্বনৰ ভিতৰত বুঢ়া-বুঢ়ীৰ পূজা, টুচু পূজা, বৰ পাহাৰী পূজা, চণ্ডী পূজা, কৰম পূজা, মহাবীৰ পূজা, ৰাঘুত পূজা, শীতলা পূজা, ঠাকুৰজী পূজা, পিঠা পৰৱ বা মকৰ সংক্ৰান্তি, ফাগুৱা, দেৱালী আদি অনুষ্ঠিত কৰে । মুৰগী যুঁজত অভ্যস্ত থকা সকলে লোকাচাৰ ধৰ্মী হিচাপে 'টেটেঙ্গা' বলি কাটি 'চিকাৰী' পূজাও পাতে । বেঝা, বিন্ধা, আখান যাত্ৰা আদিৰ প্ৰথাও খোনোৱে পালন কৰে ।

বৰ পাহাৰী পূজাৰ প্ৰচলনৰ বিষয়ে প্ৰবাদ আছে যে - এসময়ত যিসকল কুৰ্মি হাজাৰিবাগ, ছোটানাগপুৰ, ডুমকা, বৰদিহা, মানভূম শিখৰভূম আদি ঠাইৰ শাসনকৰ্তা আছিল সেই সময়ত এওঁলোকক মুছলমান বাদচাহে আক্ৰমণ কৰে । সেই সময়ত এই গোষ্ঠীয়ে ৰজাসকলৰ মাজত একতাৰ ভাব নথকাৰ হেতু মুছলমানৰ আক্ৰমণ প্ৰতিৰোধ কৰিব নোৱাৰি দিহিঙ্গে-দিপাঙ্গে পলাই গৈ আদিবাসীৰ মাজত সোমাই পৰি প্ৰাণ ৰক্ষা কৰে । সেই সময়ত এওঁলোকৰ উপবিত লোৱা প্ৰথা আছিল । কিন্তু এনে উপবিত পৰিধানৰ দ্বাৰা অজ্ঞাত বাসৰ কথা বাদচাহে জানিব পাৰে বুলি সংশয় কৰি ছোটনাগপুৰ অঞ্চলৰ বৰ পাহাৰৰ আম গছ এজোপাত জাতিৰ মৰ্যাদাস্বৰূপ উপবিতখিনি থৈ দিয়ে । ইয়াৰ বিকল্প হিচাপে ডিঙিত নাইবা কঁকালত ৰেশম সূতাৰ উপবিত লয় । কালক্ৰমত এই উপবিত বা লগুণ প্ৰথাই এওঁলোকৰ মাজত স্থায়ী হৈ পৰে । আনফালে বৰ পাহাৰত সমূহীয়া ভাৱে লগুণ খিনি ৰখাৰ ফলস্বৰূপেই দেৱতা জ্ঞান কৰি ৰক্ষাকৰ্তা হিচাপে পূজা দিবলৈ লয় বুলিও

জনৰব আছে ।

এনেদৰে অজ্ঞাত বাসৰ সময়ত এওঁলোকে বামুণ আদি পুৰোহিতক লগত নিয়া নাছিল । এনে সময়ত গোপন বিবাহৰ সময়ত বামুণৰ বিকল্প হিচাপে ভগিনীপতিৰ দ্বাৰাই তেনে কাৰ্য আদি কৰোৱাইছিল । কালক্ৰমত এই প্ৰথাই কিছুমানৰ মাজত স্থায়ী হৈ পৰে বুলিও ব্যাখ্যা আছে । শিখৰভূমত ভূমিজ ৰজা ভৰত সিঙৰ আশ্ৰয়ত থাকোঁতে সীতাৰাম আৰু টুচু দেৱীৰ বিবাহৰ কাম-কাজ আদি ভগিনীপতিৰ দ্বাৰায়েই সম্পন্ন হৈছিল বুলি বুৰঞ্জীত আছে । টুচু দেৱীক বিশেষকৈ ছোটনাগপুৰৰ কুৰ্মিসকলে , কুলৰ সতী বুলি ভাবে । পাহাৰে-পৰ্বতে অনাই-বনাই ঘূৰি-ফুৰি, বাদচাহৰ কবলৰপৰা নিজকে বচাই ৰাখি টুচুদেৱীয়ে এদিন স্বামীৰ চিতা জুইত জাপ দি প্ৰাণ ত্যাগ কৰে । নিজৰ সাহ, বুদ্ধি, ধৈৰ্য আৰু আন আন গুণৰ অধিকাৰিণী হোৱাৰ ফলতেই টুচু দেৱী, এই গোষ্ঠীয় সকলৰ দৃষ্টিত দেৱীৰূপে পূজিতা হ'ল ।

বাঘ পূজাৰ প্ৰচলনৰ বিষয়ে এওঁলোকৰ মাজত মৌলিক প্ৰবাদ এটা শুনা যায় । এই প্ৰবাদৰ লগত হাজাৰিবাগৰ কুৰ্মি সকল জড়িত ।কথিত আছে যে 'বাঘুত' পূজাৰ স্থান লৈ এদল কুৰ্মিয়ে, অনাকুৰ্মি এদল শত্ৰুৰ লগত যুঁজিব লগা হৈছিল । শত্ৰুক পৰাজিত কৰি দখলী স্থানত বাঘ পূজা কৰি ঘৰলৈ বুলি আগবাঢ়ি যাওঁতেই শত্ৰুপক্ষই মনে মনে আহি পূজা কৰা স্থানত স্থাপন কৰা শিল এচটা উভালি পেলায়। এনে ঘটনাত বাঘ দেৱতা হেনো বিতুষ্ট হৈ সেই ৰাতিতেই কুৰ্মি গাঁওখনৰ হাজাৰজন পুৰুষক মাৰি পেলায় । ফলত হাজাৰজনী তিৰোতা বাঁৰী বা বিধবা হ'ব লগা হয় । সেইদিন ধৰি কুৰ্মি অধ্যুষিত অঞ্চলৰ নামটো হেনো হ'ল 'বাঘৰাঁড়ী' অৰ্থাৎ বাঘেৰাঁড়ী কৰা ঠাই । নিজৰ পূজাস্থানক ভালদৰে সুৰক্ষা দিব নোৱৰাৰ হেতুকেই হাজাৰিবাগীয়া বা বাঘঁৰাড়ীৰ কুৰ্মি সকলকহেনো আন ফৈদৰ কুৰ্মি সকলে হেয় বুলি প্ৰতিপন্ন কৰে । এই গোষ্ঠীৰ শাখা-প্ৰশাখা অধিক হোৱা হেতু পূজা-পাৰ্বন আদিৰ ক্ষেত্ৰত কিছু তাৰতম্য থকা পৰিলক্ষিত হয় ।

নতুন সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰকৰ্ম আৰু ২১ দিনত ছুটী পাতি চ্যুত গুচায় । বিবাহত সামান্য পৰিমাণৰ পণ প্ৰথা আছে । নাটুৱা নাচো হয় । আম-বকুল খোৱাৰ প্ৰথাও আছে । দৰা-কন্যাই মৌড় নামৰ শিৰস্ত্ৰাণ পিন্ধে । দৰাই কন্যা আনিবলৈ যোৱাৰ আগে আগে সূৰ্যক সাক্ষী ৰাখি সূৰ্যাহী পূজাৰ ভোজ আগবঢ়ায় । সিন্দৰা দানৰ শেষত সপ্তপদীৰ অনুষ্ঠানো পাতে ।

মৃতকৰ কৰ্ম ১০ দিনত দশ সংস্কাৰেৰে সমাধা কৰে । বাৎসৰিক শ্ৰাদ্ধ বিধিৰো নিয়ম পালন কৰে ।



# পানিকা

এই জনগোষ্ঠীৰ লোকসকল মধ্যপ্ৰদেশ, ৰিমা, চিঁৰবিদা, সুৰগুজা, বিলাসপুৰ আদি ঠাইৰ পৰা আহিছিল । পূৰ্বৰ ঠাইত তাঁত-বাতি কৰি, কাপোৰ-কানিৰ বিভিন্ন বেহা-বেপাৰ কৰি জীৱিকা চলাইছিল । ওপৰঞ্চি হিচাপে কৃষিকাৰ্যও কৰিছিল ।

কিংবদন্তি প্ৰচলিত আছে যে এই জাতিৰ পূৰ্ব পুৰুষসকলৰ কোনো এজন আদিম পুৰুষে এদিন হেনো পানীঘাটত গা-পা ধুই কাপোৰ-কানি সলোৱাৰ অন্তত, পানীৰ মাজত নিজৰ প্ৰতিবিম্ব দেখা পালে । এই প্ৰতিবিম্ব দেখি পানীৰ মাজতো মানুহ থাকে বুলি ভয় পাই চিঞঁৰ-বাখৰ কৰাত ওচৰত থকা আনবোৰ মানুহ গোট খাই আচল কথাৰ সম্ভেদ ল'লে । পানীত প্ৰতিবিম্ব দেখি হৈ হাল্লা কৰা বাবেই আন মানুহে হেনো এওঁলোকক 'পানিকা' বুলি অভিহিত কৰিলে ।

আন এটা কিংবদন্তিৰ মতে আদিম পুৰুষৰ কোনোবা কিছুমানে গুৰু গৃহলৈ যোৱাত বহিবলৈ হেনো আসন এখন দিয়া হৈছিল । তেওঁলোকে হেনো সেইখনকে কিছু লৰাই-চৰাই বহিল । এনেকৈ বহোঁতে দুৰ্ভাগ্যবসতঃ কোনোবাই পান খাই পেলোৱা পিকৰ ওপৰতেই পৰিছিল । আসন এৰাৰ পাছত আচল কথা জনাজনি হোৱাত গুৰুৱে হেনো তেওঁলোকক পান্‌কা বুলি অভিহিত কৰে ।

এই গোষ্ঠীৰ লোকসকল কবিৰাহা, শক্তাহা, মাড়লা, ভক্তাহা, চুৰগুজীয়া আদি কেবাটাও ফৈদত বিভক্ত । ইয়াৰ উপৰিও পাড়ুৱাৰ (ভঁইচ), চাঁওৰা, মাৰায়া, দ্বাৰাক্কা, চুঁটি, পাৰেৱা, গালখোৰ, সোনোৱানি, ধনগুৰ, কাঠী আদি গোত্ৰীয় বিভাগো আছে । কবীৰ পন্থী বা কবিৰাহা শ্ৰেণীয়ে নিজকে আন পানিকাতকৈ শ্ৰেষ্ঠ বুলি ভাবে । কোনো ধৰণৰ জীৱহত্যা কৰি এওঁলোকে পূজা বিধি নকৰে । এওঁলোকে 'মাঘী পূৰ্ণিমা' মানে আৰু কবীৰ গুৰুৰ উদ্দেশ্যে পূৱা-গধূলি ধুপ-ধূনা জ্বলায় । এই ফৈদত 'ঝুপা' উঠোৱা নিয়ম নাই ।

আন পানিকাসকলে ফাগুৱা পৰবৰ সময়ত 'চিনুৱানী' নামৰ এগৰাকী দেৱীৰ পূজা কৰে । এই পূজাকেই এওঁলোকে কুলৰ শ্ৰেষ্ঠ আৰু উপাস্য বুলি জ্ঞান কৰে । পূজা ভাগ ঘৰৰ ভিতৰত অনুষ্ঠিত হয় । বলি হিচাপে হাঁহ বা মুৰগী আগবঢ়ায় আৰু 'ঝুপা' উঠাই শুভাশুভ বতৰা লয় । এই পূজা নকৰা পৰ্যন্ত ফাগুৱা পৰবৰ ৰং খেলা নিয়ম নাই । প্ৰতি বৃহস্পতিবাৰে ঘৰৰ লক্ষ্মীদেৱীবো মান-ধৰম কৰে । ইয়াৰ উপৰিও কালী, দুৰ্গা আদিকো মানে বুলি কয় ।

বিবাহৰ কথা-বতৰা চলাওঁতে দৰাপক্ষই আগভাগ লয় । কন্যা বিচাৰি

যাওঁতে হেনো চিধাচিধি কন্যাৰ কথা নুলিয়াই এটা বেলেগে পদ্ধতি অনুসৰণ কৰে। যেনে ঃ তেওঁলোক দেশ-বিদেশ ফুৰিবলৈ ওলাই আহোঁতে পানীৰ পিয়াহত ভুগিছে। সেয়ে তেওঁলোকৰ (কন্যাঘৰৰ) কুঁৱা এটা দেখা পাই পানী খাবলৈ সোমাব লগা হ'ল। যদি পানী-ঘটী আদি যোগাৰ কৰি দিয়ে তেনেহ'লে পানী খাই তৃপ্তি পাব ইত্যাদি। কথাৰ এনে ইংগিত পাই কন্যাঘৰীয়াই ঘটা বাৰ্টি আদি যোগাৰ দিম বুলি কলেই আচল কথাৰ আলোচনা হয় আৰু ইয়াৰ ফলত পৰ্য্যায়ক্ৰমে ৰৰদেখা, কন্যাদেখা, কাপোৰ-কানি পিন্ধোৱা আদিৰ পথ মুকলি হয়। বিয়াৰ পাছত 'সমদী ভেট' হয় আৰু এই অনুষ্ঠানত দুই বিয়েৰ মাজত 'মাদৰুটীৰ ছাঁগ বদলি' (মদ আৰু ৰুটীৰে কৰা খানা পিনা ) অৰ্থাৎ দুই ঘৰ এক হোৱাৰ ইংগিত হিচাপে জুঠা বিনিময় কৰে।

মাতুৱা বেদীত দৰাই নিজ হাতে কন্যাক সেন্দুৰ ঘঁহে। পুৰোহিত হিচাপে নিজ বংশৰ বুঢ়া-বুঢ়ী সকলে সকলো কাৰ্যৰ আঁত ধৰে। ইয়াৰ অবিহনে জাতিৰ পুৰোহিত হিচাপে 'নাইকাহা' সকলে স্থান পায়। এই 'নাইকাহা' সকলকে 'সোনা' বা সোনোৱানি গোত্ৰীয় সকলৰ পৰা বচা হয়। এওঁলোকে দোষী আদিক দণ্ডৰ বিধান দি পা-পৰাচিত আদিও কৰে। পৰাচিত কৰোঁতে দোষীজনে ৰাইজলৈ যি ভোজনী আগবঢ়ায়, তাত সমস্ত পাপ থাকে বুলি বিশ্বাস কৰে। পাপ খণ্ডাবৰ বাবে আগবঢ়োৱা এনে ভোজনী হ'লে প্ৰথমেই 'নাইকাহা' জনে খায় আৰু ইয়াৰ দ্বাৰা দোষীৰ পাপ সমূহ তেৱেঁই শুহি লয় বুলি বিশ্বাস আছে। এওঁৰ পাছতহে জ্ঞাতি-কুটুমে সেই ভোজনী গ্ৰহণ কৰে। পৰ্যায় ক্ৰমে এই 'নাইকাহা'জনেও কোনোবা এটা সময়ত এনে পাপ খণ্ডাবৰ বাবে আন এজন 'নাইকাহা'ৰ দ্বাৰা পৰাচিত হয়গৈ। এনে কাম-কাজ কৰাৰ বাবে দান-দক্ষিণা দিয়ে।

বিবাহৰ আন আন আনুষংগিক কাম-কাজবোৰ সাধাৰণ ভাবে মুখীয়াল সকলেই সম্পন্ন কৰে। অৱশ্যে পুৰণি দস্তুৰ মতে এওঁলোকৰ মাজত দৰাই নিজৰ মোমাইৰ জীয়েকক বিবাহ কৰাৰ নিয়ম আছে যদিও মোমাই-ভাগিনৰ মাজত শাহুৰ-জোঁৱাইৰ সম্বন্ধ ঘটে বুলি সমাজে স্বীকৃতি নিদিয়ে। হিন্দুৰ শাস্ত্ৰমতে পুৰণি কালত এই প্ৰথাক 'ভাগ্নী দান' প্ৰথা বোলা হৈছিল আৰু পবিত্ৰ অনুষ্ঠান বুলিও বিবেচিত হৈছিল। এনে প্ৰথা অৱশ্যে আজিকালি নাইকিয়া হ'বলৈ ধৰিছে। পুৰণি কুল প্ৰথামতে কন্যাই বিয়াৰ ৩ দিনৰ পাছত, বহাগত আৰু আহিন মাহতহে পিতৃ-মাতৃৰ ঘৰলৈ অহাৰ নিয়ম প্ৰৱৰ্তিত আছিল বুলি কয়।

সন্তান জন্ম হ'লে ৯ দিনত ক্ষৌৰকৰ্ম আৰু ২১ দিনত ছটী পাতি চ্যুত গুচায়। মৰিলে শ' পোতা নিয়ম। এনে কৰোতে মৃতকজন জীৱিত কালত যি যি

বস্তুৰ প্ৰতি অত্যন্ত আসক্ত আছিল সেই সমস্ত বস্তু পৰাপক্ষত গাঁতত দিয়ে বুলি জনা যায়। পুত্ৰই 'মুখ-দাগা' কাৰ্য কৰে। তিলনী প্ৰথা, ঘাট পতা, ছাঁহিৰ সোমোৱা আদি নীতি-নিয়মবোৰ আন জাতিৰ দৰে একেই বুলিব পাৰি। নিজৰ জাতিৰ পুৰোহিতজনেই সকলো কৰ্ম-কাণ্ডৰ গুৰি ধৰে। 'কবিৰাহা' শ্ৰেণীয়ে অৱশ্যে ৩ দিনত ধোবা-নাপিত আনি মুণ্ডন কাৰ্য কৰায়। ১০ দিনত 'ঘাট' পাতি মৃতকৰ ঘৰৰ পৰা 'পান-চ্ছন্দন' লয়। সুবিধা থাকিলে নিজৰ বাৰী বা চোতালত কবৰ দিয়াৰো নিয়ম এওঁলোকৰ আছে। ঘাটৰ দিনা মৃতকৰ কবৰ ভেঁটি লেপা-মচা কৰাৰ নিয়মো আছে।

এই গোষ্ঠীৰ সমাজ শাসক বা গাঁওবুঢ়াজনক 'কটুৱাৰ' বুলি কয়। সমাজৰ কাম-কাজ চলাওতা আন আন পদবীধাৰীসকলক চিয়ান, গোটীয়া, বেইগা, মুৰ্কদম হিচাপে নামকৰণ কৰে।



# পাতৰ

মেদিনীপুৰ , সাইবাচা, পুৰুলিয়া, বাঁকুড়া, খড়গপুৰ আদি ঠাইসমূহেই পাতৰ গোষ্ঠীৰ পূৰ্বৰ ঠাই বুলি কয় । মূলতঃ এওঁলোক তন্তুবায় শ্ৰেণীৰেই বংশধৰ । স্থানভেদে ৰীতি-নীতি কিছু বেলেগ বুলি কয় । ‘পান’ জাতিটোও এওঁলোকৰ ভিতৰুৱা বুলি কয় ।

এই গোষ্ঠীৰ লোকসকল হেনো শিৱৰ ঘামৰ পৰা সৃষ্টি হৈছিল । সেয়েহে নিজকে ‘শিৱ সূত্ৰ পাত্ৰ’ বা ‘শিৱকুলৰ লোক’ বুলি চিনাকি দিয়ে । এওঁলোকৰ শালমাছ গোত্ৰীয়সকলে শালমাছ নাখায় । শাল পাততো খোৱা-বোৱা নকৰে । সেইদৰে মাগুৰীয়াসকলে মাগুৰ মাছ, ধুন্দুলী বা ‘কাঁইথা’ গোত্ৰীয়সকলে ধুন্দুলী নাখায় । নাগ গোত্ৰীয়সকলে সাপ আদি নামাৰে ।

এওঁলোকৰ পূজাৰ ভিতৰত ‘ধৰম পূজা’ আৰু ‘ইষ্ট’ পুৰুষৰ পূজাই আটাইতকৈ ডাঙৰ । এই পূজা (ধৰম পূজা) ফাগুন-চ’ত মাহত পাতে । প্ৰতি শুভকৰ্মৰ বেলিকা ঘৰুৱা থানত (ইষ্ট পূজা) পানী-দুনী ঢালে । ইয়াৰ উপৰিও কালী পূজা, দুৰ্গা পূজা, টুচু পূজা, মনসা পূজা, গণেশ পূজা আদি অনুষ্ঠিত কৰে ।

সমাজৰ আচাৰ-বিচাৰ আদিৰ কৰ্মকাণ্ড সাধাৰণ হিন্দুৰ দৰেই । বিয়া উপলক্ষে শহুৰে জোঁৱাই আৰু বোৱাৰীক আম-চন্দন , বেলপাত আদিৰে চন্দনটিকা বা গুৱাটিকা দি আদৰ কৰে । কন্যাৰ ঘৰে সূতা আৰু আঙঠি প্ৰদান কৰি জোঁৱাইক মান ধৰিব লাগে । বিয়া উপলক্ষ্যে এবিধ ‘চ্যুত নাচ’ৰ আয়োজন কৰাটো কুলগত প্ৰথা বুলি কয় ।



# তাঁতি

তাঁতিসকল কাপোৰ বনোৱা এটা বৃত্তিয়াল জাতি। অতীজ কালত এওঁলোকক তন্ত্ৰী, তন্ত্ৰীপাল বা তন্তুবায় বোলা হৈছিল। সমগ্ৰ ভাৰতত এই জাতিৰ বিভিন্ন শাখা-প্ৰশাখা থাকিলেও বিশেষকৈ বংগ, বিহাৰ আৰু উৰিষ্যাৰ পৰাই এওঁলোক অসমলৈ আহিছে।

এই গোষ্ঠীৰ সৃষ্টি সম্বন্ধে কিংবদন্তি প্ৰচলিত আছে যে - আদিম কালত 'তান্তিপা' নামৰ তন্ত্ৰ-মন্ত্ৰ জনা এক সাধক আছিল। তেওঁ বস্ত্ৰ উৎপাদন কৰা কামত অদ্বিতীয় আছিল। এদিন তেওঁ মৰ্ত্যৰ পৰা স্বৰ্গলৈকে দীঘলীয়াকৈ তাঁত লগাইছিল। এনেতে মৰ্ত্যৰ ৰজা গোবিনচন্দ্ৰৰ মাতৃ মৌনাদেয়ে তেওঁৰ পিতৃৰ আকস্মিক মৃত্যুৰ কাৰণ জানিবলৈকে গুৰেহ নামৰ এক সাধকক লগত লৈ স্বৰ্গত থকা যমপুৰীলৈ যাত্ৰ কৰে। যোৱাৰ বাটত তান্তিপাৰে এনে বাট ভেটাকৈ তাঁতৰ কাম কৰা দেখি তেওঁলোকে পথ মুকলি কৰি দিবলৈ অনুৰোধ কৰে। তান্তিপাই তেওঁলোককেই সেইখিনি আঁতৰাই যাবলৈ ক'লে। গুৰেহই মন্ত্ৰ কৰি তাঁতখিনি গুচাই পাৰ হ'বলৈ ধৰাত, তান্তিপাই সাধন মন্ত্ৰ মাৰি পুনৰ তাঁতখিনি জোৰা লগাই দি পথ বন্ধ কৰে। এনে কাণ্ড দেখি গুৰেহ আচৰিত হয় আৰু তান্তিপাক কটু ব্যৱহাৰ কৰে। ফলত দুয়োৰে তৰ্ক বাঢ়ে। তান্তিপাই তেওঁক পৰাজয় কৰি নিজৰ পথ মুকলি কৰি ল'বলৈ গুৰেহৰ প্ৰতি আহ্বান জনায়। এই আহ্বান গুৰেহয়ো গ্ৰহণ কৰে। প্ৰথমে তান্তিপা হাৱা হৈ অন্তৰ্ধ্যান হয় - গুৰেহই সাধন তন্ত্ৰ মন্ত্ৰেৰে হাৱাৰ দৰে হৈ তান্তিপাক ধৰে। পিছৰবাৰ গুৰেহই মাছ হৈ পানীত ডুব মাৰে আৰু সাত খলপৰ তলত অন্তৰ্ধ্যান হৈ থাকিল। তান্তিপাই অশেষ মন্ত্ৰ সাধন কৰিও গুৰেহৰ কোনো উৱাদিহ উলিয়াব নোৱাৰিলে। তান্তিপা পৰাজিত হৈ বাট এৰি দিলে আৰু গুৰেহয়ো এই সুযোগ গ্ৰহণ কৰি ভগৱানৰ ওচৰত গৈ তেওঁৰ বিৰুদ্ধে গোচৰ তৰিলে। এই কথাত ভগৱান বিতুষ্ট হয় আৰু তান্তিপাৰ প্ৰতি শাস্তিৰ বিধান দিয়ে এইবুলি যে, - যিমান দিনলৈকে পৃথিৱীত মনুষ্য জাতিৰ অস্তিত্ব থাকিব, সিমান দিনলৈকে তান্তিপাই তাঁতিৰূপে জীয়াই থাকি মনুষ্য জগতত তাঁত-বাতি কৰি বস্ত্ৰৰ যোগান ধৰিব লাগিব। তান্তিপাই তাঁতিৰূপে জন্ম ল'বলৈ বাধ্য হ'ল।

এই গোষ্ঠীৰ লোকসকলে সাধাৰণতে তাঁতি বুলিয়েই পৰিচয় দিয়ে যদিও,

কিছুৱে আনুষংগিক অন্তীজ কৰ্মক ভিত্তি কৰি, কিছুৱে গোত্ৰক ভিত্তি কৰি আৰু কিছুৱে অন্তীজ বংশক ভিত্তি কৰিহে নিজৰ পৰিচয়ো দিয়ে। যেনে - যিসকলৰ গোত্ৰ 'মহানন্দীয়া' তেওঁলোকে 'নন্দ', যিসকলৰ গোত্ৰ 'সোন' তেওঁলোকে 'সোনা' বা 'সনাতন', যিসকলৰ দীপ বা বন্তি তেওঁলোকে 'দীপ' বা 'কুলদীপ', 'ছাতু' বা কাঠফুলা গোত্ৰীয়সকলে 'ছত্ৰী' বা 'ছত্ৰীয়া', 'নাগ' গোত্ৰীয়সকলে 'নাগ', খেত-খামাৰ কৰি জীৱিকা চলাওঁতা সকলে 'চাচনী', 'জগদলা' বংশীয়সকলে 'দল' বা 'দলে', গোষ্ঠীগত বিষয়বাব খোৱাসকলে 'পাত্ৰ', 'পাতৰ' আৰু 'নায়ক' আৰু মুৰগী গোত্ৰীয় সকলে 'কৰকৰীয়া' বুলি নিজৰ পৰিচয় আদি দিয়ে।

ইয়াৰ উপৰি এওঁলোকৰ কিছুমানে, হৰপাল, মল্লিক, সাঁৱাচী', বিভাৰ বা বাৰিক, টাণ্ডি বা তঁড়ীয়া, বাগ, দাস, জাল আদি উপাধিও ব্যৱহাৰ কৰে।

'গেঁড়া' তাঁতি বুলি সম্বলপুৰৰ পৰা অহা আন এটা প্ৰশাখাও আছে। এওঁলোকৰ খোৱা বোৱা, থকা-মেলা, আচাৰ-বিচাৰ আদিত আদিম প্ৰভাৱ থকাৰ হেতু আন তাঁতি সকলে কোনোধৰণৰ সংশ্ৰৱ নাৰাখে।

ফৈদ বা শাখা ভেদে তাঁতি সকলে ফাগুন মাহত 'খাণ্ডাই শনি' বা 'কুড়াল বাগদেই' বা 'চণ্ডী' পূজা পাতে। এই পূজা 'ঝুপা'ৰ দ্বাৰা সমাধা হয়। একে খানদানীত থকা একে গোষ্ঠীৰ লোকে এই পূজা, নৈ বা বিলৰ পাৰত কৰে।

চৈত্ৰ সংক্ৰান্তিত 'দণ্ড নাচ'ৰ (শিৱ পূজা) আয়োজন কৰে। নিজ নিজ 'মানস' ৰাখি ১৩ জন পূজাৰী ভক্তই পূজা থানত ধূপ-ধূনা আগ কৰি 'দণ্ড জীয়াই' তোলে। এই দিনাৰ পৰা এওঁলোকে নিজৰ ঘৰ নোসোমায়, কাৰো লগত স্পৰ্শ নকৰে আৰু নিজান ৰাতিত দিনটোৰ বাবে এসাজ আহাৰ খায়। দণ্ড উঠোৱাৰ পাছ দিনাৰ পৰা বিভিন্ন ঠাইত এওঁলোকে দণ্ড নাচৰ একোটা আসৰ পাতে। শিৱ সম্পৰ্কীয় লীলা-মালাৰ নৃত্য-নাটিকাই এই নাচৰ বিশেষ আকৰ্ষণ। সম্পূৰ্ণ ১৩ দিনৰ দিনা দণ্ড উঠোৱাৰ থানলৈ ঘূৰি আহি 'মেৰু' কৰে অৰ্থাৎ শেষ অনুষ্ঠান পাতে। এই উপলক্ষ্যে পুৰোহিত পূজাৰী আদিয়ে গৰম অঙঠাৰ ওপৰেদি পাৰ হয়।

পাল্লা নাচ' নামৰ অনুষ্ঠানো পাতে। এই নাচত এজন ওজা থাকে - তেওঁ একোখন শাস্ত্ৰৰ যেনে মহাভাৰত, ৰামায়ণ আদিৰ একোটা কাহিনী কয় আৰু পালিবিলাকে ৰভাৰ কেওকাষে ঘূৰি ঘূৰি নাচি-বাগি তাল ধৰে। বিভিন্ন সময়ত এনে পাল্লা নাচৰ আয়োজন হয়। আহাৰৰ অম্বুবাচী উপলক্ষ্যে মহিলা সকলে ঘৰ-দুৱাৰ চাফ-চিকুণ কৰি সমূহীয়া ভাবে এক সুবিধাজনক ঠাইত 'ৰজদুলী' অনুষ্ঠান পাতে। এই উপলক্ষে 'ঝুলন' পোতে। ঝুলনাৰ খুটা দুটাত পূজা সেৱা কৰাৰ অন্তত ঝুলনা খেলে আৰু গীত-মাতৰ প্ৰতিযোগিতা মুখৰ হৈ পৰে। পূজা ভাগ

সন্ধিয়াৰ পাছত হয় । ই কেইবা দিন ধৰি চলে । ভাদ মাহৰ শেষ ৰবিবাৰ এটাত ঘৰ-ঘৰোৱালি, খেতি-পথাৰ আদিৰ শুভ ফলৰ বাবে কুমাৰী ছোৱালীহঁতে উষা ব্ৰতৰ শেষ অনুষ্ঠান পাতে । ভাদ মাহৰ প্ৰথম দিনৰপৰাই এওঁলোকে ব্ৰত পালন কৰে ।

ইয়াৰ উপৰি এওঁলোকৰ মাজত ত্ৰিনাথ মেলা, জন্মাষ্টমী, সত্যনাৰায়ণ ব্ৰত, লক্ষ্মীপূজা, ফাগুৱা, দেৱালী, গংগা পূজা, তাঁত শালৰ পূজা, ইংখুৰ পূজা, মংলা পূজা, ফুচপুনী বা মছৰ পূজা, তুলসী পূজা, আদি বিভিন্ন পূজা পাতে । সকামে - নিকামে ঘৰুৱা থানত 'বুঢ়ী মা বা ঠাকুৰাণী মা'ৰ নামতো 'পানী ঢালে ।'

বিবাহৰ ক্ষেত্ৰত আন মজদুৰৰ লগত বিশেষ তফাৎ নাই । বামুণক পুৰোহিত লোৱা প্ৰথা আছে যদিও কিছুৱে মামা-সম্বন্ধীয় লোকৰ দ্বাৰা হোমাগ্নি কৰি বিয়াৰ কাৰ্য সমাধা কৰে । বৰদেখা, কন্যাদেখা, কাপোৰ পিন্ধোৱা, লগ্ন কৰা, সিন্দৰা দান, চাদ্দা ধুতি লুটা, আঠ মংলা, বেহাই দেখা আদি সকলো নিয়মেই পালন কৰে ।

সন্তান জন্ম হ'লে নাভি সৰা উপলক্ষ্যে কিছুৱে ৯ দিনত, কিচুৱে ১২ দিনত ক্ষৌৰকৰ্ম কৰি 'বাৰ ৰাত্ৰি' পাতে । ২১ দিনত একৈশ বা ছটী কৰে । মৰিলে পোতা আৰু পোৰাৰ নিয়ম আছে । ৩ দিনত তিতাভাতেৰে তিলনী কৰে । মুখাগ্নি কৰা, মুণ্ড খুৰোৱা, ব্ৰত ধৰা নিয়ম আদিও পালন কৰে । কিছুৱে ১০ দিনত দহা আৰু কিছুৱে ১২ দিনত 'বাৰ পতৰী'ৰে শ্ৰাদ্ধ কৰি শুধি হয় । ছাঁহিৰ অনা নিয়মো পালন কৰে ।

এই গোষ্ঠীৰ সমাজ আৰু জ্ঞাতি-কুটুম্বৰ সকলো কামতে মুৰব্বী হিচাপে থকা বেহৰা, পড়িচা, চাটিয়া ভল্লুকীয়া আদি পদবীধাৰীয়ে গুৰি ধৰে ।

ফৈদ ভিত্তিক কৰ্ম সম্পাদন কৰাৰ বাবে এই গোষ্ঠীৰ মাজত 'পান' বা পান-তাঁতি, দশফলীয়া তাঁতি, ফুলবৰীয়া তাঁতি, বজনিয়া তাঁতি, ঘুমচৰীয়া তাঁতি, বৌদিয়া তাঁতি আদিৰো অস্তিত্ব আছে বুলি জনা যায় ।



# হাৰি

এই গোষ্ঠীৰ লোকসকল ঘাইকৈ উৰিষ্যা আৰু বংগ দেশৰপৰাই অহা। এওঁলোকে দাস, ৰায়, হাজিৰা, চহিচ, ফুলমালী আৰু হাৰি বুলিযেই পৰিচয় দিয়ে। পূৰ্বৰ ঠাইত উচ্চ কুলজ আৰু ধনী-মানী, জমিদাৰ আদিৰ বাৰী ঘৰত বিভিন্ন ধৰণৰ কাম-বন কৰি পোহ পাল গৈছিল। ঘোঁৰা, শিকোৰা, ঘোঁৰাৰ ভাল বেয়া গুণ বিচাৰ কৰা আৰু ঘোঁৰা বিষয়ৰ সকলো কামতে সংশ্ৰৱ ৰখা এওঁলোকৰ আন এটা প্ৰধান কৰ্ম আছিল বুলি জনা যায়।

পূজা-পাৰ্বনৰ ভিতৰত ধৰম পূজা, বুঢ়া-ডাংগৰীয়া পূজা, বাঘুত পূজা, টিলা পূজা, মংলা পূজা আদিয়েই প্ৰধান। কিছুৱে বৈষ্ণৱ দেৱ-দেৱীবো পূজা পাতে।

সন্তান জন্মৰ চুৱাৰ ৯ দিনত 'নৰতা' আৰু ২১ দিনত ছটী কৰি শেষ কৰে। মৰিলে পোতাৰ নিয়ম আছে। তিলনী আৰু তহা কৰি প্ৰেতকৰ্ম সমাপন কৰে। ছাঁহিৰ সোমোৱা নিয়ম কৰে। কুলীন-বামুণ আদিৰ প্ৰচলন নাই। অৱশ্যে নিজৰ গোষ্ঠীৰ পুৰোহিতে সকলো কাম কৰে।

বিবাহত দৰাই নিজ হাতে কন্যাৰ মূৰত সেন্দুৰ দিয়ে। কন্যা দেখা, বৰ দেখা, কাপোৰ পিন্ধোৱা আদি সকলো নিয়মেই প্ৰচলিত আছে।

এই জাতিৰ সৃষ্টিৰ বিষয়ে কিংবদন্তি প্ৰচলিত আছে যে - আদিম কালত 'হাৰীপ্পা' নামৰ তন্ত্ৰ-মন্ত্ৰ জনা এক সাধক-যোগী আছিল। তেওঁ যোগবলৰ প্ৰভাৱেৰে সকলো কামত অসাধ্য সাধন কৰি মহাপৰাক্ৰমী হৈছিল। ফলত কেতিয়াবা নকৰিবলগা কামো কৰিছিল। সাধকজনৰ এনে কাণ্ড কাৰখানা দেখি ব্ৰহ্মাদেৱ হেনো বিতুষ্ট হ'ল। সেয়ে তেওঁক শাস্তি প্ৰদানৰ দ্বাৰা বশ কৰাৰ উপায় চিন্তি উলিয়ালে। এই অনুসৰি ব্ৰহ্মাদেৱে হেনো এটা যজ্ঞ অনুষ্ঠান পাতে। তালৈ হাৰীপ্পাকো নিমন্ত্ৰণ কৰে। হাৰীপ্পা গৈ পোৱাৰ লগে লগে ব্ৰহ্মাদেৱে হেনো ক'লে -'হাৰীপ্পা! মোৰ এই যজ্ঞৰ কুণ্ডটোত তই সোমাই পৰিব লাগিব। যদি তই সঁচাকৈয়ে সৎ হৱ, তেনেহ'লে তোৰ নাভি নোপুৰে। যদি কেনেবাকৈ অসৎ কৰ্ম কৰিছ - তেনেহ'লে তোৰ নাভি পুৰিব। পুৰিলেই তোৰ শাস্তি গুৰুতৰ হ'ব।' ব্ৰহ্মাদেৱৰ এনে কথা শুনি হাৰীপ্পাই অহং কৰি নিজকে সৎ বুলি ভাবিলে আৰু ডাংকোপ মাৰি কুণ্ডত সোমাল। ভাগ্যৰ দোষত হাৰীপ্পাৰ গায়ে-নাভিয়ে পুৰিলে। ব্ৰহ্মাৰ মনৰ বাঞ্চা পূৰণ হোৱাত হাৰীপ্পালৈ অভিশাপ দিলে এইবুলি -'হাৰীপ্পা! তোৰ কৰ্মফল তই নিজেই ভুগিব লাগিব। মৰ্ত্যত গৈ তই 'হাৰি'ৰূপে জনম লগে। ৰজা গোবিনচন্দ্ৰৰ ঘৰত আন শূদ্ৰই কৰিব নোখোজা নিম্ন বৃত্তিৰ কামবোৰ কৰি খাই-লৈ থাকগৈ। গোবিনচন্দ্ৰ

ৰজাক শিষ্য বনালেহে তোৰ মুক্তি হ'ব ।' ব্ৰহ্মাৰ আদেশত হাৰীপ্পাই 'হাৰি' হৈ মৰ্ত্যত হেনো জনম ল'লেহি । ৰজা গোবিনচন্দ্ৰৰ মাকৰ নাম আছিল মৌনাদে । তেওঁ যোগবলেৰে পুত্ৰ গোবিনচন্দ্ৰৰ ১৬ বছৰলৈ আয়ুস থকা বুলি জানিছিল । সেয়ে ভৃত্য হ'লেও 'হাৰি'ৰ গুণৰ কথা ধৰিব পাৰিছিল । প্ৰবাদ আছে যে ৰজাই হেনো মাকৰ কথা পেলাব নোৱাৰি ভৃত্যৰ পৰাই দীক্ষা লোৱাত বহু বছৰ আয়ুস বাঢ়িছিল ।

আন এটা প্ৰবাদো শুনা যায় এই বুলি - 'হাৰীপ্পা' হেনো শিৱৰ ভক্ত হিচাপেও মহাযোগী আছিল । শিৱই হেনো তেওঁৰ একমাত্ৰ ধ্যানৰ দেৱতা । এইহেন মহাভক্তৰ প্ৰতি সদয় হৈ পাৰ্বতী মায়ে হেনো এদিন হাৰীপ্পাক ভাত খোৱাকৈ নিমন্ত্ৰণ কৰিলে । হাৰীপ্পা গৈ পোৱাত পাৰ্বতীয়ে হেনো তেওঁৰ যোগসাধনৰ শক্তি পৰীক্ষা কৰিবলৈকে এক ভুৱনমোহিনী ৰূপ ধৰি খাবলৈ দিবলৈ আহিল । কিন্তু মহাভক্ত হিচাপে হাৰীপ্পাই পাৰ্বতী আইৰ চৰণ দুখনিলৈ দৃষ্টি নিদি কাম ভাৱেৰেহে মুখলৈ চালে । ভক্ত এজনৰ এনে পাপ দৃষ্টি দেখি দেৱীৰ খং উঠিল আৰু শাস্তি স্বৰূপে মৰ্ত্যত গৈ 'হাৰি' ৰূপে জন্ম ল'বলৈ শাও দিলে । এনেদৰেই হাৰীপ্পা নিজৰ কৰ্মফলৰ বাবে 'হাৰি'ত পৰিণত হ'ল ।

চাহ বাগিচা সমূহত 'যোগী' জাতিও কিচু পৰিমাণে আছে । এওঁলোকে গোসাঁই , গন্ধৰ্ব, যোগী নাথ, বৈষ্টৱ, বৈৰাগী আদি বুলি চিনাকি দিয়ে । এই জাতৰ লোকসকল গাজীপুৰ, ৰামগড়, উদয়পুৰ, গোণ্ডা, গোৰখপুৰ, উৰিষ্যা আদিৰপৰা অহা বুলি জনা যায় + এওঁলোক সৰ্বভাৰতীয় 'যোগী' সম্প্ৰদায়ৰেই বংশধৰ ।

যোগী জাতিৰ সৃষ্টিৰ বিষয়ে কিছুমানে কয় যে মহাদেৱৰ ঔৰসত ; অপেচৰীৰ গৰ্ভত জন্মা আদি পুৰুষ 'যোগনাথ'ৰ পৰাই তেওঁলোক 'যোগী' হ'ল । কিছুমানে কয় যে শিৱৰ সাদনা বা যোগৰ বলত বাৰজন ভক্তৰ জন্ম হয় । এই বাৰজনেই যোগধৰ্ম প্ৰচাৰ কৰাত, তেওঁলোকৰ আদৰ্শত চলা সকলেই 'যোগী' হ'ল ।

এওঁলোকে নিজকে শিৱগোত্ৰীয় বুলি কয় । শিৱ বা ভৈৰৱ পূজাই এওঁলোকৰ শ্ৰেষ্ঠ পূজা । শিৱ চতুৰ্দ্দশীও ধুমধামেৰে অনুষ্ঠিত কৰে । এওঁলোকৰ সৰু-বৰ বহুতো শাখা-প্ৰশাখা থকাত বহুতে বহু ৰকমৰ পূজা-পাতল কৰে বুলিও কয় ।

এওঁলোকৰ মাজত লগুণ লোৱা প্ৰথা আছে । পুৰণি কালত ৰঙা বা গেৰুৱা বস্ত্ৰ পৰিধান কৰা, কপালত অৰ্ধ চন্দ্ৰৰ ফোঁট লোৱা, কাণৰ লতি ফুটা কৰি বিভিন্ন কুণ্ডল, অলংকাৰ আদি পিন্ধাৰ হেনো কট্‌কটীয়া নিয়ম আছিল । সেয়ে এওঁলোকক 'কাণফাটা' বুলিও কোৱা হয় ।

এওঁলোকে বামুণৰ যাগ-যজ্ঞ নামানে বুলি কয় । যোগৰ দ্বাৰা ধ্যান ধাৰণাহে শ্ৰেষ্ঠ বুলি ভাবে । ✦✦

# চামাৰ

জব্বলপুৰ,ৰায়পুৰ, ধানবাদ, বিমা, পুৰুল্যা আদি ঠাই সমূহৰ পৰাই চামাৰ জাতিৰ লোকসকল অসমলৈ আহিছে। এই জাতিৰ পুৰণি নাম চাঁৱৰ, চামাৰ বা চৰ্মকাৰ। এওঁলোক পূৰ্বৰ ঠাই সমূহত চামৰাৰ ব্যৱসায় কৰা এটা বৃত্তিয়াল জাতিৰ বংশধৰ। চামৰাৰে বিভিন্ন বাদ্য-যন্ত্ৰ আদি বনোৱাটো এই জাতিৰ লোকৰ পাৰ্গতালি সৰ্বজন স্বীকৃত।

এই জনগোষ্ঠীৰ মাজত ধুচীয়া, দোছাদ,দেচুৱাৰা, কনৌজিয়া, পন্‌জৰীতোড়, ছেত্ৰী আদি কেবাটাও শাখা আছে বুলি জনা যায়।

এই গোষ্ঠীয় সকলে নিজকে সূৰ্য বংশীয় বুলি কয় আৰু সূৰ্যক মানে। সূৰ্যৰ আন এটা নাম ৰবি। এতেকে ৰবিৰ ভক্ত হোৱা বাবেই এওঁলোকৰ আন এটা নাম 'ৰবিদাস'। মহাপুৰুষ ৰামানন্দৰ শিষ্য ৰুহিদাসৰ পৰাই এই গোষ্ঠীয় সকলে হেনো শিষ্যত্ব গ্ৰহণ কৰিছিল। এতেকে গুৰুৰ নাম চিৰস্মৰণীয় কৰি ৰাখিবৰ বাবেই এওঁলোকে নিজকে 'ৰুহিদাস' বুলিও পৰিচয় দিয়ে। সেইদৰে সত্যনাৰায়ণ ভগৱানৰ উপাসক হোৱাৰ দিন ধৰি এওঁলোক 'সৎনামী' হ'ল বুলিও কয়। প্ৰবাদ আছে যে শ্ৰীসত্যনাৰায়ণ ভগৱানে হেনো আদিগুৰু ৰুহিদাসৰ ভক্তিত সন্তুষ্ট হৈ তেওঁলৈ আগবঢ়োৱা অৰ্ঘ আদি নিজ হাতে গ্ৰহণ কৰি ভক্তৰ মনোবাঞ্চা পূৰণ কৰিছিল। সেয়েহে, এওঁলোকে সত্যনাৰায়ণৰ নাম গুণ-চৰ্চাক আগস্থান দিয়ে আৰু নিজকে 'সৎনামী' বুলি পৰিচয় দিয়ে।

এই গোষ্ঠীৰ পূজা-পাৰ্বনৰ ভিতৰত ধৰম পূজাও অন্যতম। 'কৰমীচৰ' ধৰিত্ৰীমাই, পৰমেশ্বৰ, সূৰ্য আদি দেৱ-দেৱীৰ উপাসনাও এই পূজাৰ অন্তৰ্গত কৰি লয়। পূজাত 'ঝুপাৰ' দ্বাৰা শুভাশুভৰ বিচাৰ লয়। এই পূজা এটা নিৰ্দিষ্ট সময়ৰ ব্যৱধানত মাঘ-ফাগুন মাহত পাতে। চ'ত মাহত খেনোৱে (১ম দিনৰ পৰা ৯ ম দিনলৈ ) 'ৰাম-নামি' (নৱমী) আৰু মহাবীৰ পূজা পাতে। ইয়াৰ লগতে শস্যৰ বীজৰ 'ঝাৱা' তুলি 'জাৱাৰা' উৎসৱো পালন কৰে। পূজা ভাগত ছাগলী, মুৰ্গী, গাহৰি আদি আগবঢ়াই সমাপন কৰে। ইয়াৰ উপৰিও আষাড়ী পূজা, দুৰ্গা পূজা, বিশ্বকৰ্মা পূজা, জগদ্ধাত্ৰী পূজা, দেৱালী, ফাগুৱা, শিৱ চতুৰ্দ্দশী আদিও মানে।

এই জাতিৰ মাজত নৱ-সন্তানৰ চ্যুত গুচাবলৈ ৯ দিনত শুধি সবাহ পাতিলেও এবছৰ পৰ্যন্ত চুলি ননমায়। বাৎসৰিকৰ শেষত শুভ-দিন-বাৰ চাই 'বাধায়'

অনুষ্ঠান কৰে । মৰিলে পুতি পেলায় । কিছুৱে সুবিধা অনুযায়ী পোৰেও । ব্ৰত ধৰা, মুখাগ্নি কৰা, মুণ্ড খুৰোৱা, দহা-ঘাট কৰা, ছাঁহিৰ অনা আদি সকলো নিয়মেই পালন কৰে ।

বিবাহৰ ক্ষেত্ৰত 'চান্দমাহ' বা 'পক্ষ' মানে । অৰ্থাৎ এক পক্ষত 'লগন' বান্ধিলে আনটো পক্ষত বিবাহ পাতে । মাড়ুৱা বেদীৰ প্ৰধান খুটাটোত বিভিন্ন চৰাই-চিৰিকতিৰ (বিশেষকৈ চুগা বা ভাটৌ) প্ৰতীক অংকন কৰাটোত গুৰুত্ব দিয়ে । বাল্য বিবাহৰো প্ৰচলন আছে । দৰা-কন্যাক এক কৰিবলৈ শেহলৈ 'গাওনা' নামৰ অনুষ্ঠান পাতে । জন্ম-মৰণ-বিবাহ আদিৰ সকলো কামতে, সমাজৰ মুৰব্বী হিচাপে থকা চৌধুৰী, ছড়ীদাৰ আৰু মাহত্ত্ব সকলে পুৰোহিতালি কৰে ।

এওঁলোকে কাছ, ধুন্দুলী বা কাঁইতা, চান্দী, সোণ আদিক নিজৰ গোত্ৰ বুলি কয় । কাছ গোত্ৰীয় সকলে কাছ, ধুন্দুলী গোত্ৰীয় সকলে ধুন্দুলী খোৱাৰ নিয়ম নাই । সেইদৰে সোণ আৰু চান্দী গোত্ৰীয় সকলে সেই সেই ধাতুৰ কোনো অলংকাৰ আদিও পৰিধান নকৰে । নাগফণী গোত্ৰীয় সকলে সকাম-নিকামৰ বেলিকা টিলা বা হাঁফলুলৈ পূজা এভাগ দিয়ে আৰু চাকি-বন্তি জ্বলায় । সাপ মৰা কাৰ্যৰ পৰা এওঁলোক সততে বিৰত থাকে ।

এই গোষ্ঠীৰ সমকক্ষ আন এটা প্ৰধান ভাগক ' মুচি' বা 'মুচিয়াৰ' বুলি কোৱা হয় । এওঁলোক 'ৰাম' বুলিও পৰিচিত । বিশেষ বিশেষ ক্ষেত্ৰত দুয়োটা ফৈদে স্বতন্ত্ৰীয়া হিচাপে চলে যদিও, কৰ্ম-পৰ্দ্ধতিৰ বাদে, ধৰ্মীয় উপাসনা আৰু অন্যান্য সাংস্কৃতিক কাৰ্য ক্ষেত্ৰত একেই নিয়ম পালন কৰে । চাহ বাগিচাত থকা এই ফৈদৰ লোকসকলে পূৰ্বৰ ঠাইত জোতা বনোৱা, জোতা মেৰামতি কৰা আদিৰ উপৰি বিভিন্ন বাদ্য-যন্ত্ৰ বিষয়ৰ কাম-ধাম কৰিয়েই জীৱিকা চলাইছিল ।

এই গোষ্ঠীৰ তিৰোতাই বাজু-বইঠা, হাঁসলি, চন্দ্ৰহাৰ, গড়মল, শিকলি, কাণতড়কা, সীতাপটী, পঁয়ৰী আদি বিভিন্ন অলংকাৰ পৰিধান কৰে । শাৰী পিন্ধোতে সমুখ ভাগত কোঁচ দি বাকী ডোখৰ পিঠিৰ ওপৰেদি কান্ধ পাৰ কৰি, বুকু ঢাকে । ভৰিত আলতাও ঘঁহে ।

এওঁলোকৰ পূৰ্বৰ ভাষা ভোজপুৰী ।



# ঘাঁসী

এই গোষ্ঠীৰ লোকসকল পাটনা, ছোটনাগপুৰ, হাজাৰিবাগ, সম্বলপুৰ, কালাহাণ্ডি, ডুমকা, ৰাঁচী, নোৱাগড়, ধেংকনল আদি ঠাইসমূহৰ পৰাই আহিছিল বুলি জনা যায়।

গোষ্ঠীগত প্ৰথা অনুসৰি এওঁলোক নাইক, তুমড়ীয়া নাইক, বজনিয়া নাইক, ঘাঁসী নাইক আদি কিছুমান খেলত বিভক্ত। ইয়াৰ ভিতৰত নাইক বোৰেই মান-ধৰমত ডাঙৰ। এওঁলোকে নাগ, বাঘ, ঝিংগা, ধুন্দুলী, সোনা, শালমাছ আদিক নিজৰ গোত্ৰ বুলি কয়।

গোষ্ঠীৰ পূজা হিচাপে এই জাতিয়ে ফাগুন মাহত 'সূৰুয নাৰায়ণ' বা 'ধৰম' পূজা পাতে। এই পূজাকেই এওঁলোকৰ জাতিৰ শ্ৰেষ্ঠ পূজা বুলি বিবেচনা কৰে। এওঁলোকে অনুষ্ঠিত কৰা আন আন পূজা-পাৰ্বনৰ ভিতৰত বুঢ়া ডাংগৰীয়া পূজা, গৰয়া পূজা, বড় পাহাড়ী পূজা, বাঘুত পূজা, টিলা বা উঁই হাফলু পূজা, ত্ৰিনাথ মেলা আদিয়েই প্ৰধান। বাৰীৰ ভিতৰত উঁই-হাফলু থাকিলে 'বড় পাহাৰৰ' প্ৰতীক বুলি জ্ঞান কৰে আৰু নখহায়। সকামে-নিকামে টিলাৰ প্ৰতি সম্মান জনাই চাকি-বন্তি আগ কৰে।

সামাজিক কৰ্ম-ক্ৰিয়া কৰিবলৈ নাপিতৰ প্ৰয়োজন আছে যদিও এওঁলোকে কুলীন বামুণক পুৰোহিত নলয়। পূজা-পাৰ্বন, বিবাহ আদিৰ ক্ষেত্ৰত 'মামা' সম্বন্ধীয় লোকৰ দ্বাৰা পুৰোহিতৰ কাৰ্য আদি কৰোৱায়। একে গোত্ৰত বিয়া-বাৰু নহয় যদিও মামাৰ জীয়েকক বিয়া কৰোৱাৰ পুৰণি প্ৰথা আছে। অৱশ্যে এনেদৰে বিয়া হ'লেও মামাই ভাগিনক জোঁৱাই বা জোঁৱায়েকে মামাকক শহুৰ বুলিব নোৱাৰে। পুৰণি যুগত হিন্দুৰ মাজত প্ৰচলিত থকা 'ভাগ্নীদান' প্ৰথাৰ ই ও এটা অংশ বিশেষ বুলিয়েই জনা যায়। বিবাহৰ দিনা পাঁচ গৰাকী তিৰোতা মানুহে কন্যাৰ মূৰত সেন্দুৰ দিয়ে বুলি জনা যায়।

সন্তান জন্ম হ'লে নৰতা আৰু ছটী পাতি চ্যুত গুচায়। মৰিলে দাহ নকৰে। 'তিলনী' আৰু 'ঘাট' পাতি দহা-কাজ কৰে। 'কান্ধ কঠী' নমোৱা আৰু 'ছাঁহিৰ ঢুকোৱা' নিয়ম প্ৰচলিত আছে।

বাদ্য-বাদনত এই গোষ্ঠীৰ এটা ঐতিহ্য আছে। সেয়ে জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে বিয়া-বাহৰত বাদ্য-বাদন কৰাটো এওঁলোকৰ এটা জাতিগত বৃত্তি। তিৰোতা সকলৰ কিছুৱে ধাইৰ কামো কৰে। পূৰ্বৰ ঠাই সমূহত 'ঝাড়ুৱা-ঝাড়ুৱালী'ৰ কাম-বন আদি কৰি পেটৰ ভাত মোকোলাইছিল বুলি জনা যায়। এওঁলোকৰ গৰীৱতাৰ সুযোগ লৈ ধনী-মানী, সামন্ত-জমিদাৰ আদিয়েও বংশানুক্ৰমিক ভাবে এওঁলোকক পদদলিত কৰি ভৃত্যৰ কাম কৰোৱাইছিল বুলিও জনা যায়। অকল এয়েই নহয় কুলীন সকলে এওঁলোকক অস্পৃশ্য বুলিয়েই গণ্য কৰি 'গাঁও-গ্ৰাম' পৰ্যন্ত বেলেগ কৰি ৰাখিছিল বুলিও বুঢ়াসকলে কয়। ◆◆

# ডোম

বংগ আৰু উৰিষ্যাৰ পৰাই এই গোষ্ঠীৰ লোকসকল অসমলৈ আহিছে। নিম্ন হিন্দু বুলি পৰিগণিত হোৱা এই জনগোষ্ঠীৰ লোকসকলকো পূৰ্বৰ ঠাইৰ ৰজা-মহাৰজা, জমিদাৰ-মহাজন আদিয়ে বংশানুক্রমিক হিচাপে 'দাস' কৰি ৰাখিছিল। বনুৱাৰ কাম কৰা, ঢাঁক-ঢোল বজোৱা, খেত-খামাৰ আদিত কৃষি শ্ৰমিকক কাম কৰা ইত্যাদি ধৰণৰ কাম কৰিয়েই এওঁলোকে জীৱিকা নিৰ্বাহ কৰিছিল।

এওঁলোকৰ মাজত নাগ বা কালিন্দ্ৰী, চিখইৰা, বাচফৰ বা বাল্মিকী আদি বিভিন্ন ভাগ আছে। ইয়াৰ ভিতৰত কালিন্দ্ৰীসকলে নিজকে শ্ৰেষ্ঠ বুলি কয়। ইয়াৰ কাৰণ হিচাপে বিভিন্ন জনে বিভিন্ন ব্যাখ্যা দাঙি ধৰে। কিছুৱে কয় যে শ্ৰীকৃষ্ণ ভগৱানে বিবাহ কৰা কালিন্দ্ৰী দেৱী হেনো এওঁলোকৰ কুলৰ আছিল। কালিন্দ্ৰী দেৱীৰ নামানুসৰিয়েই এওঁলোক হেনো কালিন্দ্ৰী হিচাপে জনাজাত হয়। কিছুৱে কয় যে পুৰণি কালত এই জাতিৰ আদিম সকল কোনোবা এক কালিন্দ্ৰী নদীৰ পাৰৰ বাসিন্দা আছিল। এই নদীৰ পাৰত বাস কৰা বাবেই এওঁলোক হেনো কালিন্দ্ৰী নামে জনাজাত হয়। খেনোৱে কয় কালীদহৰ কালী নাগৰ পৰাই হেনো এওঁলোকৰ উদ্ভৱ হয়। সেয়ে কালিন্দ্ৰী হিচাপে পৰিচিত হয়।

এওঁলোকে মনসা, মংলা, কালী, দুৰ্গা, টুচু আৰু কৰম পূজা পাতে। খেনোৱে গহাল পূজা বা সাঁহৰাই পূজাও অনুষ্ঠিত কৰে। বাৰীৰ ভিতৰত লাও গছৰ তলত এওঁলোকে নিজ জাতিৰ শ্ৰেষ্ঠ উপাস্য দেৱতা 'কালুগা' দেওৰ পূজা পাতে। পূজা উপলক্ষ্যে পাঠা আৰু মুৰগী আদি বলি কাটে। এই পূজা ফাগুন-চ'ত নাইবা আহিন-কাতি মাহত অনুষ্ঠিত কৰাৰ নিয়ম।

এই গোষ্ঠীৰ লোকে ষাঁড়, গৰু, শালমাছ, কাছ, ধুন্দুলী, নাগসৰ্প আদিক নিজৰ গোত্ৰ বুলি ভাবে। একে গোত্ৰত বিবাহ-সাদী হ'ব নোৱাৰে। যাৰ যেনে গোত্ৰ সেই ধৰণৰ বস্তুক ভক্ষণ নকৰে আৰু নামাৰেও।

সমাজৰ মুৰব্বীজনক 'প্ৰামানী' বুলি কয়। তেঁৱেই সকলো ধৰম-কৰম, ক্ৰিয়া কাণ্ডত আগস্থান পায় আৰু পুৰোহিতৰ কাৰ্য সমাধা কৰে। এই সমাজত নাপিতৰ প্ৰচলন আছে যদিও কুলীন বামুণৰ প্ৰচলন নাই।

মাড়ুৱা বেদীত দৰাই কন্যাক সেন্দুৰ দিলেও কিচু কিছু ঠাইত কন্যাপক্ষৰ আত্মীয় সকলেহে কন্যাক সেন্দুৰ পিন্ধায়। বিবাহোপলক্ষ্যে দৰাই পাগুৰী আৰু কন্যাই ঘুংটা লয়। এই দিনা অৰ্থাৎ বিয়া বাহৰত ছ' নাচ বা ছয় তালৰ এবিধ নাচৰ আয়োজন হয়।

জন্মৰ চ্যুত গুচাবলৈ ৭ বা ৯ দিনত ক্ষুৰাক্ষুৰি হয় আৰু ২১ দিনত ছটী কৰে। মৰিলে সাধাৰণতে পুতি পেলায়। পোতোতে উত্তৰ বা পশ্চিম মুৱাকৈহে শ'টো গাঁতত দিয়ে। অৱশ্যে পোতাই হওক বা দাহ কাৰ্যতেই হওক মজদুৰ জনগোষ্ঠীৰ প্ৰত্যেকেই এই নিয়ম মানে। অজ্ঞাতি বা দূৰ সম্বন্ধৰ লোকে পোতাৰ বেলিকা বাঁওহাতেৰে তিনি মুঠি মাটি দিয়ে। সেইদৰে দাহ কৰাৰ সময়তো বাঁওহাতেৰে দুই-এডাল খৰি জাপে। শ্মশান কাৰ্যত অনুপস্থিত থকা এজনৰ হৈও আন এজনে বাওঁহাতেৰে মাটি বা খৰি দিয়া প্ৰথা প্ৰায় সকলো জাতিৰ মাজতেই আছে। গাঁত খানোতে বা চিতাগ্নি সঁজাওতে, তিনি, পাঁচ বা সাতজনৰ মাজতেই এনে কাৰ্য শেষ কৰা নিয়ম। সেইদৰে পোতোতে বা অগ্নিত দিওঁতে তিনি, পাঁচ বা সাত বাৰ ওলোটামুখীকৈ ঘূৰায়। পোতোতে গাঁতৰ ভেটী ওখ হ'লে মৃতকৰ আয়ুস আছিল বুলি বিশ্বাস কৰে।

দুদিনৰ দিনা এই গোষ্ঠীৰ সমাজত 'দুধমহী' পাতে আৰু দুই বা ততোধিক আলিৰ সংগমস্থল নাইবা শ্মশানলৈ নিয়াৰ পথৰ দাঁতিত এইদিনৰ পৰাই মৃতকৰ নামত আহাৰ-পানী যোগায়। এই কাৰ্য 'ঘাট' নকৰা পৰ্যন্ত চলে। দহ দিনৰ দিনা 'ঘাট' পাতে আৰু 'ছাঁহিৰ' আনে।

বংগ আৰু উৰিষ্যাৰ পৰা অহা 'ডগুাসী' নামৰ লোকগোষ্ঠীৰো সকলো আচাৰ-বিচাৰ ডোম গোষ্ঠীৰ লগত মিলে। সেয়ে ডগুাসী সকলক এই গোষ্ঠীৰ সমতুল্য বুলি কোৱা হয়। 'পাইদী' সকলকো এই গোষ্ঠীৰ সমকক্ষ আন এটা জতি বুলি গণ্য কৰা হয়।



# কমাৰ

কমাৰসকল কৰ্মকাৰ, লোহাৰ বা লহৰা নামেও জনাজাত । দা-কটাৰী, নাঙলৰ ফাল, কাঁচি আৰু বিভিন্ন ধৰণৰ অস্ত্ৰ-শস্ত্ৰ আদি বনোৱা এটা বৃত্তিয়াল জাতি । পূৰ্বৰ ঠাই সমূহত লোহা ঢালাইৰ কাম আদিতো এই জাতিৰ পটুতা আছিল বুলি জনা যায় । পুৰুল্যা, ঝইলদা, বাঘমুড়, ডুমকা, লোহাৰ দাগী, হাজাৰিবাগ, ৰাঁচী, নাগপুৰ আদি সৰু-বৰ ঠাই সমূহেই কমাৰ জাতিৰ আদি বাসস্থান বুলি জনা যায় ।

এই জাতিৰ আটাইতকৈ ডাঙৰ ফৈদটোক 'সৎ কমাৰ' বুলি কয় । এই কমাৰে লোহাৰ কাম নকৰে । এওঁবিলাকে বিভিন্ন গহনা আদি বনোৱাকেই বৃত্তি কৰি লৈছিল । 'সৎ কমাৰে' আন কমাৰ বা লোহাৰৰ কন্যা আনিব পাৰে যদিও এই কুলৰ কন্যাক তেওঁলোকলৈ নিদিয়ে । 'নাড়ী কমাৰ' সকলক গোষ্ঠীৰ ভিতৰত নিম্ন বুলি ধৰে । এই ফৈদৰ মাইকী মানুহে ধাইৰ কাম আদি কৰে । খোৱা-বোৱা, থকা-মেলা আদি বিভিন্ন আচাৰ-বিচাৰত, এওঁলোকৰ ওপৰত আদিম যুগৰ প্ৰভাৱ আছে । 'তামাৰিয়া কমাৰ' সকলে তামৰ কাম-কাজ কৰে ।

এই জাতিৰ মাজত কিছুমান গোত্ৰও আছে । ইয়াৰে কাঁইথা বা ধুন্দুলী গোত্ৰীয় সকলে ধুন্দুলী নাখায় । পুৰণা নিয়মমতে এই গছৰ সন্মুখীন হ'ব লগা অৱস্থাত মূৰত কাঁপোৰ লোৱা প্ৰথা আছিল । 'কাছুৱা' গোত্ৰীয় সকলে কাছ নাখায় । কেনেবাকৈ জাল বা পলত পৰিলেও তাক ধৰি আনি, তেল-সেন্দুৰ আদি ঘঁহি পানীত এৰি দিয়া আৰু পাঁচজন জ্ঞাতিক মাতি পৰাচিত হোৱাটো এই জাতিৰ আন এটা পুৰণা নিয়ম আছিল । 'লেহ্দী' বা জেতুকা গোত্ৰীয় সকলে জেতুকা গছ চোৱা-মেলা কৰাৰ নিয়ম নাই । সেইদৰে 'বড়ুৱাৰ' নামৰ চৰাই গোত্ৰীয় সকলে সেইবিধ চৰাই নামাৰে আৰু নাখায় । 'সোণ-তিৰ্কী' সকলে সোণৰ অলংকাৰ নিপিন্ধে । 'চন-মঘই' সকলে মৰাপাট বা চন সূতাৰ দ্বাৰা সেন্দুৰ দান নকৰে । ইয়াৰ ওপৰিও এওঁলোকৰ মাজত নাগ, ষাঁড়গৰু আদি গোত্ৰও আছে ।

অঞ্চলভেদে বা গোত্ৰ ভেদে পূজা-পাৰ্বন আদিত কিছু বঢ়া-টুটা বা ছাড়া-ছাড়ি থাকিলেও সাধাৰণতে এই জাতিৰ লোকসকলে দুৰ্গা পূজা, ধৰম বা সূৰ্যাহী পূজা, বাঘুত পূজা, বড় পাহাড়ী পূজা, সাঁহৰাই পৰব, সড়ক পূজা, কৰম পূজা আৰু ভাটী পূজাকেই প্ৰধান বুলি গণ্য কৰে । ইয়াৰ ভিতৰত দুৰ্গা পূজাই কুলশ্ৰেষ্ঠ পূজা হিচাপে আগস্থান পায় । এই পূজা বৰবলিৰ দিনা অনুষ্ঠিত কৰে । বাহিৰৰ থান বেদীত স্থাপন কৰা পাঁচটা মৃত্তিকাৰ টিপ্, পাঁচজন দেৱ-দেৱীৰ বুলি কয় । প্ৰথম টিপৰ থানটো উপাস্য দেৱী দুৰ্গাৰ, দ্বিতীয় টিপৰ থানটো 'লুগুবাবাৰ', তৃতীয়টো

# জলহা

এই সম্প্ৰদায়টো ইছলাম্ ধৰ্মী। পূৰ্বৰ ঠাইত মুখ্যতঃ কাপোৰ বোৱা আৰু জাল বোৱা কাম-বন আদি কৰিয়েই জীৱিকা অৰ্জন কৰিছিল বুলি জনা যায়। এওঁলোকক জোলা বা জলহা বুলি কোৱা হয় যদিও নাম-ধাম, বংশ-পৰিচয় আদি ক'তো জলহা বা জোলাৰ প্ৰয়োগ দেখা নাযায়। অৱশ্যে শিক্ষিত সকলৰ বুহুতেই এনে পৰিচয়ৰ পৰিবৰ্তন্মে বিচাৰে।

জনম, মৰণ, বিবাহ আৰু আন আন সাংস্কৃতিক কাম-কাজৰ প্ৰতিটো ক্ষেত্ৰতে ইছলামীয় পদ্ধতি মানি-চলাত আন থলুৱা মুছলমানৰ লগত কোনো ধৰণৰ ভেদ-বিসংগতিও দেখা নাযায়।

এই সম্প্ৰদায়ভুক্ত লোক গোষ্ঠীৰ পূৰ্বজসকল বিহাৰৰ বিভিন্ন ঠাইৰ পৰা আহিছিল বুলি জনা যায়। এওঁলোকৰ ঘৰুৱা মাত-কথা আদিত কিছু পৰিমাণে ভোজপুৰী ভাষাৰ প্ৰভাৱ থকা যেন পৰিলক্ষিত হয়।



# পৰিশিষ্ট

(ক) 'ঝুপা' - 'ঝুপা' উঠা বা 'চাটিয়া' উঠাক থলুৱা অসমীয়া ভাষাত দেওধনী বোলে । কোনো দেৱ-দেৱী বা দেও-ভূতৰ পূজা-অৰ্চনা কৰোঁতে পূজাভাগৰ কৰম-ধৰম ভালে-কুশলে হ'ল নে নাই বা যিসকলে এনে পূজাৰ আয়োজন কৰিছে তেনেসকলৰ কিবা ত্ৰুটী আদি হৈছে নেকি নাইবা এনে পূজা পাতি তেওঁলোকে কেনে ধৰণৰ বিপদ-আপদ অতিক্ৰম কৰিব পাৰিলে বা পাৰিব ইত্যাদি ধৰণৰ প্ৰশ্ন আদি সোধ-পোছ কৰি জানি লোৱা হয় । গাত দেও লম্ভা পূজাৰীজনৰ পৰাই পূজাৰ আচল সময় আৰু বলি বিধান আদিৰ কথাও জানি লয় । যিজনৰ গাত দেও লম্ভে (এওঁ ব্ৰতে-উপবাসে, প্ৰথম অৱস্থাত পূজাৰ বেদীৰ সমুখত ধ্যান কৰে ) । তেওঁ গান-বাজনা আৰু প্ৰাৰ্থনা গীতৰ তালে তালে কিছু সময় এক ভয় লগা ধৰণৰ নাচ নাচে । দেও লম্ভাৰ ইংগিত দিবলৈ কিছুৱে গজালৰ আগ বিলাক জোঙালি লোৱা কাঠৰ 'গজাল পীৰা' নামৰ আসনত বহে । কিছুৱে জুইৰ জ্বলন্ত আঙঠাও সোপাসোপে মুখত ভৰায় । কিছুৱে হাতত দিয়া লাঠী বা বেতেৰে নিজৰ শৰীৰত বহু সময় ধৰি কোবায় ।

ঝুপা নচা এনে পাণ্ডাজনক কিছুমান নীতি-নিয়ম আদিৰ পৰীক্ষাৰ জৰিয়তেহে বাছি লয় ।

(খ) শ্মশান কাৰ্য- মৃতকক মাটি দিয়া বা চিতাত তোলাৰ আগেয়ে বাওঁ পাকে অৰ্থাৎ ওলোটাফালে তিনি, পাঁচ বা সাত পাক ঘূৰায় । মূৰৰ শিতানটো উত্তৰ নাইবা পশ্চিম ফালে দিয়ে । এনে সময়ত মুখাগ্নি কৰে । অজাতিৰ লোকে সাধাৰণতে বাওঁহাতেৰে একোমুঠি মাটি দিয়ে বা একোডাল খৰি জাপে । শ্মশানলৈ শ' কঢ়িয়াই নিওঁতে সৰিয়হ, ধান, মাহ আদি ছটিয়াই যায় । তামৰ পইচা আগ কৰি মাটিও কিনে ।

(গ) ঘাট উঠা - পানীৰ ঘাটত পুৰোহিতৰ দ্বাৰা যাবতীয় কৰম-ধৰম কৰি মৃতকৰ পুত্ৰ বা তেনে সম্বন্ধীয় লোকে মুণ্ডণ আদি কাৰ্যৰ শেষত স্নান কৰে । স্নান কৰাৰ অন্তত মূৰত পানী এঘটী লৈ পানীৰ মাজতেই থিয় দিয়ে । এনে সময়ত জ্ঞাতি-কুটুমে সি সকলৰ কান্ধত মৃতকলৈ অনা একোডোখৰ মাৰ্কিন কাপোৰ তুলি দিয়ে । ভিনীহি সম্বন্ধীয় লোকে, শেষত তেওঁলোকক হাতত ধৰি পাৰলৈ তোলে । ঘাটৰপৰা উঠাই অনা বাবেই সাধাৰণতে ঘাট কৰা বা ঘাটে উঠা বুলি কয় । ঘৰলৈ উভটি যোৱাৰ পথত কিছুৱে ৩ বাৰকৈ হৰিধ্বনি দি যায় ।

(ঘ) ছাঁহিৰ অনা - মানুহ মৰিলে আত্মাবোৰে হেনো কিছুদিন অনাই-বনাই দেও-ভূত হৈ ঘূৰি ফুৰে। বহুজনে খোৱা-বোৱাকে আদি কৰি বহু ধৰণৰ আশা-আকাংক্ষা তথা মৰম-চেনেহ পাহৰিব নোৱাৰি নিজৰেই পুৰণা গৃহত হেনো বসবাস কৰিবলৈ বিচাৰে। সেয়েহে কিছুৱে ৩ দিনত 'তিলনী' আৰু কিছুৱে ২ দিনত 'দুধমহী' পাতি মৃতকলৈ বুলি আদবাটত ভাত-পানী আদিৰ যোগাৰ দিয়ে। ঘাটৰ দিনা বিযুৰীয়া সংখ্যাৰ কিছু লোক গৈ ভাত-পানী যোগাৰ দি মৃতকৰ নাম ধৰি ৩বাৰ মাতে। শেষত লোহা বজাই, বাটী বজাই, বা মুৰ্গী ঠেং আদি বজাই ঘৰলৈ ওলটে। বিশ্বাস আছে যে এনে অনুষ্ঠান পালন কৰিলে মৃতকৰ আত্মাটো যোগানকাৰীহঁতৰ পাছে পাছে আহে। এই আত্মাক স্থিতি লবৰ বাবে ঘৰৰ ভিতৰ থানত মাটিৰ একোটা টিপ বনাই দিয়ে আৰু সকামে-নিকামে, পূজাই-পৰবে, শুভকৰ্মত বিভিন্ন পূজাৰ্ঘ আগবঢ়ায়। কুলীনসকলে পতা শ্ৰাদ্ধ বা বাৎসৰিক কৰ্মৰ ই এটা আদিম ৰূপ বুলি ক'ব পাৰি।

(ঙ) ছটী বা একৈশা ঃ সন্তান জন্ম হ'লে সাধাৰণতে ৯ দিনতেই কেঁচুৱা আৰু প্ৰসূতিক গা-পা ধুৱায় আৰু জ্ঞাতি-কুটুম্ব আহি নখ-দাড়ি কাটে। ইয়াক 'ন দিনীয়া' বুলিও কয়। এই কাৰ্য পাৰ হ'লে অৰ্থাৎ ২১ দিনত গৃহস্থৰ ফালৰপৰা কিছু খোৱা-পিয়াৰ যোগাৰ কৰে। জ্ঞাতি-কুটুম আহি এইদিনা কেঁচুৱা বা মাতৃ গৰাকীক বস্ত্ৰাদি উপহাৰ দিয়ে। 'নদিনীয়া'তো এনে বস্ত্ৰ আদি উপহাৰ দিয়াত বাধা নাই। ২১ দিনৰ অনুষ্ঠান বাবেই 'একৈশা' বুলিও কয়। কিছু কিছু লোকে কেঁচুৱাৰ মূৰত তেল দি আশীৰ্বাদ জনায়, কিছুৱে কেঁচুৱাক দোলনাৰে দোলায়। এইদিনাৰ ভোজন প্ৰায়লোকৰেই আমিষ হয়।

(চ) মাঁড়ুৱা ঃ বিবাহ উপলক্ষ্যে চোতালত চাৰি কোণীয়াকৈ মাটিৰ বেদী বন্ধা হয়। এই বেদী বনাবৰ বাবে একাধিক ধৰ্ম মন্দিৰৰ পৰা (বা চৌহদৰ) পূজা-সেৱা কৰি কিছু পৰিমাণৰ মাটি কিনি আনে। সেই মাটিৰ লগত আন মাটি মিহলাই বেদী বনায়। মাজত এটা মূল খুটা দিয়ে। এই বেদীত চাউল গুৰি, সেন্দুৰ আদিৰ বিভিন্ন ধৰণৰ ফোঁট আদি দিয়ে। এয়ে চ'খ পোৰা বুলি কয়। এই বেদীৰ চাৰিওফালে ঘূৰণীয়াই হওক বা চাৰি কোণীয়াই হওক বাঁহৰ খুটা বা কলগছ পুতি চাঙৰ দৰে বনায় আৰু তাৰ ওপৰত পবিত্ৰ বুলি ভবা বৰ, পিপড়, আম, জাম, বেল আদি গছৰ ডাল-পাত তুলি দিয়ে। মৃত্তিকা বেদীৰ কেওকাষে কেঁচা কলহ বহুৱাই দি তাৰ মুখত বিভিন্ন মুখীয়া বন্তি প্ৰজ্বলন কৰে। আশ্ৰম যেন লগা এই গোটেইখিনি কামকে সাধাৰণতে 'মাঁড়ুৱা' বুলি কয়। ধৰম স্থান যেন হৈ পৰা মাঁড়ুৱা বেদীৰ মাটিবোৰ আঠমঙলাৰ কিছুদিন পাছত এটা শুভদিনত আঁতৰ কৰে।

**(ছ) নাটুৱা নাচ ঃ** বিয়া-বাৰুত হোৱা এই নাচক জমিদাৰ নাচ বা পাঁখ খেলা বুলিও কয়। যিজনে এই নৃত্যত ভাগ লয় তেওঁ ভাওনাৰ দৰে সাজ-সজ্জা কৰি (কিছুৱে দলগতভাৱে সাজ-সজ্জা কৰে) হাতত ঢাল-তৰোৱাল, যঠী-জোং আদি লৈ বাজনাৰ তালে তালে নাচে। বৰ-কন্যাৰ দুয়ো পক্ষতেই নাটুৱা থাকিব পাৰে। কন্যা ঘৰৰ সমুখত দুয়ো নাটুৱাৰ নাচ বিষয়ক প্ৰতিযোগিতা চলে। শেষত হৰা-জিকা হ'লেও মধ্যস্থতাকাৰীৰ জৰিয়তে মিট-মাট হয়। থলুৱা অসমীয়া সমাজতো ঢুলীয়াৰ মাজত প্ৰতিযোগিতা হোৱা দেখা যায়। নাটুৱা নাচে প্ৰকৃততে পূৰ্বকালত কন্যাৰ বাবে সংঘটিত হোৱা যুদ্ধ-বিগ্ৰহ, কাজিয়া-পেচাল আদিৰ প্ৰতীক ৰূপ বহন কৰে বুলি কোৱা হয়। এই নাচ অৱশ্যে উপযুক্ত শিল্পীৰ অভাৱত দিনে দিনে টুটি অহা যেন দেখা গৈছে।

কিছু কিছু সমাজত, বৰপক্ষই কন্যাক ভিতৰৰ পৰা দাণ্ডি আনি মাঁড়ুৱা বেদীত বহুৱাব লাগে। এনে সময়ত ভিতৰত লুকাই থকা মাইকী মানুহে বৰপক্ষৰ কেইজনমানক মাৰ-কিল কৰি থকা-সৰকা কৰে। বিবাহৰ শেষত ভিনীহিয়েকে খুলশালীয়েকলৈ চুৰিয়া যাচোঁতে বহুতে বহু ৰকমৰ চুৰ্চুৰীয়া কাজিয়া-ধেমালি কৰে। বিয়াৰ শেষত বৰ-কন্যাৰ পিতৃ-মাতৃ সকলৰ মাজতো 'বিয়ৈ-দেখা' বা 'সমদী-ভেট' অনুষ্ঠান পাতে। এই আটাইখিনিয়েই পূৰ্বৰ ৰণ-বিগ্ৰহৰ কথা আৰু শেষত চুক্তি বা সন্ধিত উপনীত হোৱা ঘটনাৰহে ইংগিত বহন কৰে বুলি ধৰা হয়।

**(জ) গুৰুমুখ ঃ** হিন্দু ধৰ্মত শৰণ-ভজন লোৱাৰ প্ৰথা আছে। বংগ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ আদিৰ বামুণ সকলে চাহ-বাগিচা সমূহলৈ অহা-যোৱা কৰি, এই প্ৰথাত বিশ্বাসী লোকক শৰণ-ভজন দিয়াটো অব্যাহত ৰাখিছে। অৱশ্যে চেলা বনাওঁতে এওঁলোকে বয়সৰ সীমা -ৰেখাও মনা দেখা নাযায়। অকালপক্ক কিশোৰ-কিশোৰীকে আদি কৰি ডেকা-চেমনীয়া, বৃদ্ধ-বৃদ্ধাকো এওঁলোকে চেলা বনাই কাণত 'শিৱ-মন্ত্ৰ' ফুঁকে। এনে কৰাৰ শেষত দৈনন্দিন জীৱনত মানি চলিবলৈ দুই-চাৰিটা উপদেশ দিয়ে। ব্ৰহ্ম মন্ত্ৰ বা গায়ত্ৰী মন্ত্ৰ দানত বাধা আছে বুলিও কয়। এনেদৰে শিষ্য হোৱাৰ ফলত 'গুৰুবাপ' সকলক চেলাহঁতে দক্ষিণা আৰু বাৎসৰিক কৰ আদি (যেনে- কাপোৰ-কানি, ছাতি-লাঠী, গো-দান, অন্নদান, সোণদান, ৰূপদান আদি কৰি আন আন দান বা তাৰ মূল্য) আদায় দিব লাগে। ইয়াকেই চাহ মজদুৰ সমাজত কিছুৱে 'গুৰুমুখ' প্ৰথা বুলি কয়। বিশ্বাস আছে - গুৰুমুখ নহ'লে কোনেও হেনো পূণ্য সঞ্চয় কৰিব নোৱাৰে। সাম্প্ৰতিক কালত কিছু কিছুৱে সত্ৰ আদিতো দীক্ষা লোৱা পৰিলক্ষিত হৈছে। কৰ সংগ্ৰহ কৰিবলৈ আহোঁতে 'গুৰুবাপ' সকলে

প্ৰায় প্ৰতিজন চেলাৰ ঘৰত 'ভেৰা বন্ধে' আৰু গাঁও আদিও ফুৰে ।

**(ঝ) ছুঁড়া আৰু মাড়ালী ঃ** কুলীন গোষ্ঠীয় সকলে পুৱা বেলা চৌকাত জুই দিয়াৰ আগতে ঘৰৰ কেওকাষে গৰু গোবৰ গুলি লৈহে ঝাড়ু -ঝাপ্ টা দিয়ে । ইয়াক থোৰতে ছুঁড়া দিয়া বুলি কয় । হিন্দুৰ দৰ্শনমতে গোবৰৰ পৱিত্ৰতাই সকলোকে পৱিত্ৰ কৰে বুলি বিশ্বাস থকাতেই এনে নিয়ম কৰে । ইয়াৰ পাছতেই ঘৰৰ প্ৰতিটো দুৱাৰ মুখত, গোহালীৰ মুখত, ভঁৰালৰ মুখত, চোতালত আৰু তুলসী থানকে আদি কৰি বিভিন্ন থানত গোবৰ-মাটি মিহলাই ঘূৰণীয়াকৈ একোটা লেপন দিয়ে । থোৰতে ইয়াকেই মাড়ালী দিয়া বুলি কয় । সমগ্ৰ বাহিৰ ঘৰ লেপন কৰাৰ ইও এটা ইংগিত বুলিয়েই গণ্য কৰা হয় । কিছুৱে দিনে প্ৰতি ছুঁড়া দিলেও সপ্তাহত এবাৰ অৰ্থাৎ বৃহস্পতি বাৰেহে গোবৰৰ পৰিবৰ্তে চাউল গুৰিৰে বগা ৰঙৰ 'মাড়ালী' বা আল্পনা দিয়ে ।

**(ঞ) আড়কাঠিয়া-গিৰমিটীয়া ঃ** ভাৰতৰ বিভিন্ন ঠাইৰ লোক সকলক অসমৰ চাহ বাগিচা সমূহলৈ অনাৰ বেলিকা বৃটিছবোৰে দুটা পদ্ধতি প্ৰয়োগ কৰিছিল । আড়কাঠিয়া বা দেশী দালালৰ যোগে আৰু 'গিৰ্মিট্' বুলি খ্যাত 'এগ্ৰিমেন্ট' বা চুক্তিৰ যোগে । সাধু সাধু যেন লগাগৈ কোৱা শুনা যায়, চাহ কোম্পানীবোৰৰ পৰা মোটা মোটা অংকৰ ধনৰ টোপোলা একোটা লৈ 'আড়কাঠিয়া'বোৰে হেনো বনুৱাৰ ঠাই সমূহলৈ গৈ প্ৰচাৰ কৰিছিল - অসমৰ মাটিত কোৰ মাৰিলেই ধন-পইচা ওলায়, চাহ গছৰ গুৰিবোৰ খুচৰি দিলেই ধন-পইচা পায়, এদিন কাম কৰিলেই দুসপ্তাহৰ হাজিৰা দিয়ে ইত্যাদি । ইয়াৰ উপৰিও গ্ৰামীন জমিদাৰ তথা ধনী শ্ৰেণীৰ লোকসকলক বহুতো ধৰণে টকা-পইচা দি বনুৱা সংগ্ৰহৰ অভিযান চলাইছিল । আড়কাঠি সকলৰ এনে লোভনীয় ফুচুলনিত বনুৱা সকলেও ৰক্তপিপাসু জমিদাৰৰ কঠোৰ নিৰ্যাতনৰ পৰা নিস্তাৰ পাবলৈ, বিধবায়ো বৈধব্যৰ জ্বালা-যন্ত্ৰণা পাহৰিবলৈ মন থিৰ কৰে । অসমলৈ আহি এটি সুখী জীৱন গঢ়ি তুলিবলৈ তেওঁলোকে যেনেদৰে কল্পনা কৰিছিল তাৰেই ইংগিত বহন কৰা দুটি কৰমা গীত এনে ধৰণৰ ঃ

(১) চল মিনি আসাম যাব
দেশে বড় দুখ ৰে
আসাম দেশে ৰে মিনি
গাছেৰ ওপৰ টাকাৰে ॥

(২) আম ফলে থঁপা থঁপা-
তেতুঁল ফলে বাঁকাৰে -
পূৰব দেশে চলে যাব -

বাঁড়ীৰ হাতে শাঁখা ৰে - ॥

শেহলৈ গিৰ্ মিট বুলি খ্যাত 'এগ্রিমেন্ট' বা 'চুক্তি'ৰ দ্বাৰায়ো বিশেষ ধৰণৰ বোনাছ একোটা দি, চৰকাৰী পৰ্যায়ত ছমাহ বা তিনিবছৰৰ বাবে বনুৱাসকলক অসমলৈ অনা হৈছিল। এই প্ৰথাৰে অহা এভাগ বনুৱা পূৰ্বৰ ঠাই সমূহলৈ (নিৰ্দিষ্ট চুক্তিৰ ম্যাদৰ অন্তত) উভটি গ'লগৈ যদিও আন ভাগে অসমতেই নিগাজীকৈ বসবাস কৰিবলৈ ল'লে। মুঠ কথাত বনুৱা সকলৰ আমদানি হৈছিল ঘাইকৈ অৰ্থনৈতিক কাৰণতহে - আন কোনো ধৰণৰ লিপ্সাৰ বাবে নহয়।

**(ট) ভাষা-সংস্কৃতি আদি ঃ** চাহ বাগিচাত প্ৰত্যেক গোষ্ঠীৰ মাজত পূৰ্বৰ ঠাইৰ ভিন্ ভিন্ ভাষা বা দোৱান আদিৰ প্ৰভাৱ মাৰ যোৱা নাই। সৌ তাহানিৰ পৰা এওঁলোকে একেলগে একেঠাইতে বসবাস কৰিব লগা হোৱাৰ ফলত হিন্দী-বাঙালী-উৰিয়া-অসমীয়া আৰু আন আন দোৱান আদিৰ প্ৰভাৱত এক মিশ্ৰিত ভাষাৰ জন্ম দিলে। এয়েই চাহ মজদুৰৰ মাজত কথিত বাগানীয়া ভাষা। এই বাগানীয়া বা চাহনীয়া ভাষাৰো ঠাই বা অঞ্চলভেদে কিছু তাৰতম্য আছে। সেয়ে ভাষাৰ সংগতি তথা মনৰ বুজ-বাজ ল'বলৈ অহাৰ সময়ত এওঁলোকে সংযোগী ভাষা হিচপে অসমীয়াকেই ব্যৱহাৰ কৰে। নিৰক্ষৰ মজদুৰৰ মুখত এনেদৰে ব্যৱহৃত অসমীয়া ভাষাই অপভ্ৰংশিক হিচাপে 'বাগানিয়া অসমীয়া'ৰ ৰূপ লোৱাও পৰিলক্ষিত হৈছে। অৱশ্যে শিক্ষিত বুলি অভিহিত হোৱা সকলে সাধু অসমীয়া ভাষাকেই কেৱল মাতৃভাষা হিচাপে গ্ৰহণ কৰা নাই - বৰঞ্চ থলুৱা অসমীয়া ভাষাৰ স্থায়িত্ব আৰু উৎসৱ-পাৰ্বনকে আদি কৰি আন আন সাংস্কৃতিক কৰ্ম-কাণ্ড দৈনন্দিন ৰীতি-নীতি, আচাৰ-বিচাৰ, চিন্তা-ভাবনা আদিৰ পৰিসৰ বৃদ্ধিৰ বিভিন্ন ক্ষেত্ৰতো একীভূত হোৱাৰ চেষ্টা কৰি বিশেষ ধৰণে অৰিহণা যোগোৱাত আগভাগ লৈছে। এক কথাত ক'বলৈ গ'লে 'চাহ বাগিচাৰ বনুৱা - অসম দেশৰ ৰণুৱা' হোৱাৰ পথত আগবঢ়াৰ সংকল্প লৈছে।

## চাহ জনজাতিৰ মাজত ব্যৱহৃত হোৱা কথিত শব্দৰ

## অসমীয়া ভাঙনি

| কথিত শব্দ | অসমীয়া ভাঙনি |
|---|---|
| ছটি | নৱজাত শিশুৰ সুচি কৰা অনুষ্ঠান। |
| নৰতা | ঐ |
| ছাঁহিৰ | ছাঁ। |
| ঝুপা | দেওধনি উঠা ব্যক্তিৰ তেনে অৱস্থাৰ কাৰ্যকলাপ। |
| চাটিয়া | দেওধনি ব্যক্তিজন। |
| জাৱা বা ঝাৱা | মাটিমাহ, বুটমাহ আদি একেলগে তিয়াই ওলাবলৈ দিয়া গাজ। |
| ঘুংটা | ওৰণি। |
| মাড়ুৱা | বিবাহ মণ্ডপ। |
| বাঁসী | বাঁহি। |
| চুমান | আৰতি সহ আদৰণি জনোৱা। |
| বক্ সিস্ | বঁটা বা পুৰস্কাৰ |
| কাটুল মুৰগী | কণী পৰাৰ আগক অৱস্থাৰ মাইকী মুৰগী। |
| সাঁ ড়া মুৰগী | মতা মুৰগী। |
| খদা | টাটু। |
| ঝাণ্ডা | পতাকা, নিচান, ধ্বজা। |
| সিন্দ্ৰাদান | দৰাই কন্যাৰ শিৰত (সেঁও তাৰ মাজত) সেন্দুৰ ঘঁহি গ্ৰহণ কৰা কাৰ্য। |
| মৌড় | মুকুট। |
| দেহৰী | দুবাৰদলি। |
| পুই | পূৰৈ শাক। |
| পণ দিয়া | কন্যাপক্ষক দৰা পক্ষই নগদ ধন দিয়া। |
| সাংগা বা কাড়ুৱা | আনুষ্ঠানিক ভাবে বিয়া নাপাতি সমাজৰ মুৰব্বী সকলক সাক্ষী কৰি কন্যা ঘৰলৈ অনা |

| | |
|---|---|
| ঘাটৰ দিনা | মৃতকৰ সকামৰ দিনা। |
| বখাৰ | স্বৰ। |
| মৰ্জি | ইচ্ছা। |
| দুধমাহী | গাখীৰেৰে সিজাই ৰন্ধা মৃতকৰ নামত ব্ৰতধাৰীয়ে নিৰ্জন ঠাইত থৈ অহা ভাত। |
| খাড়াশাগ | মৰিছা শাক। |
| ঘুমৰীয়া | বিয়াৰ গুৰি ধৰোতা কন্যা পক্ষীয় মুৰব্বীসকলৰ এটি গোট। |
| আগুৱাদাৰ | বিবাহ বন্দোবস্তিত আগভাগ লোৱা লোক |
| টাংগিয়া | কুঠাৰ |
| ফাৰচা | পৰশু কুঠাৰ। |
| বানঝা -বানঝি | নিঃসন্তান মতা-তিৰোতা। |
| 'কাপড়া | কাপোৰ। |
| বুনা | বোৱা। |
| গহাল | গোহালি |
| খেত খামাৰ | কৃষি কৰ্ম। |
| ছড়িদাৰ | সমাজৰ এজন মুৰব্বী লোক। |
| হাঁড়ৱা | খৰিছা। |
| তেল মাখানি | তৈল মৰ্দন। (বিবাহৰ আগৰ পৰা দৰা-কন্যাক) |
| মুখজুঠাৰি | অন্ন-প্ৰাশন। |
| পিপড় গাছ | আঁহত গছ। |
| খুৰাখু ৰি | ক্ষৌৰ কৰ্ম। |
| ঝাড়ু | বাঢ়নি। |
| নিচাপানী | সুৰা বা মদ। |
| কড়ৰা | কঁহুৱা পাতেৰে বনোৱা এবিধ চাবুক। |



# চাহ্ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য-সম্ভাৰৰ প্ৰসংগত একাষাৰ

'চাহ্ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ' ১৯৮৮ চনতেই ছপাশাললৈ প্ৰেৰণ কৰা হৈছিল । গ্ৰন্থখনৰ কেইফৰ্মামান ছপা হৈ থকা সময়তে গ্ৰন্থখন অনুষ্ঠানিকভাৱে বিগত ডুমডুমা অধিবেশনত উন্মোচন কৰা হয় । অনিবাৰ্য কাৰণত গ্ৰন্থখন পঢ়ুৱৈ সমাজলৈ আগবঢ়াই দিয়াত যথেষ্ট বিলম্ব হয় । আমি সভাৰ প্ৰধান সম্পাদকৰ দায়িত্বভাৰ গ্ৰহণ কৰাৰ পাছত গ্ৰন্থখন ছপোৱাৰ কাম সম্পূৰ্ণ কৰি পলমকৈ হ'লেও গ্ৰন্থখন পঢ়ুৱৈৰ হাতত তুলি দিবলৈ পাই আনন্দিত হৈছোঁ । যিহেতুকে গ্ৰন্থখন ডুমডুমা অধিৱেশনত আনুষ্ঠানিকভাৱে উন্মোচন কৰা হৈছিল, সেয়ে ইতিপূৰ্বে যিভাৱে পাণ্ডুলিপিটি ছপাশালত দিয়া হৈছিল সেইভাগেই ছপাৰ কাম সম্পূৰ্ণ কৰা হৈছে । সেয়ে, সভাৰ মাননীয় সভাপতি শ্ৰীযুত নবকান্ত বৰুৱাদেৱৰ পৰামৰ্শ অনুসৰি সভাৰ বৰ্তমানৰ প্ৰধান সম্পাদক হিচাপে সদাশয় পঢ়ুৱৈ ৰাইজক উক্ত কথাখিনি জ্ঞাত কৰা হ'ল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে, সভাৰ মাননীয় সভাপতি শ্ৰীযুত বৰুৱাদেৱ আৰু শ্ৰীযুত গৌতম প্ৰসাদ বৰুৱাৰ মাজত হোৱা আলোচনা মৰ্মে মেক্‌লাওড ৰাছেল (ইণ্ডিয়া) লিমিটেডে গ্ৰন্থখন ছপাবৰ বাবে সমুদায় ধন আগবঢ়াইছে । এই ছেগতে উক্ত প্ৰতিষ্ঠানৰ সুধীসকল ক্ৰমে শ্ৰদ্ধেয় মমতাজ আহমেদ, শ্ৰীযুত গৌতম প্ৰসাদ বৰুৱা, শ্ৰীযুত পৰিমল বৰকাকতি আৰু অন্যান্য সকললৈ সভাৰ হকে শলাগ জনালোঁ ।

গ্ৰন্থখনৰ ছপা কাম সম্পূৰ্ণ কৰাত সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত মহিম বৰাদেৱৰপৰা পোৱা দিহা-পৰামৰ্শৰ বাবে তেখেতলৈ সভাৰ হৈ কৃতজ্ঞতা জনালোঁ।

আৰ্হিকাকত শুধৰাই সহযোগ আগবঢ়োৱাৰ বাবে নগাৱঁৰ শ্ৰীযুত ৰতিমোহন নাথ ডাণ্ডৰীয়ালৈও শলাগ ৰ'ল । আশা কৰোঁ গ্ৰন্থখন সদাশয় পঢ়ুৱৈ ৰাইজে আদৰি লৈ সভালৈ সহযোগ আগবঢ়াব । '

'চিৰ চেনেহী মোৰ ভাষা জননী ।'

৩১ডিচেম্বৰ, ১৯৯০ চন — শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
চন্দ্ৰকান্ত সন্দিকৈ ভৱন — প্ৰধান সম্পাদক
যোৰহাট - ১ — অসম সাহিত্য সভা

# প্ৰধান সম্পাদকৰ নিবেদন

পূব ভাৰতৰ এটা বিশিষ্ট ঐতিহ্যমণ্ডিত ভাষা হ'ল অসমীয়া ভাষা। অসমবাসাৰ চৈতন্য প্ৰবাহ বহন কৰা অসমীয়া ভাষাৰ উৎস স্থূল সংস্কৃত, এই বিষয়ে সন্দেহ নাই, কিন্তু তাৰ লগতে আছে অন্যান্য ভাষা গোষ্ঠীৰ অৱদানো। আৰ্য-অনাৰ্য ভাষাৰ মিশ্ৰিত ৰূপ হ'ল অসমীয়া ভাষা। সেয়েহে পণ্ডিতসকলে ক'বলৈ বিচাৰে যে 'অসম ভাষাতত্ত্ববিদৰ ভূ স্বৰ্গ'।

ঊনবিংশ শতিকাত অসমত চাহ খেতিৰ বাবে চাহ বাগিচা আৰম্ভ হয়। ১৮৩৯ খ্ৰীষ্টাব্দত নাজিৰাৰ আসাম কোম্পানী গঠন হোৱাৰ পাছৰেপৰা অসমলৈ ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰপৰা বাগিচাত কাম কৰিবলৈ বনুৱা আমদানি কৰা হয়। এই ক্ষেত্ৰত ১৮৫৯ খ্ৰীষ্টাব্দটি আমাৰ বাবে স্মৰণীয়। এই খ্ৰীষ্টাব্দতে গঠন হোৱা 'এছোশ্বিয়েশ্যনে' বাগিচাত কাম কৰিবলৈ বিশেষ বোনাচ দি 'আৰকাটি' মকৰল কৰে। 'গিৰমিট' দি অনা বনুৱাসকলক উজনি অসমৰ বিভিন্ন ঠাইত কামত লগোৱা হৈছিল আৰু তেতিয়াৰেপৰা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰো এটি নতুন দিশৰ সূচনা হয়। বংগ, বিহাৰ, মধ্যপ্ৰদেশ, উত্তৰ প্ৰদেশ, তামিলনাডু, অন্ধ্ৰ, মহাৰাষ্ট্ৰ, উৰিষ্যা আদি ঠাইৰ পৰা বনুৱাসকলক অনা হৈছিল। বিভিন্ন ঠাইৰপৰা অনা বনুৱাসকলৰ নিজা ভাষা আছে। কিন্তু ইজনে সিজনৰ ভাব আদান-প্ৰদান কৰিব পৰাকৈ অসমৰ মাটিত সৃষ্টি কৰি ল'লে এটি কৃত্ৰিম সুকীয়া ভাষা - যাক বাগিচাৰ চাহাবসকলে এসময়ত 'কুলি বাত' বুলি নামকৰণ কৰিছিল। যিহেতু 'কুলি' শব্দটি অসমীয়া সমাজত চিৰপ্ৰচলিত নহয় আৰু বাগিচাৰ বনুৱাসকলৰ বাবেও মৰ্যাদাপূৰ্ণ নহয় সেই বাবে সময়ত ইয়াক চাহ বাগিচাৰ অসমীয়া ভাষা বুলি পৰিচয় কৰা হয় (যেনেকৈ নাগামিজ - অৰুণাচলী অসমীয়া)। বৰ্তমান এই ভাষাক কোনোৱে চাদানি বা বাগানীয়া অসমীয়া বুলিও নামকৰণ কৰিছে।

অসমৰ চাহ বাগিচাত কাম কৰিবলৈ আহি এই মাটিকেই আপোন কৰি লোৱা চাহ বাগিচাৰ অসমীয়াসকলৰ ভাষা-সাহিত্য-সংস্কৃতিক পোহৰলৈ অনাটো অসম সাহিত্য সভাৰ ঘাই কৰ্তব্য বুলিয়েই গণ্য কৰি আহিছে। সভাই চাহ বাগিচা সম্পৰ্কীয় এঘাৰখন পুথি প্ৰকাশ কৰিছে।

অসমৰ বিভিন্ন চাহ বাগিচাত ব্যৱহাৰ কৰা, সিঁচৰতি হৈ থকা শব্দ আৰু খণ্ডবাক্যসমূহে অসমীয়া শব্দ ভাণ্ডাৰক চহকী কৰিছে। সেয়ে, এই শব্দসমূহো বৰ্তমান অসমীয়া অভিধানৰ ঘাই সমল।

অসমৰ এগৰাকী সাহিত্যিক, চাহ বাগিচাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ গৱেষক লেখক শ্ৰীদেউৰাম তাছা, এম এই এনে শব্দ আৰু খণ্ডবাক্য সংগ্ৰহ কৰি অসম সাহিত্য সভাক প্ৰকাশৰ বাবে আগবঢ়ায় । সভাৰ ১৯৮৮-৮৯ বছৰৰ কাৰ্য-নিৰ্বাহক সমিতি তথা প্ৰকাশন সমিতিয়ে বিষয়টিৰ গুৰুত্ব বুজি চলিত বছৰৰ ভিতৰতে প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰে । আমি পাণ্ডুলিপিটো শ্ৰীচন্দ্ৰ কুমাৰ হাজামক পুনৰীক্ষণ কৰিবলৈ দিও । শ্ৰীহাজামে অতি কম সময়ৰ ভিতৰতে পুথিখনৰ গুৰুত্ব বুজি এটি তাত্বিক মন্তব্যৰে প্ৰকাশ কৰাৰ অভিমত দিয়ে । এই সুযোগতে সভাৰ আগশাৰীৰ কৰ্মী তথা সাহিত্যিক শ্ৰীদেউৰাম তাছা, এম, এ আৰু শ্ৰীচন্দ্ৰ কুমাৰ হাজামলৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ । এইখনেই এই বিষয়ক প্ৰথম পুথি । গতিকে এই পুথিয়ে ভাষাতত্ব গৱেষকসকলক সহায় কৰিব পাৰিব বুলি আৰু ভৱিষ্যতে অভিধান আদি সংকলনৰ বাবে বাট কাটিব পাৰিব বুলি আশা কৰিলোঁ ।

পুথিখনৰ বেটুপাত অংকন কৰোঁতা যোৰহাটৰ 'দি ছেটোৰ্ছ'লৈকো ধন্যবাদ জনালোঁ । নগাৱঁৰ পুথিঘৰ আৰু পুথিঘৰ প্ৰেছে পুথিখন ছপাই দিয়াৰ বাবেও শলাগ জ্ঞাপন কৰিলোঁ ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

অমল ৰাজখোৱা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# লেখকৰ একাষাৰ

বৃহত্তৰ অসমীয়া জাতি গঠনত চাহপতীয়া সমাজৰ অৱদান অনস্বীকাৰ্য । তিল তিল কৰি তিলোত্তমা সৃষ্টি হোৱাৰ দৰে বিভিন্ন জাতি উপজাতিৰ অৱদানেৰে গঢ়ি উঠা অসমীয়া ভাষা আৰু সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত শেহতীয়াভাৱে চাহপতীয়া সমাজৰ বৰঙণি যথেষ্ট বুলি স্বীকৃতি লাভ কৰিছে । ভাষা কোৱাৰ ক্ষেত্ৰত অসমীয়া মান্য ভাষাৰ কেইবাটাও আঞ্চলিক ৰূপ থকাৰ দৰে চাহ বাগিচা অঞ্চলসমূহতো কথা কোৱাৰ একো একোটা সুকীয়া আৰু আঞ্চলিক 'বোলি' অথবা 'ফাৰ্চী' বা 'দোৱান' প্ৰচলিত হৈ আছে । এই বোলিৰ বাবে ব্যৱহৃত হোৱা প্ৰচলিত শব্দখিনিয়েই চাহনিয়া 'জংঘল-ঝাঁড়'ৰপৰা বুটলি আনি অসমীয়া মান্য ভাষাৰ শব্দসমূহৰ লগত পৰিচয় কৰি দিয়াৰ প্ৰয়াস কৰা হৈছে । এনে কৰিবলৈ যাওঁতে যিখিনি শব্দক চাহপতীয়া সমাজে নিজা সাঁচত পেলাই মান্য অসমীয়াৰ দৰেই ব্যৱহাৰ কৰাৰ উপযোগী কৰি লৈছে, সিবোৰৰ বহুখিনিকেই এই সম্ভাৰত সামৰি লোৱা হোৱা নাই । বাকীখিনিক মান্য অসমীয়াৰ সমৰূপৰ শব্দ-পুঞ্জ, মান্য অসমীয়াৰ প্ৰভাবান্বিত শব্দ-পুঞ্জ আৰু মান্য অসমীয়াৰ আয়ত্তত নথকা শব্দ-পুঞ্জ হিচাপে চিহ্নিত কৰি শব্দ সম্ভাৰৰ বিভিন্ন কক্ষত স্থান দিয়া হৈছে । আধুনিক অসমীয়া অভিধান প্ৰণেতা, ভাষাবিদ আৰু বৈয়াকৰণিকসকলে চাহ বাগিচাসমূহত প্ৰচলিত এনেবোৰ শব্দৰ ঘুগুলা গুচাই আগ-গুৰি বিচাৰ কৰি চাব বুলি আশা কৰা হ'ল ।

এজনৰ মনৰ ভাব আনজনক বুজাবলৈ উপযুক্ত ভাষা আৰু উপযুক্ত শব্দ-চয়নৰ প্ৰয়োজনেই সৰ্বাধিক । চাহপতীয়া সমাজৰ বহুতেই গাঁওবাসীৰ ওচৰত থাকিও কথা এষাৰ বুজাবলৈ পুথিগত ভাষাৰ উপযুক্ত শব্দ বিচাৰি বহু সময়ত 'হায়ৰাণি' হ'বলগীয়া হয় । সেইদৰে বিভিন্ন কাৰ্যত চাহ বাগিচালৈ অহা বা চাহপতীয়া সমাজৰ লগত সংহতি বিচাৰি শুভাকাংক্ষী সুধী সমাজেও উপযুক্ত শব্দ বা মাত কথাৰ অবিহনে তেওঁলোকৰ আস্থাভাজন হ'ব নোৱাৰে । এনে স্থলত 'চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰে' বাগান অঞ্চলৰ লগত আন অঞ্চলৰ অধিক বুজাবুজি তথা সংহতিৰ সৃষ্টি কৰিব পাৰিব বুলি বিশ্বাস ৰাখিছোঁ।

সীমিত জ্ঞানেৰে পুথিখন সংকলন কৰি অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীযুত অমল ৰাজখোৱাদেৱৰ দ্বাৰস্থ হোৱাৰ মুহূৰ্ততেই তেখেতে 'চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ'খনৰ প্ৰকাশৰ যাৱতীয় ব্যৱস্থা লোৱাৰ প্ৰতিশ্ৰুতি দিয়ে । এই সহায়ৰ বাবে অসম সাহিত্য সভাৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

পুনশ্চ উল্লেখ কৰিছোঁ যে, শ্ৰীযুত ৰাজখোৱাৰ ব্যক্তিগত উৎসাহৰ ফলতেই এই সংকলনটিৰ 'খণ্ডবাক্য আৰু প্ৰবচন'খিনি শেষৰ ফালে যোগ কৰি দিয়া হ'ল। শ্ৰীযুত ৰাজখোৱাই এই লেখকৰ ওপৰত ৰখা অকৃত্ৰিম ভাৰসাই বৰ্তমানেও ৰুগীয়া দেহা আৰু মনত যথেষ্ট সকাহ দিছে । অসম সাহিত্য সভাৰ একনিষ্ঠ, সুদক্ষ বিষয়ববীয়া আৰু এজন সু-সংগঠক, সাহিত্যপ্ৰেমী হিচাপেও চাহ বাগিচা অঞ্চলৰ পূৰ্বাপৰ প্ৰীতিৰ বান্ধোন কটকটীয়াকৈ ৰখাৰো বহুতো ইংগিতবহ কাৰ্য সমাধা কৰাৰ প্ৰমাণো ৰাখিছে । সেয়েহে শ্ৰীযুত ৰাজখোৱাক এইখিনি কথাৰে প্ৰীতি-সম্ভাষণ জনাই নিজেই উৎফুল্লিত হৈছোঁ ।

মোৰ ভাতৃসম বন্ধু শ্ৰীপৱন বুঢ়াগোহাঞিয়ে (বঙাল পুখুৰী, যোৰহাট) বহুতো সময়ত বহুতো কথাৰ আঁত ধৰি সহায় সাৰথি আগবঢ়াই আৰ্হি কাকত পৰ্যন্ত চাই দি প্ৰেৰণা যোগোৱাত এইখিনিতে শলাগ লৈ থলোঁ ।

'ৰুপড়-জংঘলে', 'কলাই-কচাই', 'কথন-মথন', 'পঠন-পাঠন'ৰ মাজেদি অসমীয়া ভাষা-সংস্কৃতিৰ সম্প্ৰসাৰণৰ ক্ষেত্ৰত আমাৰ পৰিয়ালৰ শ্ৰীমান কামাখ্যা, হৃক, অঘৰী, টাকলি, মেম্বাই, পুনপুনী, ভেন্দু, চাঁওৰা, ফুচীকে আদি কৰি উঠি অহা যিসকল চাহপতীয়া সন্তানে ক্ৰান্তিকালৰ সাঁকোত খোজ দিবলৈ লৈছে, তেওঁলোকৰ জয়-যাত্ৰাৰ উদ্দেশ্যেই এই ক্ষুদ্ৰ পুথিখন উচৰ্গা কৰিলোঁ ।

হাতীগড় চাহ বাগিচা
যোৰহাট - ৭৮৫০০৭
১৫-১-৮৮
(টুচু পৰব)

দেউৰাম তাছা

# সূচীপাত


| | |
|---|---|
| গছ-গছনি (ক, খ, গ) | ৩২০ |
| ফুল | ৩২২ |
| শস্য (ক, খ) | ৩২২ |
| শাক-পাচলি | ৩২৩ |
| চৰাই (ক, খ) | ৩২৪ |
| জীৱ-জন্তু (ক, খ) | ৩২৬ |
| কীট-পতঙ্গ (ক, খ) | ৩২৮ |
| সৰীসৃপ | ৩২৯ |
| ধাতু | ৩৩০ |
| মাছ-কাছ আদি | ৩৩১ |
| ফল-মূল (ক, খ) | ৩৩২ |
| শৰীৰ সম্বন্ধীয় (ক, খ) | ৩৩৩ |
| লোৰ সঁজুলি | ৩৩৭ |
| গুণাগুণ | ৩৩৭ |
| প্ৰকৃতি জগত | ৩৪০ |
| ৰোগ-ব্যাধি | ৩৪১ |
| ঘৰ-গৃহস্থালি সম্বন্ধীয় | ৩৪৩ |
| সম্বন্ধ-সম্বোধন | ৩৪৭ |
| দেও-ভূত, পূজা-পাৰ্বন আদি | ৩৫১ |
| পুৰণা আৰু প্ৰচলিত গহণা আদি | ৩৫৩ |
| সান-মিহলি, শব্দ-বিভ্ৰাট আদি (ক, খ, গ) | ৩৫৩ |
| হাক-ডাক | ৩৫৮ |
| দৈনন্দিন (ক, খ, গ) | ৩৬০ |
| একেধৰণৰ শব্দবাজি | ৩৮৩ |
| সমৰূপৰ শব্দৰাশি | ৩৮৬ |
| শব্দৰ প্ৰয়োগ | ৩৯০ |
| ওপৰঞ্চি শব্দবাজি (ক, খ, গ) | ৩৯২ |
| কিছুমান খণ্ডবাক্য আৰু প্ৰবচন (ক, খ) | ৪০২ |
| কথাৰ ইংগিত | ৪৩৫ |

# গছ-গছনি

## (ক)

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া শব্দ* |
|---|---|
| কৰন্‌জ | কৰচ্‌ |
| কৰিল | বাঁহ গাজ |
| কৰম | চিকা-মৰলীয়া |
| গুড়মল | কুটকুৰা |
| চিমল | শিমলু |
| ছাত্‌নি | চতিয়না |
| জৈড় | জৰী |
| জগীয়া, ঝগড়ু | মৰলিয়া |
| তেতুঁল | তেঁতেলী |
| তুত্‌গছ | নুনিগছ |
| ধত্‌ৰা | ধুতুৰা |
| পিপড় | আঁহত |
| ডৌ, ডাহুক | বঁহত |
| বকম্‌ | ঘোঁৰা নিম |
| বেন্‌জাতি, মেহেন্দী | জেতুকা |
| ভেগুৰা | বঙালী এড়া |
| মুন্‌গা | চজিনা গছ |
| হেংগালু | সোঁৱালু |

## (খ)

| | |
|---|---|
| অলক পুই | আকাশী লতা |
| কাঁসী বন | কঁহুৱা বন |
| খকচিমা | জার্মানী হাবি |
| গহ্‌ৰি কেঁচৰ | কেঞা বন |
| ঘাট গছ | ধপাত তিতা |

'বানসিং' বাবাৰ চতুৰ্থটো 'কাপছা' বাবাৰ আৰু পঞ্চম টিপৰ থানটো 'চিনুবাৰ' বাবাৰ থান বুলি কয়। দেৱীৰ নামত পাঠা আৰু 'বাবা' সকলক ফুল-পানী উছৰ্গা কৰিয়েই পূজা ভাগ সমাধা কৰে। ধৰম বা সূৰ্যাহী পূজাক এওঁলোকে আন এটা দ্বিতীয় শ্ৰেষ্ঠ পূজা বুলি কয়। এই পূজা ভাগ প্ৰতি পাঁচ বছৰৰ মূৰত, মাঘ-ফাগুন মাহত অনুষ্ঠিত কৰে।

নতুন সন্তান জন্ম হ'লে ৯ দিনত ন-থকৰী আৰু ২১ দিনত ছুটী পাতি চ্যুত গুচায়। মৰিলে পোতা আৰু পোৰা দুয়োটা নিয়মেই আছে। তিলনী কৰা দহা-কাজ কৰা আৰু আন আন নীতি নিয়মবোৰ সৰ্বসাধাৰণে পালন কৰা দৰেই কৰে।

সমাজৰ মুৰব্বী হিচাপে থকা দেৱান, মাঝি, ছেৰ্‌ৰীদাৰ, কাৰঠা, মন্ত্ৰী, পৰমাক্ষ আদিয়ে সামাজিক নিয়ম-নীতিৰ বাচ-বিচাৰ কৰে আৰু বিভিন্ন পূজা-পাৰ্বন, সকাম-নিকাম, বিয়া-বাৰুত পুৰোহিতৰ কাৰ্য কৰে। কিছুৱে কুলীন বামুণকো পুৰোহিত লগায়। বিয়াত সেন্দুৰ চলে। মন্ত্ৰী আৰু পৰমাক্ষৰ মৰ্যাদা সংগঠকৰ দৰে।

তিৰোতা মানুহে নানান ধৰণৰ অলংকাৰ পিন্ধিলেও ভৰিৰ তল গাঁঠিৰ ওপৰত আৰু হাতৰ ঠাৰিত সামান্য পৰিমাণে খদা লোৱাটো পুৰণি প্ৰথা আছিল।

এই জাতিটোৰ সৃষ্টিৰ বিষয়ে কেইটামান কিংবদন্তি আছে। তাৰে এটা এনেধৰণৰ - আদিম কালত পৃথিৱীত লোহা-লক্কৰৰ কাম জনা বা লোহা বনোৱা আদি কামবোৰ কোনেও নাজানিছিল। ফলত মানুহবোৰৰ নানান আলৈ আহুকাল হৈছিল। সেয়ে বিশ্বকৰ্মা মহাৰাজে এই দুৰ্গতি খণ্ডাই কমাৰৰ কাম প্ৰচাৰৰ অৰ্থে পৃথিৱীলৈ নামি আহে। মানুহৰ দয়া-মমতা জুখিবলৈ তেওঁ হেনো নদীত ডুবি হাবু-ডুবু খোৱা যেন দেখুৱাই ভাঁহি যাবলৈ ধৰে। যি যি ঠাইৰ মানুহে তেওঁক ডুব যোৱা দেখি পানীৰ পৰা তুলি আনি আলপৈচান ধৰে সেইসকলৰ প্ৰতি সদয় হৈ নিজৰ নাভিৰ পৰা লোহা উলিয়াই কেনেকৈ তাৰ দ্বাৰা বিভিন্ন কাম কৰিব পাৰি তাৰ সকলো কথা বুজাই দিয়ে। যিসকলে তেওঁৰ পৰা এনেদৰে লোহা-লক্কৰৰ কাম শিকিলে তেওঁলোকেই লোহাৰ বা কমাৰ নামেৰে হেনো পৰিচিত হয়।

আন এক প্ৰবাদ মতে এই গোষ্ঠীৰ পূৰ্ব পুৰুষৰ কোনো এজন ৰজাক শত্ৰুৱে আক্ৰমণ কৰিবৰ সময়ত, সেই ৰজাৰ কমাৰ প্ৰজা এজনে হেনো একে ৰাতিৰ ভিতৰত ৮০ মোন ওজনৰ গুলী আৰু ৮৪ মোন ওজনৰ যঠী বনাই দিলে। ৰজাই সেই অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ কৰি শত্ৰুক বিনাশ কৰে। ইয়াতেই সন্তুষ্ট হৈ ৰজাই হেনো কমাৰজনক 'কৰ্মকাৰ' বুলি অভিহিত কৰে। তেতিয়াৰ পৰাই হেনো কৰ্মকাৰ বুলি পৰিচিত হোৱা জনে আনবোৰ কমাৰতকৈ কিছুমান মৰ্যাদা পায় আৰু উন্নত জীৱন যাপন কৰাৰ সুবিধা লভে। ✦✦

# পাইক

পাইক সকলক সাধাৰণ ভাবে সৈনিক শ্ৰেণীৰ লোক বুলি কোৱা হয়। অতীজ ঠাইত এওঁলোকৰ পূৰ্ব পুৰুষ সকলে হেনো পুৰুষাণুক্ৰমেই সেনা বাহিনীত যোগদান কৰিছিল। এওঁলোকৰ আন এটা নাম 'দেহুৰী'।

এওঁলোকৰ ভিতৰত খাণ্ডাইত পাইক, বাৰটিকা পাইক, সুদ পাইক, দৰা পাইক, বনা পাইক আদি বহুতো ভাগ- উপভাগ আছে । খাণ্ডাইত সকল, পাইক শ্ৰেণীৰ যদিও আন আন পাইকৰ লগত কোনো প্ৰকাৰৰ সংশ্ৰৱ নাৰাখে ।

পাইকসকলে তেওঁলোকৰ শ্ৰেষ্ঠ পূজাক 'ছঠ পূজা' বা 'সূৰ্যাহী ' পূজা বুলি কয় । এই পূজা মাঘ-ফাগুনত অনুষ্ঠিত কৰে । ইয়াৰ ওপৰিও এওঁলোকে দুৰ্গা, গংগা, ব্ৰহ্মা-বিষ্ণু, শিৱ-পাৰ্বতী আদিৰ পূজাও অনুষ্ঠিত কৰে ।

সমাজৰ কাম-কাজ চলাবলৈ নিজৰ জাতৰ পৰাই পুৰোহিত লয় । জনমৰ চ্যুত গুচাওতে সৰ্বসাধাৰণ মজদুৰে পালন কৰা নিয়ম-নীতিয়েই চলায় । সেইদৰে মৰাৰ দহা-কাজ আদিও একে ।

এই গোষ্ঠীৰ লোকসকল উৰিষ্যা, বিহাৰ আদিৰপৰা অহা ।



# দেচুৰা

দেচুৰা জাতৰ লোকসকলেও নিজকে পাইক বুলি পৰিচয় দিয়ে । অৱশ্যে এওঁলোকৰ পূৰ্বজসকলে যুদ্ধ ক্ষেত্ৰত গৈ যুদধ কৰিবলগীয়া হোৱা নাছিল । ৰাজ দৰবাৰত থাকি ৰজা আৰু বিষয়া সকলৰ গা-ৰখীয়া হিচাপে থকাটোহে আচল বৃত্তি আছিল । ৰজা-ৰাণী, পাত্ৰ-মন্ত্ৰী আদিয়ে ভ্ৰমণত ওলালে, চফৰলৈ গ'লে, দৰবাৰত বহিলে নাইবা অ'লৈ-ত'লৈ গলে এওঁলোকে আগে-পাছে, ধাৰে-কিনাৰে থাকি বেষ্টনী গঢ়ি তুলিছিল ।

এই জাতিৰ লোকৰ সংখ্যা, চাহ বাগিচা অঞ্চলত, আন জাতৰ তুলনাত কম যেন দেখা যায় । এওঁলোক উৰিষ্যাৰ পৰা অহা বুলি কয় । দেচুৱাৰ প্ৰতীক ঢাল বুলি কয় ।

এই গোষ্ঠীয়ে বিভিন্ন দেৱ-দেৱীৰ পূজা-পাতল আদি মানিলেও 'দশহৰা' পূজাকেই গোষ্ঠীৰ শ্ৰেষ্ঠ পূজা বুলি কয় । ইষ্ট-কুটুম্বৰ বাবে ঘৰুৱা থানত পূজা কৰিলেও কোনো ধৰণৰ জীৱ হত্যা নকৰে ।

বিবাহ পতা কাৰ্যত 'বেহৰা-ভল্লুকীয়া' আদিয়ে আগভাগ লৈ কন্যাৰ বন্দোৱস্তী কৰে । এনে সময়ত দৰাপক্ষৰ পৰা তিৰোতা মানুহো যায় । এইদিনা ৰুটী-পিঠা, খৈ আদিও নিয়ে । কন্যা ঘৰলৈ বন্দোৱস্তীৰ বাবে যোৱা এই প্ৰথাক এওঁলোকে নিৰ্বন্ধ কৰা বুলি কয় । সম্পূৰ্ণকৈ কথা ছিগিলে 'কাপোৰ পিন্ধোৱা' অনুষ্ঠান পাতে । ইয়াৰ পাছত 'গুড় ধুৱা' অনুষ্ঠান পাতে । 'গুৱা-ভংগা' অনুষ্ঠানৰ বেলিকা হালধি আৰু চাউলৰ ওপৰত তামোল-পাণ ৰাখি ভাঙি পেলায় আৰু দুয়ো পক্ষই ভগাই লয় । এই অনুষ্ঠান কন্যাঘৰত পাতে । এই দিনাৰ পৰাই বিবাহৰ নিমন্ত্ৰণ আৰম্ভ কৰে । ইয়াৰ পাছতে 'শিকড়িয়া ভাৰ' নিয়ে । এই অনুষ্ঠানৰ পাছত 'লগন' বান্ধে আৰু নিৰ্দিষ্ট বিবাহ দিনটোৰ বাবে সাজু হয় । বিবাহ কাৰ্যত বামুণ লগায় । দৰাই কন্যাক নিজ হাতে সেন্দুৰ দান নকৰে । পাঁচজনী মাইকী মানুহে কন্যাক সাজ-পোছাক পৰিধান কৰাৰ সময়ত 'সিন্দৰা দান' কৰে । ৪ৰ্থ দিনা দৰাঘৰত 'চৌথী-সন্ধী' নামৰ অনুষ্ঠান এটা পাতে । এইদিনা কন্যাৰ পিতৃ-মাতৃয়ে যাবতীয় বস্তু সম্ভাৰ উছৰ্গা কৰে । আঠ মঙলাৰ নিয়মো এওঁলোকে পালন কৰে আৰু ১৮ দিনৰ দিনা ঘূৰি আহে ।

জনমৰ চ্যুত গুচাবলৈ এই জাতৰ মানুহে ১২ দিনত ক্ষৌৰকৰ্ম কৰে । এই দিনাই প্ৰসূতিক গা-ধুৱায় । ২১ দিনৰ দিনা ছটী পাতে আৰু সন্তানটিৰ নামা কৰণ কৰে । ১২ দিনৰ দিনা ক্ষৌৰকৰ্ম কৰিলেও সন্তানৰ চুলি ননমায় । এবছৰ সম্পূৰ্ণ হ'লেহে ঘৰৰ পৰা চুলি নমোৱা কাৰ্য কৰি 'বালক ভোজন' পাতে ।

মানুহ মৰিলে এদিনৰ পাছতেই 'তিতা খোৱা' কৰে । এইদিনাই আত্মীয় - স্বজন গোট খায় আৰু দুটা ভাগত ভাগ হৈ দুই ৰকমে খোৱা-বোৱা কৰে । নিকট আত্মীয় সকলে 'দধি খোৱা' নিয়ম আৰু নিকট হ'লেও পৰ ঘৰলৈ যোৱা বাবে ভনী, বাইদেউ, পেহী আৰু মোমাই আদিৰ সম্বন্ধীয় বা বংশই মাছ খোৱা নিয়ম থকাত 'আঁইষ্ট খোৱা' কৰে । দহ দিনত দহা-কাজ কৰি, বয়সস্থ লোক হ'লে 'ছাঁহিৰ অনা' অনুষ্ঠানো পালন কৰে । ✦✦

# বেদিয়া

এই জাতিৰ লোকসকল হাজাৰিবাগৰ ৰামগড়, ৰাঁচীৰ চবয়া, অৰমাঝি আদি ঠাইৰ পৰা আহিছিল বুলি জনা যায় । এওঁলোকে কুৰ্মি বুলি পৰিচয় দিয়ে যদিও কুৰ্মিৰ সমান মৰ্যাদাৰ নহয় বুলিও কয় । এওঁলোকৰ মাজত চিলিমাৰি, গোলৱাৰ আৰু টামাৰিয়া নামৰ তিনিটা ঠাল আছে । চিনাকি দিওঁতে বেদিয়া, বেদিয়া কুৰ্মি, বেদিয়া মাহত্বৰ বা ছোটকুৰ্মি বুলিয়েই কয় । গাঁওবুঢ়া বা সমাজৰ ৰীতি-নীতি, আচাৰ-বিচাৰ নাইবা দোষ-ক্ৰুটীৰ নিয়ন্ত্ৰক জনক 'মাহত্ব' হিচাপে বাচি লয় । গোত্ৰৰ ভিতৰত ঘৰচুয়া, চৰালি, ফেঁচা, বিহা, কাছ, বাম, পানী আদিয়েই প্ৰধান । 'ঘৰচুয়া' সকলৰ কেইবাটাও উপ-গোত্ৰ আছে । যেনে - মাটিচুয়া, কাঠচুয়া, বগাচুয়া, ক'লা চুয়া, পাখৰা চুয়া, লালচুয়া, টাঙুনাচুয়া ইত্যাদি ।

এই গোষ্ঠীৰ লোকে দুৰ্গা পূজা, কালীপূজা, মনসা পূজাকেই জাতিৰ ঘাই পূজা বুলি ভাবে । পূজাত যিজনে ব্ৰতে উপবাসে থাকি 'চাটিয়া' উঠে' বা 'ঝুপা' নামে, তেঁৱেই পূজাৰী হৈ পূজাৰ সকলো কৰ্ম সমাধা কৰে । পূজাত হাঁহ, মুৰগী, ছাগলী আদিয়েই বলি কাটে । ইয়াৰ উপৰি এওঁলোকে দেৱালী আৰু গৰয়া পূজাকো নিজৰ জাতিৰ পূজা বুলি মানে ।

মানুহ মৰিলে ৩ দিনত তিলনী আৰু ১০ দিনত দহা পাতে । হুস্কিলে-মস্কিলে বা কম বয়সীয়া লোকৰ মৃত্যু হ'লে ৫ বা ৭ দিনতো দহা কাজ কৰিব পাৰে । ব্ৰতধৰা, মুখাগ্নি কৰা, ছাঁহিৰ অনা আদি সকলো নিয়মেই পালন কৰে ।

নতুন জনমৰ চ্যুত গুচাবলৈ আন আন জাতৰ দৰে এওঁলোকেও ৯ দিনত ধাই লগাই প্ৰসূতিৰ গৃহাদি চাফ-চিকুন কৰায় । সেইদৰে নাপিতে নৱজাতকৰ চুলি নমায় আৰু গৃহস্থ, নিকট আত্মীয় তথা ওচৰ-চুবুৰীয়াৰ দাড়ি-চুলিও কাটে । মাইকী মানুহে নখ আদি কাটে । এইদিনা গৃহস্থৰ ফালৰপৰা পাতলীয়া আহাৰ আগবঢ়ায় । ২১ দিনত ভোজ-ভাত সহ 'এৰৈশা' বা ছটী পাতি চ্যুত গুচায় ।

বিবাহ উপলক্ষ্যে দৰাই কন্যাৰ কাপোৰ-কানি ( লগতে কন্যাৰ নিকট আত্মীয় আৰু জ্যেষ্ঠ সকললৈও) আৰু অয় অলংকাৰ আদি দিব লাগে । কন্যাৰ মূল্য সাধাৰণতে ৩ টকাৰ পৰা ৫ টকাৰ ভিতৰত ধাৰ্য কৰে । এই মূল্য বা গা-ধন স্থিৰ কৰোঁতে 'মাহত্ব' আৰু কন্যাপক্ষীয় মাইকী মানুহে আগ-ভাগ লয় । দৰাই 'মাড়ুৱা' তলত কন্যাৰ মূৰত সেন্দুৰ দিয়ে । বিবাহৰ সকলো কামত 'মাহত্ব'জনে পুৰোহিতৰ কাৰ্য কৰে । যি গৃহস্থই প্ৰথম বাৰৰ বাবে বোৱাৰী আনে বা যি গৃহস্থই প্ৰথমে নিজৰ জীক উলিয়াই দিয়ে, তেওঁলোকে আঠমঙলাৰ শেষত বিয়ৈয়ে-বিয়ৈয়ে স্ফুৰ্তি কৰা অনুষ্ঠান - 'সমদী ভেট' বা 'বেহাই দেখা' অনুষ্ঠিত কৰে । ✦✦

# জাতাপ্ দৰা

এই জাতিৰ লোকসকল গঞ্জামৰ পৰা অহা বুলি কয় । এওঁলোক মূলতঃ তেলেগু ভাষী ।

এই গোষ্ঠীয় লোকসকলে ঘৰুৱা পূজা হিচাপে 'সতী' পূজাকে সৰ্বশ্ৰেষ্ঠ বুলি মানে । পূজাভাগ ফাগুণ-চ'ত মাহত পাতে । উদ্বাস্তু হোৱা কোনো বস্তুৰেই আনক দিয়াৰ নিয়ম নাই । এই পূজাৰ বিষয়ে দুটা মত দিয়া শুনা যায় । এভাগে কয় যে - দক্ষ যজ্ঞত পতি নিন্দা শুনি সতী বা দুৰ্গাদেৱীয়ে সতীত্ব গুণৰ দ্বাৰা প্ৰাণ বিসৰ্জন দিয়ে । সতী দেৱীৰ এনে মহাত্ম্য আৰু পতিভক্তিৰ নিদৰ্শন থকাতেই এওঁলোকৰ, বিশেষকৈ মাইকী মানুহে সতী পূজাৰ প্ৰচলন কৰে । কিছুৱে ক'ব বিচাৰে যে ৰাম-লক্ষ্মণ আৰু সীতা বনলৈ যোৱাৰ ফলত দশৰথ ৰজাই মনৰ দুখত প্ৰাণ এৰে । ভৰতে পিণ্ড কৰ্ম আদি কৰিলেও দশৰথৰ আত্মাই সেই পিণ্ড প্ৰত্যাখ্যান কৰে । আনহাতে বনৰ মাজত ৰামেও পিতৃ-পিণ্ড দিছিল, তাকো দশৰথে গ্ৰহণ নকৰিলে । আনহাতে এদিন হেনো ৰাম-লক্ষ্মণ নথকা অৱস্থাত দশৰথে সোঁ-শৰীৰে সীতাদেৱীক দেখা দি পিণ্ড বিচাৰে । সেই সময়ত কোনো বস্তুৰেই নথকাত দশৰথে হেনো পানী আৰু বালিৰেই সীতাদেৱীৰ পৰা পিণ্ড পাবলৈ বিচাৰে । মৃত শহুৰৰ এনে আহ্বান শুনি সীতাই শুদ্ধচিত্তে তেনে কৰাত দশৰথৰ আত্মা হেনো স্বৰ্গগামী হয় । সীতাদেৱীৰ এনে সতী গুণৰ নিদৰ্শন থকাতেই হেনো 'সতী' পূজাৰ প্ৰচলন হয় ।

জেঠ-আহাৰ মাহত এওঁলোকে গ্ৰামদেৱীৰ পূজা আৰু মংলা পূজা পাতে । পূজাত ছাগলী, গাহৰি, মুৰগী আদি বলি কাটে আৰু দেওধনীৰ দ্বাৰা পূজাৰ শুভাশুভ নিৰ্ণয় কৰায় । আহিন মাহত দুৰ্গা দেৱীৰ পূজাও পাতে । পূজা উপলক্ষ্যে বাৰীৰ ভিতৰত 'বাঘুত' পূজা, চোতালত বিশ্বকৰ্মা পূজা আৰু ন-ফল খোৱাৰ অনুষ্ঠান পাতে । ফলৰ অবিহনে সেই গছৰ পাত আনি দাইল বা তৰকাৰীত দি লয় । কাতি আৰু পুহ মাহৰ ভিতৰত প্ৰয়াত আত্মাৰ সদগতিৰ অৰ্থে পিণ্ডদান কাৰ্য আদি কৰে । এনে কাৰ্যত কোনো জীৱ হত্যা নকৰে । কাতি আৰু আঘোনৰ ভিতৰত ন-খোৱা অনুষ্ঠানো পাতে । এই উপলক্ষ্যে ক্ষীৰ ভাত বা পায়স বনালেও তাত উৰহী আৰু ডাংবদী মিহলাই লোৱাটো সামাজিক নিয়ম । ৰাজহুৱা সকাম-নিকামত তেঁতেলি টেঙাৰ টক্ বা 'পুলচু' অবিহনে কোনো ভোজনেই সৰ্বগ্ৰাহ্য হ'ব নোৱাৰে ।

আন আন পূজাৰ ভিতৰত এওঁলোকে কৰম পূজা, কালী পূজা আদিও মানে বুলি কয়।

মৰা সকামত ৩ দিনত তিলনী, ২১ দিন বা ততোধিক দিনৰ ব্যৱধানত ঘাট বা পিণ্ডদান কাৰ্য সমাধা কৰে। জনমৰ চ্যুত কাৰ্য গুচাবলৈ ৩ দিন, ৯ দিন আৰু ২১ দিনত অনুষ্ঠান পাতে। মামা সম্বন্ধীয় লোকেহে এই কাৰ্যত নখ-চুলি আদি কাটি ক্ষৌৰকৰ্ম সমাধা কৰে।

বিবাহৰ বেলিকা কন্যাৰ পণ হিচাপে (গাখীৰৰ ধাৰ বুলিহে কয়) পাঁচ সিকিৰ পৰা ১২-১৫ টকা পৰ্যন্ত দিয়াৰ নিয়ম আছে। এওঁলোকৰ সমাজত কাজলৰ প্ৰভাৱ বেছি। দৰাই কন্যাৰ কঁপালত সেন্দুৰ দিয়ে আৰু সোণৰ 'শ্বেতমানুম্' নামৰ হাৰ এডাল ডিঙিত পিন্ধালেই বিয়াৰ কাৰ্য এক প্ৰকাৰ সমাধা হয় বুলি ধৰে। দৰাই বিবাহোপলক্ষ্যে পাগুৰী পিন্ধে আৰু কন্যাই ঘুংটা বা ওৰণি লয়।

বিয়ালৈ ওলাই যাওঁতে আৰু বিয়া কৰি উলটি আহি দৰা ঘৰে জ্ঞাতিলৈ ভোজ দিয়া নিয়ম আছে। দৰা-কন্যাৰ পাৰ্গতালি চাবলৈ বিভিন্ন খেল-ধেমালিও অনুষ্ঠিত কৰে। স্নানৰ শেষত পথে পথে হৰিণ চিকাৰ অনুষ্ঠানো পাতে। প্ৰতিডাল কাঁড় বুটলি অনাৰ অন্তত কন্যাই দৰাক গুড়ৰ পানী খুৱাই, এটা বিৰি জ্বলাই মুখত গুজি দিয়া নিয়ম। বিবাহ কাৰ্যত একে খেলৰ 'দিছলুডু' নামৰ পুৰোহিতে সকলো কাৰ্য সম্পাদন কৰে। পুৰণি ঠাইত এই গোষ্ঠীৰ পূৰ্বজ সকলে মাডুৱা, ডাংৰদী, ঘাংৰা, ৰহৰ, তিল আদিৰ বিভিন্ন খেতি-বাতি কৰিছিল বুলি কয়।

এওঁলোকৰ সমাজত সমাজ মুৰব্বী হিচাপে থকা প্ৰতিনিধি জনক 'জাত পেদ্দা' আৰু যি দুজন তেওঁৰ 'ডাকুৱা' থাকে তেওঁলোকক কোৱা হয় 'বাট ৰত্তু'।

চাহ বাগিচাত থকা 'চুঁড়ী' আৰু 'পাণ্ডৱ' সকলেও জাতাপ বা জাতাপ দৰা গোষ্ঠীৰ ভিতৰুৱা বুলি কয়। 'চুঁড়ী' শাখাৰ পূৰ্বজ সকলে মদ উৎপাদন কৰা বৃত্তিয়াল জাতিৰ বংশধৰ বুলি কয়। 'পাণ্ডৱ' সকলে মহাভাৰতৰ পঞ্চ পাণ্ডৱক নিজৰ গোত্ৰীয় পুৰুষ বুলি ভাবে। কিংবদন্তি প্ৰচলিত আছে যে মহাভাৰতৰ কালত পাণ্ডুৰ যেতিয়া মৃত্যু হয় তেতিয়া খৰি দিবলৈ নি ভায়েক এজনক ৰখীয়া থৈ বাকী চাৰিজনে হেনো কাঠ-খৰি বিচাৰি হাবিলৈ যায়। মৃত শ চিতাত তোলাৰ আগতে পৰিধিত বস্ত্ৰ আৰু আন আন পিন্ধন আদি থকাৰ নিয়ম নথকা হেতুকে, ৰখীয়া ভায়েকজনে এই সুযোগতে আগতীয়াকৈ গাঁঠি খোলাৰ মতলব কৰে। এনেদৰে ভাবিয়েই পিতৃৰ মৰা শৰ পৰা সকলো বস্ত্ৰ আদি গুচালে কিন্তু কঁকালৰচীৰ গাঁঠি কোনোপধ্যেই খুলিব নোৱাৰিলে। উপায় নেপায় দাঁতেৰে গাঁঠিটো খোলাৰ চেষ্টা কৰে। এনে কৰোঁতে হঠাৎ দাঁত লাগি শটোৰ ছাল এবকলা এৰাই গ'ল। লগে লগে সিজনে

ভূত-ভৱিষ্যতত হ'বলগীয়া ঘটনা আদি চকুৰ আগত দেখা পাবলৈ ধৰে । এনেতে হাবিৰপৰা বাকী কিজন আহি পোৱাত ৰখীয়া ভায়েকে সকলো বৰ্ণালে । সেয়ে সকলোৱে আলচ কৰি পিতৃৰ শটো খাই পেলোৱাকে স্থিৰ কৰে, যাতে ভৱিষ্যতৰ কথা অধিক ভাবে জনাত সহায় হয় । অন্তৰ্যামী কৃষ্ণই এই সিদ্ধান্তৰ কথা জানিবলৈ পাই তৎক্ষণতা শ্মশানলৈ গৈ তেনে কাৰ্যৰ পৰা তেওঁলোকক বিৰত কৰে আৰু নানাৰকমৰ বুজনি দি কাঠ সংস্কাৰ কৰায় । বনৰ পৰা কাঠ-খৰি যোগাওঁতে এই গোষ্ঠীয় সকলেই হেনো পাণ্ডৱ কেইজনক যথেষ্ট সহায় কৰে ।

নিৰ্দিষ্ট দিনত পাণ্ডৱ সকলে হেনো দহা-শ্ৰাদ্ধৰ সকলো যা-যোগাৰ কৰে । কিন্তু পিণ্ডদানৰ সময়ত হোমত দিবলৈ 'কাবৃলী' গৰু বা জংঘলী গৰুৰ কলিজা দৰকাৰ হোৱাত এই গোষ্ঠীৰ লোকসকলেই বিনা ৰক্তপাতে তেনে কলিজা হেনো যোগাৰ কৰি দিয়ে । এওঁলোকে কয় যে পূৰ্বৰ কালত দৰকাৰ মতে বহু জন্তু-জানোৱাৰক বধ কৰিব লগা হ'লেও মৃত সঞ্জীৱনী মন্ত্ৰৰ দ্বাৰাই হেনো পুনৰ জীৱদান দিয়াৰ কায়দা তেওঁলোকে জানিছিল । অৱশ্যে (এই গোষ্ঠীৰ) কিছু লোকে কয় যে হোম যজ্ঞৰ সময়ত পাণ্ডৱ সকলে দান হিচাপে দিয়া গাভীজনী এওঁলোকেই হেনো যোগাৰ কৰি দিছিল । পাণ্ডৱ সকলক এনেদৰে হাতে-কামে সহায় কৰাৰ বাবে ভগৱান শ্ৰীকৃষ্ণই হেনো সন্তুষ্ট হৈ পাণ্ডৱ গোত্ৰীয় বুলি স্বীকৃতি দিয়ে । সেয়ে তেওঁলোকৰ বংশধৰ সকলেই হেনো 'পাণ্ডৱ' বুলি জনাজাত হয় । অৱশ্যে বহুতে এই পাণ্ডৱসকলক কাপ চাঁৱৰাৰ সমগোত্ৰীয় বুলি কয় ।

পাণ্ডৱসকলে মানুহ মৰিলে শৱ ভেঁটীত এটা ডাঙৰ পাথৰ পোতে । বছৰেকত এবাৰ গাঁৱৰ মৃতাত্মাবোৰৰ সদ্গতিৰ অৰ্থে সামূহিক সকাম পাতে । এই উপলক্ষ্যে গাহৰি মাৰি তাৰ নাৰী-ভূৰু আৰি গাত লেটিয়াই লৈ পুৰোহিতজন শ্মশানলৈ যায় আৰু 'ৰাতলু' নামৰ পূজা কৰে ।

বিবাহ-সকাম আদিত মাদলী, তুঁড়ুমু, বাঁহী নামৰ যন্ত্ৰ-সংগীতহে বজায় । উৰিষ্যাৰ পৰা অহা এই জাতিটোৰ মাজত পাহাৰীয়া জনজাতিৰ বহুতো প্ৰভাৱ আছে বুলি কয় । দাক্ষিণাত্যৰ মূল তেলেগু ভাষী লোকসকলে জাতাপ দৰাৰ ব্যৱহৃত তেলেগু ভাষাটো বুজাত টান বুলি কয় আৰু নীতি-নিয়মৰ ক্ষেত্ৰতো কোনো সামঞ্জস্য নথকা বুলি কয় । আনফালে জাতাপসকলে চাহ বাগিচাত থকা 'আঁকুড়া' আৰু 'ৰেদ্দাৰ' নামৰ আন দুটা তেলেগু জাতি-গোষ্ঠীৰ লোকৰ লগত কোনো ধৰণৰ সংশ্ৰৱ নাৰাখে বুলিও ক'ব খোজে ।



# তেলেগু

দক্ষিণ ভাৰতৰ, অন্ধ্ৰ, মাদ্ৰাজ আদিৰ ভিজিগাপট্টম, নেলোৰ, বেলেৰী, চিনুৰবেল্লী, মান্দছকটা, পাৰলাকিউড়ী, দাংলামুখ, তেকল পাটনামু, পাগলাটিপৰু আদি ঠাই সমূহেই তেলেংগা বা তেলেগু জাতিৰ পূৰ্বৰ ঠাই আছিল বুলি জনা যায়।

এই জাতিটোৰ মাজত বহুতো ভাগ-বিভাগ আছে বুলি তেওঁলোকে কয়। যেনে - কা'পল্লু, মাইতকল্লো, গাজলল্লু, বাপলল্লু, চাইলল্লু (কাপৰডু), চাকলল্লু, মাংলডু, ৰেলল্লো, কাউচাল্লু, মইলল্লু, কুমৰডু, গল্লুডু, এলমডু,অপল্লু, ৰেড্কল্লো, নাইনুডু, কলিঙল্লো, মাইল-মাইঠল্লু, এইটলল্লো, দৰালল্লু ইত্যাদি। ইয়াৰ ভিতৰত 'কাপুল্লু' সকলে 'কাপু' বুলি পৰিচয় দিয়ে। পূৰ্বৰ ঠাইত এওঁলোক ৰায়ত বৃত্তিৰ লোক আছিল বুলি কয়। মাইতকল্লু সকল চাহবাগিচাত 'মাদ্গী' বুলি জনাজাত। পূৰ্বৰ ঠাইত এওঁলোকৰ পূৰ্বজসকলে মুচীয়াৰ বৃত্তি চলাইছিল বুলি কয়। গাজলল্লুসকল অসমত 'গাজলু' নামে পৰিচিত। এওঁলোক মালা, খাডু, চুঁড়ি আদি ব্যৱসায় কৰা বৃত্তিয়াল শাখাৰ বংশধৰ। বাপলল্লোক বামুণ বুলি কোৱা হয়। চাইলল্লু বা কাপৰডু সকলে কাপোৰ-কানি বনোৱা, তাঁতি শ্ৰেণীৰ লোক। চাকলল্লু সকল ধুবি বৃত্তিৰ লোক বুলি কয়। 'হাজামত' কৰা সকলক 'মাংলডু' বুলি কয়। ৰেলল্লোসকল 'ৰেলী' নামে জনাজাত। এওঁলোক বাজনীয়া বা হৰিজন শ্ৰেণীৰ লোক। 'মালল্লু'সকলক চাহ বাগিচাত 'মাল' বুলি কয়। এওঁলোক খেতিয়ক আৰু অনুসূচিত শ্ৰেণীৰ। 'ৰাও' সকলকো 'মাল' জাতৰ লগত একেই বুলি ধৰে। সোণাৰ বা সোণাৰিৰ বৃত্তি থকা সকলক 'কাউচাল্লু', কুমাৰ শ্ৰেণীৰ সকলক 'মইলল্লু', কুমাৰ শ্ৰেণীৰ সকলক 'কুমৰডু', দুগ্ধ ব্যৱসায়ী বা গুৱালা শ্ৰেণীৰ লোক সকলক 'গল্লডু', বণিয়া বা বেপাৰী শ্ৰেণীৰ বংশধৰ সকলক 'এলমডু', মাটিৰ কাম কৰা নুনীয়া শ্ৰেণীৰ লোকসকলক 'অপ্ৰল্লু' বুলি কয়। 'ৰেডকল্লু' সকলে 'ৰেড্ডী' লেখে। 'নাইনডু' সকলে 'নাইডু' লেখে। এই দুয়োটা জাতিয়েই মালজাতৰ পৰা ফাটি গৈ একোটা বেলেগ জাত হ'ল বুলি জনা যায়। ইয়াৰ উপৰি এওঁলোকৰ আন বহুতো শাখা-উপশাখা আছে বুলি কয়।

এওঁবিলাকৰ গোত্ৰ আদি এনে ধৰণৰ - যেনে - কৌলডু (মুৰ্গী), টোটল্লু (টুকুৰী), বেণ্ডল্লু (গাড়ী), সাইৰডু (আম), ৰেংগালল্লু (বগৰী), পৌণ্ডল্লু (মহ), চিত্তো (গছ), গড়মল্লু (ঘোঁৰা) ইত্যাদি।

পূজা-পাৰ্বনৰ ভিতৰত অমাতাল্লি, আইচৰাম্মা, পাৰাম্মা আদিয়েই প্ৰধান। আমতাল্লিৰ পূজাক মহামায়া (দুৰ্গা) দেৱীৰ পূজা বুলি কয়। এই পূজাত হাঁহ, ছাগলী, কুকুৰা আদি বলি কাটে। পূজা ভাগ আহিনত পাতে। 'আইচৰাম্মা' অৰ্থাৎ গাঁও বা গ্ৰামদেৱীৰ পূজা আহাৰ মাহত অনুষ্ঠিত কৰে। পূজাভাগ হাঁহ,ছাগলী আৰু কুকুৰা বলিৰে সমাপন কৰে। ইয়াত পাৰ চৰাই উৰোৱাৰ নিয়ম নাই। এই পূজাত মাইকী মানুহৰ গাত দেও উঠায় আৰু শুভাশুভ বতৰা লয়। পাৰাম্মা বা শীতলা দেৱীৰ পূজা জেঠ মাহত পাতে। চ'ত মাহৰ অমাৱস্যাত সৰ্প পূজা কৰে। ইয়াৰ উপৰি কালী, মংলা, বুঢ়া ডাঙৰীয়া আদিৰ পূজাও কৰে। মকৰ সংক্ৰান্তিও পালন কৰে।

ফৈদ বা বৰ্ণভেদে এওঁলোকৰ সামাজিক নীতি-নিয়ম কিছু বেলেগ দেখা যায়। বিয়া-বাৰুত কুলীন বামুণৰ দৰকাৰ। অথচ এনে কুলীন বামুণ অসমলৈ বৰ বেছি চালানী নোহোৱাত বামুণৰ বিকল্প হিচাপে বহুতেই মামী সম্পৰ্কীয় লোকক পুৰোহিত কৰি তেনে কাৰ্য সমাধা কৰে বুলি কয়। পুৰোহিতালি কৰা এনে লোকক 'মৰুত কাড়ু', 'জাইনড়ু' আদি কয়। সেইদৰে মৃতকক জুই দিওঁতে যিসকলে আগ ভাগ লয় তেওঁলোকক 'চিগ্ গাৰড়ু' বুলি কয়। সমাজৰ গাঁওবুঢ়া হিচাপে থকাজনক 'বাইড় কড়ু' বুলি কয়। এই বাইড়কড়ুজন পাঁচখন বা ততোধিক গাঁৱৰ মুৰব্বী হিচাপে থাকে। পুৰণি নিয়মমতে তেওঁৰ হাতত এডাল ৰূপ খটোৱা লাঠী বা টোকোন থাকিব লাগে। লাঠীডালত 'ঘুংগুৰ' বা জুনুকা বান্ধি ৰখাও নিয়ম। এই 'বাইড়কড়ু'জনে জাতিৰ বৈঠক বহিলে, সকাম-নিকাম হ'লে, মাননী হিচাপে বহুৰকমৰ উপঢৌকন পায়। পুৰণি কালত বছৰেকীয়া ৰাজহুৱা বৰঙণি আদিও পাইছিল বুলি কয়। এওঁৰ তলত প্ৰতিখন গাঁৱত একোজন 'পেদড়ু' বা মুখীয়া থাকে। দৰাচলতে 'বাইকড়ু পেদড়ু' আদিৰ নিৰ্দেশনাতেই ৰাজহুৱা কাম-কাজ সমাধা হয়।

এওঁলোকৰ সমাজত মানুহ মৰিলে শ'টোক মাহ-হালধি আদিৰে ঘঁহি-পিহি গা ধুৱায়। পিছত নাম সংকীৰ্তন কৰি শ্মশানলৈ নিয়ে। পোৰা আৰু পোতা দুয়োটা প্ৰথাই সুবিধানুযায়ী পালন কৰে। কিছুৱে মৃতকক পোতা ঠাইত চেংনী মুৰগী পোৱালী এটা এৰি দিয়ে। কিছুৱে তুলসী গছ, বৰ গছ বা পিপড় গছ ৰোৱে। ইয়াৰ পাছত সকলোৱে পানী ঘাটত স্নান কৰে আৰু ঘৰলৈ আহি (মৃতকৰ ঘৰত) তুলসী পানী ছটিয়াই ধুপ-ধূনাৰ গোন্ধ লয়। মৃতকৰ ঘৰে ৩ দিনলৈ চৌকা নজ্বলায়। তিনি দিনত 'তিলনী' বা 'তিতা ভাতৰ' অনুষ্ঠান পাতে। এই দিনৰ পৰাই মৃতকলৈ আহাৰ-পানী পৌছাঁয়। নিৰ্দিষ্ট ১০ দিনত দশ সংস্কাৰ কৰে। মৃতকৰ

পুত্ৰইঁতে মুণ্ডণ কাৰ্য কৰে। ছাঁহিৰো আনে।

বিয়া-বাৰুৰ ক্ষেত্ৰত কন্যাৰ পণ নিচেই সামান্য। বিয়াৰ বেদীক কেন্দ্ৰ কৰি কেওকাষে ৯ টা খুটা পোতে আৰু সেইকেইটাক সংলগ্ন কৰি চাঙৰ দৰে বনাই তাৰ ওপৰত পৱিত্ৰ বুলি ভবা আম, জাম, নিম, বৰ, বেল আৰু পিপড় গছৰ ডাল-পাত তুলি দিয়ে। মাড়ুৱা খুটা বা প্ৰধান খুটাত বংশ-মৰ্যাদাৰ চিন হিচাপে ধেনু-কাঁড়, কুঠাৰ আদিও আঁৰে। বিভিন্ন ধৰণৰ টেকেলী, চৰু-বন্তি আদিৰে বেদী সজায়।

বিবাহত 'চিন্দ্ৰা-দান' বা 'সেন্দুৰ দান' পৰ্ব দুটা নিয়মত পালন কৰে। কিছুৱে আকাশত দুটা তৰা বাচি লয়। অৱশ্যে পুৰোহিতেও এইখিনিতে আগ ভাগ লয়। সময়ৰ গতি আগবঢ়াৰ লগে লগে দুটা তৰাৰ দূৰত্বৰ ব্যৱধান টুটি আহি নিৰ্দিষ্ট ঠাইত উপবিষ্ট হ'লেই দৰাই কন্যাক সেন্দুৰ দিয়ে আৰু বংশৰ চিন হিচাপে 'পুন্তি' নামৰ হাৰ এদাল পিন্ধায়। 'পুন্তি'ৰ লকেটটোত দৰাৰ বংশ অনুযায়ী (যেনে চন্দ্ৰ, সূৰ্য, তৰা, ত্ৰিশূল আকাৰৰ) কিছুমান প্ৰতীক চিন গঢ়াই লয়। এনে পৰ্বৰ শেষতহে উপহাৰ পৰ্ব আৰম্ভ হয়। কিছুৱে বামুণৰ দ্বাৰা চোৱা চিতা কৰাই লগ্ন ঠিক কৰি লয়। এওঁলোকে বামুণীয়া নিয়মেৰেই সকলো কাম কাজ সমাধা কৰে।

কন্যাই দৰাৰ ঘৰলৈ যোৱাৰ পাছত হয় ক'ৰবাত গৈ লুকাব লাগে নহয় পলাই যাবলৈ চেষ্টা কৰিব লাগে। কন্যা লুকালে বা পলাই যাব ধৰিলে দৰাই হাতত ধেনু-কাঁড় লৈ বিচাৰি গৈ ধৰি আনিব লাগে। এই প্ৰতীক দৃশ্যটোৰ আঁৰত সীতাক ৰাবণে হৰি নিয়া আৰু ৰামে উদ্ধাৰ কৰা ৰামায়ণৰ কাহিনীৰ কিছু কথা সাঙোৰ খাই আছে বুলি বুঢ়াসকলে কয়। অৱশ্যে এনে দৃশ্য দুই-এঠাইত ভূমিজ আদি জাতি-গোষ্ঠীৰ মাজতো দেখা যায়।

নৱ-জাতকৰ ক্ৰিয়া কৰমত (৯ দিনৰ দিনা) এওঁলোকে বাঁহপাত আৰু 'অইলাক' নামৰ এবিধ গছৰ পাত সিজোৱা পানীৰে কেঁচুৱা আৰু প্ৰসূতিক গা ধুৱায়। কিছুৱে এই দিনাই কেচুৱাটোৰ নাম বচা অনুষ্ঠান পাতে। ২১ দিনত 'ছটী' বা একৈশা উপলক্ষ্যে সন্তানটিৰ চুলি নমায় আৰু 'ঝুলনা'ত দিয়ে। এইদিনা গৃহস্থই জ্ঞাতি-ভোজ খুৱায়। এওঁলোকৰ যি কোনো ধৰণৰ ৰাজহুৱা খানা-পিনাত 'চেম্ভ পাণ্ডু পুলুচ' নামৰ টেঙাৰ টক্ বা আচাৰ দিয়াটো সামাজিক প্ৰথাৰ ভিতৰুৱা। ইয়াৰ অবিহনে জ্ঞাতিয়ে ভোজনী গ্ৰহণ নকৰে।

পূৰ্বৰ ঠাই সমূহত এই জাতিৰ লোকসকল অত্যন্ত গৰীৱ থকাৰ হেতুকে বাহি-জংঘলৰ পৰা খৰি-কাঠ আদি আনি নগৰে-চহৰে বিক্ৰী-বাৰ্তা কৰিয়েই জীৱিকা আৰ্জিছিল বুলি জনা যায়। কিছুৱে বাদাম, আলু, মাড়ুৱা, ধান আদিৰ খেতি-

বাতিও কৰিছিল । ধনী মহাজন-জমিদাৰ আদিয়ে এওঁলোকৰ গৰীৱ অৱস্থাৰ সুযোগ পুৰামাত্ৰাই গ্ৰহণ কৰিছিল বুলি জনা যায় । পূৰ্বৰ ঠাইত ধূতী আৰু শাৰীয়েইহেনো প্ৰধান পৰিধান বস্ত্ৰ আছিল ।সেই সময়ত 'চোলা' নামৰ বস্ত্ৰ আদি হেনো প্ৰচলিত নাছিল । ধনীসকলৰ মাজতহে এনে বস্ত্ৰৰ প্ৰচলন আছিল বুলি বুঢ়াসকলে কয় ।

এই সমাজত ব্যৱহৃত বাদ্য যন্ত্ৰবোৰ নাম 'মাহ-দি-কাগুা' , 'ৰাম ডল্লু', 'চূতি', 'চহনাই', 'ডাপু', 'মাংগলমেড়মু' আদি বুলিয়েই জনা যায় ।

এওঁলোকৰ মাজত দুই ধৰণে নিজৰ নাম আৰু উপাধিৰ পৰিচয় দিয়া নিয়ম আছে । প্ৰথমটোত সৰ্ব সাধাৰণ ভাৰতীয়ৰ দৰে প্ৰথমে 'শ্ৰী' তাৰ পাছত নাম আৰু শেষত উপাধিটো যোগ কৰি দিয়ে । দ্বিতীয়টোত ব্যক্তিজনৰ কোন বংশত জন্ম, সেই বংশৰ নামৰ আদি আখৰটো প্ৰথমে ব্যৱহাৰ কৰি তাৰ পাছতহে নামটো লিখি পৰিচয় দিয়ে । ধৰি লোৱা হওক ব্যক্তিজনৰ নাম বাকী প্ৰসাদ তেলেংগা । তেওঁৰ জন্ম 'কাৰিগ্নলো' বংশত । অৰ্থাৎ জুই নথকা অৱস্থাত এওঁলোকেই পাথৰৰ ঘঁহনিত জুই আৱিষ্কাৰ কৰি ৰজাক যোগাইছিল । জুইৰ আৱিষ্কাৰক হোৱাৰ বাবে এওঁলোকক ব্ৰহ্ম বংশ বুলি ধৰে । এইজন ব্যক্তিয়ে নিজৰ নাম লিখিবলৈ হ'লে 'কে, বাকী প্ৰসাদো' লিখিব পাৰে । পূৰ্বৰ ঠাই সমূহত দ্বিতীয় পদ্ধতিটোহে অধিক জনপ্ৰিয় বুলি জনা যায় ।



# পাটোৱা

পাটোৱা জাতিটোক দক্ষিণ বিহাৰৰ ভৈয়ামৰ জনজাতি বিলাকৰ অন্যতম বুলি ধৰে। পাট বা চিল্কৰ কাম কৰা, বিশেষকৈ পাট উৎপাদন আৰু পাটৰ কাপোৰ বোৱা, এই দুটাই 'পাটোৱা' জাতিৰ পূৰ্বজ সকলৰ প্ৰধান কৰ্ম আছিল বুলি জনা যায়। সেয়েহে এই জাতিৰ লোকক বহুতে 'পাট তাঁতি' বা 'পত্ৰ তাঁতি' বুলিও কয়।

অতি প্ৰাচীন কালত এই জাতিৰ লোকসকল মগধ ৰাজ্যত হেনো বসবাস কৰিছিল। সেই সময়ত এই বংশৰ লোকসকলে কেৱল ৰজা-মহাৰজাৰ ঘৰৰহে সাজ-পোছাক তৈয়াৰ কৰিছিল বুলি জনশ্ৰুতি আছে। ক্ৰমাৎ এওঁলোকৰ জনসংখ্যা বৃদ্ধি হোৱাৰ লগে লগে জীৱিকাৰ উপায় বিচাৰি বিহাৰৰ সাঁওতাল পৰগণা, ছোট নাগপুৰ, হাজাৰিবাগ আদিৰ বিভিন্ন অঞ্চলত বিয়পি পৰে আৰু হাবি-বন ভাঙি বসতি কৰিবলৈ লয়। সেই সময়ত উক্ত অঞ্চলৰ জঘন্য হাবি-বননিত বিভিন্ন দেও-ভূত আৰু হিংস্ৰ জন্তু-জানোৱাৰৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ হেনো বিভিন্ন দেৱ-দেৱীক পাৰিবাৰিক হিচাপে গ্ৰহণ কৰি পূজা আদি কৰিবলৈও লয়। সেই দেৱ-দেৱীসকলৰ পূজা-পাতল আজিও এই সমাজৰ পৰা আঁতৰি যোৱা নাই। এনেবিলাক দেৱ-দেৱীৰ ভিতৰত 'দুৱাৰ দেৱী' বা 'দুৱাৰ শনিয়া' দেৱীৰ পূজা অন্যতম। এই দেৱীৰ পূজা কৰিলে হেনো ঘৰৰ গৃহস্থৰ কোনো অপায় অমংগল নঘটে। পূজাভাগ ঘৰৰ ভিতৰুৱা থানত বগা ৰঙৰ মুৰ্গী বলিৰে সমাধা কৰে। দ্বিতীয়জন দেৱতাক 'বাঘাওত' বুলি কয়। অৰ্থাৎ বাঘ পূজা। এই 'বাঘ' দেৱতাৰ লগতে হাবি-বননিৰ গৰাকী 'বনদেৱী' আৰু 'দুৰ্গা' মাৰো অৰ্চনা কৰে। খেতি-বাতি কৰিবৰ সময়ত, বিশেষকৈ জুম খেতি বা অস্থায়ী খেতিৰ সময়ত হাবি-বননি ভাঙোতে পঠা বলিৰে এই পূজা সমাধা কৰা হৈছিল। আজিও 'বাঘুত' পূজা হিচাপে এওঁলোকৰ মাজত বাঘ পূজা চলি আছে বুলি জনা যায়। এই পূজা অনুষ্ঠিত কৰিলে বাঘ, ভালুক আৰু বিভিন্ন প্ৰেত আদিৰ পৰা ৰক্ষা পায় বুলি বিশ্বাস প্ৰচলিত আছে। তৃতীয় গৰাকী দেৱীক 'সতী সতীয়াৰিন' বুলি কয়। এই গৰাকী দেৱীৰ পূজা প্ৰতি গৃহস্থই পালন কৰে। 'সতী সতীয়াৰিন'ৰ আন নাম 'শিৱ-পাৰ্বতী'। কথিত আছে যে শিৱ-পাৰ্বতীৰ ঘামৰ পৰাই হেনো এই জাতি গোষ্ঠীৰ সৃষ্টি হৈছিল। সেয়ে এওঁলোকে নিজকে 'শিৱ বংশী ৰেৱাৰ' বুলিও পৰিচয় দিয়ে। শিৱ-পাৰ্বতীক এওঁলোকে পৰম পিতামহ বুলিও মানে। দ্ৰাবিড়ীয় পূজাৰ প্ৰভাৱো এওঁলোকৰ মাজত আছে বুলি

কয় । ইয়াৰ ভিতৰত কৰম গছৰ পূজা, পিপড় গছৰ পূজা আদিয়েই প্ৰধান । সাপ পূজাৰ ভিতৰত 'মনসা দেৱী' আৰু 'নাগ পূজা' প্ৰচলিত আছে । গোত্ৰ হিচাপে এওঁলোকৰ কিছুৱে নিজকে 'নাগ' আৰু কিছুৱে 'কাচ্ছাপ' বা কাছ গোত্ৰীয় বুলিও কয় ।

জন্ম, মৃত্যু আৰু বিবাহৰ ক্ৰিয়া কৰ্ম আদি এওঁলোকে বৈদিক নিয়মেৰেই সম্পন্ন কৰে । গন্ধৰ্ব বিবাহ, বহুপতি বিবাহ আৰু বিধবা বিবাহৰ প্ৰচলন নাই বুলি কয় । কিন্তু বহুস্ত্ৰী বিবাহৰ প্ৰচলন আছে । বাল্য বিবাহৰো নিয়ম প্ৰচলিত আছে । বিবাহৰ নীতি-নিয়ম ভংগ কৰাৰ ক্ষেত্ৰত জাতিৰ কটকটীয়া নিয়ম থকাত আৰু এঘৰীয়া হোৱাৰ ভয়ত সকলোৱে পৰাপক্ষত ঠিকে-ঠাকে চলে বুলি কয় । এই সমাজত কন্যাৰ কাৰণে পণ দিবৰ নিয়ম নাই যদিও 'বৰ কিনাৰ' প্ৰথা আছে । বাপেক নাইবা ককায়েকে কন্যাৰ 'চিন্দ্ৰাদান' কৰে । একে গোত্ৰত বিবাহ হোৱাত বাধা নাই বুলি জনা যায় । বামুণে সকলো কামতে পুৰোহিততালি কৰে ।

মানুহ মৰিলে শটো পুৰি পেলোৱা নিয়ম আছে । খুবেই অসুবিধা থাকিলে বা কেও কিছু নহ'লেহে পোতে । চিতাগ্নিৰ ছাঁই কিছু ৰাখি 'ঘাট'ৰ দিনা নদীত উটুৱাই দিয়ে । গয়াত পিণ্ড দিয়াৰো নিয়ম আছে । ৩ দিনত তিলনী, ৭ দিনত সপ্তস্নান আকু ১০ দিনত 'দহা' বা 'ঘাট' পাতে । ছাঁহিৰ অনা নিয়মো পালন কৰে ।

জন্মৰ চ্যুত গুচাবলৈ ৬ দিনত ক্ষৌৰকৰ্ম কৰে । এই দিনাই ছটীও পাতে ।

এই জাতিৰ মাজত কেইবাটাও শাখা আছে বুলি জনা যায় । ইয়াৰ ভিতৰত ৰেৱাৰ, তাঁতি, পটহৰ, লোহৰা, গোঁসাই, তাঁতৱা, ছাউছান, চৌধুৰী আৰু পাটোৱাৰীয়েই প্ৰধান । পাটোৱাৰী সকলৰ কৰ সংগ্ৰহৰ কাম, চৌধুৰীসকল গাঁৱৰ মুৰব্বী হিচাপে থাকি শাসন কাৰ্য, ছাউছানসকল গাঁও ৰক্ষাৰ কাৰ্যত, তাঁতৱা সকল তাঁত যন্ত্ৰৰ মেৰামতি আৰু উৎপাদন কাৰ্য, গোঁসাই সকল বেজী সূতাৰ কাম আৰু লোহৰাসকলে লোহাৰ কাম-বন কৰিয়েই বৃত্তিগত জীৱন যাপন কৰিছিল বুলিয়েই কোৱা হয় । পূৰ্বজ সকলৰ এনে শাখাগত বৃত্তি-কৰ্ম অনুসৰিয়েই তেওঁলোকৰ বংশধৰ সকলে ৰেৱাৰ, গোঁসাই, পাটোৱাৰী, লোহৰা, ছাউছান, চৌধুৰী আদি উপাধিৰে নিজৰ পৰিচয় দিয়ে । ইয়াৰ ভিতৰত চৌধুৰীসকলক শ্ৰেষ্ঠ আৰু লোহৰাসকলক নিম্ন বুলি গণ্য কৰে । সমাজৰ মুৰব্বী জনক 'মুখীয়া' আৰু 'চৌধুৰী' বুলি কয় ।

এই সম্প্ৰদায়ৰ লোকসকলে 'মাগাহী' নামৰ ভাষা কয় ।



# মালী

এই জাতিৰ লোকসকল উৰিষ্যাৰ গঞ্জাম, গুৰুলি, কাটিয়াৰ আদি ঠাই সমূহৰ পৰা অহা বুলি কয়। বংগদেশতো এই জাতিৰ লোক আছে। এই জাতিৰ আন এটা নাম মালাকাৰ।

পূৰ্বৰ ঠাই সমূহত এই গোষ্ঠীৰ পূৰ্ব পুৰুষসকলে মঠ-মন্দিৰ, দেৱালয় আদিৰ পূজাকীসকলক ফুল যোগান দিয়াৰ বৃত্তি আৱলম্বন কৰিছিল বুলি কয। ইয়াৰ উপৰিও ফুলৰ মালা গুঠি, ফুলৰ বেপাৰ কৰি, মঠ-মন্দিৰলৈ অহা তীৰ্থ যাত্ৰীসকলৰ পৰা ধন-বিত সংগ্ৰহ কৰি জীৱিকা আৰ্জিছিল। ফুলৰ উৎপাদন আৰু কাৰবাৰ কৰাত অভ্যস্ত থকাৰ হেতু এই জাতিৰ বহু লোকেই ৰজা-মহাৰজা, সামন্ত-জমিদাৰ আদিৰ ফুলৰ বাগানতো ফুল উৎপাদন কাৰ্যত নিয়োজিত হৈছিল বুলিও কয়। ইয়াৰ বাহিৰেও এওঁলোকে বিভিন্ন খেত-খামাৰ বা কৃষি কৰ্ম কৰিও পেট প্ৰৱৰ্তাইছিল বুলি জনা যায়।

বহুতে হেনো ধনী-মানী সকলৰ ঘৰত লাচনি-পাচনিৰ কামো কৰিছিল। এওঁবিলাকে নিজকে মালী, মালাকাৰ, মহাপাত্ৰ আদি বুলিয়েই চিনাকি দিয়ে। খণ্ডাইত, তচা, মহান্তি, পাইক, গউড় আদি জাতিগোষ্ঠীৰ লোকক নিজৰ সমগোত্ৰীয় বুলি ভাবে।

বামুণীয়া পন্থত চলা এই গোষ্ঠীৰ লোকসকলৰ ধৃতি-নীতি কিছু বেছি। নিজকে বৈশ্য বৰ্ণৰ বুলি ভাবে আৰু আন আন নিম্ন শূদ্ৰজাতৰ লগত উঠা-বহা কৰিবলৈ টান পায়। সকাম-নিকাম, পূজা-পাৰ্বন, বিয়া-সবাহ সকলোতে বামুণক পুৰোহিত লয়। শাস্ত্ৰ-পুৰাণ আদিত থকা বিভিন্ন দেৱ-দেৱীৰ পূজা আৰু উৎসৱ সমূহ মানে বুলিও কয়।

তুলনামূলক ভাবে চালে, এই জাতিগোষ্ঠীৰ লোক অসমত কম যেন অনুমান হয়।



# কিষাণ

এওঁলোক আৰা, দ্বাৰাভাংগা, মতিহাৰী, মজঃফৰপুৰ, পাটনা, গোৰখপুৰ আদি ঠাই সমূহৰ পৰা অহা বুলি কয়। পূৰ্বৰ এই ঠাই সমূহত বিভিন্ন ধৰণৰ খেতি-বাতি যেনে- য', ঘেঁহু, বাজৰা, মাটিকলাই, ৰহৰ, মচুৰ, গোমধান আদি বিভিন্ন কৃষি কৰ্ম কৰি চলিছিল। এই সমাজৰ মুৰব্বী হিচাপে 'মাহতু' জনেই সকলো সামাজিক আচাৰ-বিচাৰ, মেল-মোকৰ্দমা আদিৰ নিষ্পত্তিৰ ক্ষেত্ৰত আগভাগ লয়। এওঁলোকে মূলতঃ ভোজপুৰী ভাষা কয়। মৰা-হৰা, সাদী-বিবাহ, সকাম-নিকাম সকলোতে বামুণক পুৰোহিত লয়।

'সত্যনাৰায়ণ ব্ৰত' এওঁলোকে পালন কৰে। এই ব্ৰত-পূজাই কুলৰ শ্ৰেষ্ঠ পূজা বুলিও ভাবে। বিভিন্ন সকাম-নিকাম উপলক্ষ্যে সংকীৰ্তন আদিও কৰে। কিছু কিছুৰ মাজত আদিবাসী ধৰ্মৰো প্ৰভাৱ পৰা পৰিলক্ষিত হয়। কিছুৰ মাজত ঘৰুৱা ভাবে কালী পূজা, লক্ষ্মী পূজা আদিৰো প্ৰচলন আছে। দুৰ্গা পূজা তেনেকৈ নামানে বুলি জনা যায়।

কৃষি কৰ্মত আগৰণুৱা আছিল বুলিয়েই এওঁলোক কিষাণ নামে অভিহিত হ'ল বুলি কোনো কোনোৱে কয়।

উত্তৰ ভাৰতৰ পৰা অহা 'মদাৰী' আৰু 'বাহ্‌লীয়া' নামৰ পাহাৰীয়া অঞ্চলৰ লোক কিছুমানো চাহ বাগিচা সমূহত দেখা পোৱা গৈছিল। 'মদাৰী' সকলক বান্দৰ- ভালুক নচুৱাই ফুৰা যাযাবৰী গোষ্ঠীৰ বংশধৰ বুলি জনা গৈছিল। হাবি-জংঘলত ফান্দ পাতি চিকাৰ কৰাত 'বাহ্‌লীয়া' সকল অদ্বিতীয় আছিল। সাম্প্ৰতিক কালত বাগিচা অঞ্চলত এনে জনগোষ্ঠীৰ লোকসকলক প্ৰায়েই দেখা নাযায়।



# বামুণ

চাহ বাগিচা সমূহত বসবাস কৰা বামুণ গোষ্ঠীৰ লোকসকল চাহ মজদুৰ সমাজৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। এওঁলোক সৰ্বভাৰতত বিয়পি থকা 'বামুণ' সম্প্ৰদায়ৰেই বংশধৰ। মজদুৰসকলৰ দৰে এওঁলোক চাহ বাগিচা সমূহলৈ চালানী হৈ নাহিলেও, মজদুৰ হিচাপে এক বুজন অংশৰ লোকসকল, ভাৰতৰ কেওকাষৰ পৰা অসমলৈ অহাত, এওঁলোকেও সিসকলৰ মাজত যাজন কৰ্ম কৰি জীৱিকাৰ পথ বিচাৰি অসমলৈ আহে। কৰ্তৃপক্ষৰ অনুমতি লৈ এওঁলোকেও বাগিচা অঞ্চলৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ পৰে। বামুণ হ'লেও অৰ্থনৈতিক কাৰণত এই সম্প্ৰদায়ৰ বহুতেই বাগিচা অঞ্চলত যজমানী কৰ্মৰ লগে লগে শাৰীৰিক পৰিশ্ৰম কৰিও পেটৰ ভাত মোকলাইছে। বহুতৰ মাজত সংমিশ্ৰণো ঘটিছে।

এই বামুণসকলৰ বেছি ভাগেই বিহাৰ, উৰিষ্যা আৰু উত্তৰ প্ৰদেশৰ পৰা অহা। এওঁলোকৰ মাজত গিৰি, পুৰী, ভাৰতী, পাণ্ডে, মিশ্ৰ, গোঁসাই আদি ভাগ আছে বুলি কয়। অৱশ্যে বাগিচা অঞ্চলত মিশ্ৰ, পাণ্ডে আৰু গোঁসাই হিচাপে জনাজাত বামুণ শ্ৰেণীয়েহে বসবাস কৰা দেখা যায়। বামুণ পন্থী মজদুৰ শ্ৰেণীৰ পৰা দান-দক্ষিণা আৰু অৰ্থৰ বিনিময়ত এওঁলোকে বিভিন্ন দেৱ-দেৱীৰ পূজা-পাৰ্বন, সাদী-বিবাহ, মৰা-হৰা, সকাম-নিকাম, চোৱা-চিতা আদি কৰি বিভিন্ন সাংস্কৃতিক ক্ৰিয়া-কাণ্ড সম্পন্ন কৰে। ধৰম-কৰমৰ কামত এনেদৰে সকাহ দিয়াৰ বাবে এওঁলোকে সিসকলৰ পৰা বছৰেকীয়া কৰ হিচাপে ধান-চাউল, সিধা-পাতি, পা-পয়ছা বা 'চাঁন্দা' আদিও সংগ্ৰহ কৰে।



| চাহপতীয়া সমাজত প্ৰচলিত শব্দ | মান্য অসমীয়া অৰ্থ |
|---|---|
| চিৰু হাবি | উলু খেৰ |
| ঝুৰ্ গুণ্ডা | বনগুটি |
| নিচি | ফুটুকা |
| তাড়ানী | তৰা গছ |
| দাতৃ কাঁটা | জেটুলী লতা |
| দুব ঘাঁছ | দূবৰি বন |
| পাত্ৰী লতা | ভেদাই লতা |
| পালা | বন-লতা আদি |
| ফুট্‌কানি | ফুটুকা হাবি |

(গ)

| | |
|---|---|
| কঁড়ি | কলি |
| কেঁচৰ | চেঁচোৰ |
| চনকা | ঠুনুকা, নৰম, কোমল |
| চাৰা | পুলি |
| ঝুঁড় | সৰু হাবি, পাতলীয়া বন |
| কুঁড়া | কড়ালি দিয়া, ডলি দিয়া |
| ঝাড়, ঝঁপা | জোপা, জোপোহা |
| ঝুপ্‌ড়া / ঝাঁপড়া | বহলকৈ ডাল-পাত মেলা জোপোহা গছ |
| ঠুঁটলা গছ | সঠঙা গছ, আগলি ডাল ভগা গছ |
| ডগ্ | কুঁহিপাত, কুমলীয়া আগ |
| ঢুটু | গছৰ মুঢ়া |
| পুংড়ী | আগলি পাত, কলি |
| পুহা / পহা / ফুলা | পুলি গছ |
| ফেংগীয়া, খেঞ্জী | ফেৰেঙনি |
| শিকড়্ | শিপা |
| কুন্দা | গা-গছ |
| গাছ | গছ |
| গাজাড় | গেজেপনি |

# ফুল

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| গেন্দাফুল | নাৰ্জী ফুল |
| গুল্‌ঞ্চি | গুলচ |
| চালুক | ভেট ফুল |
| পদ্দ | পদুম |
| পাইল্‌ধা | মদাৰ |
| লালফুল | জবাফুল |
| মুৰগী ফুল | কুকুৰাপহীয়া |
| সন্‌জা ফুল | গধূলি গোপাল |

# শস্য

## (ক)

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| কুঁইহাঁ | কুঁহিয়াৰ |
| কাব্‌ৰা কুঁইহাঁ, চিট কুঁইহাঁ | আঁকি কুঁহিয়াৰ |
| চৰ্‌চা, চইৰ্‌চা | সৰিয়হ |
| জনাৰ | গোমধান বা মাকৈ |
| মুং | মগু |
| ৰাহেড় | ৰহৰ |
| মাটি কলাই | মাটিমাহ |
| শন | মৰাপাট |

## (খ)

| | |
|---|---|
| গুটি বুনা | গুটি সিঁচা |

| | |
|---|---|
| পানী ঝিটা | পানী সিঁচা |
| পুঁৱাল | ধান খেৰ |
| ঝাঁক দিয়া | জেং দিয়া, ধোঁৱা দিয়া কাৰ্য |
| ধান চিচ্ | ধানৰ সীহ |
| আঁকুৰ | গজালি, অংকুৰ |

# শাক-পাচলি

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| কুন্দ্ৰী | কুন্দলী |
| কাৰ্‌লা | কেৰেলা |
| কুম্‌ড়া | কোমোৰা |
| কুদ্‌ৰূম | টেঙামৰা |
| কাঁটা শাগ | হাতী খুতৰা |
| খীৰা | জেং তিঁয়হ |
| খাম্বা, খামালু | কাঠ আলু |
| খাড়া শাগ্ | মৰিচা |
| খঁট্‌ৰা | খুতৰা |
| ঘাংৰা | লেচেৰা মাহ |
| চীম্ | উৰহী |
| ছাতু | কাঠফুলা |
| ছালন্তী শাগ | মাটি কাদুৰি |
| চিচিংগা | ধুন্দুলি |
| ঝিগা | জিকা |
| ঝাল<br>ঝইল্‌কা | জলকীয়া |
| ঝান্ ঝালকী | কণ জলকীয়া |
| টিহুঁ | তিয়ঁহ |
| ডিলা | ৰঙালাউ |
| ধুৰূপ শাগ | দ্ৰোণ |

| | |
|---|---|
| পুই | পুৰৈ |
| পৰল | ভোল, তৰই |
| বিলাতী বেগ্না | বিলাহী |
| বেগ্না<br>বেগুন<br>বাইগন্ | বেঙেনা |
| বেং পাত | মানি-মুনি |
| ভাতুৰা শাগ | জিলমিল |
| ভেঁড়ি ঝিংগা | ভেণ্ডি |
| চুথ্নী আলু | মোৰা আলু |

## চৰাই

### (ক)

| *চাহজাতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| অলবকা | হেঁটুলুকা |
| আকপাক | কেতেকী |
| কুটিছ | বটা চৰাই |
| কুহ্লি, কইলি | কুলি চৰাই |
| কড়ৰেংগা | কোকলোঙা |
| কাৱা | কাউৰী |
| কাণা মচৰী | কণামুচৰি |
| কাঠ ঠকড়া<br>কাঠ ঠট্কা | বাঢ়েটোকা |
| গড়ুঁল | বৰটোকোলা |
| গবৰীয়া ময়না | কাণ-কুৰিকা |
| গিদ্ধী | শগুন |
| ঘৰময়না | ঘৰশালিকা |
| চিড়িয়া ময়না | চুটিয়া শালিকা |
| চিল | চিলনী |

| | |
|---|---|
| চিক্‌ৰা | কুৰুৱা |
| চুগা | ভাটৌ |
| চটে, চটীয়া | টোকোৰা, ঘৰ-চিৰিকা |
| চুগ্নী | শগুন |
| চামচিকা }<br>চাম বাদলী } | চুঙা বাদুলি |
| টেঁৰা | কাউ চৰাই |
| ডাহুঁক | ডাউক |
| টেঁচু }<br>টেঁচুৰা } | ফেচু চৰাই |
| ধইন্‌শা | ধনেশ |
| ধবী | বালিমাহী |
| ধুন্দু | হুদু |
| নাকাটঁড়া | ধনেশ |
| পাহাৰীয়া ময়না | ময়না |
| পাঁড়কী | কপৌ চৰাই |
| পিয় | সখিয়তী |
| পাতটিপি, টিপটিপি | পাতসিয়া |
| ফুলফিছি | মৌ-পিয়া |
| ফিক্‌ড় | খোপা বন্ধা চৰাই |
| ৰাজ | শেন |
| বকলী | বগলী |
| বাদ্‌লী, বাদুঁল | বাদুলি |
| মেজুৰ | ম'ৰা চৰাই |
| মৌকাল | কুকুহা |
| মাছকিলা }<br>মাছৰাংগা } | মাছৰোকা |
| মুগৰী }<br>মুৰ্গী } | কুকুৰা |
| লালবগ | ইটাগুৰি |
| হাঁছ | হাঁহ |
| হাইঠল | হাইঠা |
| হেঁটেটেঁৰা | বালিঘোঁৰা |

(খ)

| | |
|---|---|
| পাখুড়<br>পাঁইক | চৰাই |
| পাল্‌ক | পাখি |
| ডেনা<br>ডানা | ডেউকা |
| খন্দা<br>খঁতা | চৰাইৰ বাঁহ |
| ঘুৰণী বহা | উমনিত বহা |
| ফড়কা | পোৱালি জগোৱা |
| উড়ান | উৰণীয়া হোৱা |
| ৰিছা মুৰ্‌গী<br>উল্টা মুৰ্‌গী | জেং কুকুৰা |
| চাঁড়া মুৰ্‌গী | মতা কুকুৰা |
| ধাইড় মুৰ্‌গী | মাইকী কুকুৰা |
| কাটুল | ডেকেৰুৱা মাইকী |
| চেংনা<br>চেংনী | কুকুৰা পোৱালি |
| পাহুড় | যুঁজত জিকা মতা কুকুৰা |
| কাঁইট | কুকুৰা যুঁজোৱা বেঁকা ছুৰী |
| ঝিন্‌জৰা মুৰ্‌গী | ফুটফুটীয়া ৰঙৰ কুকুৰা |
| মালা মুৰগী | ৰংচঙীয়া কুকুৰা |

# জীৱ-জন্তু

(ক)

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| উদ্ বিলাই | উদ্ |
| কটাছ | হেঁপা |

| | |
|---|---|
| কাড়া | মহ |
| খেড়া | শহা |
| গহ্‌ৰি | গাহৰি |
| ঘঁড়া | ঘোঁৰা |
| চাহী | কেটেলা পছ |
| ছাগল | ছাগলী |
| চোঁৰৰ | গাহৰি |
| চিড়্‌ৰা, চিড়ুৰা | কেৰ্কেটুৰা |
| নেহুল<br>নেউলা } | নেউল |
| বিলাই | মেকুৰী |
| ৰৰা গহৰি | বনৰীয়া গাহৰি |
| ভেঁড়ি | ভেঁৰা |
| ভঁইচা | মেথোন |
| ভেঁড়ি ছাগল | ভেঁৰা |
| বদা ছাগল | ভটৰা, ভোবোলা ছাগলী |
| লাকৃড়া | কুকুৰনেচীয়া |
| হাগাগেন্দ্রা | জহামাল |

(খ)

| | |
|---|---|
| আঁপড়া | আঁচোৰা |
| আঁড়িয়া | যুদ্ধবাজ জন্তু |
| কাচায়া | কচাই |
| কৈঁতৰ | চিকৰা |
| খীৰ্‌ছা | ফেঁছ |
| গহাল | গোহালি |
| গবৰ ডিং<br>গবৰ গাদা } | গোবৰৰ দ'ম |
| নুচা<br>নুচড়া<br>নখ্‌ৰা } | নখেৰে আঁচোৰা |

| | |
|---|---|
| টুঁছা | খোঁচা, মুৰেৰে খুন্দিওৱা |
| পঁছড়ী, নেংগুড় | নেজ |
| ফড়িয়া | তপিনা |
| বাগাল | ৰখীয়া |
| বাগুিয়া, বাঁড়িয়া, বাঁড়ী | নেজ খঁৰা, খঁৰা |
| ভুটৰী | ভুৰু |
| ৰুৱা | নোম |
| লেণ্ডি | লাদ |
| হাব্‌চা | কামোৰা (কুকুৰৰ ক্ষেত্ৰত) |

# কীট-পতংগ

(ক)

| চাহপাতীয়া সমাজত প্ৰচলিত শব্দ | মান্য অসমীয়া অৰ্থ |
|---|---|
| ইচৰিংগা | উঁইচিৰিঙা |
| জোনপুকী | জোনাকী পৰুৱা |
| ঝিন্‌ঝিন্, ঝিন্‌জি | জিলী |
| তেলচাটি | পঁইতাচোৰা |
| পেঁপলা, পাপলি | পখিলা |
| ফৎড়িং | ফৰিং |
| বুৰুবুদলু | পাখি গজা উঁই-পৰুৱা |
| ডাঁইচ | ডাঁহ |
| ভমৰা, ভমৰ | ভোমোৰা |
| মাছি | মাখি |
| মছড় | ম'হ |
| মেগদুল | জিএগ |
| মধু মাছি, মদ মাছি | মৌ-মাখি |

| | |
|---|---|
| মাটি কদু | কোদো |
| লুতি মাছি | চেৰেপা |
| ঢনঢনীয়া মাছি | ভেনা মাখি |
| হাঁড়ি ভমৰ | টেকেলি কোদো |

(খ)

| | |
|---|---|
| কাণগেজৰা | চেলা |
| কুৰকুট | আমৰলি পৰুৱা |
| কেঁড়লই | কেৰেলুৱা |
| কেঁচুৱা | কেঁচু, কৃমি, পেলু |
| কেঁচুৱা মাটি | কেঁচুমটা |
| কাড়া জঁক | মহ জোক |
| গবৰ পকা | গুবৰুৱা |
| ঘুৰঘুৰীয়া | কুমটি |
| চুংগা পকা | বিছা |
| জঁক | জোক |
| মাকড়া | মকৰা |
| হাতী জঁক | কুমজেলেকুৱা |
| পিপড়া | পৰুৱা |
| লহা পিপড়া | ৰঙা পৰুৱা |

## সৰীসৃপ

| চাহপতীয়া সমাজত প্ৰচলিত শব্দ | মান্য অসমীয়া অৰ্থ |
|---|---|
| কেঁকলাচ | নাইপিয়া |
| খবিছ | ফেঁটী |
| গই | গুঁই |
| ঘিৰ্গিট | তেজপিয়া |
| চুঁচুৱা, চুহা | চিকা |

| | |
|---|---|
| চুটিয়া | নিগনি |
| টঁড় | ঢোৰা সাপ |
| ঢামনা | মচোৰা |
| টেটেংগা | তৰচেঙেলী, তেজপিয়া |
| টিকটিকি | জেঠী |
| তেলুৱা সাঁপ | কেঁচু সাপ |
| মুচা | এন্দুৰ |
| হলহলীয়া | বামুণীয়া |
| বান্ধ ফড়া, ৰাজসাপ | শঁক্চুৰ বা শঁকচূল |
| লহ্টন | নাইপিয়া |

# ধাতু

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| সনা | সোণ |
| ৰূপা | ৰূপ |
| লহা | লোহা |
| তাম্বা | তাম |
| চিচা | সীহ |
| কাঁষা | কাঁহ |
| চান্দি | ৰূপ |

# মাছ-কাছ আদি

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| আঁইচ | মাছৰ বাকলি |
| আইড় মাছ | আৰি মাছ |
| ইলছা | ইলিছ |
| কাঁকড়া | কেঁকোৰা |
| কুমীৰ | কুম্ভীৰ, ঘৰিয়াল |
| কুড়ী মাছ | কুড়ি |
| কাঠ বেং | পাত বেং |
| কাছিম, কছুৱা | কাছ |
| খাঁকড়ি | কেঁকোৰা |
| খইলছা | খলিহনা |
| গেঁতু | বতিয়া মাছ |
| গেগুা | বৰ শামুক |
| গগলী<br>ঘগলী<br>ঘংগী | শামুক |
| ঘৰ বেং | চুক ভেকুলী |
| চেং | চেঙেলী |
| চিংড়ি | মিছা মাছ |
| চুঁইচ | শিঙি |
| জাল মাছ | মিছা মাছ |
| টেংৰা | শিঙৰা |
| টুৰী বেং | চুক ভেকুলী |
| তুড় মাছ | টোৰা মাছ |
| দাঁইড়কিন<br>দাঁড়কিন | দৰিকণা |
| দাড়া | কেঁকোৰাৰ ঠেং |
| পহনা মাছ | মাছৰ পোনা |

| | |
|---|---|
| ফালিয়া | কাঙ্কুলি |
| বক মাছ | ককিলা, ঢোলৰ মাৰি |
| বেং পুঠি | লালুকী |
| বাঁচপাতীয়া | চেলকণা |
| ভেদা | গেদগেদী |
| ৰাজ বেং | বামুণী ভেকোলা |
| শাঁক | শংখ |
| শুক্‌টী, শুট্‌কী | শুকান মাছ |

# ফল-মূল

## (ক)

| *চাহপতীয়া সমাজত প্ৰচলিত শব্দ* | *মান্য অসমীয়া অৰ্থ* |
|---|---|
| আঁওলা | আমলখী |
| আমড়া | অমৰা |
| কপিতা, মধুফল | অমিতা |
| কামৰাংগা | কৰ্দৈ |
| কাঁঠাল | কঁঠাল |
| গহৰি আলু | মোৰা আলু |
| চাল্‌তা টেঙা | ঔ টেঙা |
| চকৰথন্দা | ৰঙা আলু |
| লাল আলু | |
| চিয়াল | চিৰাল |
| জামুন | জামু |
| টৈমৰচ্ | মধুৰি-আম |
| ডুমুৰ, ডিমুৰ | ডিমৰু |
| ডুমইৰ, ডমইৰ | |
| মাদাল | শ্ৰীফল |
| মিঠা টেংগা | সুমথিৰা টেঙা |

(২৪) কাদায়ে লটপট পানীয়ো টণ্ড — নাও
কোৰাড়ে আইলা অজগৰ ভেণ্ড ।

(২৫) কাঁচাই লদৰ-পদৰ — কলহ / টেকেলি
পাকলে সিন্দুৰ
যে বলতে নাই পাৰবেক
সে বনে ইন্দূৰ ।

(২৬) কাহ্নীকে দুবহ্নী মাছীকে দু শিং — ঢেঁকী
বৰাবৰ নাচে ধিতিং তিং ।

(২৭) কুদাইতে নাই পাৰি
আছে লম্বা ভড় — চিংড়ি বা ইচ্লা মাছ (মিছা মাছ)
মাথাই আছে খড়্গা হামাৰ
না হয় বনেৰ গড়
লম্বা লম্বা মছ আছে
না হয় চাহজাদা
পানীয়ে হামি বাস কৰি
গায়ে নাই কাদা
মাছেৰ নাম ধৰি হামি
কিন্তু আছে ঠেং
কাছ-মগৰ নহি হামি
নহি পানীৰ বেং ।

(২৮) খচ্ খচ্ পাত্ত গছ লড়ুৱা — ডৌ, ডাহুক, বহঁত
যে নাই জানে তাৰ বাপ ভেড়ুৱা ।

(২৯) খাই আছে গিলে নাই — খুটাৰ মুখৰ মাৰলি
দাঁড়াই আছে হিলে নাই ।

(৩০) গাইত' গাভিন দুধত' মিঠা — মৌচাক
ষোল শ' গোপিনীৰ একটি পিঠা ।

| | |
|---|---|
| (৩১) গাছেৰ ওপৰ ফল-<br>ফলেৰ ওপৰ পাতা<br>বৃক্ষ ঐটা নাহয় ভাই<br>নাহয় ঐটা লতা । | মাটিকঠাল |
| (৩২) ঘৰেৰ ভিতৰ ঘৰ<br>অপাই পড়ে মৰ । | মহুৰী (আঁঠুৱা) |
| (৩৩) চুঁইৰে চটকা<br>ধৰে কৰে পটকা । | শিগন (শেঙুন) |
| (৩৪) ছিঁঃ ছুটকি, উঠাই পটকি । | ঐ |
| (৩৫) চলিতে ৰুনুঝুনু (চুনুৰ-চানাৰ)<br>বসিতে (উঠিতে) পাহাড়<br>লক্ষ লক্ষ জান মাৰে<br>না কৰে আহাৰ । | মাছ মৰা জাল |
| (৩৬) চলৰে চুৰকি জলকে যাব<br>বড়দাৰ ঘাটে<br>মৰা হয়ে পড়ে আছে<br>জীয়ন্তাৰ পেটে । | চেপা |
| (৩৭) সৰু-সূতা গজ মুক্তা<br>গুটিৰ বাকল নাই<br>খাই দেইছি বহি পড়িছি<br>এই ৰাজ্যৰে নাই । | ৰৰষুণত পৰা শিল |
| (৩৮) চাৰ নৰম চাৰ গৰম<br>চাৰ ঝৰাঝৰি<br>এক হৰিণেৰ বাৰ বাচ্চা<br>বেলগ বেলগ চৰি । | এটা বছৰৰ বাৰটা মাহ<br>তাৰে চাৰি মাহত শীত,<br>গৰম আৰু চাৰি মাহত<br>বতাহ বলিয়া হয় । |

| | |
|---|---|
| (৩৯) জনম কালে শিং গজে<br>জোৱান কালে নাই<br>বুড়া কালে গতৰ বাড়ে<br>শিং দেখিতে পাই । | চান্দ (চন্দ্ৰ) |
| (৪০) জলেৰ গৰ্ভে জন্ম হামাৰ<br>জলে পঁড়লেই মৰি<br>জলেৰ তীৰে বাস কৰি<br>বেলগ ৰূপ ধৰি । | নিমখ |
| (৪১) জীৱ এক সাতটা গাড়া<br>তাই নাহলে জীৱন্তে মৰা । | দুই চকু দুই কাণ দুই নাকৰ বিন্ধা আৰু এখন মুখ অৰ্থাৎ মানুহ |
| (৪২) ঝেংগুৰ ঝেংগুৰ ঝেংগুৰ<br>বাপেৰ নাই বেটাৰ আছে নেংগুৰ । | বেং, পুঠি, লালুকী । |
| (৪৩) ঝিলিক ঝালাক পন্দে বাতী<br>বনে জংঘলে থাকি বজাৰ নাতি | জোনপুৰী<br>(জোনাকী পৰুৱা) |
| (৪৪) টিয়া টিয়া বনি (চৰাই)<br>উপৰ দিকে মুখ কৰে<br>তলে খায় পানী । | চেপা |
| (৪৫) টি টিয়া বান<br>হিড় তলে গাণ্ডী দেই<br>পিউ থিলা পানী | ঐ |
| (৪৬) টিপিক টিপিক যায়<br>পন্দে আহাৰ খায় । | বেজী |

| | |
|---|---|
| (৪৭) টিকিটা কুঞ্জ বন্‌টা<br>ভূইকে লটে ডাল<br>তু ছাড়ি তৰ গুৰুকো পচাৰ<br>নাইত' মিলিব কাল । | চিমলি শাক |
| (৪৮) ঢুৰকু আড়াই<br>পাহাৰ ধচ্‌কায় । | পাল্লা |
| (৪৯) ঢাঁক বাজে ঢল বাজে<br>ধামচা বাজায় ৰাণী<br>মৰা গাংগে·ঢেও উঠে<br>সাত সাগৰৰ পানী<br>হেলকা পানী ঝৰে পানী<br>ধাচনা ভাংগে যায়<br>খালেৰ মাঝে খালভৰাবা<br>তখন পানী পায় । | (বৰষুণৰ প্ৰকৃতি)<br>ঢাক বাজে....<br>গাজনি, বিজুলী<br>মৰা গাং শূন্য আকাশ<br>হেলকা পানী- বৰষুণ<br>হৈ পৰা<br>খাল- পৃথিবী<br>খাল-ভৰা পানীৰ বাবে<br>হাহাকাৰ কৰা পৃথিৱীৰ<br>প্ৰাণী জগত ) |
| (৫০) ঢনঢনায়ে ঢনকে আইল'<br>জংলী বনেৰ ঝী<br>আঘেই ডাকে 'মা' বলে<br>পৰে বলে 'ছি' ।<br>বলে দে ৰে মা খাওকা<br>হামি তবে কি ? | মাছি / মাখি |
| (৫১) তৰা মা বেটী হামৰা মা-বেটী<br>ৰুটী বানাইলি তিনটা<br>খাঁয়ে পাইলি এক একটা । | নাতিনী-মা-নানী |

(৫২) তিনেৰ মাথাই ধিয়ান কৰে
আগুনে কৰে সিনান
গৰ্ভৰ ভিতৰ বাঁটন কৰে
কে ৰাখিল প্ৰাণ ।

বটুৱা, কেৰাহী আদিত ৰন্ধা-বঢ়া কৰি খোৱা কাৰ্য্য

(৫৩) তীৰ তীৰ তীৰ
উঁপৰ দিকে ভকি কৰে
হাগে কন বীৰ ।

কেচুৱা (চেচু)

(৫৪) তাজ্জব মুণ্ডা যাৰ
মাটি ছাড়ে পানীয়ে চৰে
সেই নহে কুম্ভীৰ
পানী ছাড়ে গাছে ছড়ে
তবু নাহয় উড়ন পংখী ।

গেণ্ডা (শামুক)

(৫৫) দাঁড়াই নাচে গড়াই যায়
তাৰ পন্দ ধুৱানি সবাই খায় ।

মছল' পিচা শিল-পটা

(৫৬) দিছে ত' আনিছ না
না দিছে ত' আনিছ ।

মৈ

(৫৭) দীঘলীয়াকে দীঘলীয়াই যায়
মৰাই জীয়াই তকে খায়

বংশী (বৰশী)

(৫৮) নাও চলে নৌকা চলে
কাঠি ঝুম কাঠি
এমন গাছেৰ ফল খাইলি
খোজে নাই পালি আঁঠি ।

ববষুণৰ শিল

(৫৯) নিবিহালি ৰহি যখন
মাৰলি হামাকে তখন

(কলহ)

বিহালি হব যখন
মাৰলে হামাকে তখন
পুৰুষ বলব তখন ।

(৬০) পন্দে খায় — বেজী
মুখ দিগে যায় ।

(৬১) পাছ খচৰ মচৰ গুটি জেকুৰা — ডিংলা (ৰঙালাও)
যি ভাংতে নাই পাৰে
তাদেৰ বাপ ভেডুৰা ।

(৬২) পেট আছে পঁটা নাই — কলহ, বটুৱা আদি
মুখ আছে জিভ নাই ।

(৬৩) পুৰুব দিগেলে হাতী অলাইল — কলগছ
বড় বড় কাণ
মুখ দিগেলে ছেনা জন্মাইল
দেখৰে ভগৱান ।

(৬৪) পিলাটি কালক মূৰে টপি — কৰিল (বাঁহ গাজ)
কৃষ্ণ অৱতাৰে মুহিলে গোপী
ৰাম অৱতাৰে ৰাৱণকু মাৰি
কালি হৈ থিলা সেই তৰকাৰী ।

(৬৫) বনলে বাহৰাইলা হঁাস — চাতু, কাঠফুলা
হাঁস বলে হামাৰ গটাই মাছ ।

(৬৬) বনে গেল কাঠ কুড়াতে — কেঁড়লই (কেৰেলুৱা)
কে-কে পাইলা বেং
তু ছাড়ি তোৰ গুৰুকো পচাৰ
কাহাৰ হাজাৰ ঠেং ।

(৬৭) ৰন্ধ ঘৰে অন্ধ যোগী
ৰন্ধ জলে ভাঁসে
যোগ ধিয়ানে সিদ্ধ হইলে
কপাট খুলে নাচে ।

উপনিৰ কণী আৰু পোৱালী

(৬৮) বেটা নাহয় বেটী নাহয়
কুমাৰেৰ ভাই
ৰসবতীৰ ঘেঁচাই চড়ে
মধুৰস খায় ।

তাড়ি আৰু কলহ
(কুমাৰেৰ ভাই-কলহ
ৰসবতী-ৰসৰ বাবে
খেজুৰ গছ
মধু ৰস- তাড়ি

(৬৯) বুঢ়াকালে চিধা হামি
জোৱান কালে বাঁকা
ৰাজা পৰজা সিঝাই খায়
হাঁয় কপালেৰ লেখা ।

ঢেকীয়া শাক

(৭০) মাইগ' মাই ভূঁই ফুঁড়াতে যাই
সাতশ গোপিন ঘৰ বনাইলি
টুটল ভাংগল নাই ।

উই টিলা
(উঁই হাফলু)

(৭১) মাছ নহয় মাংস নহয়
নহয় বাহুবীৰ
লংকাৰ ৰাৱণ নাহয়
আছে দশ শিৰ ।

ঝিংগা (জিকা)

(৭২) মুখ ফুলানি বৌৱেৰ গটা গায়ে খুছ
কনাই কঁচাই লুক্‌লুকানি
দিনেই কাচুমাচু ।

ঘৰ বেং

| | |
|---|---|
| (৭৩) মাটিকেৰ মৃদং পুৰালকে জুৰা<br>নাচৰে বেটা-টৌবা টৌবা । | হাঁড়িয়া পানী |
| (৭৪) যাচ্ছি ত' যাচ্ছি<br>হামকে সংগে লেই চল<br>হামকে কেনে ছাড়ে যাচ্ছি । | পানজ্ (ভৰিৰ খোজ) |
| (৭৫) যাচ্ছি ত যাচ্ছি, হামকে সংগে লে<br>পড়ে থাক একন, বলবি হামি কে ? | পান্জ (ভৰিৰ খোজ) |
| (৭৬) যাইতে দন্দন্ আইতে থিৰ<br>পড়ে ৰইল মহাবীৰ<br>অথবা (পবনে গিৰাইল মহাবীৰ ) | বিষ্ঠা |
| (৭৭) ৰাজ্য গেল দশ নগৰ পাৰ<br>মন্ত্ৰী ৰহিলা বাড়ী<br>মা মৰল দশ মাস হল্য<br>পুত্ৰ জন্মিল কালি । | ধান-নাড়া-সঁচৰধান-কঠীয়া<br>(ধানৰ থোক বা ডাঙৰী<br>নি ঘৰ পোৱাইগে ।<br>ধানৰ নৰা পৰি থাকে<br>সময়ত ধান সিঁচিলে<br>কঠীয়া গজি উঠে । |
| (৭৮) মুণ্ড গেল সাত নদীৰ পাৰ<br>দেহা ৰহিল পড়ি<br>মাতৃকু শুৱাইল শয়ন মন্দিৰে<br>পুত্ৰ জনমিলা কালে । | ঐ<br>মুণ্ড-পাব-ঘৰত ফচল<br>ৰখা কাৰ্য দেহা পড়ি<br>পথাৰত পৰি থকা<br>গাড়ি বা নৰা মাতৃকু<br>মন্দিৰে তলীত বীজ<br>গুটি সিচা কাৰ্য্য পুত্ৰ |

কালি গজালি অংকুৰিত হোৱা কাৰ্য্য)

(৭৯) ৰিং ৰিং ৰিং
কপালে দুটা শিং
গাছে উঠে পাতে পাড়ে ডিম।

কুৰ্‌কুট্ (আমৰলি পৰুৱা)

(৮০) ৰূপে ঝলমল গুণে থিৰ
কাঁহাসে আল্য গগন বীৰ
ব্ৰাহ্মণী ৰমণে মথিলা জীও
ৰাবণ বলেছে সেটা সবাৰ শিও

সূৰ্য্য
(গগন বীৰ - সূৰ্য্য
ব্ৰাহ্মণী ৰমণ -
সূৰ্য্যই চৰাচৰ
জগতৰ প্ৰাণীক
নিজ আলোকেৰে
ক্ৰীড়ন কৰিছে
ৰাৱণ- লংকাৰ দশানন নহয়।
যি ৰব কৰে অৰ্থাৎ চিঞৰি
কয় সেইজনেই ৰাৱণ।
এতেকে সূৰ্য্যৰ মহিমা বুজা লোক
জীও- জীৱ জগত
শিও - শিৱ। সূৰ্য্যই সকলোৰে
ৰোগ - তাপ হৰণ কৰে )

(৮১) লিক্ লিক্ দাঁড়ি
চি চি পাত
খাইতে মধু
ফেলিতে কাপাস।

কুইহাৰ (কুঁহিয়াৰ)

(৮২) লহাৰ শিকলি ৰূপাৰ খিল
উড়ে গেল চিল
শুখাই গেল বিল।

ডবকা (লেহেতি)

| | |
|---|---|
| (৮৩) শুন শুন পণ্ডিতজন<br>কি অদ্ভুত কথা<br>হামাৰ ঐটা বাপ লাগে<br>হামিযে নাহয় বেটা । | বেটী (জীয়েক) |
| ৮৪। সাধেৰ ভাই<br>ঘাটে ঘাটে পানী খায় । | বৰশী |
| ৮৫। সত্য ত্রেতা দ্বাপৰ কলি<br>কন যুগে নাইখে মাথা<br>মায়েৰ গর্ভে ছিলি যখন<br>খায়ে বাঁচলি অথা । | খাঁখৰা (কেঁকোৰা)<br>উল্লেখযোগ্য যে কেঁকোৰাৰ পোৱালি জন্ম হোৱাৰ সময়ৰ পৰাই মাকজনীক খাওঁতে মৃত্যুৰ মুখত পৰে বুলি জনা যায় । |
| ৮৬। হলদিৰে চকমন বিনোদৰে বাই<br>মুখে ধৰে চুমু খাই<br>কান্দিয়ে পাঠায় । | বৰল |
| ৮৭। হলদিয়া পাখুড়টি<br>হলুদ বনে চৰে<br>পন্দে কৰে ছেলে দিলে<br>মা বাবা কৰে । | ঐ |
| ৮৮। হামে ধনী ঘৰে বিৰাজো<br>সৈঁয়া বিৰাজে আকাশ<br>দেওৰা বিৰাজে নন্দন বনে<br>ননদীয়া জলকে পাশ । | পাণ-তামোল-খয়ৰ-চূণ |
| ৮৯। হমহমায়ে আলা বুড়ী<br>ডাংগল দুকান ধৰে<br>তিনেৰ মাথাই বসাই দেখে<br>পেট খলখল কৰে | কেৰাহী বটুৱা আদিত কৰা ৰন্ধন কাযা<br>তিনেৰ মাধা চৌকা<br>বুড়ী - ৰান্ধনি |

অগ্নি কুণ্ডে বসে হামি
তাইত' কৰি ধ্যান
মাসি পিচি সবাই খুছী
দিলে হামাৰ জ্ঞান ।

৯০। হাত নাই পাৱ নাই
মাথাৰ খুলিতে পুড়াতে যাই
পন্দে হাৱা খাই
মনেৰ সুখ পায় ।

চিলুম (ধপাতৰ ধোঁৱা)
আৰু, চিলিম

৯১। হাত-ঘঁড়াই ভয়ে না যাই
টুকটুকী বুড়ী মাছ্ ধৰে খায় ।

হাঁস (হাঁহ্)

হামি খাইলি বাসী ভাত
তব কেনে গালে হাত ।
ছাড়বি ত' ছাড় গালেব হাত
নাহলে মাৰিব জড়া লাট ।।

## 'খ' অংশ

| | | |
|---|---|---|
| ১। | জন্মদাতা জন্ম নাই দেই<br>জন্ম দিন পৰে<br>যখন চেনা জন্ম হল্য<br>মা ছিল নাই ঘৰে । | বাল্মিকীৰ আশ্ৰমত সীতাৰ<br>অনুপস্থিতিত ঋষিয়ে কুশবনৰ<br>পৰাই 'কুশক' সৃষ্টি কৰি<br>সীতাৰ কোলাত তুলি দিছিল<br>বুলি ব্যাখ্যা প্ৰচলিত আছে । |
| ২। | দুৰ্বল পহৰা সবল চৰ<br>ঐ পহৰাৰ হাত নাই গড়<br>ৰাজা বলে সৰ্বনাশ হল্য<br>চৰ কিন্তু ভিতৰে নাই গেল | সীতা হৰণ<br>(দুৰ্বল পহৰা - লক্ষ্মণ অঙ্কিত<br>ৰেখা, সবল চোৰ - ৰাৱণ<br>ৰাজা ৰাম । |
| ৩। | বড় ভায়ে বিবাহ বচল<br>হামি হইলি বৰ<br>পৰেৰ ঔৰসে জন্ম লিল<br>হামাৰেই বংশধৰ | (বড় ভাই-ভীষ্ম<br>বৰ-বিচিত্ৰবীৰ্য্য<br>পৰেৰ ঔৰষে - ব্যাসমুনি<br>বংশধৰ-ধৃতৰাষ্ট্ৰ-পাণ্ডু বিদুৰ) |
| ৪। | দিন গেল বেদিন বৰ্ষা হল্য কাল<br>হৰিণাই চাটেছে বাঘেৰ গাল । | বাৰিষাৰ বোকাত<br>বাঘ গৈ বোকাত লাগি ধৰাত<br>চল পাই হৰিণাই বাঘৰ গাল<br>চেলেকাত বাঘৰ দুৰ্ভাগ্যৰ<br>কথা কোৱা হৈছে । |
| ৫। | দেশে দেশ আইলি বন্ধু<br>নগৰে কৰলি বাসা<br>দেখহে নগৰেৰ লোক<br>বাঘকে খাচ্ছে মুছা । | যাযাবৰ বামুণ বাঘৰ ছাল<br>পাৰি বহাত নিগনিয়ে<br>আহি কুটাত নিগনিয়ে বাঘ<br>খোৱাৰ কথা ব্যক্ত হৈছে । |

| | | |
|---|---|---|
| ৬। | দেশে দেশে আইলি বন্ধু<br>নগৰে কৰলি বাসা<br>জলেৰ ভিতৰ বাঘেৰ পান্জ<br>দেখেছিলি কথা ? | যাযাবৰী বামুণে বাৰিষা<br>পানীত বাঘৰ খোজৰ চিন<br>থকা শুকান গোবৰ<br>এচপৰা উটি অহা দেখা<br>পাইছিল । |
| ৭। | শ্বশুৰ জামাই চিকাৰ গেল<br>জীও নামাৰে<br>মাংস ভাত খালা । | শহুৰ জোঁৱাই চিকাৰলৈ<br>গৈ গাভিনী হৰিণীক<br>অনুসৰণ কৰে । হৰিণীয়ে<br>পোৱালি জগাওঁতে পেলোৱা<br>'ফুল' বা পাছ্শালকে<br>মাংস হিচাপে আনি তৰকাৰী<br>ৰান্ধি খালে । |
| ৮। | শ্বশুৰ ঘৰে জামাই আল্য<br>জীও নামাৰি<br>মাংস ভাত খাল্য | জোঁৱাইক দেখি শহুৰে ঘৰৰ<br>পঠাটোক 'বন্ধাই বা খাঁছী<br>কৰি অণ্ডকোষ উলিয়াই আনি<br>মাংস হিচাপে ৰান্ধি বাঢ়ি<br>খুৱাইছিল । |
| ৯। | হাতে বাজনা পন্দে ঢেঁকী<br>ঋষিও বঠে দেৱতাও বঠে<br>সবাই বুঝে তাহাৱ ফাঁকি ॥ | নাৰদ মুনি । |

টিপটিপানি টিপে খাই
মাথাই কেন মাৰ
অংকুৰাৰে বাংকুৰা
বাইতে কেন ফুৰ ॥

# ওপৰিঋিঙ

## (ক)

| | | |
|---|---|---|
| ১। | খাটে খাটাই ডবল পাই<br>কান্ধে গামোছা আধা পাই<br>বইসে উঠে যে কৰে বাত<br>এ বছৰ যেমন তেমন<br>আসছে বছৰ মাথাই হাত । | (ক) গা খাটি কৰা জনে ডবল হাজিৰা পায় ।<br>(খ) ভাল কপোৰ পিন্ধি কাম কৰা জনে আধা হাজিৰা পায় ।<br>(গ) উঠি বহি কাম কৰা জন অৰ্থাৎ বহুবৰ্ষী এলেহুৱা জনক ভৱিষ্যতে কোনেও নিবিচাৰে । |
| ২। | যখন ছিল এক পাও<br>যথা ইচ্ছা তথা যাও<br>যখন হইল দুই পাও<br>কুড়াই আনে সব খাও<br>যখন হইল চাৰ পাও<br>বাবা তুমি কাঁহা যাও ॥ | (ক) অবিবাহিত জীৱন ।<br>(খ) বিবাহিত জীৱন<br>(গ) পিতৃ জীৱন |
| ৩। | ৰাত কাল ৰাইতেৰ কাল<br>চলবি নাইৰে একা<br>চলতে গেলে হতেই পাৰে<br>যমেৰ সংগে দেখা । | নিৰ্জন ৰাতি অকলশৰে ফুৰাটো জীৱনৰ বাবে শংকাও হ'ব পাৰে । |
| ৪। | আগে চলে<br>মাঝে গলে<br>পাছে ফলে । | (ক) হাল বালে মাটি গলে আৰু গলা মাটিত ফল ফলে । |

(খ)

১। কাঁইচা কাব্ৰা গায়েৰ বৰণ
অষ্ট গোট ঠেং — মাকড়া (মকৰা)
কাপড়া বুনতে নাৰে বহু
ঝুলনা খেলতে ৰং ॥

২। কাৰাই কাঁচাই দিন কাটে
মাটিৰ কুঁড়ে ডেৰা
জমিয়ে ৰাখি খাবাৰ ভাণ্ডাৰ — এন্দুৰ আৰু বিলাই
বহুৰ লাগিন মৰা । — (মেকুৰী)
হাতীৰ শক্তি ধৰি হামি
মুখে দীঘল দাড়ি
ৰাজাৰ চণ্ডৰী খজতে আইলে
প্ৰাণেৰ ভয়ে মৰি ॥

৩। কেহুঁকো কেহুঁকো বাট
পথৰী হেড়াৰে কাৰোছি নাট — কুঁহিয়াৰ পেৰা শাল
শুকান কাঠৰে বহিলা পানী
ধৰ যুঁৱলী দেবি টানি ॥

৪। তলে পটা উপৰে পটা
ভৰেই দিব গটা গটা — যাঁতা (যাঁত)
চৰচৰে কিবি বাহৰে খিব
মুঠা মুঠা কৰি ৰাখিব ।

৫। সমুদ্ৰে জনম শুকলা বৰণ
মন্দিৰে নিনাদ কৰে — শংখ আৰু ধ্বনি
হিলে ডোলে মাথা
সোহাগে চুম্বন
ভক্তিৰ লৌতক ঝৰে ॥

## (গ)

১। আকলু কাঠকে বাকলু কৰলি
শিশু কাঠকো পনিয়া
চাৰ ধাৰে লোক ঘেৰি বসিছি
কোঠে গেল কনিয়া ॥

(ক) ৰোগীৰ আৰামৰ
হেতু বিছনা বনাই দি
পৰীয়াৰ চকুৰ
আগতেই 'কন্যা' ৰূপী
জীৱ বাজ'' হৈছিল ।

(খ) গছৰ ঠাৰি এটুকুৰা
দুফাল কৰি দুপাৰি
দাঁতৰ মাজত থকা
কন্যাৰূপী জিভাক
চুচিবলৈ কৰা 'দাঁতোন'
এনে সময়ত জিভাখন
সংকুচিত কৰা হৈছিল।

২। ইন্দু শুকলা বিন্দু শুকলা
শুকিলা সাত সাগৰেৰ পানী
বাপৰ মুণ্ডৰে কুকুৰ মুতিলা
পুত্ৰ কোথা পাইলা পানী ॥

নৈ নলা -পুখুৰী সকলো
শুকাই যোৱা সময়ত
কুকুৰে কৰা অপকৰ্মৰ
বাবে 'নাৰিকলৰ পানী'
আনি পৰাচিত কৰা কাৰ্য্য।

৩। কহত মৰা লাজ লাগে
শুনত মৰা গাৰি
শাস্‌কে পুতৌহ লাগোঁ
শ্বশুৰকে মাহ্‌তাৰি ।

শহুৰলৈ দিয়া পায়সৰ
বাটিত কেঁচুৱা থকা
বোৱাৰীৰ বুকুৰ গাখীৰ
এটোপাল পৰিছিল ।
ভোকত থকা শহুৰে
তৰ্কিব নোৱাৰি খালে,
তাকে দেখি বোৱাৰীয়ে
বান্ধৱীক কৈছে
এতিয়াৰেপৰা শাহু

আইৰ তেওঁ বোৱাৰী
হ'লেও শহুৰৰ
বেলিকা তেওঁ মাতৃ
ৰূপে সম্বন্ধ ঘটিল ।

৪। হৰিহে গোহাৰি কৰিবি কাহাকো
আহাৰ নিমিত্তে মৰ-স্বামী যাৱথে
আহাৰ গিলিল তাহাকো
হৰিহৰ প্ৰভু বাহন যাৰ
হৰিহে গোহাৰি কৰিবি কাহাকো ??

পদুম ফুলত পৰা মৌ
মাখি এটাই ৰস চুহি
খাওঁতে বেলি পৰাত
ফুল পাহ জাপ খালে
সেই ফুলকে আনি
হৰি পূজাত উছৰ্গা
কৰিলে । হৰিৰ মূৰত
বন্দী হৈ থকা মৌ
মাখিক কোনে মুকলি
কৰিব- এই কথা তিৰী
মৌৱে চিন্তা কৰিছে ।

## (গ) অংশ

| | | |
|---|---|---|
| ১। | অ'দে আলাক অ'দে গেলাক | চকু |
| ২। | আই গুগু যাই গুগু পানীকৈ ডাবাই গুগু | জোতা |
| ৩। | খাই দেলে মিঠা উলেইগ্ দিলে কাপাস | কুঁহিয়াৰ |
| ৪। | যায়েক পাৰেল আৱেক নি পাৰেল | তীৰ (শৰ) |
| ৫। | খড়খড়ী বুড়ী গাছে উঠে | আংচী (হাঁকুটি) |
| ৬। | একটা বুড়ীৰ সুধাই ফুছড়ী | কঠাল |
| ৭। | একটা গাছে ঢেলাই ঢেলা | বেল |
| ৮। | একটা বুড়ীৰ পঁচাই পঁটা | খাটিয়া |
| ৯। | ঘাৰ উপৰে ঘাৰ সেকাৰ উপৰে আউৰ ঘাৰ | মছৰী (আঁঠুৱা) |
| ১০। | ছোইত পিন্ধে বড়ই লেংটা | বাঁহ |
| ১১। | ঢাংগা মামাৰ পন্দেই ছেন্দা | সিকিয়া |
| ১২। | মাজ জংগলে যাঠী গাড়া | বাঁহ |
| ১৩। | মাজ জংগলে গঁটী টাংগা | চালতা (ঔ) |
| ১৪। | মামাৰ ছাগ ছুইলেই গগায় | ঢাক, ঢোল আদি |
| ১৫। | মাই সুন্দ্রী বেটী সাবৰী | ঝইলকা (জলকীয়া) |
| ১৬। | মাই সাবৰী বেটী সুন্দ্রী | কুল (বগৰী) |
| ১৭। | যাবেতো যাবে মকে এইঁঠে ৰাখ ? | তলা |
| ১৮। | যাবেতো যাবে মকে লেলেই চল | ছাঁহিৰ (ছাঁ) |
| ১৯। | যাবেতো যাবে নকে ছৈড় ৰাখ | পান্জ (ভৰিৰ খোজ) |
| ২০। | পালিচ তো ডালছিছ কি | ঠেচ খাবা (উজুটি) |
| ২১। | সামনে আছে দেখি নাই | হাৱা, মন |
| ২২। | বেটে মুৰগীৰ পেটে দাঁত | কাঁইচি (কাচি) |
| ২৩। | শুকনা কাঠে বগলী নাচে | কুঠাৰ |
| ২৪। | হাঁড়িতে খড়বড়াই বাটিতে উগলাই | চাট্ (হেঁতা) |

(ভমৰ নাচে তিড়িং তিড়িং
পদ্দ ফুলেৰ বাসে
থাইক্ত যদি গুণেৰ বন্ধু
আস্তে আমাৰ পাশে ॥)

# অৰ্পণ

মৰমৰ চিনস্বৰূপে –

কণমানি ভতিজা কল্যাণীয় শ্ৰমনি শ্যামপদৰ (গোগা) হাতত

কণমানি পুথখন

অৰ্পণ কৰিলোঁ ।

– জেঠা

# একাষাৰ

অসমত চাহ বাগিচা পত্তন হোৱা ডেৰশ বছৰৰো অধিক হ'ল । চাহ গছৰ লগত পৰিচয় নথকাসকলৰ কথাই নাই নিবিড়ভাৱে পৰিচয় থকা সকলৰো অনেকেই চাহ বাগিচা তথা বৈচিত্ৰময় চাহ জনগোষ্ঠীয় জীৱনৰ বহু কথাৰেই সম্ভেদ দিয়া-লোৱাত আগ্ৰহী নহয় । সময়ৰ আহ্বান, সুযোগ আৰু জীৱনৰ বাটত লগ পোৱা ভাই-ভতিজা, আত্মীয়-কুটুম্ব,ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতীৰ লগত কথা পাতি আলোচনা কৰি অনুভৱ হৈছে – তেওঁলোকৰ এনে মানসিকতাৰ বাবে আমি আৰু আমাৰ চাহ বাগিচাৰ ৰুদ্ধ পৰিৱেশেই বহুলাংশে দায়ী । সেয়েহে সিসকলৰ প্ৰয়োজনীয় বুলি ভাৱিয়েই চাহ বাগিচাৰ কুইজখন যুগুতাই উলিয়ালোঁ । উঠি অহা তৰুণ গোষ্ঠীৰ কণমানো উপকাৰ হ'লে নিজকে সাৰ্থক মানিম ।

এইখিনিতে উল্লেখ কৰা হ'ল পুথিখন আমাৰেই তিনিগৰাকী ভাতৃয়ে প্ৰকাশ কৰি দিয়াৰ দায়িত্ব লৈ যথেষ্ট প্ৰেৰণা যোগাইছে । আন কেইগৰাকী ভাই-ভনী শ্ৰীভোগেশ্বৰ তাছা, বি, এ, শ্ৰীডিম্বেশ্বৰ তাছা, এম, এ, শ্ৰীঅভিৰাম তাছা, বি, এ, আৰু ৰেখা তাছাই বি, এ, (অনাৰ্চ) বহুখিনি তথ্য যোগান দি সহায় কৰিছে । এই আটাইকেইগৰাকী ভাই-ভনীলৈ অকৃপণ কৃতজ্ঞতা জনাইছোঁ ।

শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা এল, এল, বি, ডাঙৰীয়াই (পূৰ্বশ্ৰী অফ্‌ছেট প্ৰিন্টাৰ্ছৰ স্বত্বাধিকাৰ) পুথিখন সোনকালে উলিয়াই দিয়াত কৃতজ্ঞতা জনাইছোঁ ।

ইতি

দেউৰাম তাছা

হাতীগড় চাহ বাগিচা
যোৰহাট - ৭৮৫০০৭
১৫/০৯/১৯৯৩

# পাতনি

অভূতপূৰ্ব অসমৰ বৈচিত্ৰ্যময়তাত স্থিতপ্ৰজ্ঞ চাহ জনগোষ্ঠীয় জীৱনৰ অব্যক্ত তথা সুপ্তময় বহু কথাৰেই সম্ভেদ জন জীৱনে জনহিতাৰ্থে দিয়া লোৱাত কোনো ধৰণতেই আগ্ৰহী নোহোৱা মানসিকতাৰ বাবে আমি আৰু আমাৰ ৰুদ্ধ পৰিৱেশেই যেন বহুলাংশে দায়ী বুলি আক্ষেপ কৰা আমাৰ জ্যেষ্ঠ ভ্ৰাতৃ স্বৰ্গীয় দেউৰামদা আমাৰ মাজৰপৰা ১৯৯৬ চনৰ ১৮ জুলাই (২ শাওণ বৃহস্পতিবাৰ অশ্লেষা নক্ষত্ৰ)ৰ দিনা পৰধামলৈ ব্যতীত হ'ল । হয়তো সময়ৰ আহ্বানক প্ৰতিনিধিত্ব কৰিবপৰা সুযোগৰ সন্ধানত ? দাদাই পৰধামলৈ গতি কৰাৰ আগমুহূৰ্ত্তলৈকে বিভিন্ন সাহিত্য কৰ্মৰ মাজেৰে চাহ বাগিচাৰ ৰুদ্ধ পৰিৱেশত হেৰাই যাব ধৰা মুকুতাসমূহ বুটলি আনি সোণত সুৰুগা চৰাই সভ্য প্ৰগতিবাদী সমাজখনক জনাই জাগ্ৰত ৰূপ এটি দিবলৈ যি আপ্ৰাণ চেষ্টাৰ মাপকাঠিডালৰ সৃষ্টি কৰি গ'ল অতি কম সময়ৰ ভিতৰতে তাৰ বাবে তথাকথিতসকলৰ কোনোবাই যদি হিত দৃষ্টিৰে প্ৰশংসা কৰে বা নকৰেও তাত আমাৰ কোনো আক্ষেপ নাই । সেউজী অসম মাতৃয়ে আমাৰ ভ্ৰাতৃক কি দিছে, কি নিদিছে, সেয়া আমাৰ বিচাৰ্য্য নহয়, কিন্তু অসম মাতৃৰ পৰভাতৰ পূজাৰ বেদীত আমাৰ জ্যেষ্ঠ ভ্ৰাতাই লিখনিৰ যোগেদি যিখিনি সুগন্ধী পুষ্পৰ অঞ্জলি অৰ্পণ কৰি থৈ গ'ল তাৰ বাবে আমি আজি গৌৰৱান্বিত ।

সময়ৰ আহ্বানে সুখৰ সন্ধানত অৰিহণা যোগায়, কাজেই 'চাহ বাগিচাৰ কুইজ' নামৰ সৰু পুথিখনিৰ দ্বিতীয় সংস্কৰণ উলিয়াবৰ বাবে চাহ বাগিচাৰ উদীয়মান যুৱক তথা আট্ছাৰ সভাপতি আমাৰ ভতিজা শ্ৰীমান সীমাঞ্চল দীগালৰ এনে প্ৰচেষ্টা আমাৰ বাবে সুখজনকেই। শ্ৰীমান দীগালৰ এনে মহত্বপূৰ্ণ প্ৰচেষ্টাক আমাৰ ফালৰপৰা স্বাগত জনাইছোঁ, লগতে তেওঁৰ এনে মহত্বপূৰ্ণ মনোবাঞ্ছাই বাঞ্ছিত ৰূপত ফলৱতী হোৱাৰ মানসিকতাক আমি অভিনন্দনো জনাইছোঁ ।

গতিকে, ইয়াৰ মাজতে দ্বিতীয় সংস্কৰণত যদি কিবা ভুলৰ প্ৰতিক্ৰিয়া হয় তেন্তে সদাশয়সকলে উনুকিয়াই দিলে ভৱিষ্যতত শুধৰণিৰ সক্ৰিয়তাত আমাৰ অগ্ৰসৰ হোৱাত সহায়ক হ'ব । এয়ে আমাৰ বিনম্ৰ প্ৰাৰ্থনা ।

হাতীগড় বাগিচা
যোৰহাট - ৭৮৫০০৭
৯/৪/১৯৯৮

শ্ৰীঅভিৰাম তাছা

# সূচীপাত


| | |
|---|---|
| চাহ শিল্পৰ কিছু কথা | ৪৬৯ |
| চাহ শ্ৰমিকৰ অসম আগমন.... আইন | ৪৭৫ |
| চাহ জনজাতিৰ কিছু অনুষ্ঠান দাবী আৰু প্ৰতিফলন | ৪৮১ |
| চাহ জনগোষ্ঠীৰ পৰিচয় আৰু গ্ৰন্থপ্ৰকাশ ইত্যাদি | ৪৮৫ |
| অন্যান্য | ৪৯২ |

# চাহ শিল্পৰ কিছু কথা

১। উদ্ভিদ বিজ্ঞানীসকলে চাহ গছৰ জন্মস্থান ক'ত বুলি নিৰ্ণয় কৰিছে ?

❑ চীন দেশতেই চাহ গছৰ জন্মস্থান বুলি কোৱা হৈছে। ইয়াৰ বাহিৰেও ব্ৰহ্মদেশ আৰু ইন্দোচীন অঞ্চলতো চাহৰ উৎপত্তি হৈছিল বুলি জনা যায়।

২। চাহ খেতিৰ প্ৰচলন কেতিয়াৰপৰা আৰম্ভ হৈছিল ?

❑ খৃঃ পূঃ ২৭০০ বছৰৰ আগত চীন সম্ৰাট চেন নঙৰ দিনৰপৰা চাহৰ ব্যৱহাৰ চলা বুলি জনা যায়।

৩। অসমত কোন চনত কোনে চাহ গছ আবিষ্কাৰ বা চিনাক্তকৰণ কৰিছিল ?

❑ ১৮২৩ চনত ইষ্ট ইণ্ডিয়া কোম্পানীৰ এজেন্ট স্কট দেশীয় মেজৰ ৰবাৰ্ট ব্ৰুচ চাহাবে।

৪। অসমত চাহ গছ আবিষ্কাৰ হোৱাৰ পূৰ্বে স্থানীয়ভাৱে এই গছক কি নামেৰে জনা গৈছিল ?

❑ চিংফৌসকলে 'ফালাপ' আৰু কিছুৱে 'ফিলাপ' বুলি কৈছিল। আহোম ভাষাত চাহ পানীক 'নাম ফালাপ' বুলি কৈছিল। নাম অৰ্থে পানী আৰু ফালাপ অৰ্থে চাহ বুজাইছিল।

৫। চাহ বা টি নামকৰণৰ বুৰঞ্জী কি ?

❑ চাহ নামটো চীনদেশৰ কেণ্টনি ভাষাৰ 'চ্ছা'ৰপৰা আৰু সেই দেশৰে আময় ভাষাৰপৰা টে (Te) শব্দটি অপভ্ৰংশ ঘটি ইংৰাজীত টি (Tea) হৈছে। চীনৰ 'চ্ছা' (Cha) ৰ পৰাই ৰাছিয়া, জাপান, ভাৰতবৰ্ষ আৰু ইৰাক আদি প্ৰাচ্য দেশত 'চাহ' আৰু 'Te' বা 'Tay' ৰ পৰাই ইংলেণ্ড, হলেণ্ড, জাৰ্মান আদি পশ্চিমীয়া দেশবোৰত 'টি' (TEA) নামটো জনপ্ৰিয় হৈছে।

৬। ভাৰতবৰ্ষত কেইখন চাহ বাগিচা আছে ? বাগিচাকেইখনৰ মাটি কালিৰ গড় কিমান?

❑ উত্তৰ ভাৰতত ২,৯৫৯ খন
দক্ষিণ ভাৰতত ১০,৯২০ খন } ১৩,৮৭৯ খন চাহ বাগিচা আছে। (মাটি কালিৰ গড় ৩০.০১ হেক্টৰ।)

৭। ক) অসমত চাহ বাগিচাৰ সংখ্যা কিমান ? মাটি কালিৰ গড় ?

❑ অসমত বৰ্ত্তমানলৈকে চাহ বাগিচাৰ সংখ্যা ৮৪৮ খন। মাটি কালিৰ গড় ২৭০.৫৫ হেক্টৰ।

খ) কলঘৰ কিমান ?

❑ ৫৮০ টা।

৮। অসমত ক্ষুদ্ৰ চাহ খেতিয়কৰ চাহ বাগিচা কিমান কইখন গঢ় লৈ উঠিছে ?

❑ ১৯৯২ চনলৈকে সৰ্বমুঠ ৮৭৩ খন গঢ় লৈ উঠিছে ।

৯। অসমৰ মাটিত চাহ বাগিচা পাতি প্ৰথম অৱস্থাত কোন জনগোষ্ঠীৰ লোকক শ্ৰমিক হিচাপে মকৰল কৰা হৈছিল ?

❑ প্ৰথমতে চিংফৌ, দ্বিতীয়তে কছাৰী, তৃতীয়তে নগা, চতুৰ্থতে ইউনান প্ৰদেশৰ চীনা লোকক মকৰল কৰা হৈছিল ।

১০। অসমৰ বাদেও ভাৰতৰ কোন কোন ঠাইত চাহ খেতি কৰা হয় ?

❑ ত্ৰিপুৰা, অৰুণাচল, নগালেণ্ড, পশ্চিমবঙ্গ, দাৰ্জ্জিলিং, বিহাৰ, উত্তৰ প্ৰদেশ, হিমাচল, কুমাউন, গাড়োৱাল, ডেৰাডুন আৰু দক্ষিণ ভাৰতৰ কুৰ্গ, কৰ্ণাটক, কেৰালা, কোচিন, তামিলনাডু আদিত চাহ খেতি কৰা হয় ।

১১। ভাৰতবৰ্ষৰ বাদে পৃথিৱীৰ কোন কোন দেশত চাহ খেতি কৰা হয় ?

❑ বাংলাদেশ, শ্ৰীলংকা, চীন, জাপান, তিব্বত, ভিয়েটনাম, ৰাছিয়া, ব্ৰহ্মদেশ, ইৰাণ, তুৰ্কী, ব্ৰাজিল, আৰ্জেন্টিনা, কেমেৰুন, কেনিয়া, উগাণ্ডা, টানজানিয়া, পাপুৱা-নিউগিনি, মোজাম্বিক, মৰিচাছ, জাইৰে, ৰৌৱাণ্ডা, বুৰুণ্ডী, পেৰু, ইকুয়েডৰ, জাভা আদিতেই চাহ খেতি কৰা হয় ।

১২। চাহ গছৰ প্ৰজাতি বিভাজন আছে নেকি ? যদি আছে কেনে ধৰণৰ ?

❑ বিভাজন দুই ৰকমে আছে । 'অসম চাহ' আৰু 'চীনা চাহ' । অসম চাহক চাহ বিজ্ঞানীসকলে কেমেলিয়া থিয়া ভেৰ আচামিকা আৰু চীনা চাহক 'কেমেলিয়া থিয়া ভেৰ বোহিয়া' বুলি কোৱা হয় ।

অসমীয়া চাহৰ গছবোৰ ওখ, পাতবোৰ কোমল আৰু ইয়াৰ খেতি সমুদ্ৰ পৃষ্ঠৰপৰা ৫ হেজাৰ ফুট উচ্চতালৈ বিস্তৃত । কেৱল দাৰ্জিলিঙতহে এই উচ্চতাৰ ওপৰত খেতি কৰা হয় ।

চীনা চাহৰ গছবোৰ চাপৰ, জোপোহা, পাতবোৰ ডাঠ আৰু ৮ হেজাৰ ফুট উচ্চতালৈ খেতি কৰা হয় ।

১৩। কেইটা পদ্ধতিৰে চাহ পাত ছিঙা হয় ?

❑ মূলতঃ দুটা পদ্ধতিৰে চাহপাত ছিঙা হয় ।

ক) এটি কলি দুটি পাত ছিঙাক উৎকৃষ্ট নিয়ম বুলি ধৰা হয় (Fine or light Plucking) ।

খ) কলিৰে সৈতে দুটিৰ অধিক পাত ছিঙাক কৰ্চ প্লাকিং (Course Plucking) বুলি কোৱা হয় । ইয়াৰ উপৰি জলবায়ু আৰু পৰিৱেশভেদে Standard আৰু Medium Plucking পদ্ধতিও প্ৰয়োগ কৰা হয় ।

১৪। ক'লা চাহ বা Black Tea কি পদ্ধতিৰে বনোৱা হয় ? ইয়াৰ ভাগ কেইটা কি কি ?

❑ Black Tea ৰ দুটা ভাগ ORTHODOX আৰু CTC.

Orthodox Tea বনোৱাৰ বেলিকা উইদাৰিং (লেবেলিকৰণ) ৰলিং (পাতমৰা বা ঘৰ্ষণ), ফাৰমেনটেচন (ভেকুৰ বা বেক্টেৰীয়া অথবা ৰাসায়নিক বিক্রিয়া), আৰু ড্ৰাইং (শুকান) প্রক্রিয়াৰ দ্বাৰা বনোৱা হয় ।

CTC ৰ বেলিকা উক্ত প্রক্রিয়াৰ উপৰি ৰলিং প্রক্রিয়াৰ আগমুহূৰ্ত্তত টুকুৰাকৈ কাটি ভাঙি লোৱাৰ নিয়ম ঘটাই প্রস্তুত কৰা হয় । CTC অৰ্থে 'Curling' (পাক খোৱা) বা Cutting, Tearing (শীতলীকৰণ) আৰু Crushing (ভোখৰ ডোখৰ কৰা) । গুটি গুটি চাহবোৰ এনে প্রক্রিয়াৰে বনোৱা ।

১৫। BLACK TEA বা ক'লা চাহৰ বাদে আনধৰণে চাহ প্রস্তুত কৰা হয় নে কি ? যদি হয় কেনেকৈ ?

❑ Black Tea ৰ বাদেও আন ধৰণেৰেও চাহ প্রস্তুত কৰা হয় । যেনে – Green Tea। ৰলিং আৰু ড্ৰাইং পদ্ধতিত এই প্রস্তুতি সীমাবদ্ধ ৰখা হয় । ফলত শুকান চাহপাতবোৰ দেখিবলৈ সৰল গছৰ পাতৰদৰে জোঙা আৰু সেউজীয়া ৰঙৰ হয় । চাহ বনালে শেঁতা হালধীয়া বৰণ লয় আৰু খাবলৈ 'ব্লেক টি'ৰ দৰে কাঢ়া নহয় । আমেৰিকা, চীন, জাপান আদি দেশত এনে চাহৰ প্ৰচলন আছে ।

আনবিধক Instant Tea বুলি কোৱা হয় । চাহ কম খোৱা ঠাইত মন গ'লেই খাবপৰাকৈ ব্যবসায়িক দৃষ্টিকোণেৰে এনে চাহ প্রস্তুত কৰা হয় ।

১৬। গুৰি চাহ পাতৰ ভাগবোৰ কেনে ? এইবোৰক কি কি নামেৰে জনা যায় ?

❑ শুকান ক'লা চাহপাতক বেলেগ বেলেগ আয়তনৰ চালনীৰে চালি ২ টা ভাগত ভাগ কৰা হয় । যেনে – Leaf Tea আৰু Dust Tea; Leaf Tea ৰ বেলিকা ৩ ভাগত ভাগ কৰা হয় ।

ক) এটি কলি দুটি পাতৰ পৰা Pekoe.

খ) এটি বা দুটি পাতৰপৰা Orange Pekoe.

গ) কেৱল কলিটোৰপৰা Flowry Pekoe এই প্রক্রিয়াৰ বাহিৰেও ছিঙা পাতৰপৰা চচং আৰু কংগাচ চাহ পোৱা হয় (Suchong & Congous) Dust Tea ৰ পৰাও তিনি ভাগ কৰা হয় ।

ক) Broken Orange Pekoe.

খ) Broken Pekoe.

গ) Fannings.

১৭। Leaf Tea আৰু Dust Tea ৰ বাকচবোৰত কিমান ওজনৰ চাহ ভৰোৱা হয় ।

❑ Leaf Tea ৰ বাকচত ৪৮ কিঃ গ্রাঃ আৰু Dust tea ৰ বাকচত ৩৯ কিঃ গ্ৰাম ভৰোৱা হয় ।

১৮। কি কি পদ্ধতিৰে চাহৰ জুতি লোৱা হয় ?

❑ (ক) আমাৰ দেশত সাধাৰণতে গাখীৰ, চেনি, আদা, তেজপাত, লং, দালচেনি, ইলাচী আদিৰ মিশ্ৰনেৰে চাহ খায় নতুবা ফিকা ৰঙা চাহত কেতিয়াবা নেমুটেঙা, কেতিয়াবা চেনি দিলে, গাখীৰ দিয়া নহয়। কেতিয়াবা ৰঙা চাহত আদা, তেজপাত, নিমখ দিও খায়। ইয়াক লেমন টি বোলা হয়।

ইয়াৰ বাহিৰেও বিভিন্ন ঠাইত বিভিন্ন লোকে বৰফ দি ঠাণ্ডা চাহ (Ice Tea), ক্ৰীম মিহলাই ৰাতিপুৱা (Cream Tea) আৰু চাহত চেনি, নেমু, কণীৰ কুসুম মিহলাই চৰবত চাহ বিভিন্ন জুতিৰে খায়।

১৯। এক কিলোগ্ৰাম কেঁচা পাতত কিমান গ্ৰাম চাহ তৈয়াৰ হয় ?

❑ ২৫০ গ্ৰাম।

২০। এক কিলো CTC/Orthodox চাহপাতেৰে কিমান কাপ চাহ বনাব পাৰি ?

❑ ৩৫০-৫০০ কাপ চাহ বনাব পাৰি।

২১। চাহৰপৰা বিজ্ঞানীসকলে কিছু পদাৰ্থ/দ্ৰব্য বা ঔষধীয় গুণ আবিষ্কাৰ কৰিছে। সেইবোৰ কি ?

❑ উৎসাহবৰ্ধক কেফিন আৰু ফাৰ্মফিউচেল নামৰ দ্ৰব্য আৰু 'টেনিন' নামৰ পদাৰ্থ।

২২। চাহ গছৰ পাতত কেনে ধৰণৰ খাদ্যপ্ৰাণ আছে। ইয়াৰ কাম কি ?

❑ চাহৰ পাতত 'P' (পী) ভিটামিন আছে। ই মানুহৰ শৰীৰৰ শিৰবোৰৰ মাজেদি তেজ চলাচল নিয়মিত কৰি ৰখাত সহায় কৰে।

২৩। চাহ পুলিৰ সঁচ কেনেদৰে পাব পাৰি ?

❑ গুটি গজোৱাৰ দ্বাৰা আৰু অংগজ উপায়েৰে গেছৰ ডালৰপৰা 'কাটিংছ' বা 'ক্লন'ৰপৰা।

২৪। চাহ বাগিচাত ছাঁ গছ ৰোৱাৰ অৰ্থ কি ?

❑ ক) ছাঁ গছে বায়ুমণ্ডলৰপৰা নাইট্ৰোজেন গছ যোগান ধৰি চাহ গছৰ উপকাৰ কৰে।

খ) এই গছৰপৰা পাতে জৈৱ সাৰৰ যোগান দিয়ে।

গ) ইয়াৰ ডাঙৰ শিপাই গভীৰভাৱে মাটিত সোমাই যোৱাৰ বাবে মাটি কোমল হৈ লৰি যোৱাত চাহ গছৰ শিপাই উপকাৰ পায়।

ঘ) চাহ গছৰ ওপৰত পাতৰ উষ্ণতা কমায়।

২৪। চাহ শিল্পৰ ওপৰত নিৰ্ভৰ কৰি গঢ়ি উঠা উদ্যোগবোৰ কি কি ?

❑ প্লাইউড কাৰখানা, বাঁহ-বেতৰ শিল্প, তেল, কয়লা, সাৰ-কাৰখানা, ৰাসায়ণিক পদাৰ্থ, বেংক, চাহৰ ক্ষুদ্ৰ যন্ত্ৰপাতি বনোৱা কাৰখানা, নীলাম বজাৰ আদিয়েই প্ৰধান।

২৫। চাহ বাগিচাসমূহে পৰিৱেশ ৰচনাত কিবা বৰঙণি যোগাব পাৰিছে নে ?

❑ এই শিল্পই অসমৰ চুকে-কোণে ন ন বাট-পথ, ৰেল সংযোগ, জনবসতি, সৰু সৰু চহৰাঞ্চল গঢ়ি উঠাত বৰঙণি যোগোৱাৰ উপৰি অসমৰ বিস্তীৰ্ণ অঞ্চল সেউজীয়া কৰি ৰাখি পৰিৱেশ সংৰক্ষণত অভাৱনীয় বৰঙণি যোগাইছে।

২৬। পৃথিৱীৰ সৰ্বোত্তম চাহ তৈয়াৰ কৰা দেশখনৰ নাম কি ?

❑ ভাৰতবৰ্ষ।

২৭। পৃথিৱীৰ বেছি সংখ্যক পুৰুষ আৰু মহিলাক কৰ্মসংস্থান দিবপৰা শিল্প বা উদ্যোগটিৰ নাম কি ?

❑ চাহ শিল্প।

২৮। পৃথিৱীত ব্যাপক ভাৱে প্ৰচলন হোৱা পানীয় বিধ কি ?

❑ পানীক বাদ দিলে চাহেই ব্যাপকভাৱে প্ৰচলিত পানীয়।

২৯। মদৰ দৰে নিচা নধৰা দুবিধ পানীয়ৰ নাম কি ?

❑ চাহ আৰু কফি।

৩০। আন্তৰ্জাতিক চাহ ৰপ্তানী আৰু উৎপাদনৰ ক্ষেত্ৰত কোন কেইখন দেশক প্ৰথম তিনিটা স্থান দিব পাৰি ?

❑ ভাৰতবৰ্ষ, শ্ৰীলংকা আৰু জাভাদ্বীপ।

৩১। কোনজনক ভাৰতৰ চাহ শিল্পৰ পিতৃ বুলি কোৱা হয়।

❑ ৰবাৰ্ট ব্ৰুচক।

৩২। ভাৰতৰ কোন কোন ঠাইত চাহৰ নীলাম কেন্দ্ৰ আছে ?

❑ কলিকতা, কোচিন, কুনুৰ, কইম্বাটোৰ, শিলিগুৰি, অমৃতসৰ আৰু গুৱাহাটীত।

৩৩। আন্তৰ্জাতিক ক্ষেত্ৰত চাহৰ নীলাম কেন্দ্ৰবোৰ ক'ত ?

❑ আন্তৰ্জাতিক ক্ষেত্ৰত লণ্ডন আৰু চিঙ্গাপুৰেই সৰ্ববৃহৎ নীলাম কেন্দ্ৰ। আন ঠাইসমূহৰ ভিতৰত শ্ৰীলংকাৰ কলম্বো, আফ্ৰিকাৰ মোম্বাচা আৰু লিম্বে, বাংলাদেশৰ চিটাগঞ্জ, ইণ্ডোনেচিয়াৰ জাকাৰ্টা আদিয়েই প্ৰধান।

৩৪। চাহ বিজ্ঞানৰ জন্ম দিয়া এছিয়া মহাদেশ তথা পৃথিৱীৰ প্ৰথম আৰু বৃহত্তৰ চাহ গৱেষণাগাৰটো কোন চনত ক'ত স্থাপিত হৈছে ?

❑ ১৯৯১ চনত চাহ গৱেষণাগাৰটো যোৰহাটৰ টোকোলাইত স্থাপন কৰা হৈছে।

৩৫। চাহ বাগিচা নথকা অসমৰ মহকুমা এটাৰ নাম কি ?

❑ মাজুলী।

৩৬। ভাৰতৰপৰা চাহৰ ৰপ্তানী কাৰ্য্য কেতিয়া আৰম্ভ হয় ? কিমান পৰিমাণৰ চাহ ক'লৈ ৰপ্তানী হৈছিল ?

❑ ১৮৩৮ চনৰ মাৰ্চ মাহত ৮ টা বাকচ (৩৫০ পাউণ্ড) ৰপ্তানী হৈছিল। ১৮৩৯ চনৰ ১০ জানুৱাৰীত ইয়াৰ নীলাম হৈছিল।

৩৭। চাহপাত বিক্ৰী কৰা পথসমূহ কেনে ?

❑ ক) দেশীয় নীলাম বজাৰ খ) আন্তৰ্জাতিক নীলাম বজাৰ, গ) চৰকাৰী নীতিৰে পোনপটীয়াকৈ বিদেশী কোম্পানীক, ঘ) দেশীয় কোম্পানীক বিক্ৰী কৰিব পাৰে।

৩৮। বিশ্বৰ কিমানখন দেশে কিমান পৰিমাণৰ চাহ উৎপাদন কৰে ? ভাৰতত এই উৎপাদন কিমান ?

❑ পৃথিৱীৰ ২৮ খন দেশে প্ৰায় ১৮৫ কোটি কিঃ গ্ৰাম উৎপন্ন কৰে । অসমৰ ৩০ কোটি ধৰি ভাৰতে মুঠ ৫৬ কোটি কিঃ গ্ৰাম উৎপাদন কৰে ।

৩৯। ভাৰত চাহ উদ্যোগৰ শীৰ্ষতম কৰ্তৃপক্ষ কোন ? এই কৰ্তৃপক্ষৰ প্ৰধান কাম কি ?

❑ চাহ উদ্যোগৰ শীৰ্ষ কৰ্তৃপক্ষ হৈছি Tea Board। ইয়াৰ প্ৰধান কাৰ্য্যালয় কলিকতাত। প্ৰধান কামৰ ভিতৰত চাহ বাগিচাৰ পঞ্জীয়ণ, চাহ খেতিৰ সম্প্ৰসাৰণ, ৰপ্তানী, অৰ্থ সাহায্য, অনুদান আৰু ঋণ, শ্ৰমিকৰ কল্যাণমূলক আঁচনি, চাহ খেতি সম্পৰ্কীয় পৰীক্ষা-নিৰীক্ষা আদিয়েই প্ৰধান । এই ব'ৰ্ডৰ অনুমোদন নোলোৱাকৈ কোনেও ক'তো কোনো কাম হাতত ল'ব নোৱাৰে । কেৱল কেন্দ্ৰীয় চৰকাৰেহে ভাৰতীয় সংবিধানৰ ৭ম অনুসূচীৰ ৫২ নং অন্তৰ্ভুক্তিৰ দফাৰে চাহ শিল্পৰ নিয়ন্ত্ৰণ নিজৰ হাতত ৰাখিছে । ৰাজ্য চৰকাৰৰ এক্তিয়াৰ ইয়াত নাই ।

৪০। ভাৰতৰ চাহৰ যাৱতীয় পৰিসংখ্যাৰ লগতে অসমৰ চাহক কোনে নিয়ন্ত্ৰণ কৰে । দক্ষিণ ভাৰতৰ ক্ষেত্ৰত ?

❑ অসম তথা পূৰ্ব ভাৰতৰ ক্ষেত্ৰত INDIAN TEA ASSOCIATION – কলিকতাস্থ কাৰ্য্যালয়ে ।

দক্ষিণ ভাৰতৰ ক্ষেত্ৰত কুনুৰত থকা 'THE UNITED PLANTERS ASSOCIATION OF SOUTH INDIA'.।

৪১। বিশ্বত চাহ বিষয়ক গৱেষণা পুথি লিখি কোনে গৌৰৱজনক স্থান পাইছে ?

❑ চীনৰ দাৰ্শনিক পণ্ডিত লু-ইউ । ৭৮০ খৃঃত বিখ্যাত আৰু অদ্বিতীয় 'চ্ছাছিয়াং (Chacing) Classic লিখে । পুথিখন তিনিটা খণ্ডত লিখা আৰু প্ৰতিটো খণ্ড ১০ টাকৈ ভাগত বিভক্ত ।

৪২। ভাৰতবৰ্ষত পোন প্ৰথমবাৰৰ বাবে কোনে কেতিয়া চাহ খেতি আৰম্ভ কৰিবলৈ চিন্তা-চৰ্চা কৰি আগভাগ লৈছিল ।

❑ ভাৰতৰ গভৰ্ণৰ জেনেৰেল লৰ্ড উইলিয়াম বেণ্টিকে – ১৮২৮ চনত । এওঁৱেই চাহ খেতিৰ প্ৰৱৰ্ত্তনৰ ইচ্ছাৰে ১৮৩৪ চনত ৭ গৰাকী বিষয়াৰে 'চাহ সমিতি' গঠন কৰি দিছিল ।

৪৩। দেওবৰীয়া মজুৰীৰপৰা শ্ৰমিকসকলে বঞ্চিত হোৱা শিল্পটো কি ?

❑ চাহ শিল্প ।

৪৪। চাহ পুলিৰ ৰোপণ পদ্ধতি কেনে ?

❑ ক) পুলি ৰুবৰ বাবে গাঁতটো ৪৫ ছেঃ মিঃ দ আৰু ৩০ চেঃ মিঃ বহল হ'ব লাগে।
খ) পুলি ৰোৱাৰ দূৰত্ব কমেও ৬০ ছেঃ মিঃ আৰু শাৰীবোৰৰ দূৰত্ব কমেও ১০৫ ছেঃ মিটাৰ হ'ব লাগে ।
গ) এডৰা চাহ তলীত ১৪০০০-১৮০০০ পুলি ৰোৱা হ'লেও বিশ হেজাৰ পুলিতকৈ বেছি ৰোপণ কাৰ্য্য বাঞ্চনীয় নহয় ।
ঘ) গুটিবাৰী বা নাৰ্চাৰীত গজোৱা পুলিৰ বয়স ১০-২০ মাহ, ১২-১৫ খিলা পাতেৰে সৈতে ৪৫-৬০ ছেঃ মিটাৰ ওখ হ'লেই ৰোপণৰ বাবে উপযুক্ত বুলি ধৰা হয় ।

৪৫। এজোপা চাহ গছৰপৰা বছৰেকত কিমানবাৰ চাহ পাত চিঙিব পাৰি ?

❑ ৩০ ৰ পৰা ৩৫ বাৰ ।

# চাহ শ্ৰমিকৰ অসম আগমন, আইন আৰু নিম্ন সংগঠন

১। অসমৰ চাহ বাগিচাবোৰত মজুৰী খাটিবলৈ ভাৰতৰ বিভিন্ন ৰাজ্যৰপৰা বনুৱা আমদানী কৰাত বৃটিছসকলে কি পদ্ধতি লৈছিল বুলি জনা যায় ?

❑ ২ টা পদ্ধতিৰে বনুৱা আমদানী কৰিছিল । 'আড়াকাঠীয়া' বা দালাল আৰু 'গিৰমিটীয়া' চুক্তিৰ যোগেদি । ইয়াক ঠিকাদাৰী বা চৰ্দাৰী প্ৰথা বুলিও জনা যায় । দক্ষিণ ভাৰতত এই প্ৰথাক 'কাংগানী' বুলি কৈছিল ।

২। অসমৰ স্থানীয় লোকক চাহ বাগিচাৰ কামত নলৈ ভাৰতৰ বিভিন্ন ঠাইৰপৰা বনুৱা অনাৰ কাৰণ কি ?

❑ তিনিটা কাৰণত অসমৰ স্থানীয় লোকক চাহ বাগিচাৰ কামত লোৱা হোৱা নাছিল ।
ক) সেই সময়ত গাঁৱত বাস কৰা অসমীয়া মানুহৰ যথেষ্ট মাটি-বাৰী আছিল । কোম্পানীৰ তলত কাম কৰাৰ পক্ষপাতী নাছিল ।
খ) অসমীয়া মানুহৰ আত্মমৰ্য্যাদাৰ ভাব প্ৰবল থকাত গোলামী কাৰ্য্যক ঘৃণা কৰাৰ লগতে তিৰোতাসকলক বাগিচাৰ কামত কোনোপধ্যেই পঠোৱা নাছিল ।
গ) কানি বৰ বিহ খাই প্ৰায়ভাগেই কানীয়া হৈ পৰিছিল ।

৩। 'দিঁয়ে ডিপুৰ ঘৰে, কতনা যতন কৰে । কাগজে লেখাৰে নাম' ফাঁকি দিয়ে সাধুৰাম, আনিল আসাম' ... 'এই গীত ফাঁকিত বৰ্ণোৱা 'ডিপু' অৰ্থে কি বুজাইছে ?

❑ ক) 'ডিপু' অৰ্থে শ্ৰমিক আনি এঠাইত জমা কৰা আৰু চুক্তি কৰোৱা কাৰ্য্যালয় ।
খ) অসমলৈ নাও-জাহাজত আহোঁতে ঠায়ে ঠায়ে উঠা-নমা কৰিবলৈ 'ডিবাৰ্কেচন

ডিপু' বা নদী ঘাটৰ সুবিধা কৰি লৈছিল ।

গ) পৰিদৰ্শন ঘাট বা ডিপুত পৰিদৰ্শকসকলে স্বাস্থ্য আৰু চুক্তিপত্ৰ পৰীক্ষা কৰিছিল।

৪। কেতিয়া বা কোন চনৰপৰা বনুৱা আমদানী প্ৰথা বন্ধ কৰা হয় ?

❑ ১৯১৫ চনত ঠিকাদাৰী প্ৰথা আৰু ১৯৫৭ চনত আমদানী প্ৰথা বন্ধ কৰা হয় ।

৫। ভাৰতৰ বিভিন্ন ঠাইত বনুৱা আমদানীৰ বাবে কোম্পানীবোৰে কেনে উদ্যোগ লৈছিল ?

❑ ১৮৫২ চনত অসম কোম্পানীয়ে ৰংপুৰ জিলাত এজেন্সী পাতি আৰু ১৮৫৯ চনত অসমৰ আটাইকেইটা কোম্পানীয়ে কলিকতাত 'ৰিক্ৰুইটিং এজেন্সী হাউছ' পাতি বনুৱা সংগ্ৰহত উদ্যোগ লৈছিল ।

৬। বৃটিছে কেৱল অসমলৈকে যে শ্ৰমিক আমদানী কৰিছিল এনে নহয় । বিশ্বৰ বহুকেইখন ঠাইলৈকো শ্ৰমিক চালান দিছিল । তেনে দেশবোৰ কি ?

❑ চাহ আৰু কুঁহিয়াৰ খেতিত কাম কৰিবলৈ শ্ৰমিক চালান (Indetured Labourer) দিয়া ঠাইসমূহৰ ভিতৰত মৰিচাছ, বেষ্ট ইণ্ডিজ, ত্ৰিনিদাদ, বাৰ্বাডোজ, গায়নাকে আদি কৰি আমেৰিকা আৰু আফ্ৰিকাৰ উপনিবেশবোৰেই প্ৰধান ।

৭। চাহ বাগিচাৰ মানুহখিনিক আজিৰ শিক্ষিত অসমীয়াই কেনেধৰণৰ চিনাক্তকৰণ কৰি ভাল পায় ?

❑ শিক্ষিত চামে 'চাহ বাগিচাৰ অসমীয়া' আৰু চাহপতীয়া হিচাপে । সাধাৰণ অসমীয়াই চাহ বাগিচাৰ বনুৱা, 'চাহ শ্ৰমিক' চাহ মজদুৰ বুলিও অভিহিত কৰে । অৱশ্যে ই বাগিচাৰ শিক্ষিত চামৰ বহুতেই নিজকে চাহ জনজাতি বুলিহে চিনাকি দি ভাল পায়।

৮। অসমৰ কিমান মাটিত চাহ খেতি কৰা হয় ?

❑ ২২৬.৮৮৩ হেক্টৰ মাটিত ।

৯। অসমৰ চাহ কোম্পানীকেইটাৰ নাম কি আৰু সিবিলাকৰ প্ৰধান কাৰ্য্যালয় ক'ত ?

❑ ডালকান এণ্ড ইণ্ডাষ্ট্ৰিজ লিমিটেড, কলিকতা ।
নামডাং টি কোম্পানী, কলিকতা
টাটা ফিনলে, কলিকতা
জকাই ইণ্ডিয়া, কলিকতা
মেক্লিন এণ্ড মেগৰ, কলিকতা
নাগটা ফাৰ্ম টি কোম্পানী, কলিকতা
বিশ্বনাথ টি কোম্পানী, কলিকতা
বিলানি টি কোম্পানী, কলিকতা
অসম চাহ নিগম, গুৱাহাটী ।

১০। চাহ বাগিচাৰ শ্ৰমিকসকলৰ বাবে কেনেধৰণৰ ঔদ্যোগিক আইন প্ৰযোজ্য হৈ আছে ?

❑ ক) ভাৰতীয় ট্ৰেড ইউনিয়ন আইন, ১৯২৬
(Indian Trade Union Act, 1926)
খ) ঔদ্যোগিক বিবাদ আইন, ১৯৪৭
(The Industrial Dispute Act, 1947)
গ) নিম্নতম মজুৰী আইন, ১৯৪৮
(The Minimum Wages Act, 1948)
ঘ) বাগিচা শ্ৰম আইন, ১৯৫১
(The Plantation Labour Act, 1951)
ঙ) অসম চাহ ভবিষ্যনিধি আইন, ১৯৫৯
(The ATPPF Scheme, 1959)
চ) অসম চাহ বাগিচা কৰ্মী কল্যাণনিধি আইন, ১৯৫৯
(The Assam Tea Employees Welfare Act, 1959)
ছ) প্ৰসূতি কল্যাণ বা মাতৃ মঙ্গল আইন, ১৯৬১
(The Maternity Benefit Act, 1961)
জ) ব'নাচ আদায় আইন, ১৯৬৫
(The Payment of Bonus Act, 1965)
ঝ) গ্ৰেচুইটি আদায় আইন, ১৯৭২
(The Payment of Gratuity Act, 1972)
ঞ) সমান মজুৰী আদায় আইন, ১৯৭৬
(The Payment of Wages Act, 1976)
ট) শ্ৰমিকৰ ক্ষতিপূৰণ আইন, ১৯২৩
(The Workmens Compensation Act, 1923)
ঠ) ঔদ্যোগিক নিয়োগ ষ্টেণ্ডিং অৰ্ডাৰচ আইন, ১৯৪৬
(The Industrial Employment Standing Orders Act, 1946)

১১। অসমত কেতিয়া প্ৰথম শ্ৰমিক ধৰ্মঘট হৈছিল ?

❑ ১৮৪৮ চনত 'অসম কোম্পানী'ৰ শ্ৰমিকসকলে নিয়মীয়া হাজিৰাৰ বাবে প্ৰথম ধৰ্মঘট কৰিছিল। দ্বিতীয়বাৰ ১৮৫৭ চনত আৰু তৃতীয়বাৰ ১৮৫৯ চনত।

১২। অসম তথা ভাৰতবৰ্ষত শ্ৰমিকৰ আত্মসচেতন কৰা দাবী দিবসটোক কি বুলি কোৱা হয় ? কেতিয়াৰপৰা আমাৰ দেশত ইয়াক প্ৰযোজ্য কৰা হৈছে ? আন্তৰ্জাতিক ক্ষেত্ৰত ইয়াৰ আৰম্ভণি কেতিয়া ?

❑ শ্ৰমিকৰ সচেতনাৰ্থে পালন কৰা দিবসটোক মে' দিৱস বা মে'-দে অৰ্থাৎ শ্ৰমিকৰ দিবস বুলি কোৱা হয়। ১৯২৩ চনৰ পৰা ভাৰতবৰ্ষত মে' মাহৰ প্ৰথম দিনটোত এই দিবসটো পালন কৰি অহা হৈছে। আন্তৰ্জাতিক ক্ষেত্ৰত এই দিৱসৰ আৰম্ভণি

উঠা বাগিচা অঞ্চলৰ স্বেচ্ছাসেৱী অনুষ্ঠান কেইটা কি নামেৰে জনা যায় ?

❑ অসম চাহ জনজাতি ছাত্ৰ সন্থা ।

অসম চাহ জনজাতি যুৱ ছাত্ৰ পৰিষদ ।

চাহ আৰু প্ৰাক্তন চাহ জনজাতি যুৱ সন্থা ।

অসম চাহ জনজাতি সাহিত্য-সংস্কৃতি পৰিষদ ।

অসম চাহ জনজাতি মহিলা সমিতি ।

চাহ জনজাতি কলা-কৃষ্টি বিকাশ কেন্দ্ৰ ।

২। আজিৰ চাহ জনজাতি ছাত্ৰ সন্থাক 'আট্ছা' (ATTSA) বুলি কোৱা হয় । ইয়াৰ (Abbreviation) কি ?

❑ Assam Tea Tribes Student's Association.

৩। বৰ্ত্তমানৰ 'চাহ জনজাতি ছাত্ৰ সন্থাৰ'ৰ পূৰ্বৰ ৰূপ কি আছিল ?

❑ ১৯৪৭ চনৰ ২৮ ডিচেম্বৰত ডিব্ৰুগড়ৰ দীঘলীয়া মধ্য ইংৰাজী বিদ্যালয়ত 'ছোটনাগপুৰী ছাত্ৰ সন্মিলন' হিচাপে প্ৰতিষ্ঠা লাভ কৰিলেও ১৯৫৮ চনত তেজপুৰৰ বিন্দুগুৰি অধিৱেশনতহে 'অসম চাহ জনজাতি ছাত্ৰ সন্থা' নামলৈ পৰিৱৰ্ত্তিত হৈছে ।

৪। অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ জন্মলগ্নৰেপৰা বৰ্ত্তমানলৈকে সভাপতি আৰু সম্পাদক ৰূপে কাৰ্য্যনিৰ্বাহ কৰা বিশিষ্ট ব্যক্তিসকল কোন ?

❑ **সভাপতিসকল ঃ**

১। স্বৰ্গীয় চাইমন সিং হৰ

২। শ্ৰীনিৰোদ কুমাৰ হেম্বৰম

৩। শ্ৰীএব্নেজাৰ হেৰেঞ্জ

৪। শ্ৰীইমিন চুৰিন

৫। শ্ৰীসুবান হৰ, এল, এল, বি

৬। শ্ৰীচিলভিউচ কন্দপান, এম, এছ, চি, এল, এল, বি

৭। শ্ৰীজিতেন চন্দ্ৰ চুণ্ডি, এম, এছ, চি, এল, এল, বি

৮। শ্ৰীদীনেশ্বৰ তাছা, বি, এছ, চি, বি, টি

৯। শ্ৰীলোকেশ্বৰ কুৰ্মী, বি, এ

১০। শ্ৰীসীমাঞ্চল দিগাল, বি, এ

❑ **সম্পাদকসকল ঃ**

১। স্বৰ্গীয় সন্তোষ কুমাৰ তপ্ন, বি, এ

২। শ্ৰীগেৰ্চন তিৰু, এল, এল, বি

৩। শ্ৰীধৰমদাস হেৰেঞ্জ, এল, এল, বি

৪। শ্ৰীবলোৰাম নাগ, বি, এ

৫। শ্ৰীপৱনসিং ঘাটোৱাৰ, বি, এ
৬। শ্ৰীজয়চন্দ্ৰ নাগবংশী
৭। শ্ৰীবাৰ্কীপ্ৰসাদ তেলেঙ্গা
৮। শ্ৰীনৰেন তাঁতী
৯। শ্ৰীভগীৰথ কৰণ, এম, এ
১০। শ্ৰীএতোৱা মুণ্ডা
১১। শ্ৰীকামাখ্যা প্ৰসাদ তাচা, বি, এ

৫। অসমত চাহ জনগোষ্ঠীয় লোকসকলক কোনটো ভাগত ৰাখিছে ?

❑ GENERAL, S.C., S.T, S.T. (P), O.B.C., M.O.B.C:
O-M. O. B. C. হিচাপে স্বীকৃতি দিয়া হৈছে।

৬। অসম চাহ জনজাতি ছাত্ৰ সন্থাই ৰাজ্য চৰকাৰৰ ওচৰত দবী পূৰণাৰ্থে উত্থাপন কৰা ২০ টা দাবী কি ?

❑ ১। চাহ জনগোষ্ঠীয় লোকক অনুসূচীত জাতি, অনুসূচীত জনজাতিৰূপে স্বীকৃতি দিয়া।
২। বনুৱা শ্ৰম আইনখন সংশোধন কৰা।
৩। প্ৰতিখন মহকুমাত চাহ জনজাতিৰ ছাত্ৰ-ছাত্ৰীৰ বাবে বিনামূলীয়া ছাত্ৰাবাস নিৰ্মাণ কৰি দিয়া।
৪। চাহ বাগিচাৰ বিদ্যালয়সমূহ চৰকাৰীকৰণ কৰা।
৫। চাহ বাগিচাৰ কল্যাণ বিষয়াৰ পদত চাহ জনজাতিৰ লোকক নিযুক্তি দিয়া।
৬। অনাতাঁৰ কেন্দ্ৰত প্ৰতিদিনে চাহ জনগোষ্ঠীৰ অনুষ্ঠান প্ৰচাৰ কৰা।
৭। কৰ্মচাৰীৰ পদসমূহ চাহ জনগোষ্ঠীৰ বাবে সংৰক্ষণ দিয়া।
৮। বাগিচাৰ বিদ্যালয়সমূহত চাহ জনজাতিৰ প্ৰাৰ্থীক মকৰল কৰা।
৯। বিনামূলীয়া উন্নত ৰেচন শ্ৰমিকৰ বাবে যোগান ধৰা।
১০। চাহ বাগিচাৰ প্ৰতিখন স্কুলত প্ৰাক-প্ৰাথমিক শাখা খোলা।
১১। স্থায়ী বাসিন্দাৰ প্ৰমাণ পত্ৰ নিবিচৰা।
১২। চাহ জনজাতিৰ মহিলাক বিভিন্ন অনুষ্ঠানত সু-সংহতভাৱে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা লোৱা।
১৩। সাংস্কৃতিক কেন্দ্ৰ স্থাপনেৰে চাহ জনগোষ্ঠীয় কলা-সংস্কৃতিৰ সংৰক্ষণ তথা বিকাশ ঘটোৱাৰ সুবিধা প্ৰদান কৰা।
১৪। চাহ শ্ৰমিক সঞ্চালকালয়ত চাহ জনজাতিৰ লোকক সুবিধা প্ৰদান কৰা।
১৫। বাগিচা অঞ্চলত বিশুদ্ধ খোৱা পানীৰ ব্যৱস্থা কৰা।
১৬। চাহ বাগিচাসমূহলৈ বিদ্যুৎ সম্প্ৰসাৰণ কৰা।

(খ) ৰংপুৰ জিলাত এজেন্সী পাতি ভাৰতৰ বিভিন্ন ঠাইৰপৰা শ্ৰমিক সংগ্ৰহৰ কাম আৰম্ভ।

১৮৫৮ ঃ (ক) যোৰহাট চাহ কোম্পানী গঠন।

(খ) এই চনৰপৰাই চাহ খেতি কৰাৰ ধুম উঠে।

১৮৫৯ ঃ অসমৰ আটাইকেইটা চাহ কোম্পানী একেলগ হৈ মজুৰী আইন প্ৰয়োগেৰে বনুৱা সংগ্ৰহৰ বাবে কলিকতাত 'ৰিক্ৰুইটিং এজেন্সী হাউচ'ৰ প্ৰক্ৰিয়া জোৰদাৰ কৰি তোলে।

১৯১৫ ঃ এই চনৰপৰা বনুৱা আমদানী কৰা ঠিকাদাৰী প্ৰথা বন্ধ হয়।

১৯৫৭ ঃ এই চনৰপৰা বনুৱা আমদানী প্ৰথা সম্পূৰ্ণৰূপে বিলুপ্ত কৰা হয়।

১৯৭২ ঃ অসম চৰকাৰৰ পৃষ্ঠপোষকতাত অসম চাহ নিগম গঠিত হয়।

২০। অসমৰ প্ৰথম চাহ খেতিয়ক কোন ?

❑ বুৰঞ্জীবিদ স্বৰ্গীয় বেণুধৰ শৰ্মাৰ মতে অসম গৌৰৱ স্বৰ্গীয় মণিৰাম দেৱানেই চেংলুং আৰু চিনামৰা নামৰ বাগিচা দুখন প্ৰতিষ্ঠা কৰিছিল। চিনামৰাখনৰ পুৰণি নাম আছিল দেৱানবাৰী।

২১। অসমীয়া চাহ খেতিয়কসকলৰ ভিতৰত বহু কেইজন পুৰাতন ব্যক্তিয়ে অসমীয়া সাহিত্য সংস্কৃতি, গীত-মাত, নাটক-কথাছবি আৰু বৌদ্ধিক জাগৰণৰ পৰিৱেশ অনাত অগ্ৰণী ভূমিকা লৈছিল। তেওঁলোক কোন আছিল ?

❑ স্বৰ্গীয় মালভোগ বৰুৱা, স্বৰ্গীয় ৰোমেশ্বৰ বৰুৱা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, স্বৰ্গীয় চন্দ্ৰপ্ৰসাদ আগৰৱালা, গীতি কবি স্বৰ্গীয় পাৰ্বতীপ্ৰসাদ বৰুৱা, ৰোহিণী কুমাৰ বৰুৱা, দানবীৰ স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ।

২২। অসমৰ কোনখন চাহ বাগিচাত কোনে প্ৰথম চিনেমা ষ্টুডিঅ' প্ৰতিষ্ঠা কৰি আগৰণুৱাৰ ভূমিকা লৈছিল ?

❑ স্বৰ্গীয় ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই ১৯৩৪ চনত ভোলাগুৰি চাহ বাগিচাত চিনেমা ষ্টুডিঅ' প্ৰতিষ্ঠা কৰিছিল।

২৩। চাহ বাগিচাৰ পটভূমিত কেইবাখনো কথাছবি নিৰ্মিত হৈছে। সিবিলাকৰ নাম কি ?

❑ 'এৰা বাটৰ সুৰ', ভবত বৰপূজাৰীৰ 'কেঁচা সোণ', যোগেশ দাসৰ 'ৰতনলাল', নিৰোদ চৌধুৰীৰ 'চামেলি মেমচাব', 'চিৰিচ' (সৰু পৰ্দাৰ) পদ্মনাথ কৈৰীৰ বুধু অৰ্জুন।

২৪। আন্তৰ্জাতিক খ্যাতিসম্পন্ন কলাকাৰ ড° ভূপেন হাজৰিকাই চাহ বাগিচাৰ কাহিনীৰ কোনখন কথাছবিৰ সঙ্গীতৰ বাবে ৰাষ্ট্ৰীয় চলচ্চিত্ৰ ('৭৫) পুৰস্কাৰ পোৱাত সক্ষম হৈছে।

❑ 'চামেলি মেমচাব'ৰ জৰিয়তে।

২৫। অসমৰ কোনটো অনাতাঁৰ কেন্দ্ৰই কি নামেৰে চাহ জনগোষ্ঠীয় অনুষ্ঠান প্ৰচাৰ কৰে?

❑ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই চাহ গছৰ মাজে মাজে ।
ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰই 'আসৰ' অনুষ্ঠানৰ নামেৰে ।

২৬। চাহ শিল্পত প্ৰত্যক্ষভাৱে নিয়োজিতসকলৰ প্ৰতি চাহ উদ্যোগৰ দায়বদ্ধতা কেনে ?

❑ প্ৰত্যক্ষভাৱে নিয়োজিত শ্ৰমিক কৰ্মচাৰী শিক্ষা, স্বাস্থ্য ৰক্ষা, আবাস স্থল, ৰেহাই মূল্যত অত্যাৱশ্যকীয় সামগ্ৰীৰ যোগান, ভৱিষ্যনিধিকে ধৰি সকলো সুবিধা দিয়াৰ দায়িত্ব চাহ উদ্যোগে বহন কৰে ।

২৭। অসমৰ চাহ উদ্যোগৰপৰা ৰাজ্য চৰকাৰে কি বাবদ কিমান পৰিমাণৰ ৰাজহ সংগ্ৰহ কৰে ?

❑ চাহ উদ্যোগৰপৰা ৰাজ্য চৰকাৰে মুঠ ৰাজহৰ ৩৪% অংশ কৃষিকৰ, বিক্ৰীকৰ, মাটিৰ খাজনা চেচ্ কৰ হিচাপে পায় ।

২৮। চাহ উদ্যোগৰ কল্যাণমুখী আঁচনিবোৰ ৰাজ্যখনৰ প্ৰতি কেনে ?

❑ চাহ শিল্পই শিক্ষা প্ৰতিষ্ঠান, পুথিভঁৰাল, চিকিৎসালয়, উদ্যান, সাংস্কৃতিক কেন্দ্ৰ, ষ্টেডিয়াম, খেল পথাৰৰ উন্নয়ন, ছাত্ৰাবাস নিৰ্মাণকে ধৰি অসমৰ বিভিন্ন অঞ্চলৰ কল্যাণমূলক কামত সহায় কৰিছে ।

২৯। BONUS ৰ তাৎপৰ্য্য কি ?

❑ লেটিনত Bonus ৰ অৰ্থ ভাল । ইংৰাজীত ওপৰঞ্চি অৰ্থ, পুৰস্কাৰ বা বক্‌চিচ । অসমীয়াত অৰ্থ প্ৰকাশ কৰা হয় 'অধি ওপৰঞ্চি বা বৃত্তি নিয়মিত ভাড়া বা ব্যাৎসৰিক ওপৰঞ্চি স্বতন্ত্ৰ হিচাপে পাব লগা ধন ।'

ভাৰতৰ কোনো কোনো শিল্পত উৎপাদন (Production) ভিত্তিক বোনাচ, ক'ৰবাত উদ্‌গনিমূলক (Incentive) বোনাচ দিয়াৰ ৰীতি থাকিলেও অসমৰ চাহ শিল্পত মুনাফা বা লাভক ভিত্তি কৰিহে বেতনভোগী শ্ৰমিক কৰ্মচাৰীক কোম্পানী বা মালিক পক্ষই বছৰেকত এবাৰকৈ সিসকলৰ বছৰেকীয়া উপাৰ্জনক ভিত্তি কৰি শতকৰা ২০% শতাংশলৈ বোনাচ দিব পাৰে ।

উচ্চতৰ বেতনভোগী বিষয়া কৰ্মচাৰীয়ে (Executive) মুনাফাৰ বাহি পুঁজিৰপৰা বোনাচৰ সমাৰ্থক কমিচন (Commission) পাব পাৰে ।

# চাহ জনজাতিৰ কিছু অনুষ্ঠান, দাবী আৰু প্ৰতিফলন

১। ট্ৰেড ইউনিয়ন কেইটাৰ বাদেও আৰ্থ-সামাজিক তথা সাংস্কৃতিক উন্নয়নৰ বাবে গঢ়ি

হয় ১৮৯০ চনৰপৰা ।

১৩। চাহ শ্ৰমিকসকলৰ মাজত কোন কেইটা ট্ৰেড ইউনিয়ন কম-বেছি পৰিমাণে সক্ৰিয় হৈ কাম কৰি আছে ?

❑ ১। ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ অন্তৰ্ভুক্ত অসম চাহ মজদুৰ সংঘ, ১৯৫৮ (INTUC) ।

২। কাছাৰ চাহ শ্ৰমিক ইউনিয়ন, ১৯৩৯ ।

৩। উত্তৰ অসম চাহ কৰ্মী সন্থা, ১৯৭৩ ।

৪। ভাৰতীয় শ্ৰম সংঘ (মাৰ্ক্সীয়), ১৯৭০ (CITU) ।

৫। হিন্দ, মজদুৰ সভাৰ অন্তৰ্ভুক্ত 'অসম চাহ শ্ৰমিক ইউনিয়ন', ১৯৬২ ।

৬। অখিল ভাৰতীয় মজদুৰ সংঘ, ১৯৫৫ (ALTUC) ।

৭। ভাৰতীয় মজদুৰ সংঘ (ইণ্ডিয়ান টি এমপ্লইজ ইউনিয়ন) ।

৮। অসম শ্ৰম পৰিষদ ।

৯। পূৰ্বাঞ্চল চাহ মজদুৰ সংঘ ।

১০। অসম চাহ কৰ্মচাৰী সংঘ (কৰ্মচাৰীৰ বাবে), ১৯৪৭ ।

১৪। চাহ বাগিচাৰ শ্ৰমিক-কৰ্মচাৰীৰ আৰ্থ-সামাজিক উন্নয়নৰ বাবে চৰকাৰৰ পৃষ্ঠপোষকতাত গঢ় লৈ উঠা বিভাগ কেইটা কি কি ?

❑ অসম চাহ ভবিষ্যনিধি আঁচনি আৰু বৃত্তি নিধি আঁচনি ।

(Assam Tea Planters Provident Fund & Pension Scheme)

অসম চাহ শ্ৰমিক কল্যাণ পৰিষদ ।

(Assam Tea Employees Welfare Board)

চাহ আৰু প্ৰাক্তন চাহ জনজাতি কল্যাণ সঞ্চালকালয় ।

(Tea & Ex-Tea Welfare Directorate)

১৫। চাহ শ্ৰমিককে ধৰি বিভিন্ন পৰ্য্যায়ৰ শ্ৰমিকৰ আৰ্থ-সামাজিক দিশত প্ৰশিক্ষণ দিয়া শিক্ষা কেন্দ্ৰ দুটা ক'ত আৰু কাৰ নিয়ন্ত্ৰণত পৰিচালিত হয় ?

❑ ভাৰত চৰকাৰৰ নিয়ন্ত্ৰণ আৰু পৰিচালনাত WORKERS TRAINING CENTRE নামেৰে কেন্দ্ৰ দুটা তিনিচুকীয়া আৰু তেজপুৰত স্থাপিত হৈছে ।

১৬। 'অসম চাহ নিগম' বা Assam Tea Corporation টো কোন চনত কি উদ্দেশ্যেৰে গঢ় লৈ উঠিছে ?

❑ ১৯৭২ চনৰ ৯ ফেব্ৰুৱাৰীত অসম চৰকাৰৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা নিগমটোৰ মূল উদ্দেশ্য তিনিটা ।

ক) গাইগুটীয়া মালিকসকলৰ ৰুগ্ন আৰু দেৱলীয়া হোৱা চাহবাগিচাখিনি পৰিচালনাৰ দায়িত্ব লোৱা ।

খ) চাহ বাগিচাসমূহৰ অৰ্থনৈতিক দিশটো সবল কৰিও চাহ শ্ৰমিক আৰু কৰ্মচাৰীৰ হক ৰক্ষা কৰা ।

গ) উৎপাদিত চাহ অসম আৰু ইয়াৰ বাহিৰত বিক্ৰী কৰা ।

১৭। ABBREVIATION মানে কি ?

☐ চুটি, চমু, সংক্ষিপ্তকৰণ বা কম পৰিসৰতে আবদ্ধকৰণ ।

১৮। তলত উল্লেখ কৰা ABBREVIATION বোৰ কেনে ধৰণে ব্যৱহাৰ হয় ?

☐ ক) A.T.P.A, A.B.I.T.A, A.T.C, I.T.A, I.L.O, N.L.O, T.A.I, N.E.T.A, U.P.A.S.I.

ATPA : Assam Tea Planters Association.
ABITA : Assam Branch of India Tea Association.
ATC : Assam Tea Corporation.
ITA : Indian Tea Association.
ILO : International Labour Organisation.
NLO : National Labour Organisation.
TAI : Tea Association of India.
NETA : North Eastern Tea Association.
STAP : Small Tea Growers Advisory Programme.
UPASI : United Planters Association of South India.

☐ খ) A.T.T.S.A, A.C.M.S, A.C.K.S, B.C.P, C.I.T.U, A.I.T.U.C, I.N.T.U.C, H.M.S, H.M.S.S. ?

ATTSA : Assam Tea Tribes Students Association.
ACMS : Assam Chah Majdoor Sangha.
ACKS : Assam Chah Karmachari Sangha.
BCP : Bharatiya Chah Parisad.
CITU : Centre for Indian Trade Union.
AITUC : All India Trade Union Centre.
INTUC : Indian National Trade Union Congress.
HMS : Hind Mazdoor Sabha.
HMSS : Hind Mazdoor Sebak Sangha.

১৯। চাহ খেতিৰ বুৰঞ্জীত তলত উল্লেখ কৰা চনবোৰৰ তাৎপৰ্য্য কি ?

১৮২৩, ১৮৩৪, ১৮৩৬, ১৮৩৯, ১৮৫২, ১৮৫৮, ১৮৫৯, ১৯১৫, ১৯৫৭, ১৯৭২

☐ ১৮২৩ ঃ মেজৰ ৰবাৰ্ট ব্ৰুচে অসমত প্ৰথমে চাহ গছ চিনাক্তকৰণ কৰে ।

১৮৩৪ ঃ ভাৰতৰ বৰলাট লৰ্ড উইলিয়াম বেণ্টিংকে ব্যৱসায়িকভাৱে চাহৰ বিষয়ে জানিবলৈ প্ৰথম TEA BORAD গঠন কৰে ।

১৮৩৬ ঃ চীন দেশৰ গুটিৰে প্ৰথমে চাবুৱা ছোটটিংবাই আৰু শুকান পুখুৰীত পুলি বাগান পাতে ।

১৮৩৯ ঃ প্ৰথমবাৰৰ বাবে লণ্ডনলৈ চাহ পাতৰ চালান ।

১৮৫২ (ক) ঃ লণ্ডনত ভাৰতৰ প্ৰথম চাহ কোম্পানী 'অসম কোম্পানী' গঠন কৰি নাজিৰাত কাৰ্য্যালয় স্থাপন হয়।

১৭। চিলিঙৰ পতিত মাটিসমূহ চাহ জনজাতিৰ লোকক আবণ্টন দিয়া।
১৮। চাহ জনগোষ্ঠীয় লোকৰ আলাদাভাৱে পিয়লৰ ব্যৱস্থা কৰা।
১৯। চাহ জনগোষ্ঠীৰ নিৰক্ষৰৰ মাজত প্ৰাপ্তবয়স্ক শিক্ষা কেন্দ্ৰ গঢ়ি তোলা।
২০। সীমান্তবৰ্তী চাহ বাগিচাসমূহত কটকটীয়া নিৰাপত্তাৰ ব্যৱস্থা প্ৰদান কৰা।

৭। চাহ জনজাতি ছাত্ৰ সন্থাই কিয় আৰু কেতিয়া শ্বহীদ দিৱস পালন কৰে।

❑ চাহ জনজাতি ছাত্ৰ সন্থাই ২০ দফীয়া দাবী পূৰণাৰ্থে ১৯৮৮ চনৰ ৭ জুন তাৰিখে চাহ জনগোষ্ঠী অধ্যুষিত এলেকাত ২৪ ঘন্টীয়া বন্ধৰ আহ্বান দিছিল। বন্ধ পালন কৰিবলৈ যাওঁতে মৰিয়নি এলেকাৰ কাঠকটীয়াৰ ওচৰত ট্ৰাক দুৰ্ঘটনাত মহাদেৱ আগৰৱালা হাইস্কুলৰ ৫ জন ফুলকুমলীয়া ছাত্ৰৰ মৃত্যু ঘটিছিল। এই দিনটোৰ স্মৰণাৰ্থেই ছাত্ৰ সন্থাই 'শ্বহীদ দিৱস' প্ৰতি বছৰেই পালন কৰে।

৮। 'শ্বহীদ' ঘোষণা কৰা ছাত্ৰসকলৰ পৰিচয় কি?

❑ তেওঁলোক হ'ল ঃ

১। স্বৰ্গীয় কৃতিনাথ ছত্ৰী, নগাজাঙ্কা, মৰিয়নি
২। স্বৰ্গীয় গোলেশ্বৰ ছত্ৰী, নগাজাঙ্কা, মৰিয়নি
৩। স্বৰ্গীয় বুলু কুৰ্মী, নগাজাঙ্কা, মৰিয়নি
৪। স্বৰ্গীয় ইন্দ্ৰ তাঁতী, হাতীজুৰি, মৰিয়নি
৫। স্বৰ্গীয় এড্‌মাণ্ড বাৰলা, সৰুপথাৰ, গোলাঘাট
৬। স্বৰ্গীয় আনন্দ খালক, ডুলিয়াবাম, মৰাণ

৯। সদৌ অসম ছাত্ৰ সন্থাৰ আহ্বানত বিদেশী বহিষ্কাৰ আন্দোলনত যোগ দি মিলিটেৰীৰ হাতত মৃত্যুবৰণ কৰা চাহ জনজাতিৰ ছাত্ৰ দুজনৰ নাম কি?

❑ কৌপাটি বল্লভভাই পেটেল হাইস্কুলৰ ছাত্ৰ স্বৰ্গীয় বান্ধনা উৰাং আৰু চতিয়াৰ স্বৰ্গীয় মঙ্গলচৰণ ৰহিদাস।

১০। বিভিন্ন সময়ত চাহ জনজাতি ছাত্ৰ সন্থাৰ নেতৃত্ব দিয়া কেইবাগৰাকী প্ৰাক্তন ছাত্ৰই ৰাজনীতিৰ জগতত প্ৰৱেশ কৰি মন্ত্ৰীত্বৰ আসনত উপবিষ্ট হৈছিল/হৈছে। তেওঁলোক কোন?

❑ ১। শ্ৰীৰামেশ্বৰ ধানোৱাৰ
২। শ্ৰীজয়চন্দ্ৰ নামবংশী
৩। শ্ৰীদীলেশ্বৰ তাঁতী
৪। শ্ৰীবলোৰাম নাগ
} কংগ্ৰেছ দলৰ
৫। শ্ৰীচিলবিউচ কন্দপান
৬। শ্ৰীবাৰ্কীপ্ৰসাদ তেলেঙ্গা
৭। শ্ৰীদ্বীপেন তাঁতী
} অসম গণ পৰিষদ দল

| | |
|---|---|
| ৮। শ্ৰীপৃথিবী মাঝি | উপাধ্যক্ষ, অসম বিধান সভা |
| ৯। শ্ৰীপৱনসিং ঘাটোৱাৰ | কেন্দ্ৰীয় উপমন্ত্ৰী |
| ১০। শ্ৰীনৰেন তাঁতী | অসম গণ পৰিষদ দল |
| ১১। শ্ৰীএতুৱা মুণ্ডা | কং (ই) |

১১। চাহ জনগোষ্ঠীৰ নেতা হিচাপে স্বীকৃতি পাই মন্ত্ৰীত্বৰ বাবে গোৱা আনসকলৰ নাম কি ?

❑ ১। স্বৰ্গীয় ছত্ৰগোপাল কৰ্মকাৰ
২। স্বৰ্গীয় দীপক মুৰ্মু
৩। শ্ৰীগজেন তাঁতী
৪। শ্ৰীহৰেন ভূমিজ
৫। শ্ৰীদীনেশ প্ৰসাদ গোৱালা

১২। প্ৰশাসনীয় দিশত উচ্চ আসন অলংকৃত কৰা অসমৰ চাহ জনগোষ্ঠীয় ব্যক্তিসকল কোন আছিল ?

❑ ১। শ্ৰীঅতুল্য প্ৰসাদ চাৰোৱান (আই, এ, এছ) দেব অসম চৰকাৰৰ মুখ্য সচিব আছিল ।

২। শ্ৰীহৰেন ভূমিজ (এ, এছ, চি) দেৱে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰীক্ষা নিয়ন্ত্ৰক হিচাপে কিছুকাল কাৰ্য্যনিৰ্বাহ কৰিছিল ।

৩। মিঃ গেৰচন তিৰ্ক (এল,এল,বি) দেৱে কল্যাণ আয়ুক্তৰ পদৰপৰা অৱসৰ পায়।

৪। মিঃ ভিলেন্টাইন কেৰ্কেটাই মেঘালয় ৰাজ্যৰ পশুপালন বিভাগৰ সঞ্চালক পদৰপৰা অৱসৰ গ্ৰহণ কৰা চাকৰিয়াল ।

৫। ড° বিমলা নাগ, বিজ্ঞানী (তেজপুৰ) যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰত কাৰ্য্যনিৰ্বাহ কৰিছিল ।

# চাহ জনগোষ্ঠীৰ পৰিচয়, গ্ৰন্থ প্ৰকাশ আদি

১। অসম সাহিত্য সভাই চাহ জনগোষ্ঠীৰ পৰিচয়মূলক আৰু সংস্কৃতি সম্বন্ধীয় কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰিছে । গ্ৰন্থ আৰু গ্ৰন্থকাৰসকলৰ পৰিচয় কি ?

| | |
|---|---|
| ❑ ১। চাহ বাগিচাৰ বনুৱা | স্বৰ্গীয় নকুল চন্দ্ৰ ভূঞা |
| ২। চাহ বাগিচাৰ অসমীয়া | স্বৰ্গীয় গোলাপ খাউণ্ড |
| ৩। সেউজীপাতৰ মাজে মাজে | ড° নগেন শইকীয়া |

| | |
|---|---|
| ৪। কৰমপূজা আৰু ঝুমুৰ গীত | কন্দৰ্প বুঢ়াগোহাঞি |
| ৫। বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি | শ্ৰীনাৰায়ণ ঘাটোৱাৰ |
| ৬। চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু | স্বৰ্গীয় দেউৰাম তাছা |
| ৭। চাহ বাগিচাৰ পূজা পৰ্ব (২য় সংস্কৰণসহ) | স্বৰ্গীয় দেউৰাম তাছা |
| ৮। চাহ বাগিচাৰ জাতি-জনজাতি | স্বৰ্গীয় দেউৰাম তাছা |
| ৯। চাহ বাগিচাৰ অসমীয়া শব্দ সম্ভাৰ আৰু খণ্ড বাক্য | স্বৰ্গীয় দেউৰাম তাছা |
| ১০। চাহ বাগিচাৰ কথা (২য় সংস্কৰণ সহ) | স্বৰ্গীয় দেউৰাম তাছা |
| ১১। চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি | শ্ৰীসুশীল কুৰ্মী |
| ১২। চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা | শ্ৰীপ্ৰহ্লাদ চন্দ্ৰ তাছা |
| ১৩। চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায় | শ্ৰীসুশীল কুৰ্মী |
| ১৪। চাহ জনগোষ্ঠীৰ লোকৰ সংস্কৃতিত একঝলক | শ্ৰীগণেশ কুৰ্মী |

২। অসম সাহিত্য সভাই চাহ জনগোষ্ঠীৰ ছাত্ৰ-ছাত্ৰীৰ বাবে বঁটা প্ৰৱৰ্তন কৰা বছৰেকীয়া ৰচনা প্ৰতিযোগিতাখনৰ নাম কি ? কোন শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীয়ে ইয়াত অংশ গ্ৰহণ কৰিব পাৰে ?

❑ বনমালী শইকীয়া বঁটাৰ বাবে পতা ৰচনা প্ৰতিযোগিতাত দ্বাদশ শ্ৰেণীলৈকে পঢ়ি থকা সকলেহে অংশ ল'ব পাৰে । আৰু স্বৰ্গীয় দেউৰাম তাছা সোঁৱৰণী ৰচনা প্ৰতিযোগিতা ১৯৯৭-৯৮ চনৰপৰা অনুষ্ঠিত হয় ।

৩। অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহকলৈ সহযোগী সদস্য হিচাপে আসন পোৱা ব্যক্তিসকলৰ পৰিচয় কি ?

❑

| | |
|---|---|
| স্বৰ্গীয় ৰঘুৱা তাঁতী | নাহৰকটীয়া |
| শ্ৰীনাৰায়ণ ঘাটোৱাৰ | ডিব্ৰুগড় |
| স্বৰ্গীয় মেঘৰাজ কৰ্মকাৰ | ডিব্ৰুগড় |
| শ্ৰীগুৰুচৰণ কুৰ্মী | চতিয়া |
| স্বৰ্গীয় দেউৰাম তাছা | যোৰহাট |
| শ্ৰীইজৰাইল নন্দ | ডিব্ৰুগড় |
| শ্ৰীসুশীল কুৰ্মী | তেজপুৰ |
| শ্ৰীপ্ৰহ্লাদ চন্দ্ৰ তাছা | ডিব্ৰুগড় |
| শ্ৰীসনন্ত তাঁতী (আমন্ত্ৰিত) | গুৱাহাটী |
| শ্ৰীদীনেশ্বৰ তাছা | যোৰহাট |
| শ্ৰীগণেশ কুৰ্মী | ডিব্ৰুগড় |

৪। চাহ জনগোষ্ঠীয় লেখকৰ আন কেইবাখনো পুথিৰ প্ৰকাশ কৰিছে । তেনে পুথিসমূহৰ

| | |
|---|---|
| পৰিচয় কি আৰু গ্ৰন্থকাৰসকল কোন ? | |
| ❑ ১। শালুক বচন<br>২। খেলিমেলি<br>৩। পান্‌কে ভাঁটি | স্বৰ্গীয় মেঘৰাজ কৰ্মকাৰ |
| ৪। দশভূজা দুৰ্গামাতা | |
| ৫। ঝুমুৰ গীতৰ মাজেদি বনুৱাৰ জীৱনত এভুমুকি | শ্ৰীনাৰায়ণ ঘাটোৱাৰ |
| ৬। চাহ বাগিচাৰ ভাঙ্গনি কহ্‌নি<br>৭। টুচুগীতৰ মাজে মাজে<br>৮। চাহ মজদুৰ লোকগীত | স্বৰ্গীয় দেউৰাম তাছা<br>শ্ৰীসুশীল কুৰ্মী |
| ৯। কৰম পূজা আৰু ঝুমইৰ গীত<br>১০। উড়ে গেন্দা ফুল<br>১১। কুৰ্মী ক্ষত্ৰিয় জাতিৰ চমু পৰিচয় | শ্ৰীগণেশ কুৰ্মী |
| ১২। চাহ জনগোষ্ঠীৰ লোক সংস্কৃতিৰ এক ঝলক<br>১৩। শতাব্দীৰ অৰ্ঘ্য (কবিতা)<br>১৪। কৰম পৰব (সম্পাদনা) | শ্ৰীপ্ৰহ্লাদ চন্দ্ৰ তাছা |
| ১৫। চাহ বাগিচাত শিক্ষাৰ প্ৰসাৰ | |
| ১৬। প্ৰতিবন্ধক (উপন্যাস) | শ্ৰীপ্ৰাণেশ্বৰ লোমগা |
| ১৭। চাহ মজদুৰৰ মাজত প্ৰচলিত সাধু কথা | শ্ৰীডিম্বেশ্বৰ তাছা |
| ১৮। ভাৰতীয় শ্ৰম আন্দোলন | শ্ৰীমাধৱৰাম পাটোৱাৰী |
| ১৯। উজ্জ্বল নক্ষত্ৰৰ সন্ধানত (কবিতা) | শ্ৰীসনন্ত তাঁতী |
| ২০। নিজৰ বিৰুদ্ধে শেষ প্ৰস্তাৱ (কবিতা)<br>২১। শোকাকুল উপত্যকা<br>২২। যুদ্ধভূমিৰ কবিতা | শ্ৰীসনন্ত তাঁতী<br>শ্ৰীসমীৰ তাঁতী |
| ২৩। অত্যাচাৰৰ টোকা বহী | |
| ২৪। ঝুমুইৰ গীতৰ মাজে মাজে<br>২৫। চাহ বাগিচাৰ পুৰাণ কাব্য | শ্ৰীদিলেশ্বৰ তাঁতী<br>স্বৰ্গীয় দেউৰাম তাছা |
| ২৬। চাহ বাগিচাৰ লোকগীতত খাদ্য সম্ভাৰ | |
| ২৭। এচাটি পোহৰ (কবিতা) | শ্ৰীধনীৰাম তাঁতী |
| ২৮। মাদল (কবিতা) | শ্ৰীহৰিচৰণ কুৰ্মী |
| ২৯। ডমৰুচ | শ্ৰীগইন্দা উৰাং |

৫। জিলা সাহিত্য পৰিষদৰ সভাপতিৰূপে চাহ জনগোষ্ঠীয় কোন দুগৰাকী লেখক সাহিত্যিকে কাৰ্য্যনিৰ্বাহ কৰাৰ সুযোগ পাব পাৰিছে ?

❑ ১। স্বৰ্গীয় মেঘৰাজ কৰ্মকাৰ ডিব্ৰুগড় জিলা সাহিত্য পৰিষদ
২। গুৰুচৰণ কুৰ্মী শোণিতপুৰ জিলা সাহিত্য পৰিষদ

৬। কলা-সংস্কৃতি কাৰ্যাৰ বাবে ৰাজ্য চৰকাৰৰপৰা পেঞ্চন লাভ কৰা চাহ জনগোষ্ঠীৰ ব্যক্তিসকল কোন ?

❑ ১। স্বৰ্গীয় মেঘৰাজ কৰ্মকাৰ (সাহিত্য)
২। শ্ৰীনাৰায়ণ ঘাটোৱাৰ, (সাহিত্য)
৩। শ্ৰীদিলবদন দাস (শিল্পী)
৪। স্বৰ্গীয় ৰাজকৃষ্ণ বাঢ়ে (শিল্পী)

৭। (ক) অসমৰ বহু কেইগৰাকী স্বনামধন্য প্ৰথিতযশা লেখক সাহিত্যিকে চাহ জনজীৱনৰ পটভূমিৰ ওপৰত বহুকেইখন গ্ৰন্থ ৰচনা কৰিছে । গ্ৰন্থ কেইখনৰ নাম কি আৰু গ্ৰন্থকাৰসকল কোন ?

| | |
|---|---|
| ❑ ১। ডাৱৰ আৰু নাই | স্বৰ্গীয় যোগেশ দাস |
| ২। সেউজী পাতৰ কাহিনী | স্বৰ্গীয় বিৰিঞ্চি কুমাৰ বৰুৱা |
| ৩। এজাক মানুহ আৰু এখন অৰণ্য | উমাকান্ত শৰ্মা |
| ৪। গিৰমিট | স্বৰ্গীয় গোলাপ খাউণ্ড |
| ৫। প্ৰাণ গঙ্গাৰ পাৰে পাৰে | লক্ষ্মীকান্ত গোস্বামী |
| ৬। এটি কলি দুটি পাত (অনুবাদ গ্ৰন্থ) | নৱদ্বীপ ৰঞ্জন পাটগিৰি |
| ৭। বিশ্ববন্দিত চাহ শিল্প | ড° অঞ্জন বৰুৱা |
| ৮। চাহ বাগিচাৰ শ্ৰমিক আৰু আইন | দণ্ডেশ্বৰ শইকীয়া |
| ৯। চাহ মজদুৰৰ মাজত প্ৰচলিত সাধু | সম্পাদনাঃ যতীন্দ্ৰ শৰ্মা |
| ১০। চাহ বাগিচাৰ সাহিত্য সংস্কৃতি | প্ৰসেনজিৎ চৌধুৰী |
| ১১। অসমৰ চাহ বনুৱা আৰু ঊনৈশ শতিকাৰ বিদ্বত সমাজ | প্ৰসেনজিৎ চৌধুৰী |
| | পদ্মনাথ বৰঠাকুৰ |
| ১২। অসমৰ চাহতলী | |

(খ) এটি কলি দুটি পাতৰ মূল গ্ৰন্থখন কি ?

❑ ঔপন্যাসিক ড° মুলুক ৰাজ আনন্দৰ 'Two leaves and a bud' নামৰ পুথিখন ।

৮। চাহ বনুৱাৰ জীৱনক লৈ ৰচনা কৰা কোনখন পুথিয়ে সাহিত্য একাডেমীৰ পুৰস্কাৰেৰে পুৰস্কৃত হৈছে ।

❑ শিক্ষাবিদ ঔপন্যাসিক উমাকান্ত শৰ্মাৰ 'এজাক মানুহ আৰু এখন অৰণ্য' নামৰ উপন্যাসখনে ।

৯। ৰাজ্য চৰকাৰে বন্ধৰ তালিকাত অন্তৰ্ভুক্ত কৰা চাহ জনগোষ্ঠীয় উৎসৱ দুটা কি কি?

❑ ১। টুচু পূজা মাঘ বিহুৰ লগতে বন্ধ ঘোষণা ।

২। কৰম পূজা ভাদ মাহৰ শুক্লা একাদশীত (আংশিক)।

১০। চাহ বাগিচা অঞ্চলৰ লোক নৃত্য বুলিলে কোনকেইটাৰ নাম ক'ব পাৰি ?

❑ ঝুমুৰ বা ঝুমইৰ, ডমকচ, কাঠীনৃত্য, পাল্লানাচ, দণ্ডনাচ, টুচু।

১১। চাহ জনগোষ্ঠীৰপৰা ওলোৱা কণ্ঠশিল্পী কেইগৰাকীৰ নাম কি ?

❑ শিৱচৰণ দাস, ৰাম চাচনি (ডিব্ৰুগড়) শংকৰ কিষাণ (ডিব্ৰুগড়) নৰেন তাঁতী (গোলাঘাট) দুলাল মানকি (তিনিচুকীয়া) সনাতন তাছা (চাংচোৱা, যোৰহাট) অৰ্জুন চাহু (শিৱসাগৰ) স্বৰ্গীয় ৰাজকৃষ্ণ বাঢ়ে (জামুগুৰি)।

১২। বহু জাতি-উপজাতিৰে ভৰা চাহ জনগোষ্ঠীয় লোকসকলৰ কেনেবিলাক উপাধি দেখা যায় ?

❑ অ) অহিৰ, অস্তৰাই, অৰেয়া, আতৰ, আইন্দ, আমুৰ, আগাৰিয়া

আ) ইন্দ, ইশুৱাৰ।

ই) উৰাং, ওৰাঁও, উদ্দে, উদিয়া।

ঈ) এক্কা, এংগা।

ক = কৰণ, কৈৰী, কায়স্থ, কেওঁট, কমাৰ, কৰ্মকাৰ, কুমাৰ কুম্ভকাৰ, কাঁৱৰ, কাঁহাৰ, কাঁসাৰি, কেওঁটীয়া, কুৰ্মী, কিষাণ, কালিন্দী, কুলদীপ, কৈবৰ্ত, কালাহাণ্ডি, কলাতি, কন্দৰা, কন্দেৰ, কন্ধ, কানু, কাপু, কাপলু, কাশ্যপ, কাউৰ, কবৰ, কয়া, কডা, কোল, কৱংৱা, কুড়ুখ, কাদৰ, কুলতা, কুৰাশ, কুষ্ঠী, কাৱা, কনহয়া, কুজুৰ, কান্দুলনা, কেড়াইক, কিচকু, কাঠটনী, কেৰ্কেটা, কালুৱাৰ, কাটোৱাৰ, কাৰজি, কৱাৰী, কচুৱা, কৈতুৰ, কোই, কুমাহ, কুলু, কিচপড়া, কহনী।

খ = খদাল, খণ্ডাইত, খৈৰা, খেচ্‌, খাড়িয়া, খানিয়াৰ, খালম, খাটাৱাল।

গ = গড়ঁ, গন, গৌড়, গোৱাল, গাড়া, গন্ধৰ্ব, গণেশ, গণ্ডা, গুড়ীয়া, গনক, গনজু, গোসাঁই, গৰাইট, গদৱা, গৱৰীয়া, গামাং, গোমাঙ্গ, গেডা, গালকো, গদাল।

ঘ = ঘোষ, ঘাঁসী, ঘাটোৱাৰ (ল)।

চ = চাষা, চুঁড়ি, চুণ্ডী, চৌহান, চৌধুৰী, চৌদুলী, চমাৰ, চৰ্মকাৰ, চৌবে, চিক্‌, চৰাগ, চন্ন, চুঁড়ে, চুণ্টু, চিলি, চাওঁৰা, চৰা, চেৰু, চিক্‌ৰা, চিংকু, চাবৰা, চাণ্ডি, চাওলী, চাৰলিহা, চিখইৰা, চামাদ, চাঁৱৰ, চাৰৱান।

ছ = ছত্ৰী, ছত্ৰীয়া, ছৰাল, ছুৱে, ছিৰকো।

জ = জেনা, জাল, জুহী, জাটপ, জাটপ দৰা।

ঝ = ঝড়ৱা।

ট = টিকাইট, টিগ্গা, টুণ্ডু, টুটি, টাকু, টাণ্ডি (য়া)।

ঠ = ঠাকুৰ, ঠাকুৰীয়া।

ড = ডোম, ডাকুৱা, ডিম্বু, ডুংডু, ডেম্‌টা, ডাহাঙ্গা।

ঢ = ঢাঙ্গৰ, ঢাড়া ।

ত = তাচা, তাম্বুলী, তেলি, তুৰি, তিকি, তপ্প, তপ্ন, তেজুৰা, তৰিয়াল, তাঁতী ।

দ = দত্ত, দল, দলে, দাস, দীপ, দুচাদ, দান্দাচী, দুংগী, দেচুৰা, দেচুৰাল, দাড়ুৰাৰ, দেহুৰী, দিগাল, দাঁ ।

ধ = ধুবী, ধৰা, ধাৱক, ধান, ধানোৱাৰ, ধানকা ।

ন = নন্দ, নিয়োগী, নাথ, নায়ক, নৰেন্দ্ৰ, নাইডু, নাগ, নাগবংশী, নায়ক, নাগেছৰ, নুনীয়া, নেৱাৰ, নমনট ।

প = পাল, পধান, পাইক, পানিকা, পাটুৰা (ৰী), পানতাতি, পাটনায়ক, পান, পাটুনী, প্ৰামাণিক, পাচোৱান, পত্ৰ, পাতৰ, পাৰমাৰ, পৰজা, পাণ্ড, পাণ্ডৰ, পুৰ্তি, পড়, পৈদী, পাতি, পাহাৰীয়া, পাদলাম, পণ্ডুৱাৰ, পিঅ', পুৰাণ, পৰ্গা, পুৰিয়া ।

ফ = ফুলমালী ।

ব = বাঢ়ে, বেহৰা, বাগতি, বনিয়া, বৈষ্টম, বৈষ্ণৱ, বানীদাস, বিশ্বকৰ্মা, বাল্মিকী, বৰাইক, বেলোৱাৰ, বাউৰী, বায়ন, বিচোৱাল, বাচফোৰ, বেনাটিকা, বাগ, বাঘ, বাঘুৱাৰ, বাইগা, বেদিয়া, বিভাৰ, বাৰিক, বাৰ্লা, বেণ্ড, বাবা, বান্দা, বেচৰা, বাছকে, বাকলা, বৰাহী, বীৰুৱা, বীৰহোৰ, বজৰাই, বাহলীয়া, বিংচৰুৱা, বড়ুৱাৰ, বাছুৰ, বেৰ্গা, বেৰিয়া, বেলদাৰ, বেক, বাক্কা, বামুৰা ।

ভ = ভাট, ভাণ্ডাৰী, ভুঁইয়া, ভুঁইমালী, ভক্তা, ভূমিজ, ভীল, ভল্লুকীয়া, ভেংৰা, ভুইনহাৰ, ভানুৱাৰ, ভুন্দিয়া, ভোম, ভৰ ।

ম = মিশ্ৰ, মিস্ত্ৰী, মোদী, মহান্তি, মহাপাত্ৰ, ময়ৰা, মেহৰা, মালী, মাহলি, মণ্ডল, মাল, মিৰ্ধা, মাহাতো, মাছুৱা, মুক্তিয়াৰ, মল্লিক, মেহতা, মেতা, মালাকাৰ, মালে, মালা, মালাহাৰ, মাদগী, মদন, মুদলী, মুণ্ডা, মুৰা, মাঝি, মানকি, মগয়া, মদাৰী, মালগাড়ীয়া, নামাচি, মাবাণ্ডি, মারুতি, মালপাহাৰীয়া, মিনজ, মুছাহাৰ, মুদ্ৰা, মাটল, মাড্ডি, ময়ূৰবংশী, মুৰিয়া, মহানন্দীয়া, মোল্লাই ।

য = যাদব, যোগা ।

ৰ = ৰানা, ৰাজপুত, ৰাজোৱাৰ, ৰাজবংশী, ৰাজগোঁড়, ৰাজহংশ, ৰাও, ৰায়, ৰী (ঋ), ৰহিদাস, ৰবিদাস, ৰাম, ৰেলী, ৰেড্ডী, ৰজক, ৰেৱাৰ, ৰৌতিয়া, ৰঘু, ৰিনঝিয়া, ৰিচী, ৰুণ্ডা ।

ল = লধ্, লোধা, লাকড়া, লাথুৰা, লাণ্ডৰী, লোহাৰ, লহৰা, লোম্‌গা ।

শ = শৰ্মা, শবৰ, শীল ।

স = সাহ, সাউ, সিং, সোঁৰাই, সনাতন, সোনা, সোনাৰ, সৎনামী, সাওঁতাল, সোৰেন, সুৰিন, সিংকু, সাংগা, সূৰ্য্যবংশী সনপৰী ।

হ = হীৰা, হাড়ি, (ৰি), হাজাম, হালোৱাই, হৰপাল, হৰিজন, হো, হৰ, হাউ, হাচা, হাচদা, হিৰন, হাজিৰা, হানিয়াৰ ।

ক্ষ = ক্ষত্ৰী, ক্ষিত্ৰপাল ।

১৩। চাহ জনজাতি অঞ্চলত প্ৰচলিত থকা লোক নৃত্য কেইটামানৰ নাম কি ?

❑ ঝুমুৰা বা ঝুমইৰ, ডমকচ্, খেমটা, দাগুা, পাল্লা, ডগু আৰু কাঠী নাচেই প্ৰধান ।

১৪। চাহ জনজাতি প্ৰধান অঞ্চলৰ লোকসকলৰ ঘৰুৱা পাৰ্বণবোৰ কেনে ?

❑ কৰম, ব্ৰত, টুচু ব্ৰত, চাৰুল পূজা, বড়পাহাৰী পূজা, সহঁৰাই, মঙ্গলা, সত্যনাৰায়ণ ব্ৰত, ত্ৰিনাথ, মেলা, লক্ষ্মী, তুলসী, গণেশ, সূৰ্য্যাহী ।

১৫। কেনে ধৰ্মীয় মাৰ্গত চাহ জনগোষ্ঠীসকল বিশ্বাসী ?

❑ এওঁলোক গোষ্ঠী বা সম্প্ৰদায় ভেদে হিন্দু, আদিবাসী বা নৈসৰ্গিক বিশ্বাসতে বিশ্বাসী, ইয়াৰ উপৰি খৃষ্টান আৰু কিছু সংখ্যক শ্ৰমিক ইছলামী (জলহা) পন্থীয় ।

১৬। চাহ জনগোষ্ঠীৰ মাজত সাধাৰণভাৱে প্ৰচলিত থকা বাদ্য-যন্ত্ৰবোৰ কি ?

❑ টাঁক, ঢোল, ঢুলকী, মাদল, ধামচা, নাগৰা, চাঙ্গু, (একফলিয়া), মদন ভেড়ি, বাংশী, মুৰুলী, চহ্নাই, টীম্‌কি, খঞ্জৰী, কৰতাল, খোল-তাল ইত্যাদি ।

১৭। এওঁলোকৰ মাজত প্ৰচলিত থকা ন-পুৰণি অলংকাৰবোৰ কি ?

❑ সীতাপাটি, চন্দ্ৰহাৰ, হাঁসলী, গজহাৰ, তৰপা, টঁটচিপা, ঝুটিয়া, পঁয়ৰী, গড়মল, বাজু, লুলুক, নাকঠুপী, কানতড়কা, ঝুৰঝুৰী, শাঁখা-চুৰী, পাৰবা) ।

১৮। চাহ জনজাতিৰ লোকসকলে অসমৰ কিমানখিনি স্বাৰ্থ পূৰণ কৰিব পাৰিছে ?

❑ অৰ্থনৈতিক দিশত বিভিন্ন ধৰণৰ সহায়তাৰ উপৰি অসমীয়া জাতি গঠনৰ মূল ভেটি অসমীয়া ভাষা, মাত-কথা, ৰীতি-নীতি, আৰু সংস্কৃতিৰ বিভিন্ন দিশক মোৰ বুলি আঁকোৱালি লৈ 'অসমীয়াত্ব' আহৰণত মনোনিৱেশ কৰাই নহয় 'আচাম হাম্‌নিকে লাগে, হাম্‌নি আচামকে' 'আচাম মৰলে হাম্‌ৰাও মৰব' আদি মনোভাৱৰ দৃঢ় প্ৰতিফলন ঘটাই অসমৰ বৃহত্তৰ স্বাৰ্থ পূৰণ কৰিছে ।

১৯। চাহ শ্ৰমিকসকলক বঙালী বুলি ক'ব পাৰিনে ?

❑ নোৱাৰি ।

২০। অসম চাহ বাগিচা ভবিষ্যনিধি আৰু বৃত্তিনিধি আঁচনিৰ প্ৰথমগৰাকী চাহ জনজাতিৰ সভাপতি কোন ?

❑ স্বৰ্গীয় ছত্ৰগোপাল কৰ্মকাৰ ।

২১। অসম চাহ বাগিচা ভবিষ্যনিধি আৰু বৃত্তিনিধি আঁচনিৰ প্ৰথম চাহ জনজাতিয় উপ-সভাপতিগৰাকী কোন ?

❑ দীনেশ্বৰ তাছা ।

# অন্যান্য

১। অসমত চাহ গছ আৱিষ্কাৰ হোৱাৰ সময়ত কোনজনা স্বৰ্গদেৱে ৰাজপাট খাইছিল ?

❑ স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহ।

২। কেতিয়া অসমত বৃটিছ ৰাজত্বৰ সূত্ৰপাত হ'ল ?

❑ মানৰজা আৰু ইংৰাজৰ মাজত ইয়াণ্ডাবু নামৰ ঠাইত হোৱা সন্ধিৰ ফলতেই আহোমৰ ছশ বছৰীয়া শাসন ওৰ পৰি ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে অসমখন বৃটিছ ৰজাৰ অন্তৰ্ভুক্ত হয়।

৩। অসমত তথা ভাৰতবৰ্ষৰ প্ৰথম গৰাকী চাহ খেতিয়কৰ নাম কি ? তেওঁ কিয় বিখ্যাত ?

❑ চাৰিঙৰ স্বৰ্গীয় ৰাম দত্ত দোলাকাষৰীয়া বৰুৱাৰ পুত্ৰ অসমৰ সুযোগ্য সন্তান স্বৰ্গীয় মণিৰাম বৰুৱাকেই অসম তথা ভাৰতৰ প্ৰথমজনা চাহ খেতিয়ক বুলি কোৱা হয়। বৃটিছ চৰকাৰে ১৮৩৯ চনত প্ৰতিষ্ঠা কৰা 'অসম কোম্পানী'ত এওঁক 'দেৱান'ৰ কামত নিযুক্তি দিলেও ১৮৪৪ চনত ইস্তফা দিয়ে। নিজস্ব সাধনা আৰু ইচ্ছা শক্তিৰ সহায়তেই ১৮৫৩ চনত চক্ৰাইৰ ওচৰত 'চেংলুং' বা 'চিংলৌ' আৰু যোৰহাটৰ ওচৰৰ দেৱানবাৰী নামৰ (আজিৰ চিনামৰা বাগিচা) দুখন গঢ়ি তোলে। এই গৰাকী সিংহ পুৰুষ স্বৰ্গীয় মণিৰাম দেৱানেই অসমৰ হেৰোৱা স্বাধীনতা ঘূৰাই অনাৰ প্ৰচেষ্টা চলাওঁতে ৰাজদ্ৰোহত আটক হয় আৰু শিৱসাগৰ জিলাৰ তেতিয়াৰ ডেপুটি কমিচনাৰ মিঃ হলৰইড চাহাবে ইচ্ছা কৰা আঁচনিমতে বিচাৰ কৰি ফাঁচীদণ্ডৰ ৰায় দি ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰী তাৰিখে যোৰহাটত মৃত্যুদণ্ড কাৰ্য্যকৰী কৰে।

৪। চাহ বাগিচাৰ বুৰঞ্জীত মুংৰী ওৰফে মালতী মেমৰ স্থান কি ?

❑ ১৯২১ চনৰ ২ এপ্ৰিলৰ দিনা 'গান্ধীবাবা'ৰ কংগ্ৰেছ দলৰ স্বেচ্ছাসেৱীসকলে চাহ বাগিচা অঞ্চলত অসহযোগৰ বাণী আৰু মদ বৰ্জন অভিযান আৰম্ভ কৰাত লালমাটি বাগানৰ (তেজপুৰ) বনুৱা তিৰোতা মুংৰী ওৰফে মালতী মেমে মদৰ অপকাৰিতা বুজি সক্ৰিয় সহায়-সহযোগ আগবঢ়াই যাওঁতে অভিযান বিৰোধীসকলৰ হাতত মৃত্যু বৰণ কৰে। এই মুংৰীয়েই হৈছে গৱেষিকা দীপ্তি শৰ্মাৰ মতে 'ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ প্ৰথম মহিলা শ্বহীদ'।

৫। (ক) বাগিচা, চাহাব, বাবু, মহৰী অৰ্থে কি বুজায় ?

❑ বাগিচা শৃংখলাবদ্ধ আহল-বহল বাৰী, বাগান উদ্যান (A Garden)

চাহাব ক) মান্যলোক (A Gentleman)

খ) ইউৰোপৰ লোক (An European)

গ) চাহাবৰ ছবি থকা তাচ পাত

বাবু ক) বঙালী ভদ্ৰলোক, বঙালী কেৰাণী (A title used in addressing in Bengali gentleman)

খ) ধুন-পেচ মৰা এলেহুৱা মানুহ (A Lazy toppish fellow)

মহৰী ক) হিচাপ-পত্ৰ ৰখা, চিঠি লিখা তলতীয়া কৰ্মচাৰী (A dealing Assistant)

খ) (নিৰ্মাণ কাৰ্য্য, চাহ বাগিচা আদিত) তদাৰককাৰী তলতীয়া কৰ্মচাৰী (A field Assistant)

খ) বনুৱা, শ্ৰমিক, মজদুৰ অৰ্থে ?

❑ বনুৱা — বন কৰোঁতা, শ্ৰমজীৱী মানুহ (Labourer)

শ্ৰমিক — শ্ৰমজীৱী মানুহ (A Worker)

মজদুৰ — মজুৰী খটা লোক, বনুৱা শ্ৰমিক ।

গ) অসম চাহ মজদুৰ সংঘৰ মুখ্য কাৰ্য্যালয় ক'ত ?

❑ ডিব্ৰুগড়ত ।

ঘ) অসম চাহ জনজাতি ছাত্ৰ সন্থাৰ মুখ্য কাৰ্য্যালয় ক'ত ?

❑ যোৰহাটত ।

৬। 'কিহেৰে চাহ গছ তেজী হ'ল
মাংৰা ডাই
'ককাদেউতাৰ হাড়ৰ সাৰেৰে'
জবাব আহে ;
কিহেৰে চাহৰ ৰঙ ৰঙা হ'ল
বুধুৱা কাই ?
'গিৰমিতিয়াৰ তেজৰ ৰঙেৰে
আৱাজ উঠে'

এই বিখ্যাত কবিতা ফাঁকিৰ ৰচক গৰাকী কোন ?

❑ চাহ বাগিচাৰ দেওবাৰ'ত ড° অমলেন্দু গুহ ।

৭। চাহ জনজাতিসকল পিছুৱাই থকাৰ কি কি কাৰণ থাকিব পাৰে ?

❑ ক) নিৰক্ষৰতাৰ আন্ধাৰত ডুব গৈ থকাৰ ফলত সুস্থ নাগৰিকবোধৰ অভাব

খ) নিচাজাতীয় বস্তুৰ অবাধ প্ৰচলনত স্বাস্থ্য ভগ্ন ।

গ) সচেতনতাৰে নিজৰ আৰু সমাজৰ প্ৰতি দায়বদ্ধ আঁচনি নোলোৱা মনোভাব ।

ঘ) অৰ্থ সম্পদ আদিৰ ব্যৱহাৰ নজনা অভাব ।

ঙ) চৰকাৰী পৃষ্ঠপোষকতাৰ জোৰদাৰ অভাব ।

চ) চাহ কোম্পানীবোৰৰ অৱহেলাৰ মনোভাব ।

৮। এই দুজনাৰ পৰিচয় কি ? স্বৰ্গীয় দয়াল দাস পানিকা, স্বৰ্গীয় মংগল কুৰ্কু (কুড়ুঁম)

❑ স্বৰ্গীয় দয়াল দাস পানিকা ঃ ঢেকীয়াজুলি থানা এলেকাধীন মিজিকা চাহ বাগিচাৰ বনুৱা স্বৰ্গীয় পানিকাই বৃটিছৰ স্বৈৰতন্ত্ৰ শাসনৰ বিৰুদ্ধে ভাৰত ত্যাগ আন্দোলনৰ কৰ্মী হিচাপে দেশৰ আহ্বানত ঢেকীয়াজুলি থানাত জাতীয় পতাকা উত্তোলন কাৰ্য্যত আগবাঢ়ি গৈছিল । বাগিচাৰ বনুৱাক একগোট কৰাৰো দায়িত্বত আছিল । পতাকা উত্তোলন কাৰ্য্যত যাওঁতে পুলিচৰ গুলীত মৃত্যু ঘটি শ্বহীদ হয় । মৃত্যুৰ সময়ত দুটি ল'ৰা-ছোৱালীৰ পিতৃ আছিল । ১৯০০ চনত জন্ম লাভ কৰা শ্ৰীপানিকাই ২০/০৯/৪২ তাৰিখে শ্বহীদ হয় ।

❑ স্বৰ্গীয় মংগল কুৰ্কু ঃ শোণিতপুৰ জিলাৰ বৰগাঁও মৌজাৰ অন্তৰ্গত ঠেলামৰা ফটে নামৰ ঠাইৰ চাহ জনগোষ্ঠীয় লোক স্বৰ্গীয় কুৰ্কুৱে ঢেকীয়াজুলি থানাত জাতীয় পতাকা উত্তোলনৰ সময়ত দলপতি তথা সেনানায়ক কমলা দাসৰ নেতৃত্ব মানি পুলিচৰ হাতৰ ৰাইফল কাঢ়ি নিৰস্ত্ৰ কৰা প্ৰচেষ্টা চলাওঁতে থানা চৌহদতে গুলী খাই ২০/৯/৪২ তাৰিখে মৃত্যু হয় আৰু শ্বহীদ হিচাপে জাতীয় বুৰঞ্জীত চিহ্নিত হৈ ৰয় ।

৯। স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি নিৰ্যাতিত হোৱা চাহ জনগোষ্ঠীয় লোক আন কোনোবা আছেনে ?

❑ আছে । উত্তৰ লক্ষীমপুৰৰ সংগ্ৰামী শ্ৰমিক নেতা স্বৰ্গীয় গাজাধৰ কুৰ্মীয়ে ১৯২১ আৰু ১৯৪২ চনৰ গণ আন্দোলনত যোগ দি দুবাৰ জেল খাটিছিল ।

❑ স্বৰ্গীয় মহাচন গড়ে ১৯২১ চনত আন্দোলনত যোগ দি ৫০.০০ টকা জৰিমনা আৰু স্বৰ্গীয় শম্ভুৰাম গড় আৰু স্বৰ্গীয় প্ৰতাম গড়ে এমাহকৈ জেলবন্দী আছিল ।

❑ চতিয়াৰ সাপেখাটি অঞ্চলৰ স্বৰ্গীয় মণিৰাম কমাৰে মিলিটাৰী আৰু চাহাবৰ লাঠীৰ কোব খায়ো আন্দোলনৰ পথ ত্যাগ নকৰাত মুঠ তিনিবাৰ জেল খাইছিল ।

১৯২২ চনত স্বৰ্গীয় মদন মালব্য অসমলৈ আহোঁতে চাহাববিলাকে বাগিচা বন্ধৰ পৰিকল্পনা লৈছিল । শ্ৰমিক সংগঠনৰ নেতা শিৱসাগৰৰ স্বৰ্গীয় অৰ্জুন ঘাটোৱাৰে বিৰোধিতা কৰাত ৬ মাহ জেলত আবদ্ধ আছিল ।

৯। ৫০ বছৰ (সোণালী জয়ন্তী) অতিক্ৰম কৰা চাহ জনজাতি সংগঠনসমূহ কোন কেইটা ?

❑ অসম চাহ মজদুৰ সংঘ (এ, চি, এম, এচ)

❑ অসম চাহ জনজাতি ছাত্ৰ সন্থা (আটছা)

**সহায়ক গ্ৰন্থ-পঞ্জী ঃ**

১। বিশ্ববন্দিত চাহ শিল্প ঃ ড° অঞ্জন বৰুৱা ।

২। চাহ মজদুৰ (বিশেষ প্ৰকাশন ১৯৮২) ।

৩। 'কেঁচাসোণ' – অসম চাহ জনজাতি ছাত্ৰ সন্থা (বৰহাট অধিৱেশন, ১৯৮২) ।

৪। স্মৃতি গ্ৰন্থ — চাহ কৰ্মচাৰী সংঘ, নগাঁও অধিৱেশন, ১৯৮৫ ।

৫। চাহ জনগোষ্ঠীৰ সামাজিক সাংস্কৃতিক ৰূপৰেখা, ডুমডুমা সাহিত্য সভা, ১৯৮৯ ।

৬। নাগৰা চাহ জনজাতি ছাত্ৰ সন্থা, মৰাণহাট অধিৱেশন, ১৯৯০ ।

৭। চাহ বাগিচাৰ পূজা পৰব — স্বৰ্গীয় দেউৰাম তাছা ।

৮। চাহ বাগিচাৰ জাতি-জনজাতি — স্বৰ্গীয় দেউৰাম তাছা ।

৯। অসম গৌৰৱ — ডঃ হেমন্ত কুমাৰ শৰ্মা ।

১০। আধুনিক অসমীয়া শব্দকোষ — সুমন্ত চলিহা

১১। (National Trg. on Scientific Tea Cultivation, June 93, Reading Material . AAU, Jorhat.)

১২। অসমৰ শ্ৰম আন্দোলন আৰু আইন — শ্ৰীদণ্ডেশ্বৰ শইকীয়া ।


**এই লেখকৰে পুথিসমূহ ঃ**

১। চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু (১৯৭৭)

২। চাহ বাগিচাত পূজা পৰব ১ম সংকলন (১৯৮২)

৩। চাহ বাগিচাত পূজা পৰব ২য় সংকলন (১৯৯১)

৪) চাহ বাগিচাৰ জাতি-জনজাতি (১৯৮৬)

৪। চাহ বাগিচাৰ শব্দ সম্ভাৰ আৰু খণ্ডবাক্য (১৯৯০)

৫। চাহ বাগিচাৰ ভাঙ্গানী কহনি (১৯৯১)

৬। চাহ বাগিচাৰ লোকগীতত খাদ্য সম্ভাৰ (১৯৯৮)

৭। চাহ বাগিচাৰ পুৰাণ কাব্য (১৯৯৬)

**অসম প্ৰাপ্ত বয়স্ক শিক্ষা বিভাগৰ দ্বাৰা প্ৰকাশিত ঃ**

১। চাহ মজদুৰৰ মাজত প্ৰচলিত সাধু কথা -- শ্ৰীডিম্বেশ্বৰ তাছা, এম, এ,



# অৰ্পণ

শ্ৰীমতী কবিতা চাষা আৰু
অসমৰ চাহ জনগোষ্ঠীৰ উদীয়মান কবি সকললৈ
উৎসাহ দিয়াৰ অৰ্থে এই
ক্ষুদ্ৰ পুথিখন অৰ্পণ
কৰা হ'ল।

লেখক

# ভূমিকা

একোটাইঁত জাতিৰ সামগ্ৰিক বিকাশৰ লগত কিছু সংখ্যক ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টা জড়িত হৈ থাকে । অসমীয়া মহাজাতিৰ গুৰুত্বপূৰ্ণ অংশীদাৰ চাহ বনুৱাসকলৰ সামাজিক আৰু সাংস্কৃতিক উদ্‌গতিৰ পৰিপ্ৰেক্ষিতত শ্ৰীযুত দেউৰাম তাচাও তেনে এটা নাম । "চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু", "চাহ বাগিচাৰ পূজা - পৰব" (২ য় সংস্কৰণ ), "চাহ বাগিচাৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ", "চাহ বাগিচাৰ ভাঙ্গানি কহনি" আৰু "চাহ বাগিচাৰ কুইজ" আদি কেবাখনো গ্ৰন্থৰ প্ৰণেতা তাচাদেৱৰ "চাহ বাগিচাৰ পুৰাণ কাব্য " নামৰ কবিতা সংকলটি অসমীয়া সাহিত্যলৈ শেহতীয়া সংযোজন ।

কেৱল চাহ বাগিচা সংক্ৰান্তীয় বিষয়েৰেই ৰচনা কৰা কাব্য -সংকলন আমাৰ ভাষাত এতিয়ালৈকে প্ৰকাশিত হোৱা নাই ।(যদিও যিকোনো সংকলনতে এই বিষয়ৰ দুই এটা কবিতা চকুত পৰে ।) অসমীয়া সাহিত্যত এই সকল শ্ৰমজীৱী মানুহৰ জীৱন-চৰ্যা সাৰ্থকভাৱে অংকিত কৰা হৈছে কেৱল উপন্যাসত । কবিতা ,গল্প কিম্বা নাটকত চাহ বনুৱাৰ জীৱন-চিত্ৰ প্ৰাসংগ্ৰিকভাৱে আৰু ছেগা-চোৰোকাকৈহে প্ৰকাশিত হৈছে ।

অসমীয়া কাব্য সাহিত্যত শেহতীয়া ভাৱে এটি নতুন ধাৰা সংযোজিত হোৱা বুলি আমি বিশ্বাস কৰোঁ । সেইটো হৈছে সাধাৰণ খাটিখোৱা মানুহৰ মাজৰ পৰাই তেওঁলোকৰ জীৱন সংগ্ৰামৰ সাৰ্থক আৰু অকৃত্ৰিম চিত্ৰায়নৰ ধাৰা ;। এই লোকসকলৰ জীৱনৰ চিত্ৰায়ন আগতে যে হোৱা নাছিল এনে নহয় । কিন্তু সেইসকল কবি মাটিৰ মানুহৰ একান্ত সহচৰ নোহোৱা বাবেই সেয়া আছিল একপ্ৰকাৰৰ দূৰণিৰ ৰিং । সেই কাৰণেই গংগামোহন মিলি ,জীৱন নৰহ, অনিল পাংগিং আদি নবীন কবিৰ কবিতাত অসমৰ নৈপৰীয়া মিচিং জনজীৱন যিমান অকৃত্ৰিমভাৱে প্ৰকাশিত হৈছে পূৰ্বৰ আনসকল কবিৰ কবিতাত সেই পৰিমাণৰ অকৃত্ৰিমতাৰ পৰিচয় পোৱা নাযায় ।

প্ৰাবন্ধিক হিচাপেহে অধিক পৰিচিত তাচাদেৱৰ এই কবিতাকেইটিত একেবাৰে ওচৰৰ পৰা দেখা চাহ বাগিচাৰ জীৱনৰ আটাইবোৰ দিশ উজলি উদ্ভাসিত উঠাৰ উপৰি সংকলটিয়ে এক নতুন মাত্ৰা লাভ কৰিছে - অসমীয়া মৌখিক সাহিত্যৰ ভংগীৰ সাৰ্থক আৰু সাৱলীল ব্যৱহাৰৰ বাবে উদাহৰণ স্বৰূপে -

চাহনিলৈ নাহিবা ৰঙাপানী নেখাবা<br>কেচোঁপাতত নেবান্ধিবা লোণ<br>বাগিচাৰ লাইনত অসমীয়া নাম লৈ<br>আধা মৰা আধা জীয়া কোন ?

অথবা

বাঘধৰাৰ সোণামণি চেনিমৰাৰ চুকুৰমণি
হাতীগড়ৰ কলিমন ভাই
বতাহে বৰষুণে কামজাৰী কৰিলে
ৰেচন বুলি শিলগুটি খাই ।

আদি স্তবকে আধুনিক কবিতা বুলিলেই প্ৰতীক চিত্ৰকল্প বিচাৰি ইউৰোপ -আমেৰিকা ভ্ৰমি ফুৰিবলৈ ওলোৱা কবিৰ আগত নতুন দিগন্ত উন্মোচিত কৰিব পাৰে। লোক-সাহিত্যৰ পৰা আহৰণ কৰা এনেকুৱা ৰীতি আধুনিক কবিতাবোৰ বুজিবলৈ টান বুলি সততে আওৰাই থকা অভিযোগটোৰে উপযুক্ত প্ৰত্যুত্তৰ হ'ব পাৰে । দৰাচলতে আপোন ঐতিহ্যৰ পৰা সমল সংগ্ৰহ কৰি সৰ্বজনবোধ্য কবিতা কেইটামান পাঠক সমাজলৈ আগবঢ়োৱাৰ বাবে এইজন কবি ধন্যবাদৰ পাত্ৰ ।

অৱশ্যে দেশৰ বাহিৰৰ উপকৰণ গ্ৰহণ কৰাৰ ক্ষেত্ৰতো কবি শুচিবায়ুগ্ৰস্ত নহয়। বিদেশৰ পৰাও তেখেতে বাছি বাছি গ্ৰহণ কৰিছেগৈ আন এটা আকৰ্ষণীয় কবিতাৰ ৰূপ - যাৰ নাম লিমাৰিক । এমোকোৰা হাঁহিয়ে যেন ওপৰে ওপৰে আবৰি থাকে একোটা লিমাৰিকৰ ভিতৰত থকা গহীন বিষয়বস্তু । ওপৰৰ এই ধেমেলীয়া প্ৰলেপটোৰ বাবেই লিমাৰিকৰ যতমানে আকৰ্ষণীয়তা ।

অসমীয়া সাহিত্যত ভাল লিমাৰিকো সঘনাই পঢ়িবলৈ পোৱা নাযায় । তেনেক্ষেত্ৰত তাচা দেৱৰ লিমাৰিক কেইটাই একপ্ৰকাৰৰ অভাৱ পূৰোৱা বুলিলেও বঢ়াই কোৱা নহ'ব । বিষয় আৰু ৰূপৰ সু-সামঞ্জস্য চাহ বাগিচাৰ মানুহৰ জীৱন - এষণাৰ লগত নিবিড়তম পৰিচিতিয়ে এনেবোৰ লিমাৰিকক অনন্য সাধাৰণ কৰি তুলিছে ।

মাই বাপে নিচা কৰি মাদল বজাই
ঝুমুৰৰ তালে তালে নাচে দাদা ভাই
দিদি আছিল সিয়ানা
পীৰিতি আছিল পুৰাণা
মনে মনে পলাই গ'ল নিজে দৰা চাই।

আমি ভাবো, চাহ বাগিচাৰ শ্ৰমিকসকলৰ জীৱন আৰু জীৱিকাৰ লগত নিবিড়তম পৰিচয়, এইসকল লোকৰ প্ৰতি কবিৰ অন্তৰত অন্তঃসলিলা ফল্গু হৈ বৈ থকা চেনেহৰ ধাৰা ,অসমীয়া লোক সাহিত্যৰ ৰূপ আৰু ৰীতিৰ সাৰ্থক ব্যৱহাৰৰ লগতে সাৱলীল কাব্যময় প্ৰকাশভংগীয়ে এই কাব্য সংকলনটিক অসমীয়া সাহিত্যৰ ইতিহাসত উল্লেখযোগ্য সংযোজন হিচাপে চিহ্নিত কৰিব ।

**মাণিক শইকীয়া**

অধ্যাপক, অসমীয়া বিভাগ
জগন্নাথ বৰুৱা মহাবিদ্যালয়, যোৰহাট-১

সভাপতি, যোৰহাট কবি সন্মিলন
২৪ এপ্ৰিল, ১৯৯৬

**Oচাহ বাগিচাৰ পুৰাণ কাব্য**

# একাষাৰ

আচলতে মই প্ৰাবন্ধিকহে। কবিতা ভাল পালেও ইয়াৰ আঙ্গিক ৰচনাত বৰ সিদ্ধহস্ত নহওঁ। দুই-এটা কবিতা কেতিয়াবা লেখি-মেলি থলেও আন এজনক চাই মেলি দিবলৈ ক'বলৈকে কিছু সংকোচ ভাব আহে। সেয়েহে কবিতা লেখি সেইসকলৰ হাঁহিয়াতৰ পাত্ৰ নহওঁ বুলিয়েই অসমীয়া মৌলিক সাহিত্যৰ আঁত ধৰি 'লিমাৰিক' জাতীয় কবিতা কিছু লেখি 'দৈনিক অসম', 'অগ্ৰদূত' আৰু চাহ যুব সন্থাৰ 'জিনগানী' লৈ পঠোৱাত তাৰে কিছুমান ছপাৰূপে প্ৰকাশ পালে। এই উৎসাহকেই সাৰোগত কৰি নিতৌ দেখি থকা আৰু ঘটি থকা কথাবোৰ কবিতাৰ জলঙাইদি চাহ জনগোষ্ঠীৰ অনুকূলে ৰচনা কৰি জুমি চাবলৈ চেষ্টা চলালো।

কাকত কেইখনমানত প্ৰকাশিত 'চাহ বাগিচাৰ পুৰাণ কাব্য'ৰ শিৰোনামা দেখিয়েই আমাৰ পুত্ৰ শ্ৰীমান কামাখ্যাৰ এগৰাকী মোমায়েক(বৰ্তমান নগাওঁ জিলাৰ বাগৰি পুলিচ থানাৰ ইনচাৰ্জ) শ্ৰীযুত হৰেন্দ্ৰ নাথ চাষাদেৱে(তাছা) এইবোৰক পুথি আকাৰে প্ৰকাশ কৰিবলৈ অহৰহ তাগিদা দিবলৈ ধৰে। ইয়াৰ উপৰিও তেওঁৰেই দুহিতা কুমাৰী কবিতা চাষায়ো পুথিখনৰ বিষয়ে খা-খবৰ কৰি প্ৰেছ কপি যুগুতাই তুলিবৰ বাবে জোৰ দিবলৈ ধৰে। এই দুই পিতা-পুত্ৰীৰ ইচ্ছা আৰু উৎসাহকেই বাস্তৱ ৰূপ দিবলৈকে যোৰহাট জে.বি. কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক অনুজপ্ৰতীম মাণিক শইকীয়া, এম, এক পাণ্ডুলিপিখন চাইচিতি দিবলৈ মনে মনে অনুৰোধ জনাওঁ। শ্ৰীশইকীয়াইয়ো পাণ্ডুলিপিখনত প্ৰয়োজনীয়ভাৱে কিছু হাত ফুৰাই চাই দিয়াৰ উপৰিও প্ৰকাশৰ উপযুক্ত বুলি ভূমিকা এখনো লেখি দি যথেষ্ট ধৰণে বাধিত কৰিলে। অনুবাদ কবিতা দুটি গুচাই পেলোৱাৰ ইচ্ছা কৰাত সেয়া 'আবৃত্তি'ৰ বাবেই ৰাখিব লাগে বুলি তেওঁৰেই মৌখিকভাৱে নিজৰ মত ব্যক্ত কৰে। এই গোটেইখিনি কাৰ্যৰ বাবে তিনিও গৰাকীলৈ মোৰ চেনেহ আৰু কৃতজ্ঞতা জনালোঁ।

আন্তৰ্জাতিকভাৱে সকলো দেশতেই বছৰটোৰ এক মে'ৰ দিনটো শ্ৰমিক দিৱস হিচাপে পালিত হৈ আহিছে। আজি চাহ জনজাতি ছাত্ৰ সন্থাৰ যোৰহাট-মৰিয়নী-তিতাবৰ শাখাই কেন্দ্ৰীয়ভাৱে এই দিৱসটো জিলা পুথি ভঁৰালত পালন কৰিবলৈ লৈ 'চাহ বাগিচাৰ পুৰাণৰ কাব্য'খন আনুষ্ঠানিকভাৱে উন্মোচন কৰিবলৈ আগবাঢ়ি অহাত যথেষ্ট ধৰণে উৎসাহিত হৈ তেওঁলোকলৈ হিয়াভৰা অভিনন্দন জনালো।

খুবেই কম সময়ৰ ভিতৰত ছপাৰ কাম সম্পূৰ্ণ কৰি দিয়াৰ বাবে চিলকম প্ৰেছৰ সংশ্লিষ্ট সকলোলৈকে শলাগ জনালোঁ।

হাতীগড় চাহ বাগিচা
১/৫/৯৬
যোৰহাট-৭

দেউৰাম তাছা

# সূচীপাত


| | |
|---|---|
| বনুৱাৰ আগমণ | ৫০৩ |
| মামাৰ মাদল | ৫০৫ |
| স্মৃতিৰ ছবি | ৫০৭ |
| সিয়ানা | ৫০৯ |
| সময়ৰ পাক | ৫১১ |
| হাৰাধন | ৫১৩ |
| আখড়া | ৫১৫ |
| উপকৰা | ৫১৭ |
| শ্ৰমিক | ৫১৮ |
| ফয়দা | ৫১৯ |
| ডেকা ল'ৰা | ৫২০ |
| বেজ গুণীন | ৫২১ |
| ৰায়দান | ৫২২ |
| উল্টা-পুল্টা | ৫২৪ |
| আচহুৱা | ৫২৫ |
| বিহু আৰু ঝুমুৰ | ৫২৬ |
| সেউজী | ৫২৮ |
| বাগিচালৈ আহিছোঁ | ৫২৯ |
| আহ্বান | ৫৩১ |
| উপপদ্য | ৫৩২ |
| খুটা ভাঙ্গলে চুড়পিবেক | ৫৩৫ |

# বনুৱাৰ আগমন

১
চিংফৌ পাহাৰত আছিল বিচা গাম
চাহ গছৰ চিনাকি দিলে ব্ৰুচৰ হ'ল নাম
অনুপুঙ্খ ৰূপে বহু গৱেষণা কৰি
বৃটিছে পাতিলে আহি চাহনিৰ বাৰী।

২
স্থানীয় লোকক নাপাই তোষামোদ কৰি
আনিলে নগা চীনা বলিষ্ঠ কছাৰী
চিংফৌ লোকেও আহি নিদিলেহি ধৰা
কোম্পানীয়ে বনুৱা আনে বাহিৰৰপৰা।

৩
অসমত অফিছ পাতি কলিকতাত ডিপু
বনুৱা গোটালে আনি গিৰমিটত কিছু
'আড়কাঠীয়া'হঁতে বহু ফাঁকি গীত গাই
বনুৱা আনিলে কিছু জাহাজ ভৰাই।

৪
অসমৰ হাবি-বন আছিল দেধাৰ
শ্ৰমিকহঁতে মাটি ভাঙ্গি কৰে একাকাৰ
কোম্পানীৰ মালিকেই ইহঁতক থাপি
চাহৰ ৰপ্তানি কৰে অসমৰো খ্যাতি।

৫
জ্বৰ-বখাৰ-গ্ৰহণীত-সাপৰ খোটত
মৰিল বনুৱা বহু বাঘৰ মুখত
চৰদাৰ বাবুৰ কেং কেং চাহাবৰ জেৰ
পিটনত পিত্ত মৰে অত্যাচাৰো ঢেৰ।

৬
তাহানিৰ বনুৱাই হ'ল আজিৰ অসমীয়া
সমন্বয়-সংস্কৃতিত কৰে দিয়া-লোৱা
আগবাঢ়ি আহি কয় মাতৃভূমি মোৰ
দিয়াহি চৰণে ঠাই কৰোঁ কৰযোৰ।

৭
তোমাৰ আকাশ মাৰ্গৰ হাৱা পানী খাই
অতীত কাহিনীৰ কথা একো মনত নাই
জীৱন সুষম কৰা দিবা নিতে ঠাই
দুখ দৈন্য নিৰসনৰ  কৰিবা উপায়।



# মামাৰ মাদল

১
চাহনিলৈ নাহিবা ৰঙাপানী নাখাবা
কেঁচা পাতত নাবান্ধিবা লোণ।
বাগিচাৰ লাইনত অসমীয়া নাম লৈ
আধা-মৰা আধা জীয়া কোন??

২
গড়গাওঁ মিতিৰৰ ভাও
চাহনিত কাম কৰি দুখত মগন হওঁ।
বাগিচাৰ ঘৰবাৰীৰ কথাই নকওঁ
ৰঙা চকুৰ ধমকনিত জীৱন কটাওঁ।।

৩
বাগিচাৰ কাম কৰি নিতৌ এটুপি ধৰো
বুঢ়ী আই ঐ নাহিলি ছুটীৰ পিচত।
পূৰৱ দেশত আহি ঘৰ সংসাৰ কৰিলোহি
মায়া পাশৰ মোহতেই পৰিলো ফান্দত।।

৪
চাহাবে বুলিলে শুনা চাহাবনীৰ ভাই
বাগানৰ বনুৱাই কিহেৰে বা খাই।
নকৰিবা চিন্তা ভিনিহি নকৰিবা চিন্তা
সুৰা মহল গঢ়ি দিছো সেয়ে হ'ব মিঠা।

৫
চাহনিতে আছিলে আকোঁৰা কাঠ
হাম্‌দেৰ ছানাসবে লগাই দিলে মাত।
ইয়াৰে গইনাত গাওঁ বতৰৰ গীত
দায়-দোষ নধৰিবা মোৰ পুঠি মাছৰ পিত।।

৬
মাতকে মাতি গ'ল বাপ কাকাইঁতে

পঢ়ি-শুনি ভাল মানুহ হ।
পঢ়িলো-শুনিলো বৰ মানুহ বোলালো
কি নামেৰে মাতিম তোক অকণমান ৰ'।।

৭
এশাৰী পুতিলো ঝাণ্ডা বৰছা
লুটিয়াই পুতিলো শেল।
বাগিচাৰ বিধতাই বোলে বহুতো কৰিলে
চলাই আছে তাহানিৰ একেখনেই মেল।।

৮
বনুৱাৰ জাত বোলে গোট সৰু সৰু
চেনিচম্পা কলৰ দৰে পাত।
অকণমান কথাতে দ্বন্দ্ব-হাই কাজিয়া কৰোঁ
মই বোলে 'অমুকা'ৰ জাত।।

৯
বাগিচাৰ বনুৱাৰ কোনে চিন্তে হিত
ফালতু পৰি বহুতেই ধৰে চুলাই গীত।
চাৰিওফালে ৰব উঠে কি হ'ব ভৈয়াই
জগতখনে জানি গ'ল বুজন্‌জনাই।।

১০
এইফালে ঢাপ আছে সেইফালে ঢাপ
মাজ পানীত বুৰিলে বাপ।
কোনেনো আহিব বাৰু নাওখনি বাই
লাও পানীত বুৰ গৈ ধৰিলে চেৰাপ।

১১
মামাৰ মাদল বোলে চুলিই বাজে
মাই-বাপহঁতে বোলে নকয় লাজে।
লেখা-পঢ়া জনাখিনিৰ খোজ কেইটা খৰ
গুৱাহাটীত দেখি আহিছো ডিব্ৰুগড়ত ঘৰ।।□

অসমীয়া মৌলিক সাহিত্যৰ আঁত ধৰি ৰচিত (দৈনিক অসমৰ ২১/২/৯৩ ত প্ৰকাশিত।)

○চাহ বাগিচাৰ পুৰাণ কাব্য

# স্মৃতিৰ ছবি

১
চাহনিলৈ নাযাবা ফিকা পানী নাখাবা
কেঁচা পাতত নাবান্ধিবা লোণ।
বাগিচাৰ লাইনত 'অসমীয়া' নাম লৈ
গৌৰৱত ফুলি উঠে কোন??

২
বাগিচাৰ জীয়ৰী বাগিচাৰ বোৱাৰী
বাগিচাত তুলিলেগৈ পাত।
বাগিচাৰ কলঘৰে পুংগা মাৰি জনালে
বুধুৱাইঁতৰ তৎ হেৰাল গাত।।

৩
'বাঘধৰা'ৰ সোণামণি চিনামৰাৰ শুকুৰমণি
'হাতীগড়'ৰ কলিমন ভাই।
বতাহে-বৰষুণে কামজাৰী কৰিলে
ৰেচন বুলি শিলগুটি (?) খাই।।

৪
হাড়ক মাটি কৰি দেহাটোৰ জান মাৰি
'সোণোৱাল'ৰ হলধৰ কাই।
ৰোগত ভগন হৈয়ো হাজিৰা কাম পুৰালে
বাগিচাত দৰৱ-পানী নাই।।

৫
বেটা আছে কলেজত বেটীটো জুহালত
পাছৰটিও স্কুললৈ যায়।
খালী থকা চকীখন বেটাটোক দিয়া হুজুৰ
(হেৰ') লেবাৰে জানো তেনে কথা ক'ব পায়!

৬
ধন দুশ কুৰি হাওলাত দিয়া হুজুৰ
খাতা কলম ল'ৰাটোক কলেজত লাগে।
ইমানখিনি দিবলৈ কোম্পানীৰ ৰুল নাই
লাগে যদি তেনে ধন নাম কাট্ আগে।।

৭
ভাত ভাজি-দাইল আৰু দাইল ভাজি ভাত।
বেলেগ আইটেম নাইকিয়া একেখনেই পাত।
হাম্ বৰা সামন্তই হুজুৰ বনি যায়
বগা চামৰাৰ ভাও ধৰি ঘূৰি পকি চায়।।

৮
চৰদাৰ নৰম বাবু গৰম চাহাব ঝৰাঝৰি
চুক্া-চুক্ৰি মতা-মাইকী সবাই ভয়ত মৰি।
কোৰ মৰা, কলম কৰা বিছাৰ কামোৰ
কৰঙনত জোকে ধৰে ভয়ত লৰফৰ।।

৯
বীৰেন ভট্টৰ স্মৃতিয়ে কয়—সেউজীয়া চাহনিৰ কথা
'বাঁকা অৰ্জুন' বৰবাবুৰ জীৱনৰ গাথা।
মাদলৰ ছেৱত চুকৰীহঁতে তৰাক নচুৱায়
'বিস্মৃতি'ৰ ছবিবোৰে সুঁৱৰিলে দুখ লাগি যায়।।

১০
ভবেন বৰুৱাই দেখে
সিহঁত হেনো ফজীৱত আধা খাই দিনৰ দিনটো খাটে।
তেজ বোলে পানী হৈ গা ফুলি উঠে।
সেয়েহে কবিতা লেখে—।। তাৰ বাবে সৃষ্টি হ'ব নৱ ইতিহাস।
(হ'ব জানো?) ৰিক্ত সিক্ত মানৱক কৰি পৰিহাস'।। ❑

(দৈনিক অসম —২১/৩/৯৬)

○চাহ বাগিচাৰ পুৰাণ কাব্য

# সিয়ানা

১
বুধনী বুঢ়ীৰ গোঁৱাৰ বেটা লাইনৰ গুণ্ডা
পুৱা-গধূলি খেলে তাচ আৰু ঝাণ্ডি মুণ্ডা।
ভাত খায় থালী থালী
ল'ৰা জন্মালো কিহলৈ বুলি
খণ্ডৰ চোটত বিচাৰি আহি লগাই দিলে ডাণ্ডা।।

২
বুধুৱা বুঢ়াৰ নাতি ল'ৰা কথা কয় বৰ
বদমাইচি কৰি ফুৰে গধুলি-দুপৰ।
গাভৰু ছোৱালী দেখি
ওচৰ চাপে লেখি-জুখি
বেনী টানি জোকাওঁতেই খায় বোন্দা চৰ।।

৩
মাই বাপে নিচা কৰি মাদল বজায়
ঝুমুৰৰ তালে তালে নাচে দাদা-ভাই
দিদি আছিল সিয়ানা
পীৰিতি আছিল পুৰণা
মনে মনে পৰাই গ'ল নিজে দৰা চাই।।

৪
লাইনৰ হৈ হাল্লা নাচৰ আসৰ
কানীয়াইঁতে সকলো জানে কাৰ ক'ত ঘৰ
সুযোগ বুজি উপস্থিত মুৰ্গী গড়ালত
ৰান্ধি-বাঢ়ি খাবলৈ টিপতে মাৰে দুহাতত
পুৱা-বেলা প্ৰচাৰ হয় মজাৰ খবৰ

৫
শুকুৰবৰীয়া বজাৰৰ মিঠাইবোৰ বোলে খাটি
পকৰি-জেলেপী খাই যাচে (তেওঁ) টকা দুটি।
গুৰ গুৰ-গাৰ গাৰ ইচাট বিচাট
ভুট্ ভুট্ -ভাট্ ভাট্ পেটে দিয়ে মাত
তিৰিক্ তিৰিক্ চেৰেলিয়াই পাৰে চেঙালুটি।

৬
মাই-বাপে পুৰাতেই কামলৈ গ'ল
ঘৰত থকা পুতেক দুটাৰ মিলিল সুচল
কি হ'ব কিতাপ পঢ়ি
আন ধপাত টানো বিড়ি
মাছ-কাছ বিচাৰোতেই ৰসাতলে গ'ল।

৭
বাপে কয় মৰিম বেটা কিমান খাম ৰুটি
মাছ বুলি দিবিচোন দুই-এটা পুঠি
ধনী মানুহৰ কথাবোৰ
নবকিবি আগত মোৰ
এইবোৰ নাখালে মৰ যদি, খা বিহৰ গুটি।।

৮
চাউল ভজা নিমখ পানী খায় বাসি ভাত
জীৱনভৰ গতৰ খাটিও ফটাকানি গাত
ভূত-প্ৰেতৰ আছে থান লাগে মুৰ্গীৰ ছানা
চেৰাপ বিনে ইবোৰৰ পূজা কৰা মানা
যুগ ধৰ্মৰ কৰ্ম বিনে লেঠা অসংখ্যাত।।

৯
ঘৈণীৰ হাতত খৈনী নাপাই বুঢ়াৰ উঠিল খং
ভেজাল পাতত গৰম পানী চাহৰ নুঠে ৰং
কি-যে মহা মস্কিল
পিঠিত পৰে ঔ কিল
সিদিন ধৰি কান্দিছে বুঢ়ীয়ে কৰিছেনে টং।।

(দৈনিক অসম —৫/৩/৯৫)

**○চাহ বাগিচাৰ পুৰাণ কাব্য**

# সময়ৰ পাক

১
শাৰী শাৰী পকাঘৰ মাজে মাজে গলি
বেৰত নাই চুণ তেল আগফালে চালি
জেওৰা-জপনা নাই উদং-মুদং
বনুৱা লাইনত বাজে মাদল-মৃদং।।

২
ধূলি আৰু বোকাত খেলে চানা-পুনাৰ জাক
লাংটা-পিংটা শেঙুন নকা নেমানে হাক
মাই-বাপ ওলাই যায় কামলৈ বুলি।
কেনেদৰে ল'ৰা তোলে নাজানে সমূলি।।

৩
বাৰীত নাই লাও-জিকা একেবাৰে খালি
সমুখৰ চোতালখনেই ৰঙ্গমঞ্চৰ থলী
আজৰি দিনত আজুৰি আনে সপ্তাহী খোৰাক
দেওবৰীয়া বজাৰতো মাৰে দুটা পাক।

৪
ধানখেৰৰ তুলিত শোৱে বালিচ বুলি পীৰা
লেপ বুলি বস্তা উৰে নহয়ো লিগিৰা
ম'হৰ কামোৰ খাই ইচাট-বিচাট কৰে
ধোৱা দিলে ম'হ ভাগে টোপনিও ধৰে।।

৫
ঘড়ী নহ'লেও আছে কলঘৰৰ পুংগা
ৰাতিপুৱা জগাবলৈ আছে কিছু মুৰ্গা
কামৰ বেলিকাও দিয়ে চকীদাৰে ডাক
এনেদৰে চলি থাকে সময়ৰ পাক।

৬
গৰু-বাচুৰ পোহে কিছু পায়ৰা কুকুৰ
গাহৰি-ছাগলী পুহি ঘৰ কৰে পূৰ
আঙ্না ফেনেকি কৰে ৰোৱনী পথাৰ
নানা বীজাণুৱে কৰে ৰোগৰ বিস্তাৰ।।

৭
কোৱা শুনো
ভৱিষ্যৎ চিন্তা নকৰাজনেই আটাইতকৈ সুখী
সমাজ বিজ্ঞানী মতে ইহঁতেই দুখী
মানুহ গঢ়াৰ বাবে পৰিৱেশ লাগে
শিক্ষাৰ সাধন মাৰ্গত ভগৱানো জাগে।

ৰচনা — ২৩/৬/৯৫

# হাৰাধন

১
বাগিচালৈ আহিবা আমাৰ কথা লিখিবা
কেএগ্ৰা গোলাত নিকিনিবা লোণ
সেউজীয়া বাগিচাৰ অসমীয়া নাম দি
খোজ-খবৰ ৰাখিছেই বা কোন??

২
ৰামচৰণ-কালীচৰণ গুণুৰ বেটা গুণধৰ
মনহৰি-কৃষ্ণকলি কথা কয় বৰাবৰ
উচতাই জোল খায় নাই কোনো আপোন-পৰ
লাইনে লাইনে ঘূৰি ফুৰে ইহঁত কিটা ধুৰন্ধৰ।।

৩
বাগিচাৰ সীমান্তত ঝাড়-জংঘল ৰিজাৰ্ভত
গণেশ বাবাৰ বিচৰণ ঠাই
হাৰাধনেও ৰাখিছে বুঢ়া শৰীৰ দেহাটো
তাৰে খৰি আনি বেচি খায়।।

৪
লাইনৰ কিনাৰতে জুপুৰী এটা বনালে
আৰুনো আছেইবা কি!
দীঘলা চকীদাৰে দিগদাৰী কৰিলে
কোম্পানীৰ নটিচখন দি।

৫
চুল পকিলে দাঁত ভাঙিলে
মুখৰ গেল হাঁমি
আজ্জব জায়গাৰ
তাজ্জব কাণ্ডে

ভাবনা-চিন্তাই ভাসী।।

৬
জীৱন-যৌৱন জুৰি কোৰ-কোদাল মাৰিলে
ছলাহীৰ ছলনাৰে হাৰাধন মুদি
এনে কোনো জন নাই এইখন সমাজত
দিওঁচোন বাহিৰৰ দুই এক বুধি।।

৭
নেতাগিৰি কৰিবলৈ মন যায় বুঢ়াভাই
বুধি বেহাবলৈ যাওঁ
বাগিচাৰ বনুৱাৰ দুখ-দৈন্য দেখি
ৰজাঘৰৰ টিকতখনো চাওঁ।

৮
বাবুহঁতৰ কলনীত আহিম মই বুঢ়াভাই
বনুৱাৰ লাইনত ঘূৰিম
মধু-মিঠা মৰম পাওঁ যদি গাদীখনত
দীঘলা চকীদাৰক চাটিম।।

৯
চাহ শিৰীষৰ গছ বোবে শাৰী শাৰী
ৰ'দত লেৰেলে পাত
এনেবোৰ কথা-কাণ্ড নিত্যৰূপে দেখি
ওলাই খিং-খিঙীয়া মাত।।

ৰচনা—৬/৪/৯৩

# আখড়া

১
পণ ধৰি পানীৰাম পোনচাটেই মন্ত্ৰী
পানী খাই পাহৰিলে প্ৰাণসম পিতৃ
পাক বুজি গুৰু মন্ত্ৰ
পৰিহৰি জ্ঞাতি গোত্ৰ
বিলাতী ঢঙেৰে তেওঁ থাকে দিবা-ৰাত্ৰি।।

২
গোষ্ঠী নহয় মন্ত্ৰীবৰ শিৱৰূপে মৰতৰ
হোঁহকা-পিছলা কৰি চিনাকি দিলো অতপৰ
কৰি দিলো হেণ্ডচেক্
তভক দিলে এখন্তেক
কিবা ভাবি গুচি গ'ল সভাবোলে গুৰুতৰ।।

৩
ছোঁ মাৰি দলে-বলে নামি আহে প্ৰেম সিং
বাগিচা শ্ৰমিক সভা হৈ হাল্লা ঘিটিং টিং
সঞ্চালকৰ সূচীপত্ৰ
ওলট-পালট ঘটে মাত্ৰ
ভোঁ ভোঁৱাই বাণী ৰাখে দেখে সবে শিয়াল শিং

৪
বনুৱা ধুসৰ ৰং টুটা-বঢ়া কথাৰ ঢং
গুৰি সংঘ চলাবলৈ লগাই দিলে 'নেষ্টি ছং'
মাৰ সবে হাত তালি
ফুটি উঠে ঢেঁঙৰালি
ফুচুৰ-ফাচাৰ ৰৱ উঠে নেতা জবৰজং।।

৫
অৰ্ধ লেখি অৰ্ধ পঢ়ি অৰ্ধ ৰাখে দাড়ি
দাদাই বোলে কোৱা ভাই কত লাগে কড়ি
হুংকাৰিবি লেক্‌চাৰ
যেনে তই মিনিষ্টাৰ
কথাৰ পাকতে মই হ'মেই চেক্ৰেটাৰী।।

৬
ধান্দা কৰি চান্দা ধৰি বান্দা ল'লো তোক
চিৰদিনেই শান্তি পাবি নেলাগিব ভোক
বৰ লোকৰ থাপড় খাই

ধুলি জোকাৰি ঘৰ যায়
চগনীয়া চাপিবলৈ চমন দিলে মোক।।

৭
সাহিত্য-সংস্কৃতি লেখি কোনে ঘটে মাটি-বাৰী
বুৰ্বকৰ দলটোৱে পায় জানো ফুটা কড়ি?
ঘটা টকা হ'ব মান
নল'লো বা কৃষ্টি নাম
তোমালোকক টেক্কা মাৰি দৌৰাই যাম হাৱা গাড়ী।।

৮
হাবি-জাবি কিবা-কিবি লেখি যাওঁ সাহিত্য প্ৰেমত
বাগিচাৰ পাণ্ডুলিপি উঁয়ে খায় টিন বাকচত
দিয়া দুটা পয়চা
প্ৰেছ কপিৰ খৰচা
ধেৎতেৰি। ফালতু কথা নক'বাহে নাই নিয়মত।।

৯
আখড়াতে গান গাই কামাল কৰিলে তাই
তামাম প্ৰেমত পৰি স্বপ্ন বিভোৰ ভাই
তোলপাৰ লাইন ঘৰ
যিবা লাগে তাকে কৰ
উটি ফুৰি বুৰি যায় 'ৰোমিয়' ভৈয়াই।।

১০
কলীয়াপানীৰ কলীয়াই ফন্দী গুচাই বাগিচাৰ চাকৰি পাই
পোৱালি চাহাবৰ নাচোন জুৰি সকলো পাহৰি যায়
লাখ টকীয়া কোৱাৰ্টাৰত থাকে
জগিছত পৰি হালধীয়া দেখে
নিজৰ চিনাকি দিয়ে 'তেৰেই বোলে বুৰ্বকান্ত ৰায়'।।

১১
পটলুংৱালা নেকটাই কোনো কিছুত মন নাই
মাই-বাপে দিন গণে নেজানে যমৰ ঠাই
ক্ষণে মৰে ক্ষণে জীয়ে
ফটা কাপোৰ কোনে সীয়ে
গিলাচত বাকিবলৈ এটুপি চুলাই নাই
ইয়ে কৌন দুনীয়া সমঝ নাহি আতা হ্যায়।'

(অসম চাহ ও প্ৰাঃ চাহ জনজাতি যুৱসন্থাৰ স্মৃতিগ্ৰন্থ 'জিনগামী' ১৮/১৯/২০ ফেব্ৰুৱাৰী ১৯৯৪)।

○চাহ বাগিচাৰ পুৰাণ কাব্য

# উপৰুৱা

১
চাহাবজনৰ নাম হেনো মিষ্টাৰ কবিলন কাজি
বনুৱা-শ্ৰমিকক ভাবে বুৰ্বক নতু পাঁজি
চেহেৰা পাতিয়ে তমস্কাৰ
মনটো নহয় পৰিষ্কাৰ
মাছ-মুৰ্গী চাপ্লাই দিলে চাকৰি দিয়াত ৰাজী।।

২
বাগিচাৰ ছোট চাহাব হলধৰ মালী
খণ্ডৰ চোটত গালি দিলে 'ঐ বেটী শ্যালী'
নাজানে কথাৰ ধাৰ
ঘেৰাও কৰাত হাহাকাৰ
হাজাৰ টকাৰ দণ্ড ভৰে আগলৈ নকওঁ বুলি।।

৩
বঠিংপাৰৰ বৰবাবু পুৱাতেই আহে ঘৰৰপৰা
হুৱা-দুৱাৰে নিত্য কৰ্মই হুকুম জাৰি কৰা
কামত পটু কথাত পটু জিৰণিও নাই
ভাটী বেলা কামৰ অন্ত ফুৰ্তি পানী খায়
বাবুৱানীক দেখিলেই তেওঁ 'ঢেকীত খুন্দা চিৰা'।।

৪
মুচুকন্দ কম্পাউণ্ডৰ নিজে ভাৱে ডাক্টৰ
কথাৰ পাকতে কয় তেওঁৰ নাই ভিন-পৰ
জ্বৰ-কাঁহ-পিত্ত-কফ যাৰেই নহওক
লাল দেৱাই একে বেজী দিয়ে সিহঁতক
এনে কাণ্ডত খুট-খাট ঘটি থাকে মনান্তৰ।।

৫
চৰদাৰী দলৰ অন্যতম গুৰুচৰণ গাড়া
দুৰ্বাৰ চিপচ্ তেওঁ টকাৰ বাবে মৰা
কোনোবাই কৰে যদি দুই এদিন খতি
হাজিৰা পুৰাই থয় সেই দিনকিটি
উপৰুৱা পয়চাৰে হয় বজাৰ-সমাৰ কৰা।।

৬
বিশ পাৰ্চেণ্ট দাবী কৰি শ্লোগান আদি গাই
আঠ পাৰ্চেণ্ট বনাচ পালেই ৰাই কুই নাই
মোটা ধনৰ আশাতেই দোকানত বাকী
নেতালোকে কয় এয়া কোম্পানীৰ ফাঁকি
অহাবাৰ জৰুৰ হ'ব প্ৰাপ্যখিনি পোৱাৰ উপায়। ❑

ৰচনা - ২৪/৬/৯৫

# শ্ৰমিক

১
পিন্ধনত ফটাচোলা চোতালখন বোকাহোলা
খেতি-খোলাৰ মাটি নাই নিজেই আপোনভোলা
সপ্তাহী ৰেচন পাই
যেনে তেনে চলি যায়
অহৰ্নিশে জীৱনত দেখো জ্বলা-কলা।।

২
মাথাৰ মগজ থাকে কোবা-মেলা শুনিছো
আনৰ হুকুম মানি কিছু কথা জানিছো
কিছুখিনি নিজে ৰাখি
উপায়বিহীন দেখি
বোপা-ককাৰ ৰীতিতেই জাৰে-জহে মৰিছো।।

৩
ভোখা পেটে চেনা কান্দে ভাত খাওঁ বুলি
মাইকী-মতাই কাম কৰিও নোজোৰে সমুলি
দিনে আনি দিনে খাওঁ
দুখৰ ঝুমইৰ গাওঁ
অৰ্ধাহাৰত আধামৰা পিত্ত যায় জ্বলি।।

৪
কঢ়া বন মৰা মন ৰ'দৰ তাপত
মৰা মন কঢ়া বন বাৰিষা কালত
বিছাই ডাকে জোকে খায়
সাপ-বেঙে ভুমুকিয়াই
চল্লিশতে ষাঠী হয় ভীষণ কষ্টত।।

৫
নানা-নানী আহিছিল বাহিৰৰপৰা
শ্ৰমিকৰ কাম হেনো কোৰ-কোদাল মৰা
গৰীবৰ গোলামীতেই উঠে মছনদ
গৰীবৰ হাতত গজে দেশৰ সম্পদ
এতিয়াও আছে সেই যুগ পৰম্পৰা?? ❑ ১৮/৬/৯৫

# ফয়দা

১

শ্ৰমিক দৰদী বুলি কোবা মিস্ত্ৰী হলো চোলা পিন্ধি
ভোট-বেংকৰ হিচাপ ৰাখে কৰি নানা ফন্দী
নিৰ্বাচনী প্ৰচাৰত আহিল যদি নেতা
কায়দা কৰি ফয়দা লুটে হাজাৰ কুৰি টকা
থলুৱা জেগাত তেওঁকেই কয় মহাদেৱৰ নন্দী।।

২

কামজাৰী চাহাবৰ ড্ৰাইভাৰ আছিল মোহনলাল বাচফৰ
কৰ্মচাৰীৰ গ্ৰেডদ পৰি হ'ল তেওঁ মেম্বৰ
শ্ৰমিক ভোটেৰে তেওঁ হয় বিধায়ক
চালাম হুজুৰ বুলিও কয় চাহাবক
নিবোকা-চামোন হে কটাই দিলে পাঁচোটা বছৰ।।

৩

ফোঁট লোৱা টপামুৰা গেৰেলা পেটীয়া
কেএগ্ৰা গোলাব মদনলাল কিম্বা সুতাদিয়া
মাল দিয়ে দোকানত নগদ নতু ধাৰে
বনুৱাৰ বাটী-ঘটীও বন্ধকত পৰে
হৰিণ চিকাৰত সিহঁত যেন ঢেকীয়া পতীয়া।। ❑

১৭/৪/৯৫

# ডেকা ল'ৰা

১
পুৱাতেই চকীদাৰে ৰিঙিয়াই কয়—'যাওঁ কামজাৰী'
বাহী ভাতত নিমখ ঝইলকা সেয়েই তৰকাৰী
জলদা-জলদি চাউল ভাজি
কেতিয়া মুখত গুজি
কাম ধৰা দেৰি হ'লেই জ্বলা জুইত খৰি।।

২
মাইক বাজিলেই জনা যায় কাৰো ঘৰত চাদী নতু ছুটী
শনি-দেওবাৰ হ'লে মানে পুৱাই দিয়ে ৰাতি
ঢাঁক-ঢোল মাদল আৰু ধামচা
ৰাতা-ৰাতি ঘটি থাকে নাচোনৰ তামাচা
লাইনৰ ঘৰে-পৰে টোপনি হয় খতি।।

৩
কৰম নাচ-ঝুমুৰ নাচ আৰু নাচ খেমটি
ভাদ মাহৰ আসৰত জমি উঠে চোতালটি
জা-ঘিন-ঘিনজাৰ ছেও দি বজাই মাদল
বুঢ়া-বুঢ়ী চোকৰা-চুকৰী হয় উত্ৰাৱল
ৰহইচ্‌কাই ভাঙ্গিলে তালে গালৈকে ঘাটি।।

ঢোল যেন পেট তাৰ কোটৰগৰত চকু
ৰাজহাড়-কামীহাড় টনটনাই বুকু
নিতৌ চুলাইত ধৰে
যক্ষ্মায়ো বিপত্তি কৰে
বনুৱাৰ পিঠিত পৰে যমৰাজৰ ভুকু।।

৫
বাওঁহাতে খাৰু পিন্ধে সোঁহাতে ঘড়ী
পিন্ধনত হলৌ চোলা এমোকোৰা দাড়ি
জপৰাকৈ চুলি ৰাখে জীনচ্‌ৰ পেণ্ট
মিনিৰ আগত অগা-দেৱা ডিঙিত লকেট
এইজনেই আমাৰ ডেকা ল'ৰা প্ৰেমৰ ভিক্ষাৰী।। ❑ (অগ্ৰদূত - ১৮/৬/৯৫)

# বেজ – গুণীন

১
আহিন মাহৰ দুৰ্গা পূজা পাতিব লাগিব
জনে প্ৰতি দুশ টকা চান্দাও ভৰিব
নৈবেদ্যৰ সম্ভাৰ আদি সামান্য হওক
পূজাৰীয়ে পূজা-বিধি সিমতে কৰক
এক ডজন চিনেমা কিন্তু নহ'লে নহ'ব।।

২
বনুৱাৰ বহু ঘৰত থান পূজা পাতে
গজাল পীৰাত 'চাটিয়া'ই দেওধ্বনী উঠে
সিজনে যিটোকে কয়
নিচৰ্তে পালিত হয়
নপতিয়ালে বহু কিছু কাজিয়া পেচাল ঘটে।।

৩
মাথা ঘূৰা-বখাৰ উঠা পেটৰ বিষ হ'লে
বেজ - গুণীন বিচাৰি আনি জৰা-ফুকাও চলে
মূৰকত হচ্‌পিতাল
কপালীৰ দুৰ্কপাল
ডাক্টৰ 'ডাহিন্' হয় গালি-গালাজ মিলে।।

৪
এক চিলমত যেনতেন দুই চিলিমত মজা
তিনিত মাতে মন্ত্ৰীৰ বচন চাৰিতভাবে ৰজা
ঘুটুং পানীৰ কবলতো কৰে আস্ফালন
তেনেদৰে খেদা-কুৰা তৰ্জন-গৰ্জন
বাগিচা অঞ্চলত এয়ে সত্য নহয় কিন্তু গাজা।।

২০/৪/৯৫

# ৰায়দান

১
চাহনিলৈ আহিবা আমাৰ কথা শুনিবা
লেখি-মেলি আনক ক'বাচোন
সেউজীয়া বাগিচাৰ 'অসমীয়া' নাম লৈ
সমন্বয়ৰ সেতু বান্ধে কোন?

২
বৰ লোকৰ বঙলাত বিবাহ-সবাহ পাতিলে
চুৰাপাত পেলাবহি কোন?
বিচাৰি আনাগৈ বাগানৰ বঙ্গালী(?)
সেয়ে হ'ব ৰাজকীয় চিন!

৩
ধোবা-মজা, সৰা-মচা যতমানে ঝামেলা
ধনীঘৰে আমনি যে পায়
আনাগৈ বিচাৰি টোকোনাৰ ছোৱালী
যাৰ ঘৰত খুদকণেই নাই।

৪
খাব-দাব ল'ব বস্তা পাৰি শুব
পিচপিনৰ চালিখন আছে
কাঁহী কিমান ভাঙিলে কাপোৰ কিমান ফালিলে
দামখিনি কাটি-কুটি আধা ধন যাচে।

৫
আৰামত গা-খাটি আছহি ঐ মিনি তই
খাই-বৈও বেইমানী হলি
ধন কেইটা দলিয়াই অবাইচ মাত মাতিলি
এদিন হবি গেলা গপৰ বলি।

○চাহ বাগিচাৰ পুৰাণ কাব্য

৬
বাগিচাৰ ছোৱালীক কোৱা হয় চুকৰী
খাবলৈ নেপাইছিল ভাত
কথাৰ খেও ধৰি দুই থাপড় লগালে
তাই হেনো হাৰামৰ জাত।

৭
বাপেকক কোৱা হ'ল অদৰকাৰী বুলি
মিনিজনীক চুৰুণী বোলে
নানা ৰকম খুত ধৰি এজাহাৰ কৰিলে
পুলিচেও মিনিটোক জেল চালান দিলে।

৮
মেম্বৰক ধৰিলে চেক্রেটৰীক জনালে
চুৰি হোৱা কথা-কাণ্ডৰ চাৰ্জচিট পাই
নিৰক্ষৰ ৰাইজেও ইচ্ ইচ্ কৰিলে
ধনীঘৰৰ মালিকটোৱেই যতকুটৰ ঘাই।

৯
চাহ বাগিচাৰ দেওবাৰে — কবি অমলেন্দুৱে লেখে
'মাংৰো - বুধুৱাহঁতৰ ৰঙাতেজী 'জবাব' আৰু 'আৱাজ'ৰ
পুথি-পত্ৰ-কাকতত দেবুৱাহঁতেও ৰচে
মেহনতী বনুৱাৰ শোকাকুল গাথা।

১৮/৪/৯৩

# উল্টা-পুল্টা

বনুৱা থাকিল  বঙলাত
চাহাবে ছিঙিল পাত
চৰদাৰ আহিল  মটৰ গাড়ীত
হিন্দী সুৰীয়া মাত।

বৰবাবু ভাৰে আনি
পানীৰ যোগান দিলে
চকীদাৰে বহিল চকীত
সবে হাজিৰা পালে।

ঘাইৱালা ঘেৰাও হ'ল
বনাচ  লাগে বুলি
কেৰাণী বাবুৰ কোৰৰ চাবত
মৰিল চাহৰ পুলি।

গন্তি বাবুৰ শান্তি হেৰাল
গেট ৰখীয়া হৈ
কামজাৰীয়ে আজৰি পালে
ডাক দিবলৈ গৈ।

ডাক্তৰ বাবু কাতৰ হ'ল
পাতৰ ওজন লেখি
চেক্রেটৰী গ'ল আবকাৰীলৈ
উল্টা কাণ্ড দেখি।।

১৮/৪/৯৫

# আচহুৰা

১
আচহুৰা নাম শুনি সোধে কোন বৰ্ণ
ক'ত থাকো কিবা কৰো নাজানে একো মৰ্ম
পয়দা হ'লো অসমত
বোপাই আছিল ভাৰতত
ডেৰশ বছৰে চলাই আছো অসমীয়াৰ কৰ্ম।।

২
কিষাণ লাইনত গেষ্ট্ৰ'ই পালে বাগিচাৰ ৰেচন খাই
দিহাত আকৌ বন্দুকে কাকো ৰেহাই দিয়াত নাই
সৰু-বৰ নেতাই কৰিলে চফৰ
বিভিন্ন কাকতত ওলাল খবৰ
চৰকাৰে ক'লে—'বনুৱা মৰিলে কোম্পানীৰহে দায়।

৩
এক ডজন ভাই তেওঁৰ দুই ডজন নাতি
বাগিচাৰ ৰাৱণ বুলিও আছে কিছু খ্যাতি
লোকেল লিডাৰ তেওঁ
বিপক্ষে মাতিলে কেও
আজ্ঞাপৰ ওপৰৱালাই দিয়ে নাম কাটি।

৪
শিক্ষিতৰ বেছিভাগেই মিছলীয়া- কূটকৌশলী হয়
নিৰক্ষৰ হোজা বোপা-ককাইঁতে কিন্তু মিছা কম কয়
সত্য কথাত হেনো ভগৱান থাকে
মিছাত ধৰিত্ৰীয়ে হেনো অশান্তিহে ডাকে
জ্ঞানৰ সাধনা সম্ভব হ'লেহে হ'ব পৃথিৱী আলোকময়।

৫
মদ আৰু ভাং খালে কেনে লাগে কোৱাচোন ভাই
স্বৰ্গ-মৰ্ত্য-পাতালৰ আমেজখিনি হাতৰ মুঠিত পায়
মাৰিলে দুঢোক আৰু চিলিমৰ একো হোপা
ৰ' আৰু জা' বুলি নকওঁতেই নিজকে ভাবিলে 'ৰজা'
প্ৰজালৈ হুকুম দিওঁতেই তেওঁ পৰিল হামখুৰি খাই।।

দৈনিক অসম — ১৪/৫/৯৫

# বিহু আৰু ঝুমুৰ

১
চাহনিলৈ আহিবা ফিকা পানী নাখাবা
কেএগা গোলাত নিকিনিবা লোণ
বাগিচা লাইনত 'অসমীয়া' নাম লৈ
আনন্দত মতলীয়া কোন?

২
দিচৈ নৈৰ পাৰতে বিহু মেলা দেখিলো
ৰহদৈ বুসেশ্বৰে কঁকাল ভাঙি নাচে।
দহ নম্বৰ লাইনত ঝুমুৰ নাচি বুজিলো
সৃষ্টি-পৰ্ব ৰং-ৰহইচ দুয়োটাতে আছে।

৩
চামগুৰি বাগিচাৰ চাংঘৰ বঙলাত
ৰাধাচূড়া-কৃষ্ণচূড়াই পেলালেহি ছাঁ
বসন্তৰ বহাগীয়ে ৰিঙিয়াই মাতিলে
দেবু! তয়ো বিহু গীত গা।।

৪
ঢুলীয়াই বজালে খিনিকি ধিনদাওঁ
মাদল বাজিলে জা-ঘিন-ঘিনজা।
কেৰকণৰ পেঁপাই বোলে বতৰৰ গীত গাওঁ
কেৰকেৰীৰ নাচোনতো বাজি উঠিল ধামচা।।

৫
ৰুতাহে ভাঙিলে পৰ্বতৰ গছ-লতা
বৰষুণে বুৰালে ভৈয়ামৰ নদী।
আখড়া বন্দনা কৰি নাচে কোন বেজনাৰী (বজ্রনাৰী)
ৰহিমলাৰ পীৰিতিত হ'লো মই বন্দী।।

৬
চৈকটা বাগিচাৰ জোৱান হৈ আছিলে
ছোটবাবুৰ কেৰকণ ভাই।
নাচোনৰ চলতে পীৰিতি জনালে
কেৰকেৰীৰ হাঁহি মুখ চাই।।

৭
শিৰীষ গছৰ আঁৰে আঁৰে পীৰিত কৰিলে
বিহু গীত এফেৰিও গালে।
খেম্‌টাৰ চেও ধৰি দুয়োক দুয়ো মুহিলে
হিয়া দিয়া মৰমৰো পৰিমাণ পালে।।

৮
আম লাগে থোপা থোপে
কুহলি ডাকা গাছে
ৰহে গেলি পূৰব দেশে
দেশ ৰাখিবাৰ আশে।।

৯
জাঁজী নৈ শুকাব দিখৌ নৈ শুকাব
শুকাব শৰীৰৰ ঘাম
দেবুৰা-ৰহিমলা কেৰকণ-কেৰকেৰীৰ
কোনে বাৰু জোৰ কৰি জোৰা ভাঙে চাম।।

১০
ৰাধাপুৰৰ ৰাধিকাই কৃষ্ণচুড়া গুজি
নাহৰ পলাশৰ বতৰা কৈ
বসন্তৰ বহাগীক পীৰিতি জনাই
আশীৰ্বাদ জনালেহি হৰিনাম লৈ।

দৈনিক অসম - ১১/৪/৯৩

# সেউজী

১
চাহনিৰ সেউজীৰূপে ভাল লাগি যায়
কবিয়ে  কবিতা লেখে কাকত ভৰাই
বনুৱাৰ দুখ কষ্ট
ঝুমুৰ কলিত পুষ্ট
প্ৰেমৰ গীততো  ইয়াৰ কাৰো জুৰি নাই।।

২
সেউজীয়া চাহনিৰ বহল পথাৰ
শিৰীষৰ ছাঁ পৰি হয় জাতিষ্কাৰ
চাহ গছ বাঢ়ি গ'লে
কলমে থোপোকা কৰে
বনুৱাৰ জীৱন গাথাও ফুটে পৰিষ্কাৰ।।

৩
বনুৱাই কাম কৰে গোটেই জীৱন জুৰি
এবেলাহে ভাতে আঁটে আন বেলা মুড়ি
বাগিচা বহল ঘটে
বনুৱাৰো সংখ্যা টুটে
ফালতু পৰি বহুতেই খায় হাবাথুৰি।।

৪
বাগিচাত বসন্ত কাল নহয় কিন্তু ৰিঙ্গা
পানী-খাদ্য দুষিতত মানুহবোৰ কোঙা
সেউজীয়া পাত তুলি
কলঘৰে ক'লা  কৰি
আৰ্জিত মুদ্ৰাৰে ভাঙ্গে দেশখনৰ জেঙা।।

১১/৬/৯৫

○চাহ বাগিচাৰ পুৰাণ কাব্য

# বাগিচালৈ আহিছা?

বাগিচালৈ আহিছা? অহা নাই কেতিয়াও? ময়ো অহা নাই
দেখিছো তথাপি
অসংখ্য বনুৱাৰ শাৰী, নিগৰিছে ঘৰ্মমালা আছে গোন্ধ
চৌদিশে বিয়াপি।

মোৰ ই অন্তৰখনি গুৰি চাহৰ দৰে ক'লা শোষিতৰ বেদনাৰে
দেখা নাই তুমি?
উঠিছে মৰিছে টৌ জীয়াই থকাৰ কামনা বাসনাৰে
জীৱনৰ দুখ দৈন্য চুমি।

শুনা নাই? মোৰ বুকুত গঢ়ি উঠা কলঘৰৰ ঘৰ্ষণত
বাজি উঠা শোষণ সঙ্গীত?
দেখা নাই? এটি কলি দুটি পাতৰ লহপহীয়া বাঢ়নিত
জীয়াই থকাৰ সবল সঙ্গিত?

দেখিছাতো আকাশ মণ্ডল? চন্দ্ৰৰ আলোকৰ দেখা দিয়া
অপূৰ্ব সৌন্দৰ্য
মৰম চেনেহ দিব পৰা কোমল বুকুত দেখিছানে
জীৱন ভাস্কৰ্য।

শেষ ৰাতি সাৰ পাই শুনিছানে কেতিয়াবা
মুৰ্গী চৰাইৰ লংকাপুৰি মাত
ভাবিছানে সিকথা বাৰু কাউৰীৰ মুখতো ৰটে
বনুৱাৰ দুখৰ সম্বাদ।

মই জানো তুমি যিটো ভাবা
হেৰা মোৰ নিষ্ঠুৰা ৰমণী।
তোমাৰ ভাৱনা মাথো তোমাৰ স্বাৰ্থৰ বাবে
কেৱল নিজৰ বাবে।।

তুমিতো নাভাবা হাঁয়
কিয় বাৰু কিয় আমি চিন্তো
ওৰে জীৱন শ্ৰম কৰিও দেশৰ গৌৰৱ বাবে
সমন্বয়ৰ সংস্কৃতি সাফলি
গজাওঁ হাড়ত বন কিয় জামানী হাবিৰে ঢাকি
দেশখন ভাল পাওঁ বুলি।।

সেউজী চাহনি ডৰাক জীয়াই ৰখাৰ বাবে
গজি উঠা বন-লতাক গুৰিতে উভালো কিয়?
তুমিয়েই কোৱা দেৱী
কিনো লগনত কলিজাটো ক'লা কৰি জীয়াই থকাৰ বাবে
যৌৱনে উমান দিয়া দেহাটো কৰিছোঁ নষ্ট
ভাটীলেকে অক্ষম বেলাত।।

(প্ৰথিত যশা কবি দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা'ৰ স্তৱকখিনি চাহ শ্ৰমিকৰ
অনুকূলে অনুকৰণ কৰি তোলা হৈছে।)

# আহ্বান

উঠাহে বনুৱা উঠাহে ৰণুৱা উঠা শ্ৰমিক ভাই আলস্য এৰি
পাৰ হ'ল আজি ডেৰশ বছৰ আৰু কতকাল থাকিবা পৰি
আছিলা বাহিৰৰ গিৰি ভৈয়ামত
বৃটিছে থাপিলে অসম ৰাজ্যত
চিৰ নিৰক্ষৰ বনুৱা-ৰণুৱা বাগিচাৰ কামত নিজকে ভুলি
শ্ৰমিক ভাষাৰে চাহনিৰ মাজত ঝুমুৰ গীতৰ জুৰিলে কলি।

বৃটিছ ৰজাৰ চাহনি পতাৰ আঁচনি যেতিয়া ঘোষিত হ'ল
গিৰমিট আড়কাঠিয়াৰ চাতুৰীত পৰি শ্ৰমিকৰ টোপনি নোহোৱা হ'ল।
আহিবৰ বেলা আত্মীয় লোকৰ দুখত কান্দিল হিয়া
নাহিলে নহয়-নিজীলে নহয় হৰিল মনৰ গোপন আশা
উঠাহে বনুৱা উঠাহে ৰণুৱা প্ৰকাশ কৰা আজি মনৰ ভাষা।।

জীৱনৰ পুৱাতেই সূৰুজ দেৱতাই জগাই তোলেহি আপোন দায়
জীৱনৰ যিমান দৈন্য ভাৱ পাতলাই লোৱা নিজকেই নিচুকাই
পূৰ্বজনমৰ পুণ্যৰ বাবেই অসমত হয়তো পালাহি ঠাই
সেয়েহে জগোৱা প্ৰাণত আশা হিয়াত জগোৱা প্ৰতিধ্বনি
উঠাহে বনুৱা উঠাহে ৰণুৱা অসমী আইকেই বুলিবা বাণী

বৃটিছ নাই জমিদাৰ নাই গণতন্ত্ৰ হ'ল সবাৰে বাবে
অসমৰ মাটিৰ হাৱা-পানী খাই জাগি উঠা তুমি সাত্বিকভাৱে
চৰাই-চিৰিকতি ঋতু চাই আহি উজলাই ধৰে সুৱদী মাতে
কৰা আৰাধনা দিয়া আহ্বান মানুহ গঢ়াৰ গুপুত কথা
উঠাহে বনুৱা উঠাহে ৰণুৱা শুনোৱা তোমাৰ জীৱন গাথা।।
মাহ দিন পাৰ হৈ মোটটি সলায় ডেৰশ বছৰে সৰস কৰি
অসম সৌন্দৰ্যই মোহে সকলোকে ইযে সঁচাই অমৰাপুৰী
চাহনিৰ ঐশ্বৰ্যৰে বনুৱাৰ বিভূতিৰে বিশ্ব ভাৰত ওপচাই দিয়া
ৰহনীয়া সংস্কৃতিৰ বৰণীয়া লহৰত সমন্বয়ৰ হক চিকুন পুৱা
উঠাহে বনুৱা উঠাহে ৰণুৱা শ্ৰমিক গৌৰৱো বিলাই দিয়া।

জাগৃত কৰাহে আপোন ভাগ্য জাগৃতি নৌকাৰ হোৱাগৈ মাঝি
তাৰেই গতিত ক্লান্ত বনুৱাৰ প্ৰকাশিত-হওক কৰ্মৰাজী
গাঁও কি বাগিচাত চহৰ কি নগৰত সৃষ্টি হ'ব সবাৰে মিলন থলী
অসম তীৰ্থই ভিন্নতা গুচাওঁক মুকলি কৰক প্ৰেমৰ শিপা
আঁহা সকলোৱে লোৱাহে সাবটি শ্ৰমিক বনুৱাৰ নেটানি ৰেখা।। ❑

# উপ-পদ্য

(সংশ্লিষ্ট ব্যক্তিসকললৈ ক্ষমা প্ৰাৰ্থনাৰে)

মেঘৰাজ কৰ্মকাৰ দাদা জমিদাৰ
জীৱনৰ 'খেলি-মেলি'ত দিলেহি বিচাৰ
'শালুক বচন' গাই 'পানকে ডাঁটি'ৰ
সাহিত্যিক পেনচন্ পাই মন হ'ল স্থিৰ।

নাৰায়ণ ঘাটোৱাৰ নামে-কামে দুৰ্বাৰ
ভুমুকি মাৰিয়েই তেওঁ দেখি যায় পাৰ
মজদুৰ সংঘত গৈ হ'ল অভিমান
ওলাই আহি চাবুৱাতে বিলাইছেহি জ্ঞান।

ঘৰত 'বাউ' নাম ধৰে তাঁতি সনন্ত
অসমীয়া কবিৰূপে হৈছে খাতিমন্ত
বুভুক্ষ শ্ৰমিকৰ দেখে ভৱিষ্য হাঁহাকাৰ
পীড়িত দেহাৰে সৌৱৰাই-হুঁচিয়াৰ! হুঁচিয়াৰ

প্ৰহ্লাদ চন্দ্ৰ তাছা দেখাতেই বাদচা
বাগিচাৰ শিক্ষা পুথি লেখি কৰে খৰিছা
ৰূপ-ৰেখাও এৰি ধৰে অৰ্ধ শতাব্দীত
আৰম্ভিহে চক্ৰমান বিভিন্ন দাবীত।

সুশীল কুৰ্মীৰ কিয় সময় বৰ কম
ব্যৱহাৰত চহকী যদিও কামত নৰম
পুথি-পত্ৰ লেখি ৰচে শ্ল'গানকে ধৰি
লেখনি বিৰত নাই যেনে ইগুাষ্ট্ৰি।

গণেশ কুৰ্মী সম ভাতৃক কওঁ সৌন্দৰ্য সাধক
'কুৰ্মি ক্ষত্ৰিয়'ৰ তেওঁ বুৰঞ্জী লেখক
ছাত্ৰৰূপে বুটলিলে 'উড়ে ফুল গেন্দা'
এতিয়া বিষয়া হৈ একেবাৰে ঠাণ্ডা ।।

অসমীয়া এম এ তাছা ভাতৃ ডিম্বেশ্বৰ
সাধু কথা লেখে কিন্তু জমাই 'আঁসৰ'
প্ৰাপ্তবয়স্কৰ বিষয়া শ্ৰমিক সন্তান
নিৰক্ষৰক সাক্ষৰ কৰাত চলাই অভিযান ।।

মাণ্ডাৰাম পাটোৱাৰী শিক্ষা অধিকাৰী
কৰ্মশালা শ্ৰেণীশিক্ষা পাতে শ্ৰমিকৰ
মূল্যায়ন কৰি দিয়ে পৰিসংখ্যাত কয়
সিবিলাকে মনত ভাবে হয় নে নহয় ?

প্ৰাণেশ্বৰ লোমগাৰ গোলাঘাটত ঘৰ
'প্ৰতিবন্ধক'ত নাই কথা একো শ্ৰমিকৰ
একালত হুংকাৰ দিছিল চাহনিয়া স্বৰ
টেক্‌নিকেলত প্ৰমাণিলে আছিল ৰগৰ ।।

ৰাম চাচনি কিন্তু নহয় নাচনি
গীত-মাতৰ কথা চিন্তে নকৰে আঁচনি
'আঁসৰ'ত হিট্ চং কৰক অনুবাদ
সেয়ে হ'ব লক্ষণহঁতৰ পূজাৰ প্ৰসাদ ।। ❑

# খুটা ভাঙ্গলে চুড়পিবেক

কতবাৰ বলেছিলি তকে
হামাৰ সঙ্গে আসবি নাই
আব্দাৰ ধৰে আসলি যখন
দেখলে কিছু বলবি নাই।

কি দেখলি? বুঝলি কিছু?
বুঝব নাই কেনে!
পূর্ব ক্কালেৰ মিটিং ঘৰে-বাবু চাহেবৰা চিটিং কৰে
ঝাণ্ডী উঠায় ফটকা ফুটায়
মেম্বৰ নহয় চেক্রেটৰী।
ডাকে বলে ভায়া চাৰি - 'তোমৰা দেশেৰ তৰী'
কেও শুনে হাঁসে- নাচে, হাতে হেলকে ৰাগেৰ পানী
আন্ধা বলে চান্দা কাটে
অৰা একেই জাইতেৰ একটা খাবাৰ হাঁড়ি
কখন' কিছু বলতে গেলে - কনকিছু নাহি বুঝে
হাঁ ফাড়লেই বলে উঠে - সবই কথা জানি।

কি বললি? কাঁহাই কিছু কৰম নাই
ঝুমুৰ নাই - ভজটজ নাই - ডমকচ্ নাই
সাহনাই বাজে নাই - বন্দনা পৰবেৰ আহিৰা নাই
টুচু নাই - বাবাগ'
আৰ কিছু নাই বলে পেট ফুঁচছে!
চইখে দেখছিস - বাগানেৰ হলা - গড়ই মাছ নাই
খাঁকড়ি নাই - কুচীয়া নাই - গেণ্ডা নাই - ঘগলি নাই
বাড়ীৰ কোনাই শাগ - পাহলা নাই
পাত তোলা - কোড় মাৰা - কলমেৰ নিৰিখ কৰেও হাজিৰা নাই
খোৰাকী আছে কি?

ডাগদৰ বাবুৰ পানী মেশাল দাওৱাই খাঁয়ে
কথাৰ ওপৰ কথা শুনে পেট ভৰল নাই
ভোখা পেটে কাঁহা কিছুটা বুঝবি - জানবি
আগে ঐ পেটটা ভৰাই দে!
ন' পেন্দাই বলবিস্! আৰ বল্‌ব কি?
বুকটা জ্বলন-পড়ন কৰছে-কমৰটাও দুখাছে
অদেৰ গাদী হিল্‌ছে
খুটা ভাঙ্গলে মাটিয়ে গিৰে চুড়পিবেক
বুঝলে?

(ভনী ৰেখা তাছাঁলৈ কৃতজ্ঞতাৰে)

এই 'চাহ বাগিচাৰ পুৰাণ কাব্য' খনিৰ কবিতাত চাহ জনজাতিৰ মাজত প্ৰচলিত কিছুমান শব্দ ব্যৱহাৰ কৰা হৈছে। এই শব্দৰ অৰ্থ এই পুথিখনত সন্নিবিষ্ট কৰিব পৰা নগ'ল। অনুগ্ৰহ কৰি লেখকৰ 'চাহ বাগিচাৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ' (অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত) পুথিখন চাওক।

—লেখক

# সূচীপাত


| | |
|---|---|
| বৈচাগ বিহু কৰম পৰবৰ চমান গ' | ৫৩৮ |
| ক্রমবিৱৰ্ত্তনত চাহ মজদুৰ নাৰী সমাজ | ৫৪১ |
| চাহ বাগিচাৰ ধৰ্ম আৰু শৰণ-ভজন | ৫৪৩ |
| অসমৰ জাতীয় স্বাৰ্থ আৰু চাহ মজদুৰ | ৫৪৯ |
| এটা দিনত আচাৰ-বিচাৰ | ৫৫১ |
| চাহ বাগিচাৰ অঞ্চলত ড্ৰপ আউটৰ সমস্যা | ৫৫৪ |
| বিহংগম দৃষ্টিত কৰম আৰু জুমুৰা কৰম | ৫৫৯ |
| জন সংস্কৃতিৰ ঐতিহ্য বিচাৰ | ৫৬৬ |
| জনগীতৰ প্রতিধ্বনি | ৫৭২ |
| বৃক্ষ পূজাৰ পৰম্পৰা আৰু কৰম পৰব | ৫৭৬ |
| চাহ শ্রমিকৰ সমাজত নাৰী স্থান | ৫৮১ |
| **কবিতা ! দহোটা 'লিমাৰিক'** | |
| **'এটা কণজন'** | **৫৮৩** |
| **অস্তিত্বৰ অনুভৱ** | **৫৮৬** |
| **বিকল্প** | **৫৮৭** |

# বৈচাগ বিহু কৰম পৰ্ব্বৰ চমান গ'

অসমীয়া সমাজৰ স্তৰে স্তৰে মিলি যাবলৈ ধৰা চাহ জনগোষ্ঠীৰ কিছুমান সাংস্কৃতিক ক্ৰিয়া-কাণ্ড অসমৰ মূল জাতীয় সাংস্কৃতিক উৎসৱসমূহৰ লগত তুলনা কৰি চালে বহুতো ধৰণৰ সাদৃশ্য দেখা পোৱা যায় । এই অনুক্ৰমে অসমৰ জাতীয় উৎসৱ বিহু আৰু ইয়াৰ গীতসমূহ এফালে যেনেকৈ প্ৰেমৰ নৃত্য আৰু আনফালে ই প্ৰজননৰ নৃত্যও । ইয়াৰ যোগেদি আখ্যান — কিংবদন্তী আৰু অতীতৰ সংকেতপূৰ্ণ নানা কাৰ্যক গীতৰপৰা আৰম্ভ কৰি পোনপটীয়াকৈ কামোদ্দীপক আৰু হাঁহী-বিদ্ৰুপমূলক গীতলৈকে অনেক বিহুগীত আছে । প্ৰেম নিবেদন কৰাৰ ক্ষেত্ৰত এই বিহুগীতবোৰৰ গুৰুত্ব আছে আৰু ইবোৰৰ যোগেদি হাঁহি-ধেমালিৰ মাজেদি ডেকা-গাভৰুৱে প্ৰেম নিবেদন কৰি ৰং-ৰহইচ কৰে । বিহু গীতত থকা এনে উদ্দেশ্যৰ লগত ঝুমইৰ গীতত নিহিত থকা উদ্দেশ্যও কম-বেছি পৰিমাণে একে পৰ্যায়ৰ বুলিব পাৰি ।

ফাগুন-চ'ত-বহাগতেই স্থিতি লয় বসন্তকাল । ইয়াৰ বুকুতেই বসন্তোৎসৱ জাগৰিত হয় । মনৰ মাজত লুকা-ভাকু খেলি থকা আনন্দ-আহলাদ, ৰং-ধেমালি, আশা-আকাংক্ষা, আবেগ-অনুভূতিবোৰে পাহাৰী ঝৰণাৰ দৰেই উচ্চলতা প্ৰকাশ কৰে । এই কালৰ পৰিবেশৰ বাবেই ম'হৰ শিঙৰ পেঁপা বা বাঁহৰ পেঁপাত ইচাট-বিচাট সুৰ তোলা মদন বসন্তৰ বলিয়া ডেকাৰ সিৰে সিৰে নাচৰ চঞ্চলতা আৰু ওঁঠৰ ফাঁকত নিগৰি অহা গীতবোৰে আদিমত গৰখীয়া গীতৰূপে নাইবা চাহ বাগিচাৰ প্ৰেমিক যুবকে টাঁড় ঝুমুৰ বা পথৰুৱা ঝুমুৰ গীতৰ সৃষ্টি সম্ভৱ কৰি তোলে । অৱশ্যেই পোনপটীয়া কামোদ্দীপক এই সুৰ বৈচিত্ৰ্য নোহোৱা, তাৎক্ষণিক প্ৰেৰণাসম্ভূত জনবসতিৰ বাহিৰৰ নিৰ্জন ঠাইত পশু-পক্ষীৰ মেটিং কলৰ অনুৰূপত পোৱা গীতবোৰে সামাজিক স্বীকৃতি নাপালেও লোক-সাহিত্যৰ পণ্ডিতসকলৰ মাজত গৰখীয়া গীত বা টাঁইড় বা পথৰুৱা গীত বুলি আলোচনা নোহোৱাকৈও থকা নাই । একোটা পানীৰ টোৰে তৎমুহূৰ্ত্ততে চূড়ান্ত উঠি তৎকালেই বিলুপ্তি ঘটাৰ দৰে এনে গীতবোৰত সচেতন মনৰ কাঁৰচাজিয়েই বেছি বুলি পণ্ডিতসকলে ধাৰণা কৰে । তদুপৰি স্বভাৱ কবিত্বৰ কোনো ধৰণৰ ছাঁও ইয়াত দেখা নাপায় । সেয়েহে আজিৰ সংস্কৃতি আৰু সভ্যতাৰ উচ্চ শিখৰত ইয়াৰ স্থান গৌণ হৈ পৰা বুলি পণ্ডিতসকলে ব্যাখ্যা দাঙি ধৰিব পাৰিছে ।

সি যি কি নহওক বৰষাৰ মেঘত বিজুলীয়ে জিলিকনি তোলাত ময়ুৰেও পেখম ধৰি নৃত্য কৰাৰ দৰে বসন্ত উন্মাদিত বহাগেও প্ৰকৃতি পুৰুষক কিদৰে নচুৱাইছে তাৰ বিৱৰণ ঝুমইৰ গীতত প্ৰকাশ হৈছে এনেদৰে — 'আৱল মধুমাস, বসন্ত দিন আস পিয়া নাহি আৱে

মধুমাসে, আম-জাম মন জুৰাল ধাধ্‌কি পলাশে ফলে-ফুলে ভৰি গেলা মধুমাসে, পিয়া নাহি আসে গ'এমন মধুমাসে, ধূপ-আগুন জ্বলে, বিধিছে পঞ্চম শৰে-পিয়া নাহি আসেগ' — এমন মধুমাসে', নাইবা — 'নৱ প্ৰেমে আনন্দিত মন মলীগ' মন মাঝে নৱ বৃন্দাবন, নৰ তৰু নৱ লতা, নৱ পুষ্প নৱ পাতা, নৱ অলি উড়ে ক্ষণে ক্ষণে মলীগ' মন মাঝে নৱ বৃন্দাবন', পুনশ্চ — 'গকুল কুল লাজ, জীৱন-যৌৱন লাজ, শ্যাম পায়ে সকলি সঁপিব চল মধুপুৰে যাব । দিনাকে নিবেদন, না আহিল নৱ ঘন, গালে ছুৰী লৈয়ে মৰিব, চল মধুপুৰে যাব ।'

উপৰুক্ত পৰিৱেশৰ বৰ্ণনাত একেই আবেগ-অনুভূতি আৰু আনন্দ আহ্লাদত প্ৰকৃতি বিভোৰ স্বভাৱ কবি বা গীতিকাৰসকলে ওঁঠৰ মুকুতামণিৰ দৰে সৃষ্টি কৰা বিহুগীতবোৰত সৃষ্টিৰ বৰ্ণনা দি গাব পাৰিছে — 'প্ৰথমে ঈশ্বৰে জগতখন স্ৰজিলে, তাৰ পাছত স্ৰজিলে জীৱ, সেইজন ঈশ্বৰে পীৰিতি কৰিলে, আমিনো নকৰিম কিয় ?' নাইবা 'তোমালৈ চাওঁতে জপনা দিওঁতে বিন্ধিলে অঁঘেয়া হুলে, তোমাৰ মনে গ'লে মোৰো মনে গ'লে কি কৰিব কলিতাৰ কুলে ।'

সভ্যতাৰ পোহৰত সামাজিক ৰিবৰ্তনৰ লগে লগে ঘৰ-গৃহস্থালিৰ কথা, ফুল-ফল, পশু-পক্ষীৰ প্ৰসঙ্গৰ কথা, লোক-বিশ্বাস, ধৰ্ম-বিশ্বাস, প্ৰেম-পীৰিতি ভাৱনাৰ কথা, ভালপোৱা জীৱনৰ চিত্ৰকল্পৰ কথা আদি বহুতো প্ৰসঙ্গই সাংস্কৃতিক চোতালত ভুমুকি মাৰিছে । ইয়াৰ ফলশ্ৰুতিতেই গুৰু-বন্দনা, মাতৃ-বন্দনা, ভগৱৎ বন্দনা আদি বন্দনাবোৰ শুভকাৰ্যৰ আৰম্ভণিত স্থান পাইছে । সেয়েহে বিহুতলী অথবা ঝুমইৰৰ আখৰাত নৃত্য-গীতৰ পাতনি মেলাৰ আগমুহূৰ্ত্তত গোৱা হয় — 'প্ৰথমে প্ৰণামো আই সৰস্বতী, দ্বিতীয়ত প্ৰণামো হৰি, তৃতীয়ত প্ৰণামো গাঁৱৰ বুঢ়া-মেথা, ধৰি যাওঁ নামৰে গুৰি', অথবা — 'ছাগ চেলাবৰে ডবুৱা কটাৰী, পহু চেলাবৰে মিত । আই নুদুষিবা, বোপাই নুদুষিবা, ধৰি যাওঁ নামৰে গীত ।' ঝুমইৰত গোৱা হয় — 'আখড়া বন্দনা কৰি, সৰস্বতী মাইগ' বলি, বসন্ত বন্দনা ব্ৰজ নাৰী, মদনে ঝুমইৰ লাগত ভাৰী ।'

কবিসকলে কৈছে — 'প্ৰেমত ফুলিছ শতদল, প্ৰেমত ঘূৰিছে ভূমণ্ডল', অথবা 'শিশিৰে কি ফুটে ফুল বিনা বৰিষণে, বচনে কি ভুলে মন বিনা দৰিশনে', সেয়েহে গাঁৱৰ বিহুৱা ডেকাই তামোল এখনকে যতনাই প্ৰেমিকাক নিবিড়ভাৱে লগ পোৱাৰ প্ৰস্তুতি চলাইছে — 'ওপৰত উৰিলে কৰচন কনুৱা চাপৰি উৰিলে বগ, থুৰিওৱা তামোলখনি কাটি-বাচি থ'লোঁ, দিবলৈ নাপালোঁ লগ' । সেইদৰে বাগিচাৰ ঝুমৰীয়া ডেকায়ো প্ৰেমিকালৈ পানৰ টোপোলা যাচিবলৈ প্ৰস্তুতি চলাইছে — 'সাঁঝে সকালেৰ বেলা, কে মৰিল ছাইলে ঢেলা, ঢেলা নাহিগ' সেটা পাণেৰ টোপুলা, আইৰ নাগৰ বইলছিল কালা ।'

নিজৰ ধন-ঐশ্বৰ্য্য, জাত-গোষ্ঠী বা পদমৰ্যাদাক লৈ বহুত পিতৃ বা ভাতৃ আছে যিসকলে নিজৰ জীয়ৰী অথবা ভগ্নীয়ে কোনোবা ভাল পোৱাজনৰ লগত হলি-গলি কৰা বা মন দিয়া-নিয়া কৰাৰ উমান পালে খণ্ডত একো নাই হৈ উগ্ৰ শাসনত ৰাখিবলৈ বিচাৰে ।

বিহু গীতত আছে — 'হাবিত নাম গালো কঁকায়ে শুনিলে, পিতৃয়ে নিদিলে ঠাই, এদিন এৰাতি পীৰিতি কৰোঁতে মৰিছোঁ খাৰণি খাই ।' অকল এয়ে নহয় নাৰীৰ মনৰ খবৰ নলৈ এই সকলে শিশুপালৰ দৰে নিজ ইচ্ছামতে পছন্দৰ জোঁৱাই বিচাৰি দূৰলৈ বিয়া দিয়াৰো প্ৰস্তুতি চলায় । 'কাম চৰাইৰ ৰঙা ঠোঁট, তাতে দিলে সেন্দুৰ ফোঁট । পিতাদেউ ঐ দূৰলৈ নিদিবা মোক ।' আনফালে একে কাৰণতে বাগিচাৰ কোনো এক ককায়েকে দূৰলৈ জোৰকৈ বিয়া দিয়া ভনী ছোৱালীজনীয়ে স্বামীৰ ঘৰত দুখ-যন্ত্ৰণা সহ্য কৰিব নোৱাৰি পিতাকলৈ বতৰা পঠিয়াই উচুপিছে — 'নদী পাৰে বিহা দেল, বাপ-মাই মৰে গেল । কহি দিয়া ৰে পিয়া, বাপকে জৰুৰে । বড়ী দুখ-বিপদ হামাৰে ।'

প্ৰেমৰ ক্ষেত্ৰত প্ৰতি মুহূৰ্ত্তে এনেবোৰ বাধা-বিঘিনি, বিপদ-আপদ, সন্দেহ, প্ৰতিবন্ধক আদি চাহ বাগিচাৰ বহু ঝুমুৰীয়া ডেকাই আবেগ প্ৰৱন কাৰণত হতাশাৰ ভাববোৰ ঝুমইৰত প্ৰকাশ কৰে — 'মনে উঠে মনস্তাপ, দিব নাকি জল ঝাঁপ, ঝাঁপ দিলে ডুবিয়ে মৰিব । আৰ কি সংসাৰে দেখা পাব' । আনফালে গাঁৱৰ বিহুৱা ডেকায়ো তেনে হতাশাত ভাগি পৰি যম ৰজাই মাৰি নিনিয়ে বুলি বিহু গীতত বিননি জোৰে এই বুলি — 'জপা গৰকিলে জপাৰ বৰ কাপোৰ, দেহা গৰকিলে প্ৰেমে । সেই প্ৰেমৰ জালে, দেহা লালে-কালে মাৰিও নিনিয়ে যমে ।'

জীৱ দায়িনী জাগৰিত আশাক সাৰথি কৰিয়েই গাঁৱৰ কোনো এক বিহুৱা ডেকাই কোনো এক বিহুতলীত মৰমৰ চেনাইজনীৰ একীভূত মৰম পাবলৈ আশা পালি বহাগৰ বিহুটি অহালৈ বাট চাই প্ৰাকৃতিক জগতখনলৈ দৃষ্টি ৰাখি ভাৱত বিভোৰ হৈ চিঞৰি উঠে — 'ন পানী অহা নাই, নাহৰ ফুল ফুলা নাই, তগৰ ফুল ফুলিবৰ বতৰ । চেনাইৰে মৰমত ৰ'বকে নোৱাৰি, গৰকি ভাঙি যাওঁ যঁতৰ ।' সেইদৰে বাগিচাৰ ঝুমুৰীয়া ডেকায়ো মদনত পীড়িত হৈ প্ৰেমিকাৰ কলডিলীয়া খোপাটিত ফুল এপাহ গুজি দিবলৈ অধীৰ আগ্ৰহেৰে একেদৰেই অপেক্ষা কৰে ... 'পাহাৰে-পৰ্বতে লতা, ফুল ফুটে ঝাঁপা ঝাঁপা, কেমনে বান্ধিব তদেৰ খঁপা ডাল ভাঙ্গিয়ে হইল দশা ।' প্ৰেমিকাৰ মন-মোহিনী ৰূপ কল্পনা কৰিয়েই তেওঁ খাব নোৱৰা হয়, ভোক মৰি যায় । ঝুমইৰ গীতত কৈছে — 'আল ধানেৰ পাতল চিড়া, গামছা বান্ধা দহি গ' । খাবাৰ বেলা মনে পড়ে আমাৰ প্ৰাণেৰ সখী গ' । গাঁৱৰ বিহুৱা ডেকাবো বেমাৰ একেই । প্ৰেম-জ্বৰত ভুগি প্ৰেমিকালৈ মনত পৰি খোৱা বস্তুখিনি লৈ ভাবে — 'বকুল বৰা ধানৰ চিৰা খুন্দিছিলোঁ, ম'হৰে মকনা দৈ, খাবৰে বেলা তোলৈ মনত পৰে, থাকোঁ মই আগতে লৈ ।' ৰসঘন আৰু প্ৰেমঘন প্ৰাকৃতিক জগতখনৰ এনে আনন্দময় উচ্ছলিত ৰূপৰ জিলিঙনি দেখিয়েই চাহ জনগোষ্ঠীয় অসমীয়া বাইজে জাতীয় উৎসৱ বিহুৰ বিষয়ে নিজৰ দৃষ্টিভঙ্গী প্ৰকাশ কৰি সুন্দৰ আৰু সংহতিৰ ঝুমইৰ গীত সৃষ্টি কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে — 'আচাম দেশেৰ বৈচাগ বিহু, ঝুমুৰ চমান গ', সৃষ্টিৰ কথা আছে গাঁথা, দেখে লাগে ভাল গ' ।' ... বৈচাগ বিহু কৰম পৰৱৰ চমান গ' । ❑

# ক্ৰম বিৱৰ্তনত চাহ্ মজদুৰ নাৰী সমাজ

বৃটিছ যুগত ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা চাহ খেতিৰ কাম কৰিবলৈ অহা চাহ মজদুৰ জনগোষ্ঠীৰ গোটটোৱে বৰ্তমানে অসমৰ স্থায়ী বাসিন্দা হৈ জ্ঞাতে বা অজ্ঞাতে অসমৰ অসমীয়াত্ব আহৰণত ইন্ধন যোগাই আহিছে । সময়ে এই জনগোষ্ঠীক সামগ্ৰিক হিচাপে চাহ মজদুৰ বুলি নামকৰণ কৰিলেও এওঁলোকৰ মাজত গীত-মাত, ভাষা-দোৱান, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সমাজ-সংস্কৃতিৰ বিভিন্নতা থকাত প্ৰথম অৱস্থাত ভাব-ভাষা আদি বিনিময় কৰাত বহুতো অসুবিধাই দেখা দিছিল । কিন্তু শতাধিক বছৰ অসমত বসবাস কৰাৰ ফলত, সম্প্ৰতি মিশ্ৰিত চাহ মজদুৰ ভাষা গঢ় লৈ উঠি আগৰ আড়ষ্টতা নাইকিয়া কৰিলে । একে কাৰণতে এই সমাজত বিভিন্ন কৃষ্টি-সংস্কৃতিতো সংমিশ্ৰণ ঘটিছে ।

শিক্ষাৰ ক্ষেত্ৰত এই জনগোষ্ঠী অত্যন্ত পিছপৰা হ'লেও পুৰুষৰ তুলনাত নাৰীৰ শিক্ষাৰ গঢ় কল্পনাই কৰিব নোৱাৰি । যিটো যুগত জ্ঞান-বিজ্ঞানৰ প্ৰতিযোগিতাত বিশ্বজুৰি এটা আলোড়ন হ'বলৈ ধৰিছে তেনে ক্ষেত্ৰত এই সমাজত সন্তান জন্ম হোৱা মাত্ৰকে প্ৰশ্ন হয় পাত তোলা নে কোৰ মৰা বুলি (অৰ্থাৎ পাত ছিঙি জীৱননিৰ্বাহ কৰিবলৈ ছোৱালীৰ জন্ম হ'লনে কোৰ মাৰি জীৱননিৰ্বাহ কৰিবলৈ ল'ৰাৰ জন্ম হ'ল) । মনো জগতত এনে ভাৱৰ উদ্ৰেক থকা এই সমাজৰপৰা কম পৰিমাণৰ হ'লেও যি কিছুমান নাৰীয়ে শিক্ষা-দীক্ষা লৈ ওলাই আহিছে বা যিসকলে অসমীয়া সমাজৰ লগত নিবিড় সম্বন্ধ স্থাপন কৰিব পাৰিছে তেওঁলোকে পূৰ্বৰ পৰম্পৰাৰ বহুতো ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ বদলাই দি আধুনিক অসমীয়া সংস্কৃতিৰ বহু কথাই অনুসৰণ কৰা পৰিলক্ষিত হৈছে । এসময়ত চাহ বনুৱা তিৰোতাই ভৰিত পঁয়ৰী, ভৰিৰ আঙুলিত ঝুঁটীয়া, হাতত চুড়ি, বাহুত বাজু, ডিঙিত হাঁচলীমালা, সিকিমালা, মূৰত সীতাপটী, নাকত নাকফুল আৰু লুলুক, কাণত ঝুৰঝুৰী নাইবা কাণত-ৰকা আদি নাৰীসুলভ অলংকাৰ পিন্ধিছিল । সেইদৰে কিয়দংশই বংশৰ চিন স্বৰূপেই হওক বা জমিদাৰ শ্ৰেণীৰ লোলুপ দৃষ্টি পৰা ৰক্ষা পাবলৈ বিভিন্ন আঁক-বাঁক খদা বা গদানেৰে নিজা ৰূপ লুকুৱাই নিজৰ সতীত্ব ৰক্ষা কৰিবলৈকে হওক আবিয়ে ছোৱালীৰপৰা বৃদ্ধালৈকে হাত-ভৰি, নাক-কাণ, কপাল-গাল-থুতৰি আদিত ক'লা ৰঙৰ বিভিন্ন খদা (টাটু) অংকণ কৰাই লৈছিল । বিশ্বাস আছিল যে বিনা খদাৰ তিৰোতাই গৃহস্থৰ অমঙ্গল মাতে, পূৰ্ব পুৰুষৰ আত্মাই পানী নাপায় — সেয়ে অসতী ।

সি যি কি নহওক সময়ৰ বিৱৰ্তন আৰু নিতৌ অসমীয়া সমাজৰ ওচৰে-পাজৰে থাকি অসমীয়া জীয়ৰী-বোৱাৰীৰ আ-অলংকাৰ, সৌন্দৰ্য বা কেশভূষাৰ প্ৰতি আকৃষ্ট হৈ

তেওঁলোকৰ পুৰণি আ-অলংকাৰ খদা বা গদানী আদিৰ প্ৰতি নিস্পৃহ হৈ পৰি আধুনিক অসমীয়া ধৰণেৰে নিজক সজাই-পৰাই তুলিবলৈ চেষ্টা কৰিবলৈ ধৰে । অসমত প্ৰচলিত থকা ৰিহা, মেখেলা, চাদৰ আদি পৰিধান কৰি অসমীয়া প্ৰীতিৰ জ্বলন্ত চানেকি দাঙি ধৰিছে। এই সমাজত প্ৰচলিত বিয়াই-সবাহে সমবায় ভিত্তিক সিধা নি গৃহস্থক সকাহ দিয়া প্ৰথাটো আজিৰ চাহ মজদুৰ নাৰী সমাজে নিশ্চিহ্ন কৰি আনি হাতত টোপোলা নিয়াৰ অভ্যাস কৰিছে । প্ৰতীক চিন ল'লেও হালধি ৰঙত সম্পূৰ্ণৰূপে বোলোৱা শাৰী পিন্ধি বিয়াত নবহা হৈছে । পাৰিপাৰ্শ্বিক সমাজৰ প্ৰভাৱত পৰি এয়া নিশ্চয় প্ৰচলিত ৰীতিৰ সংস্কাৰ সাধন কৰিছে বুলি ক'ব পাৰি । চাহনিৰ কামৰ উপৰি অনেক সময়ত ঘৰখন নিয়াৰিকৈ চলাবলৈ গাঁৱে-ভূঞে, ভুঁইৰোৱা, ধানদোৱা, ঠিকাদাৰী কাম, মজুৰী কৰা আদি কাম কৰা কোনেও অনুভৱ নকৰিলেও পৰোক্ষভাৱে দেশৰ অৰ্থনীতিত সহায় আগবঢ়াইছে ।

দেবাৰী, সোমবাৰী, মংলী, বুধবাৰী, বীৰচী, শুকুৰমণি, শনিবাৰী আদি স্ত্ৰীসুলভ নামবোৰৰ পৰিবৰ্তে দীপিকা, চয়নিকা, মলিনা, বোধেশ্বৰী, সুৰমাই, চেনেহী আদিলৈ বিৱৰ্তন হোৱাটো অসমীয়া সমাজৰেই প্ৰভাৱ বুলি ক'বৰ যথেষ্ট থল আছে । খুব কম পৰিমাণে হ'লেও কিছু সংখ্যক বস্তী বা বাগান বিয়াৰ ৰভাতলীত ঝুমইৰ নাচ, খেমটা নাচ, টুচু নাচ, দমকচ নাচত অভ্যস্ত মজদুৰ ছোৱালীহঁতে দৰা-কন্যা নোবাওঁতে, আদৰোতে, জোৰা নাম পাওঁতে যেতিয়া ক'তো খতি-খুন নোহোৱাকৈ অসমীয়া বিয়া নামৰ জাউ বি তোলে, তেতিয়া এজন সঁচা সংস্কৃতিৰপ্ৰেমী অসমীয়াৰ অন্তৰত নিশ্চয় ভাতৃত্ব আৰু সংহতি ভাৱৰ উদ্ৰেক নোহোৱাকৈ নাথাকে । স্কুল-কলেজত পঢ়ি থকা বা পঢ়ি অহা চাহ মজদুৰ নাৰী সমাজে বিভিন্ন সভা-সমিতিত, সাংস্কৃতিক অনুষ্ঠানত, ভেৰাইটি শ্ব'ত যেতিয়া বৰগীত, বনগীত, বিহুগীত, লোকগীত, বিয়া নাম, আধুনিক গীত আদিত অংশ গ্ৰহণ কৰি ৰাইজক চমক লগায়, তেতিয়া বৃহত্তৰ স্বাৰ্থ চিন্তা কৰা এজন অসমীয়াৰ স্বৰ্গীয় বেজবৰুৱাদেৱে দি যোৱা 'সকলো আছিল সকলো আছে, নুশুনো নলওঁ গাম' — কবিতাৰ পংক্তিলৈ এবাৰলৈ হ'লেও মনত পৰে ।

মেহনতী জীৱনৰ সংখ্যাগৰিষ্ঠ অংশই বাৰ মাহ এটা নিৰ্দিষ্ট এলেকাত আৱদ্ধ হৈ থকাৰ বাবেই, বদ্ধ জলাশয়ত বিভিন্ন মাছ-পুথি থকাৰ দৰে, অনা মজদুৰ, চৌধুৰী, বৰপুজাৰীৰ দৰে লেখকসকলেও তেওঁলোকৰ ব্যক্তিগত, সমাজগত জীৱনত কিছু দুৰ দৃষ্টি নিক্ষেপ কৰি কৃতকাৰ্য হ'ব পাৰিছে । অসমৰ লেখক-লেখিকা তথা প্ৰকাশ মাধ্যমৰ অনুষ্ঠান আদিয়ে ইচ্ছা কৰিলে এই সমাজৰপৰা সাহিত্য-সংস্কৃতিৰ বহুতো সমল গোটাব পাৰিব বুলি বিশ্বাস কৰিব পাৰি । ❑

# চাহ বাগিচাৰ ধৰ্ম আৰু শৰণ-ভজন

ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা আহি অসমৰ চাহ বাগিচাসমূহত জীৱিকা নিৰ্বাহ কৰা লোকসকলক একেলগে চাহ মজদুৰ জনগোষ্ঠী বুলি অভিহিত কৰিলেও তেওঁলোকে পালন কৰি অহা ধৰ্মগত আৰু উপাসনা পদ্ধতিত বিভিন্ন অ-সামঞ্জস্য থকা পৰিলক্ষিত হয়। দৰাচলতে যিবোৰ জনগোষ্ঠীৰ পূৰ্বপুৰুষসকলে আদিম কালৰপৰাই হাবিয়ে-বননিয়ে, পৰ্বতে-পাহাৰে বাস কৰিছিল সিসকলৰ নাতি-পৰিনাতি সকলেহে আজিও জনজাতি হিচাপে পৰিচয় দিবলৈ বিচাৰে আৰু ফলস্বৰূপে প্ৰাক্-আৰ্যসকলে পালন কৰা ধৰ্মকেই এওঁলোকে যথা নিয়মে কম-বেছি পৰিমাণে পালন কৰি আহিছে। এক কথাত ক'বলৈ গ'লে এই সকল লোকে বিভিন্ন গছ-বিৰিখ, তৰু-লতা, পৰ্বত-পাহাৰ, হাবি-শিল, নানান ৰকমৰ জীৱ-জন্তু, চৰাই-চিৰিকতি, ভূত-প্ৰেত, ডাকিনী-যোগিনী আদিৰ উপৰিও নৈসৰ্গিক ক্ৰিয়াৰপৰা উপকাৰ পোৱা চন্দ্ৰ-সূৰ্য আদিক নিজ নিজ গোত্ৰ তথা ধৰ্ম বুলি ভাবি বিভিন্ন ধৰণে বলি-বিধানৰ দিহা কৰি, বিভিন্ন জীৱ-জন্তু আদিৰ মাংস ভক্ষণ কৰি পৰিতৃপ্তি পাই আহিছে। অকল এয়ে নহয় এওঁলোকে মৰণ ঘটাৰ পাছতো মৃতাত্মাবোৰ পৃথিৱীতেই নিজ নিজ বংশজসকলৰ আশে-পাশে ঘূৰি ফুৰি থাকে বুলি বিশ্বাস কৰি বিভিন্ন ক্ৰিয়া-কাণ্ডৰ দ্বাৰা পূজা-পাৰ্বন কৰি 'ছাঁহিৰ' অনা অৰ্থাৎ মৃতাত্মা ঘূৰাই অনা অনুষ্ঠান পালন কৰে। গোষ্ঠীভেদে ঘৰৰ বাহিৰত বা ভিতৰত মাটিৰ একোটা টিপ্ বনাই বা জয়াল যেন লগা ওখ গছ আদিত মৃতাত্মা স্থিত লাগক বুলি এওঁলোকে বিভিন্ন নীতি-নিয়ম পালন কৰা দেখা যায়। ইয়াতেই পূজাই-পাৰ্বনে, সকামে-নিকামে 'পানী-ঢলা' অনুষ্ঠান পালন কৰে। মৃতকৰ শৰীৰৰ বিভিন্ন হাড় আদি 'সাধনী' কৰিও বিভিন্ন ধৰণে যাদু-মন্ত্ৰ, কায়দা আদি কৰিবপৰা বেজ বা ওজা আদি লোকসকলেই এই জনগোষ্ঠীৰ থোৰতে পোৱা চিকিৎসক আৰু প্ৰত্যেকেই এনে তান্ত্ৰিক প্ৰথাত বিশ্বাসী। ক্ষতি সাধন কৰিব পৰা নানাৰকমৰ মহামাৰী ৰোগ, ৰ'দ-বৰষুণ, বতাহ-ধুমুহা আদিকো এওঁলোকে দেৱতা জ্ঞান কৰি বহু ধৰণে পূজা কৰি অহাও পৰিলক্ষিত হয়। সেয়েহে পণ্ডিতসকলে এনে জনজাতীয় লোকৰ ধৰ্ম ধাৰাক আত্মাবাদী জড় বা প্ৰকৃতিবাদী, বংগাবাদী, টোটেমবাদী আদিৰ বিভিন্ন ধাৰাত বিভক্ত কৰিছে বুলি জানিব পাৰি।

বৰ্ণাই অহা এনে ধৰ্মৰ গতি প্ৰবাহিত কৰি ৰখা তথাকথিত এই পঞ্চম বৰ্ণৰ জনগোষ্ঠীয় লোকসকলে বিশেষকৈ চাহ বাগিচাৰ অঞ্চলত আন আন পন্থীয় লোকৰ লগত

ওচৰা-ওচৰিকৈ সানমিলহি হিচাপে থাকিব লগা হোৱাত বহু ক্ষেত্ৰত এওঁলোকৰ পূৰ্ব পৰম্পৰাৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদি কিছু পৰিমাণে হ'লেও ব্যাহত হৈ পৰাৰ ফলস্বৰূপে এওঁলোকৰ অজ্ঞাতসাৰেই দৈনন্দিন জীৱন যাত্ৰাত আজো ককাসকলৰ দিনৰপৰা চলি অহা কৰ্ম-কাণ্ডৰ কিছু অৱলুপ্তি ঘটিছে । জনজাতীয় ভাব-ধাৰাৰ ধৰ্মীয় মাৰ্গত থাকিলেও আজিৰ যুগে বিচৰা ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক, শৈক্ষিক আদি বিষয়ৰ বিৱৰ্তনৰ যোগেদি এওঁলোকে সামাজিক নিম্নতা বা সামাজিক দৈন্যতাৰ দেওনা পাৰ হ'বলৈ চেষ্টা কৰি অহৰহ ওচৰতে পোৱা হিন্দুৰ বিভিন্ন আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি আদিক আকোঁৱালি লৈ নিজস্ব মৰ্যাদাৰ উন্নতি কৰিবলৈ আগ্ৰহী হৈ পৰিছে ।

জনজাতীয় চাহ মজদুৰসকলৰ বাহিৰেও অ-জনজাতি চাহ মজদুৰসকলৰ মাজত ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ, বৈশ্য এই চাৰি বৰ্গৰ লোকো যথেষ্ট পৰিমাণে আমদানি হৈ আহিছে যদিও বিশেষকৈ এওঁলোকৰ মাজত নিম্ন বৰ্ণৰ হিন্দুৰ সংখ্যাই সৰ্বাধিক বুলি ক'ব পৰা যায় । এই সকলৰ ভিতৰত উচ্চ বৰ্গ বুলি পৰিচয় দিয়া সকলে দৈনন্দিন জীৱনৰ সকলো লাগতিয়াল কৰ্ম-কাণ্ডতেই শাস্ত্ৰীয় নীতি আদি মানি চলিলেও নিম্নসকল লৌকিক প্ৰভাৱৰ বিভিন্ন আচাৰ-ব্যৱহাৰৰ দ্বাৰা পৰিচালিত হয় । সেয়েহে জনজাতি সকলৰ কৰ্মকাণ্ডৰ লগত এই নিম্ন শ্ৰেণীৰ হিন্দুসকলৰ ধৰ্ম-উপাসনাৰ পদ্ধতি আদি কম-বেছি পৰিমাণে প্ৰায় একে পৰ্যায়ৰ হোৱা হেতুকেই সামাজিক ধৰণে মিলা-মিচা কৰাৰ অপ্ৰিয় বাধা-বিঘিনি ৰবকৈ দৃষ্টিগোচৰ নহয় । সি যিয়েই নহওক উচ্চ বৰ্ণীয়সকলে হিন্দু ধৰ্মৰ বিভিন্ন দেশৰ মূল পৰম্পৰা তথা লৌকিকতাক আশ্ৰয় কৰি প্ৰায়বোৰ কৰ্ম-কাণ্ডই আগবঢ়া সমাজৰ সৈতে একে হোৱা হেতুকেই আলোচনাৰ পৰিসৰ বাহুল্য নকৰি শৰণ-ভজন আদিৰ দিশটোৰ কথাই মাত্ৰ পাঠক বৰ্গক জনোৱাটো উচিত বুলি বিবেচনা কৰা হ'ল ।

হিন্দু ধৰ্মৰ দৰ্শন মতে গুৰুৰ ওচৰত শৰণ-ভজন বা দীক্ষা-লোৱাটো এটা গূঢ় অথচ তাত্ত্বিক বিষয় । এনে পৰম্পৰা থকাৰ ফলতেই অসমীয়া সমাজেও বিভিন্ন সত্ৰ আদিলৈ গৈ অধিকাৰ প্ৰভুসকলৰপৰা সানুনয়ে দীক্ষা গ্ৰহণ কৰে । ইয়াৰ পৰিপ্ৰেক্ষিততে চাহ মজদুৰ সমাজত তেনে নিয়ম দেখা নাযায় বৰং গুৰুবেহে শিষ্যৰ ওচৰলৈ আহি দীক্ষা দিবলৈ ব্যতিব্যস্ত কৰি তোলাটো অত্যন্ত দুখজনক বুলি স্ব-অভিজ্ঞতাৰে ক'ব পাৰি । কোৱা বাহুল্য এই গুৰু গিৰি কৰা লোকসকলৰ প্ৰকৃত গুৰি গোষ্ঠী সম্বন্ধে কোনো শিষ্য-প্ৰশিষ্য আদিয়ে জানিবৰ কোনো উপায় নাই ।

আগতেই উল্লেখ কৰি অহা হৈছে যে চাহ মজদুৰসকল ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা আহিব লগা হৈছিল । অতীজত অহা এই 'খবৰটো' এই সকল জনগোষ্ঠীৰ তেজৰ সম্বন্ধ থকা পূৰ্ব ঠাইৰ জ্ঞাতি-কুটুম্বসকলে কেতিয়াবাই হয়তো পাহৰি পেলালে আৰু যোগাযোগৰ অবিহনে এওঁলোকৰো তেওঁলোকৰ লগত কেতিয়াবাই সম্বন্ধৰ বিচ্ছেদো ঘটিল । কিন্তু তাহানিয়েই অহা এই সকল বনুৱাৰ 'আমদানি' সূত্ৰটোক অৱলম্বন কৰি উত্তৰ প্ৰদেশ, বিহাৰ,

উৰিষ্যা আদিৰপৰা নিজকে ব্ৰাহ্মণ বুলি পৰিচয় দি এক শ্ৰেণীৰ সুবিধাবাদীয়ে এই মজদুৰসকলৰ 'গুৰুবাপ' হৈ প্ৰতি বছৰে গধুৰ হিচাপে কৰ-কাঁটল আদায় কৰিয়েই আছে। এই 'গুৰুবাপ' সকলৰ প্ৰধান কাম হৈছে 'চেলা বনোৱা। এওঁএলোকৰ প্ৰধান বুজনিয়েই হ'ল — অ-শৰণীয়াসকলৰ কোনো কালেই মুক্তি নাই। এই লোকসকলে পূণ্যৰ বাবে যিমানেই দান-ধৰ্ম আদি নকৰক লাগে মৰণ প্ৰাপ্তিৰ পাছত মৃতকৰ আত্মাই বৈতৰণী পাৰ হ'ব নোৱাৰি এই পৃথিৱীতেই ধূলি-বালি খাই হেনো অশেষ নিৰ্যাতন ভুগিবলগীয়া হয় ইত্যাদি ইত্যাদি। শাস্ত্ৰ ব্যাখ্যাৰ এনে ধৰণে নানান দায়-দোহাই দিয়াৰ লগে লগে 'তেঁড়া-বেঁকা' নজনা শিষ্য এজনে পৰজন্মৰ অপায়-অমঙ্গলৰপৰা মুক্তি পাবলৈ অনাহুত গুৰুৰ যুক্তিত 'হঁা' কৰি দিয়ে। বচ্, ফলস্বৰূপে পিছদিনাই চেলাই নুবুজা ভাষাৰে মন্ত্ৰ পাঠ কৰি গুৰুৱে তিনিবাৰকৈ চেলাৰ কাণ ফুৰাই দি মন্ত্ৰ দিয়ে — ইয়াৰ পাছতে দিয়ে কেইটামান উপদেশ। অৱশ্যে 'কাণ-ফুকা' অনুষ্ঠানৰ বেলিকা চেলাজনে ব্ৰতে উপবাসে থাকি (সাধাৰণতে ৰাতিপুৱা ভাগত) ন-বস্ত্ৰ পৰিধান কৰি গুৰুৱে মাটিত সজাই তোলা আল্পনা বেদীত বহাৰ লগে লগে ধুপ-ধুনা পুৰি শংখ ধ্বনি কৰাৰ অন্তত মন্ত্ৰ শ্ৰৱণ কৰায়। মন্ত্ৰবোৰ পুৰুষ ভাষাৰে ক'বলৈ গ'লে বিষ্ণু মন্ত্ৰও হ'ব পাৰে, গায়ত্ৰী মন্ত্ৰও হ'ব পাৰে বা শিৱ মন্ত্ৰও হ'ব পাৰে। তথাপিও তেওঁলোকক সুধি-পুছি জনামতে সৰ্বসাধাৰণ চেলাক সাধাৰণতে শিৱ মন্ত্ৰহে দিয়া হয় — কাৰণ এওঁবিলাকৰ বেছিভাগেই শক্তি পূৰণৰ পক্ষপাতী ব্ৰহ্মা মন্ত্ৰ বা গায়ত্ৰী মন্ত্ৰ দিবলৈ কোনো বাধা নাই যদিও প্ৰায়বোৰ চেলাই যেতিয়া ইন্দ্ৰিয় দমনত বিশেষভাৱে অভ্যস্ত নহয় সেয়েহে তেনে মন্ত্ৰ লৈ নিষ্ঠা সহকাৰে যথাৰকমে পালিব নোৱাৰিলে চেলাজনৰ হেনো বহু ৰকমে ক্ষতি হ'বৰ সম্ভাৱনা থাকে। শিৱ যিহেতু অলপতে সন্তুষ্ট হয় আৰু শিৱ মন্ত্ৰ পালনৰ বেলিকাও বৰ বেছি কঠোৰ নীতি মানিব নেলাগে, সেয়েহে সৰ্বসাধাৰণৰ বেলিকা শিৱমন্ত্ৰ প্ৰদান কৰা হয় বুলি তেওঁলোকে ক'ব খোজে। কিন্তু বৰ আচৰিত কথা যে এই গোষ্ঠীয় লোকৰ শিক্ষা-দীক্ষা বা জীৱন-নিৰ্বাহ কৰাৰ মান আদিৰ ক্ষেত্ৰত বিভিন্ন দৈন্যতা দেখিও এনে গুৰুসকলে ধৰ্মৰ দোহাই দি সাত-আঠ বছৰীয়া ল'ৰা-ছোৱালীকে আদি কৰি ডেকা-ভঙুৱাকো সামৰি পঞ্চাশ-ষাঠি বছৰীয়া বুঢ়া-বুঢ়ী আদি সকলোকে মন্ত্ৰ দি বৈতৰণী পাৰ কৰাবলৈ বিচাৰে।

আটাইতকৈ পৰিতাপৰ কথা যে, যি সকলৰ কাণত এনে মন্ত্ৰ দিয়া হয় তেওঁলোকক এই বিষয়ে সুধি-পুছি জানিবলৈ বিচাৰিলে — 'জানো! বিৰবিৰকৈ কি ক'লে বুজি নাপালোঁ' বুলিহে উত্তৰ পোৱা যায়। সি যি কি নহওক যি দিনাই এজনে এওঁলোকৰ ওচৰত চেলা বনে সেইদিন ধৰি পুৰুষানুক্ৰমে গুৰুজনাক 'গুৰুবাপ' বুলি আৰু গুৰুবাপৰ অবিহনে তেওঁৰ পুত্ৰ পৌত্ৰাদিক 'গুৰুভাই' বুলি প্ৰতি বছৰে কৰ-কাঁটল আদায় দিয়া নিয়ম। গো-দান, অন্নদান, বস্ত্ৰ দান, সোণ-ৰূপ, কাঁহ-পিতল আদিৰ বাচন-বৰ্তন দান বা তাৰ মূল্য, ছাতি-লাঠি, জোতা আদিৰ লগতে কড়াই-ক্ৰান্তিয়ে দক্ষিণাও আদায় দিয়া নিয়ম। অকল এয়েই নহয় বহুতো 'গুৰুবাপে' 'গুৰুমাইৰ' বাবেও অন্নদান, বস্ত্ৰ দান আদি আদায় কৰা দেখা যায়।

বছৰতে সময়ত কোনোবা এজন চেলাৰ গুৰু মাননি আদি দিবলৈ ধন-পইছাৰ অভাৱ ঘটিলেও গুৰু বিমুখ কৰা যেন জ্ঞান কৰি ধাৰ ঋণ বা বস্তু-বেহানি আদি বন্ধক দিও দক্ষিণা আদায় দিয়া দেখা যায় । কম পক্ষেও বছৰত এবাৰকৈ এওঁলোকে চেলাসকলৰ অঞ্চললৈ আহিলে গুৰুৱে শিৱিৰ পতা ঘৰলৈ প্ৰতিঘৰ চেলাৰপৰা একোটি সিধা পৌছাব লগা হয় । গুৰু পদূলি মুখত স্থিত হ'লেই চেলাজনে গুৰুৰ পদ প্ৰক্ষালন কৰা পানীখিনি পবিত্ৰ জ্ঞান কৰি ঘৰৰ ছালত ছটিয়াই দিয়া পৰিলক্ষিত হয় । যি কেইদিন গুৰুৰ চেলাৰ ঘৰত থাকিব লগা হয় সেইকেইদিন তেওঁৰ কাপোৰ-কানি, বাচন-বৰ্তন আদি ধোৱা-পখলা কৰি খৰি-খেৰ গোটোৱাকে আদি কৰি চৌকা আদি লিপা-মোচা কৰা আদি সকলো কৰ্ম নিয়াৰিকৈ সম্পন্ন কৰিব লাগে । তাতেই 'দেৰা' কৰি গুৰুৱে আন আন চেলাৰ ঘৰলৈ গৈ কৰ-কাঁটল আদায় কৰা দেখা যায় । এই সময়ছোৱাত কাৰোবাৰ যদি পূজা-পাৰ্বন, সকাম-নিকাম আদি কৰাবৰ ইচ্ছা থাকে তেনেহ'লে ওপৰঞ্চি জাননী দিলে গুৰুৱে সকলোখিনি কাৰ্য সমাধা কৰি দিয়ে । ইয়াৰ উপৰি নজৰত পৰিলে আন আন ঠাইৰ অৱস্থাপন্ন অনা শিষ্যৰ ঘৰলৈ গৈও সিধা পাতি, পা-পইছা তোলা দেখা যায় । এইদৰে তুলি পোৱা সকলোখিনি বস্তু-বেহানি, ৰচদ-পাতি আদি যাৱতীয় সম্ভাৰখিনি ইচ্ছুক চেলাসকলকেই বা স্থানীয় দোকান-পোহাৰ আদিত বিক্ৰী কৰি দি নগদ ধন লোৱা দেখা যায় । এনেদৰে আয়াসতে পোৱা নগদ ধন বা অন্যান্য পিন্ধন-উৰণ সম্বন্ধীয় বস্তু-সম্ভাৰ প্ৰতি সপ্তাহ বা পষেকৰ অন্তত নিজ দেশলৈ মণি অৰ্ডাৰ আৰু পাৰ্চেল পঠোৱা দেখিলে সেইসকলৰ নৈমিত্তিক কৰ্মৰ পৰিচয় পাব পাৰি । কোনোমতে ঘেঁহাই ঘেঁহাই বগলীঠেঙীয়া আখৰ লিখিব জনা এই সজ্জন গুৰুবাপৰ সংশ্ৰৱলৈ আহি বহুবাৰ ইংৰাজী ফৰ্মৰ কথাখিনি পূৰ কৰা আৰু ইংৰাজীৰে বিভিন্ন ঠাইৰ ঠিকনা লিখাৰ সৌভাগ্য হোৱাত বিনা কষ্টত ঘটি 'দশলৈ' পঠোৱা এনে ধন-বিতৰ হিচাপৰ কথা অনা-মজদুৰ সকলৰ কথা বাদেই, কোনো বাতৰি বা হিচাপ-নিকাচ দাঙি ধৰিব জনা সাংবাদিক বা পৰিসংখ্যা বিভাগটো গণ্ডীৰ বাহিৰ বুলিয়েই অনুভৱ হয় ।

যিয়েই নহওক 'কাণ-ফুকা'ৰ পাছতে চেলাসকলক কাণে কাণে দিয়া কেইটামান উপদেশ (সাধাৰণতে কাকো নক'বলৈ সকীয়াই দিয়ে) চেলাসকলক গোপনভাৱে প্ৰদান কৰা হয় । এনে গোপনীয়তা 'ফাঁচ' কৰি দিয়া কেইজনমান শিষ্যৰ মুখামুখি হৈ জানিবলৈ পোৱা উপদেশ কিছুমান প্ৰায়েই এনেধৰণৰ ঃ যেনে, গুৰু তোমাৰ ঘৰলৈ অহা দেখিলে আগবাঢ়ি গৈ আদৰি আনিবা, গুৰুৱে 'দেৰা' ভাঙি যাবলৈ ওলালে কিছু দূৰ আগবঢ়াই থৈ আহিবা, গুৰুৰ সমানে আসনত নবহিবা, লট্‌লটী গছৰ (সোণবৰণীয়া) ঠাৰিৰে দাঁতোন নকৰিবা, উত্তৰফালে মুখ কৰি প্ৰস্ৰাৱ নকৰিবা, পূবফালে মুখ কৰি শৌচাচাৰ নকৰিবা, পূবফালে বা দক্ষিণ ফালে মুখ কৰি দাতোন কৰিবা, গা-পা, হাত-মুখ ধোৱাৰ অন্তত সূৰ্য দেৱতাক প্ৰণাম জনাবা, কোনোবাক গৰৈ মাছ নেখাবা, কোনোবাক পুঠি মাছ নেখাবা, কাৰোবাক মচুৰ দাইল নাখাবা ইত্যাদি উপদেশৰ দ্বাৰা গুৰুৰ 'মাৰ্জিমতন' ভাৱহে প্ৰকাশ পায়

বুলি ক'ব পাৰি । চেলাসকলেও 'গুৰুমুখৰ' এনে বাক্য আখৰে আখৰে পালন কৰিবলৈ কোনো দিনেই কৃপণালি কৰা যেন দৃষ্টিগোচৰ নহয় । ন কৈ নোৱাৰি, গুৰুসকলে কস্মিনকালেও চেলাসকলৰ দুখ-দুৰ্গতি, অভাৱ-অনাটন আদিৰ কথা হৃদয়ঙ্গম কৰাৰ চেষ্টা নকৰাৰ ওপৰি আজিৰ সমাজে নিবিচাৰে, কিন্তু চেলাসকলে তেওঁলোকৰ জ্ঞাতে বা অজ্ঞাতসাৰেই ক্ষতিকাৰক বহু বদ অভ্যাস তথা বদ কৰ্ম-কাণ্ডত লিপ্ত হৈ পৰা জানিও মুখেৰে 'টু' শব্দৰেও মানা কৰাৰ দৰকাৰবোধ কৰা দেখা নাযায় । এনে অপকৰ্মৰ (?) বিষয়ে বহু সময়ত শিক্ষিত সমাজে বিধি-পথালি দিবলৈ চেষ্টা কৰিলেও অতিপাত ধৰ্মৰ ভাৱত বিভোৰ হৈ থকা চেলাসকলৰ অন্তৰত আঘাত হয় বুলিয়েই বহুতো সময়ত নিমাতে থাকিবলগীয়াও হয় । এক কথাত ক'বলৈ গ'লে এই 'গুৰু বনি লোৱা' ব্যক্তিসকলে শিক্ষাৰ পোহৰ নপৰা মজদুৰ শ্ৰেণীৰ মাজত ধৰ্মীয় কথাৰ ওলট-পালট যুক্তিৰে ফুলজাৰি মাৰি শোষণ কৰাৰ থলীহে মাথোন উলিয়াই লৈছে বুলি ক'ব পাৰি ।

এই খিনিতে পূৰ্ব কথাৰ জেৰ টানি পুনৰ উল্লেখ কৰা প্ৰয়োজন যে এই মজদুৰ গোষ্ঠীয় লোকসকলৰ সৰহ সংখ্যকেই বাগিচা অঞ্চলত বসবাস কৰিলেও বহুতো ঠাইত বস্তী বা গাঁও পাতিও বসবাস কৰিবলৈ লৈছে । গাঁৱৰ কিনাৰত বাস কৰিবলৈ লোৱা এনে সকলৰ বহুতে অসমৰ ধৰ্মত আকৃষ্ট হৈ সত্ৰীয়া সংঘ, শংকৰ সংঘ আদিৰ সেৱক তথা শিক্ষাৰ পোহৰেৰে উদ্ভাসিত হৈ বহু পৰিমাণে তেওঁলোকৰ মাজত থকা বদ্ অভ্যাসসমূহ বিতাৰণ কৰিব পাৰিছে । কিছুমান বাগিচাত অনুকূল ঠাকুৰৰ শিষ্যৰ সংখ্যাও যথেষ্ট বাঢ়িছে। কিছু কিছু বাগিচাত দুই-এক সংস্কৃতি প্ৰেমী ব্যক্তিৰ সজ প্ৰচেষ্টাতো অসমৰ মহাপুৰুষীয়া ধৰ্মই আদৰণীয় স্থান লাভ কৰিব পাৰিছে । কিছুমানত আকৌ মজদুৰসকলে নিজ ইচ্ছামতেই বিভিন্ন শক্তিৰ পূজাত আগ্ৰহী হৈ পৰি বিভিন্ন ধৰণৰ পূজা-পাৰ্বন প্ৰচলিত কৰিবলৈ ধৰিছে।

যোৰহাটৰ আশে-পাশে থকা হাতীগড়, চিনামৰা, বাঘধৰা, মুৰমুৰীয়া, গ্ৰীনভিউ, চৈকটা, ঢেকীয়াজুলি আদি বাগিচাসমূহত এসময়ত বনুৱা সমাজৰ কিয়দংশই বৈষ্ণৱ আদৰ্শৰে শৰণ-ভজন লৈ নামঘৰ আদি নিৰ্মাণ কৰি (হাতীগড়ত অদ্যাপিও নামঘৰ বিদ্যমান) নাম-কীৰ্ত্তন, নাট-ভাওনা কৰি বাগানীয়া পৰিবেশ বহুলাংশে বদলাই পেলাব পাৰিছিল বুলি আজিও স্মৃতি ৰোমন্থন কৰিব পাৰি । অৱশ্যে তেনে পৰিবেশৰ বেঙুণি ক্ষীণকৈ হ'লেও উক্ত বাগিচা কেইখনত আজিও চলি থাকিব পৰাটো এটা লক্ষ্য কৰিবলগীয়া বিষয়। বৰ্ণিত বাগিচাকেইখনত এনে পৰিবেশ আনি দিব পৰাৰ মূলতেই আছিল বনুৱাৰ মাজত 'ভূঞা চায়ব' বুলি অতিকৈ প্ৰিয়পাত্ৰ হৈ পৰা অসমৰ সুনামধন্য সংস্কৃতিপ্ৰেমী, সাহিত্যিক স্বৰ্গীয় নকুল চন্দ্ৰ ভূএঞা । যোৰহাট ক্লাব ৰোডৰ স্বৰ্গীয় নন্দনাথ ফুকন, স্বৰ্গীয় জগন্নাথ শৰ্মা, বালিগাঁৱৰ নন্দনাথ শৰ্মা, কেন্দুগুৰিৰ স্বৰ্গীয় লব বাজখোৱা, কাছগাড়ালৰ পূৰ্ণ বৰা, কৰঙাৰ স্বৰ্গীয় কমল চন্দ্ৰ গোস্বামী, হাতীগড় বাগিচাৰ শ্ৰমিকৰ ৰবচৰ্দাৰ স্বৰ্গীয় নবচিং তাছা আদিৰ দৰে ব্যক্তিত্বপূৰ্ণ লোকসকল । সাম্প্ৰতিক কালত বাগানসমূহত এখেতসকলৰ দৰে সংস্কৃতিপ্ৰেমী

ব্যক্তিত্বসম্পন্ন লোকৰ অভাৱ বাৰুকৈয়ে ঘটিছে বুলি দৃঢ়ভাৱে ক'ব পাৰি । অৱশ্যে তিনিচুকীয়া, মাৰ্ঘেৰিটা, ডিগবৈ আদি চহৰৰ আশে-পাশে কিছু কিছু বাগিচাত দুই-এক ব্যক্তিয়ে মজদুৰসকলৰ মাজত নৈতিক কৰ্মকাণ্ড প্ৰচাৰত ব্ৰতী হৈ পৰিছে বুলি শুনা কথাটো যদি সত্য হয় তেন্তে এনে কাৰ্যক আন্তৰিক অভিবাদন জনাবই লাগিব ।

সি যি কি নহওক এই কথা অনস্বীকাৰ্য যে বাগিচা অঞ্চলত জড়বাদী আৰু কিছু ধৰ্মীয় সকলৰ সংখ্যা গৰিষ্ঠতা থাকিলেও খ্ৰীষ্টান আৰু ইছলাম ধৰ্মীয় লোকৰ সংখ্যাও ন্যূনতম বুলি ক'ব নোৱাৰি । এওঁলোকৰ বেছিভাগেই জড়বাদী আৰু নিম্ন হিন্দুৰপৰা ধৰ্মান্তৰ হোৱা বুলি জনা যায় । ইয়াৰ কাৰণ হিচাপে দেখুৱাবলৈ গ'লে এওঁলোকৰ মাজত ব্যাপক হৈ পৰা নিৰক্ষৰতা গুচাই শিক্ষা-দীক্ষা আদি ল'বলৈ সুবিধা দি দৰিদ্ৰতা গুচাবলৈ ধন-পইছাকে আদি কৰি সম্ভৱ স্থলত মাটি-ভেটি আদি লোৱাত সুবিধা দি, ৰোগ-বেমাৰ আদিত যাৱতীয় পথ্য আৰু চিকিৎসা লোৱাৰ সুবিধা দি বিভিন্ন শাৰীৰিক কাম-কাজৰ কঠিন শাসনত শিথিলতা আনি, খ্ৰীষ্টান ধৰ্মৰ প্ৰতি আকৃষ্ট কৰি তুলিছিল বুলি বুঢ়াসকলে ক'ব খোজে । কিন্তু পাদুৰীসকলে সাত সাগৰ তেৰনদী পাৰ হৈ আহি সকলো ক্ষেত্ৰতে নিৰ্বিবাদে 'ধৰম-বেচি' ফুৰিবলৈ সুবিধা পালেও কিছু কিছু ঠাইত উগ্ৰপন্থী কিছু বনুৱাসকলে কিদৰে ধেনু-কাঁড় (তীৰ বা তৰোৱাল) লৈ বাধা দিয়াৰ চেষ্টা কৰিছিল আৰু 'গেৰুৱা' সকল কিদৰে নিজৰ জীৱন বচাবলৈ বায়ুবেগে পলাই যাবলগীয়া হৈছিল তাৰে এটি বৰ্ণনা ঝুমুৰ গীতত এই দৰে চিত্ৰিত হৈ আছে — 'ছটমট গেৰুৱা — ধৰম বেচায় খাইৰে । মাৰ-দেব তৰোৱাল লাগাইৰে । কা তহি মাৰৱে, কা তহি বিন্ধৱে । উড় যাব পৱন সমালৰে । 'তথাপিও এই কথা নকৈ নেৱাৰি যে হিন্দু ধৰ্মৰ উচ্চ ধৰ্মীয়সকলৰ মাজত মাত্ৰাধিক্য গোড়ামী থকাৰ ফলতেই নিম্ন বৰ্ণ বুলি চিহ্নিত হৈ পৰা এই মজদুৰ গোষ্ঠীৰ কিয়দংশই কিয় আন আন গৰীব শ্ৰেণীৰ লোকসকলেও জীৱনৰ প্ৰতিটো খোজতে লাঞ্ছিত আৰু অৱহেলিত হৈ মনৰ দুখত অন্য ধৰ্মত দীক্ষিত হৈ পৰিল বুলি কোৱাৰ যথেষ্ট যুক্তি আছে । কিন্তু যদিওবা এই লোকসকলৰ মাজত দীক্ষান্তৰ ঘটিছে তথাপিও বহু ক্ষেত্ৰত এওঁলোকে পুৰণি ভাৱ-ধাৰাৰ ধৰ্মীয় পন্থা যথাৰ্থৰূপে নিৰহ-নিপানীকৈ বাদ দিব নোৱৰাৰা উপৰি ঔদ্যোগিক গোটৰ শ্ৰমিক হোৱাৰ ফলতেই এক পক্ষে দৈনন্দিন কৰ্মকাণ্ড থকা-মেলা উৎসৱ অনুষ্ঠান আদি সকলো ক্ষেত্ৰতে সহায়-সাহচৰ্য ঘটিছে আৰু ফলস্বৰূপে মানৱীয় গুণৰ ভাতৃ ভাৱৰ বান্ধ অধিক ধৰণেই কটকটীয়া হৈ পৰিছে । ❑

# অসমৰ জাতীয় স্বাৰ্থ আৰু চাহ মজদুৰ

বৰ্তমান অসমৰ চুকে-কোণে বিদেশী লোক বহিষ্কাৰ কৰি অসমৰ স্বদেশী নাগৰিকৰ ভোটেৰে নিৰ্বাচন পাতিব লাগে বুলি যি জোৰদাৰ আৰু সবল আন্দোলন চলিছে তাত ভাষা-ধৰ্ম, সংস্কৃতিৰ ভিন্নতা পাহৰি অসমক মাতৃভূমি হিচাপে আঁকোৱালি লোৱা প্ৰতিটো জনগোষ্ঠীৰ প্ৰতিজন সৰু-বৰ ব্যক্তিৰ সমৰ্থনেৰে সুপ্ত-অসমৰ অলৌকিক মায়াবিনী শক্তিক জাগ্ৰত কৰি তুলিছে। অসমৰ কেওকাষে জাগৰণ তুলিবপৰা এই আন্দোলন ভাৰতৰ আন আন ঠাই তথা অভাৰতীয় অঞ্চল বিশেষত হেন্দোলনি তোলাৰ লগে লগে কিছুমান ন্যস্ত স্বাৰ্থৰ লোকে ইয়াক বিশেষভাৱে ল'ব নোৱাৰি, অসাৰ্থকতা প্ৰমাণ কৰিবৰ হেতু বহু ধৰণৰ অবাঞ্চিত পথো বাছি লৈছে বুলি জনাজাত হৈ পৰিছে। এই ক্ষেত্ৰত নগৰ-চহৰৰ বহু নিলগত থকা যুগোপযোগী খা-খবৰ সময়মতে পোৱাত সুবিধা নথকা বাগিচা অঞ্চল বিলাকৰ কিছু কিছু ঠাইত এনে লোকসকল সোমাই পৰি দুই-এটি বিক্ষিপ্ত ঘটনাৰ সূত্ৰপাত কৰিছে।

অসমৰ এক বৃহৎ জনগোষ্ঠী বুলি খ্যাত ৭০ লাখ জনসংখ্যাৰে পুষ্ট চাহ মজদুৰ সমাজখন আজিৰপৰা দেৰশ বছৰৰ আগতেই অসমলৈ নিগাজিকৈ আহি বৰ্তমান হাজাৰ বছৰীয়া বিবৰ্তনৰ মাধ্যমত গঢ়ি উঠা অসমীয়া জাতিৰ মূল সত্বাত স্তৰে স্তৰে মিলি যাবলৈকে গতি কৰিব লাগিছে। কিন্তু নানান সংঘাতপূৰ্ণ অৱস্থাৰ বাবে এই সমাজত নিৰক্ষৰ লোকৰ সংখ্যা যথেষ্ট থকা হেতু নানান ধৰণৰ ছলাহী, মিছা কথা আৰু মিছা যুক্তিৰে ইসকলৰ আগত বহিৰাগত শব্দটিৰ বিকৃত ব্যাখ্যা দাঙি ধৰি বিভ্ৰান্ত কৰি তুলিছে যেন অনুমান হৈছে। অৱশ্যে এই ক্ষেত্ৰত স্বদেশী শ্লোগান দিবলৈ গৈ ক্ষুদ্ৰাতিক্ষুদ্ৰ একাংশই কিছু কিছু ঠাইত জধে-মধে যা-তা শ্লোগান দিয়া হেতু মজদুৰ সমাজৰ নিৰক্ষৰ বহু লোকৰ মনত অহেতুক খেলি-মেলিৰ সৃষ্টি কৰাটোক কোনোপধ্যেই অস্বীকাৰ কৰিব নোৱাৰি। সকলো ঠাইতে সামৰ্থসূচক শ্লোগান হোৱা হ'লে বিভেদকামী শক্তিবোৰে তিলটোকে তাল কৰা সুবিধা নেপালেহেঁতেন বুলিও দৃঢ় ভাৱে ক'ব পাৰি।

যিয়েই নহওক এই গণ আন্দোলন যে অবাধ গতিত অসমত প্ৰৱেশ কৰা নেপাল, বাংলাদেশ আদিৰপৰা অহা বিদেশীসকল আৰু অসমক আপোন বুলি ভাবিব নোৱৰা অথচ পৰিকল্পিতভাৱে বিভিন্ন দিশত হেঁচা দি অসমৰ ভাষা, ধৰ্ম, সংস্কৃতি আৰু অৰ্থনীতিৰ উন্নতি নষ্ট কৰিবলৈকে পিছ দুবাৰেদি প্ৰৱেশ কৰা সকলৰ বাবেইহে চলোৱা

হৈছে — এই কথা প্ৰতিজন জনা-বুজা লোক তথা অসমৰ উন্নয়নকামী অনুষ্ঠান-প্ৰতিষ্ঠান আদিয়ে নিজ নিজ অঞ্চলৰ নিৰক্ষৰ লোক সকলক বুজাই দিলেহে অসমীয়াৰ লক্ষ্য পূৰণত সহায়ক হ'ব । ইতিমধ্যে বহুতো ঠাইত এনে কাৰ্য সমাধা হোৱাৰ বাবে আচল কথা বুজি উঠি স্বতঃস্ফূৰ্তভাৱে মজদুৰসকলেও এই অহিংস আন্দোলনত ভাগ লোৱা দেখা গৈছে ।

বৰ্তমানৰ সন্ধিক্ষণত অসমৰ বিভিন্ন দিশৰপৰা মজদুৰসকলৰ প্ৰতি আহ্বান আহি এই জনগোষ্ঠী যে অসমৰ অবিচ্ছেদ্য অংশ বুলি প্ৰচাৰ কৰিছে তাৰ প্ৰতি মজদুৰ সমাজৰ শিক্ষিতসকলে আন্তৰিক স্বাগত জনাইছে । চাহ বাগিচাত বিভিন্ন সেৱা কৰ্মৰত থকা বিভিন্ন শ্ৰমিক সংঘ, নেতৃবৃন্দ আৰু চাহ মজদুৰ জনজাতি ছাত্ৰ সন্থা আদিয়ে মেল-মিটিং কৰি মজদুৰসকল যাতে অসমৰ থলুৱা সামাজিক বাতাবৰণৰ বিপক্ষে পৰিচালিত নহয় তাৰ বাবে সকীয়াই দি সুস্থ পৰিৱেশ গঢ়ি তোলাত অসম প্ৰীতিৰেই চানেকি দাঙি ধৰিছে ।

অসমৰ সুস্থ বাতাবৰণ তথা ভাষা ধৰ্ম সংস্কৃতি আদিক সৰ্বাঙ্গসুন্দৰ কৰি তুলিবলৈ চাহ মজদুৰ স্বাক্ষৰ-নিৰক্ষৰসকলৰ সেৱা কৰ্মৰ এতিয়াও বহু কাৰ্য বাকী আছে — এই কাৰ্য সম্পন্ন হ'ব তেতিয়াহে, যেতিয়া মূল সুঁতিত থকা অসমীয়াসকলেও তেওঁলোকক অধিকভাৱে অসমীয়াত্ব আহৰণত সুবিধা প্ৰদান কৰি আগবাঢ়ি যোৱাত পথ প্ৰদৰ্শকৰ ভূমিকা লৈ প্ৰেৰণা যোগাব । ❑

# এটা দিনৰ আচাৰ-বিচাৰ

চাহ মজদুৰ সমাজৰ উচ্চ গোষ্ঠীভুক্তসকলে সৰ্বসাধাৰণ মজদুৰতকৈ কেতবোৰ বিশেষ নীতি-নিয়ম পালন কৰা দেখা যায় । ফলত মাহেকে-পষেকে পূজা-পাৰ্বন আদি অনুষ্ঠিত কৰাৰ উপৰি এওঁলোকে দিনটোৰ ভিতৰত গৃহস্থী ধৰ্ম হিচাপে যিবোৰ কৰ্মকাণ্ড নিষ্ঠা সহকাৰে সম্পন্ন কৰি যাব লাগে — যাৰ আঁত বিচাৰি গ'লে হয়তো অতীজ সংস্কৃতি-তথা পৌৰাণিক আখ্যান-উপাখ্যানৰ বহুতো কথাই জানিবলৈ সুবিধা হ'ব পাৰে ।

সূৰ্য উদয় হোৱাৰ লগে লগেই যদি দিন এটা আৰম্ভ হয় বুলি ধৰা যায় তেনেহ'লে ৰাতিপুৱা বেলাতেই ঘৰখনৰ আচাৰ-বিচাৰ পালনৰ নীতি-নিয়ম তথা কৰ্মকাণ্ডৰ প্ৰাচুৰ্য ভৰা সমাহাৰ সংঘটিত হয় । সাধাৰণতে একোখন ঘৰৰ গৃহস্থীনীয়ে ৰাতিপুৱা শয্যা ত্যাগ কৰাৰ লগে লগে মুখত দাতোন আদি দিয়াৰ আগতেই প্ৰধান আৰু প্ৰথম কৰ্তব্যই হৈছে 'ছড়া দিয়া'। অৰ্থাৎ চোতালকে আদি কৰি ঘৰৰ কেওকাষে গোবৰ-পানী ছটিওৱা নিয়ম । ইয়াৰ পাছতে জাৰু দিয়া কাৰ্য সমাপ্তি কৰাৰ লগে লগে ঘৰৰ বাহিৰলৈ ওলোৱা দুৱাৰ মুখৰ পিৰালিত, গোহালীৰ মুখত, ভঁৰালৰ আগত, তুলসীৰ তল আদি কৰি ঘৰৰ বাহিৰৰ থানসমূহত এক মুঠন বা ততোধিক ব্যাসাৰ্দ্ধৰ ঘূৰণীয়া আকৃতিৰে মাটি আৰু গোবৰ লেপি দিয়া হয় । ইয়াক 'মাড়াল' দিয়া বুলি কোৱা হয় । বহুতে চোতালৰ মাজভাগতো 'মাড়াল' দিয়া কাৰ্য সম্পন্ন কৰে । 'ছড়াঁ দিয়া' কাৰ্যই চাৰিওকাষ পৱিত্ৰ হোৱাটোকে সূচাই বুলি ধৰা হয় । কিন্তু 'মাড়াল' দিয়াৰ অৰ্থ তেনেকৈ কোনেও ব্যাখ্যা দাঙি ধৰিব নোৱাৰিলেও এটা কথা ক'ব পাৰি যে হিন্দু ধৰ্মাৱলম্বীসকলে যিহেতু পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰে । সেয়েহে পুৱা ভাগতে ঘৰৰ কেওকাষে লেপন-মোচন কাৰ্য থাওকতে সম্ভৱ নহয় যেন দেখি 'মাড়াল' দি লেপনতেই প্ৰতীক ফুটাই তোলে । এনে কাৰ্য তেতিয়াহে স্থগিত ৰাখিব পাৰে যেতিয়া 'মৰা' বা 'নতুন জনম' হোৱাৰ বাবে ঘৰখনত কিছুদিনলৈকে 'চুৱা' বু অশৌচ লাগি থাকে ।

'ছড়াঁ' আৰু 'মাড়াল' দিয়া কাৰ্যৰ লগে লগে বা তাৰ পাছতে চুলা বা চৌকাৰ খাৰ আদি উলিয়াই নতুনকৈ চৌকা লেপিহে জুই ধৰা নিয়ম । চুৱা কাঁহী-বাতি, কেৰাহী, বটুৱা আদি প্ৰতিদিনেই খাৰ, মাটি আদিৰে মাজি শুচি কৰি নতুনকৈ পাগ কৰা আৰু খোৱা-বোৱা কৰা নিয়ম । কোনো কাৰণতে আগৰাতিৰ নমজা বাচন-বৰ্তন পানীৰে মাত্ৰ আওখালি দিয়েই পাগ কৰাৰ দৃষ্টান্ত এইজন গোষ্ঠীৰ কোনো এখন সমাজতেই প্ৰচলিত নাই বুলি ক'ব পাৰি । আকৌ ৰাতিৰ খোৱা-বোৱা কৰাৰ শেষত বটুৱা, কেৰাহী আদিত যৎকিঞ্চিত

পৰিমাণে হ'লেও ভাত-তৰকাৰী থৈ দিয়া নিয়ম। এনে নকৰিলে লক্ষ্মীৰ কোপ দৃষ্টিত পৰে বুলি জনবিশ্বাস প্ৰচলিত আছে। ইয়াৰ উপৰি ঘৰৰ নিত্য ব্যৱহাৰ্য আন আন কলহ, গাগৰা আদিৰো মুখবোৰ পানী আদিৰে ভৰপুৰ হৈ থাকক বা নাথাকক, প্ৰত্যেকৰে মুখবোৰ ঢাকনি দি ৰখা নিয়ম। আজিৰ আধুনিক স্বাস্থ্য বিজ্ঞানে যথাবিহিতভাৱে ঢাকন দিয়াৰ হৈ বহুতো বিশ্বাসযোগ্য যুক্তি আগবঢ়াবলৈ সক্ষম হ'লেও এওঁলোকৰ মাজত জনশ্ৰুতিৰ আন কিছুমান মতহে শিপাই থকা যেন লাগে। সেই কথা ব্যক্ত কৰিবলৈ গ'লে ক'ব লাগিব যে পানী-দুনি থকা কলহ, গাগৰা, বটুৱা আদিৰ মুখবোৰ ঢাকি নাৰাখিলে মানুহকে ধৰি বহুতো ভাল-বেয়া জন্তু-জনোৱাৰ, চৰাই-চিৰিকতি আদিৰ আত্মাবোৰে সপোনৰ ভ্ৰমত পানী বিচাৰি হাবাথুৰি খাই পাক ঘৰবোৰত সোমাই পৰি থকা বাচন-বৰ্তনবোৰৰপৰা খোৱাৰ চেষ্টা কৰে। ফলত বেয়া আত্মাবোৰে জুঠা কৰা বা মুখ দিয়া এনে পানী খালেই হেনো মানুহৰ নানাৰকমৰ বেমাৰ আদিয়ে জুমুৰি দি ধৰে। ঘৰ সৰা জাৰুটো থিয় কৰি নথ'লে, বহা-উঠা কৰা পীড়াডোখৰ আৰু মছলা পিহা 'শিলনড়া' আদি একতীয়াকৈ নাৰাখিলে, তৰি-তৰকাৰী আদি কটা কটাৰী, বঠি বা বইঠা আদি দিনত থকা দৰেই ৰাখি থৈ দিলে সেই বস্তুবোৰৰ আত্মাই হেনো কষ্ট পায় আৰু জিৰাবলৈ নোপোৱাৰ হেতু অসন্তুষ্ট হয়। ইয়াৰ ফলস্বৰূপে গৃহস্থ ঘৰে হেনো নানান ৰকমৰ অপায়-অশান্তিত দিন কটাবলগীয়া হয়। সেয়েহে এই বস্তুবোৰ যাতে একেধৰণে নেথাকে তাৰ বাবে খোৱা-শোৱাৰ আগে আগে এই জনগোষ্ঠীৰ লোকসকলে বিশেষকৈ গৃহিণীহঁতে যথোচিত দৃষ্টি ৰখা দেখা পোৱা যায়। যি কি নহওক এই সমাজৰ গুৰুমুখ হোৱা একাংশক প্ৰতি দিনেই ৰাতিপুৱা ভাগত হাত-ভৰি মুখ ধুই নাইবা স্নান কৰাৰ অন্তত, যাৰ যেনে নিয়ম সেই মতে মানি অহা ঘৰুৱা তুলসী থান বৰগছ থান, পিপৰ গছৰ বা জৰি গছৰ থান, সিজু গছৰ থান বা পৱিত্ৰ স্থান বুলি ভৱা আন তেনে কোনো থানত নিতৌ পানী এঘটি ঢালি সেৱা কৰাটো ধৰ্মীয় কাৰ্য বুলি গণ্য কৰে। খেনোক সূৰ্য প্ৰণাম কৰাও দেখা যায়। আন একাংশই ঘৰৰ ভিতৰ থানত সেৱা ভক্তিত মগ্ন হয়। এই সকল লোকৰ বহুতেই ভাতৰ পাতত বহোঁতেই জা-জলপান আদি খাওঁতে খোৱা বস্তুসমূহৰ প্ৰত্যেক বিধেই যৎকিঞ্চিতভাৱে মাটিত উৰ্ছগা কৰি তেওঁলোকৰ ইষ্ট দেৱতাৰ নামত অৰ্পণ কৰে আৰু প্ৰথম গৰাহটো কপালৰ ওচৰলৈ দাঙি নমস্কাৰ কৰাৰ অন্ততহে মুখত দিয়া দেখা যায়। পুৰণিকলীয়া কিছুলোকে খোৱাৰ অন্তত কাঁহীখনকো প্ৰণাম কৰি উঠাও দেখা যায়। এনে কৰা সকলে যি খালে তাৰেই সন্তুষ্ট বুলিহে তেওঁলোকৰ মতামত দাঙি ধৰিব খোজে। এইখিনিতে উনুকিয়াই খোৱাটো অৱশ্যে উচিত হ'ব যে মাইকী মানুহৰ ঋতুস্নান হোৱাৰ সময়ছোৱাৰ বাহিৰে পৰিয়ালত থকা আবিয়ৈ ছোৱালী বা তেনে যি কোনোৱেই ৰন্ধা-বঢ়া কাৰ্য কৰাত কোনো বাধা নিষেধ নাই। অৱশ্যে এই সকলক পাকঘৰৰ ভিতৰলৈ সকলো সময়ত কোনো কাৰণতেই চামৰা জাতীয় জোতা, চেন্দেল, কমৰ পেটী বা তেনে জাতীয় বস্তু পৰিধান কৰাটো কঢ়া ধৰণেৰে নিষেধ থকাত

সাংস্কৃতিকভাৱে ৰক্ষণশীলতাৰেই পৰিচায়ক হৈছে বুলি ক'ব পাৰি । সেৱা থানৰ পৰিসীমাৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম নহয় । অজ্ঞাত ব্যক্তি বা লোককো পাক ঘৰত কেতিয়াও প্ৰৱেশ কৰিবলৈ দিয়া নহয় ।

খোৱা-বোৱাৰ ক্ষেত্ৰত, পৌৰাণিক নিয়মত স্থান থকা হেতু জা-জলপানৰ বাহিৰে কোনো ৰকমেই বিবাহিত স্ত্ৰীয়ে পুৰুষজনৰ বৰ্তমানত আগেয়ে ভাত খাব নোৱাৰে । যদি দুৰ্বিপাকত কেতিয়াবা খাব লগীয়া হয় তেনেহ'লে পুৰুষজনৰ বাবে অন্য এখন কাঁহীত আগতীয়াকৈ ভাত-তৰকাৰী উলিয়াই থোৱাৰ পাছতহে স্ত্ৰীগৰাকীয়ে ভাত বাঢ়ি খাব পাৰে । ইয়াৰ ব্যতিক্ৰম ঘটিলে বেৰৰ চুকে-কোণে বহুতো কাণ ঘোলা মন্ত্ৰণা সৃষ্টি হোৱাৰ লগতে মানুহগৰাকী অলক্ষ্মীৰ শাৰীলৈ অৱনমিত হয় । ইয়াৰ উপৰি পুৰুষজনে খাই এৰা জুঠা কাঁহীত আজিও বহুতো স্ত্ৰীয়ে নিজৰ ইচ্ছামতে খাই-মেলি থাকিলেও আন বহুতে সমাজৰ নীতি উলংঘা কৰিব নোৱাৰি বা গৃহকন্দলৰ হাত সাৰিবলৈকে অনিচ্ছা সত্ত্বেও খাই লৈ থাকিব লগাত পৰে । বুজাবুজি থকা খুব কম সংখ্যক অধুনা বিবাহিতৰ ক্ষেত্ৰতহে এনে নিয়মৰ কিছু সালসলনি অ'ত-ত'ত দেখা পোৱা গৈছে ।

শোৱাৰ ক্ষেত্ৰত ঘাইকৈ পুব আৰু দক্ষিণ দিশৰ ফালে মূৰ শিতান দিহে বিছনা পতা দেখা যায় । কোনো কাৰণতেই উত্তৰ আৰু পশ্চিম মুৱাকৈ শোৱাৰ নিয়ম নাই । এনে বিষয়ত ব্যতিক্ৰম ঘটিলে যম ৰজাক প্ৰশ্ৰয় দিয়া বুলিহে কোৱা হয় । কিয়নো উত্তৰ-পশ্চিম মুৱাকৈ সাধাৰণতে মৰা মানুহকহে পোতা বা খৰি দিয়া নিয়ম প্ৰচলিত থকাতেই তেনে মত পোষণ কৰা হয় বুলি বুজা যায় ।

এনেদৰে নীতি-নিয়ম, আচাৰ-বিচাৰ মানি চলাসকলৰ ঘৰত সন্ধিয়া হোৱাৰ লগে লগে তুলসীৰ তল বা তেনে ধৰ্মীয় গছৰ গুৰিত থান পাতি বন্তী প্ৰজ্বলন কৰাটো চিৰাচৰিত প্ৰথা । একেই সময়টোত ভিতৰুৱা সেৱাৰ থানতো বন্তি তথা ধূপ-ধূনা জ্বলোৱাৰ লগতে কিছুৱে শংখ ধ্বনিও কৰে । সেৱা থানত জ্বলোৱা ধূপদানী বা ধুনাদানী লৈ বাহিৰ-ভিতৰ সকলোতে সুগন্ধিময় ধোঁৱা বিয়পাই দি পুনৰ আগৰ ঠাইতে সেইবোৰ ৰাখি দিয়া হয় । ঘৰৰ চাৰিবেৰৰ মাজত আবদ্ধ থকা সংস্কৃতি আৰু সমাজ বান্ধোনৰ আচাৰ-বিচাৰ তথা কৰ্মকাণ্ডৰ বহু কথাই হয়তো আজিৰ বস্তুবাদ জগতত নিতান্তই খাপ নোখোৱা যেন ধাৰণাবোধ জন্মিলেও ইয়াৰ মাজৰ পৰা অপ-সংস্কৃতিখিনি বাদ দি বা সংস্কাৰ কৰি ল'ব পাৰিলে ঘৰখন আৰু সমাজখনত শান্তি, মৈত্ৰী আৰু সম্প্ৰীতি ভাৱৰ অধিক প্ৰতিফলন ঘটিব বুলি বিশ্বাস কৰিব পাৰি । ❑

# চাহ্ বাগিচা অঞ্চলত 'ড্ৰপ আউট'ৰ সমস্যা

'লেখা-পঢ়া কৰে যি, ধনী-মানী হয় সি' অথবা 'লেখা-পঢ়া কৰে যি, হাতী-ঘোঁৰাত উঠে সি' এনে আপ্তবাক্য বা সু-বচনীবোৰ তাহানিতেই বুঢ়ী আইৰ কোলাত বা চোতালত বহি গ্ৰাম্য সমাজৰপৰা উঠি অহা পানীৰামৰ দৰে শিশু বা কিশোৰসকলে বুজি-শুনি পাঠ পঢ়াত মন দিব পাৰিছিলনে নাই সেই কথাবোৰৰ সমীক্ষাত্মক পৰিচয় হয়তো কোনোৱেই দিব পৰা নাই । কিন্তু এই কথা ঠিক যে আজিৰ উঠি অহা কিশোৰহঁতে এনে ল'ৰা ভুলোৱা গীত-মাত উপদেশবোৰক হাঁহিৰ ৰহঘৰা বুলিয়েই কোনো ধৰণৰ চিৰিয়াছ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিবলৈ নিবিচাৰে । কাৰণ আজিৰ এই উদীয়মানহঁতে বুজি উঠিছে যে বৰ্ত্তমানৰ পৰিবেশজনিত কাৰণতেই পানীৰামৰ দৰে সৎপথি শিক্ষান্তকাৰীহঁতে গাড়ী ঘোঁৰাত উঠিবলৈ নেপায় । হাতী বা ঘোঁৰাত উঠি ঘৰলৈ যোৱাৰতো প্ৰশ্নই নুঠে । তেওঁলোকে হয়তো বুজি উঠিছে যে উপযুক্ত বিদ্যা অৰ্জন কৰিলেও বিত্ত আৰ্জনৰ উপযুক্ত স্থানবোৰ সকলোৰে বাবে উন্মুক্ত হৈ থকা নাই । প্ৰশ্ন উঠে, এনেবোৰ কাৰণতেই হাজাৰ-বিজাৰ ছাত্ৰ-ছাত্ৰীয়ে নিৰ্দিষ্ট সময়ৰ সীমাৰেখা অতিক্ৰম নকৰাকৈ বিদ্যা-শিক্ষাৰ পৰিসমাপ্তি ঘটাইনে কি ?

কাৰণবোৰ পাছলৈ এৰিছোঁ, মোটামুটিভাৱে প্ৰথমতেই 'ড্ৰপ আউট'ৰ বিষয়ে সামান্যভাৱে সমীক্ষা এটা চলাওঁচোন । অভিজ্ঞতাৰপৰা দেখা গৈছে যে পিছপৰা বস্তী বা বাগিচা অঞ্চলত কোনো এবছৰত যদিহে এশজন ছাত্ৰ-ছাত্ৰীয়ে নাম লগায় তেনেহ'লে হাইস্কুল শিক্ষান্ত পৰীক্ষাত সেইসকলৰ শতকৰা তিনি-চাৰিজনহে ভালকৈ আৰু পাঁচ-ছয়জনহে কাণে কাণ মাৰি উত্তীৰ্ণ হয়গৈ । ইয়াৰ ভিতৰত শতকৰা ত্ৰিশজনেহে অষ্টম শ্ৰেণীলৈ প্ৰমোচন পাই আহে । প্ৰাথমিক স্তৰতো কিছু কিছু ঠাইত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা উপযুক্তভাৱে বৃদ্ধি নোপোৱাও দেখা গৈছে । প্ৰথম বছৰত যদি শতকৰা বাৱন্ন হয় তেনেহ'লে পাছৰ বছৰৰ জৰীপত হয়গৈ আঠচল্লিশ । এক কথাত প্ৰাথমিক শিক্ষাৰ শিক্ষান্ত পৰীক্ষাত নবহাকৈয়ে শতকৰা চল্লিশ ভাগ ছাত্ৰ-ছাত্ৰীয়েই স্কুলৰ দুৱাৰমুখত লক্ষ্মণ ৰেখা টানে বুলি ধাৰণা জন্মে ।

পুনৰ 'ড্ৰপ আউট'ৰ প্ৰসঙ্গলৈ আহোঁ । কিয় বাৰু ছাত্ৰ-ছাত্ৰীসকলে মাজ পথতে স্কুল এৰে ? উত্তৰ হয়তো হ'ব দৰিদ্ৰতা । যদি এয়ে হয় তেনেহ'লে শিক্ষা জগতৰ লোকসকল দায়ী হ'ব নোৱাৰে । তেওঁলোকৰ কাম শিক্ষা দান কৰাহে । দৰিদ্ৰতা দূৰ

কৰাটো নহয় । কেৱল ৰাষ্ট্ৰ যন্ত্ৰইহে এনে কথাৰ জবাব দিব পাৰে । কিন্তু এই যন্ত্ৰটোৱে ছাত্ৰ-ছাত্ৰীক বিনামূলীয়াকৈ শিক্ষা গ্ৰহণৰ সুবিধা দিছে । বিদ্যালয় গৃহ নিৰ্মাণত সহযোগ কৰিছে । ঠায়ে ঠায়ে দুপৰীয়া আহাৰ দিছে, ভাল শিক্ষা প্ৰদান হওঁক বুলি শিক্ষক-শিক্ষয়িত্ৰীৰ বাবে বিভিন্ন শিক্ষা আৰু প্ৰশিক্ষণ প্ৰতিষ্ঠান স্থাপন কৰি দিছে, বিভিন্ন ধৰণৰ উৎসাহমূলক বৃত্তি আদি মঞ্জুৰ কৰিছে, স্কুলৰ একোখনকৈ পৰিচালনা সমিতি গঠন কৰি দি অভিভাৱক আদিক জড়িত কৰাৰ ব্যৱস্থা কৰি দিয়া হৈছে । তথাপি এই 'ড্ৰপ আউট'ৰ সংখ্যা বৃদ্ধি ৰোধিবপৰা হোৱা নাই ।

মুঠ কথা — কঠোৰ পৰিশ্ৰম আৰু দিন মজুৰী কৰি সংসাৰ চলোৱা এক শ্ৰেণী গৰীব পৰিয়ালৰ লোকে দীৰ্ঘম্যাদী শিক্ষাৰ ফল উপভোগ কৰাৰ অনীহাতেই এনে ঘটাৰ এটা কাৰণো হয়তো হ'ব পাৰে । সামাজিক শিক্ষাৰ অপ্ৰতুল জ্ঞানেৰে স্থবিৰতা আনিছে বুলি ধাৰণা হয় ।

ওপৰত উনুকিয়াই অহা হৈছে যে, আজিৰ ছাত্ৰ-ছাত্ৰীহঁতে বুঢ়ী আইৰ সু-বচনীবোৰত কোনো গুৰুত্ব নিদিয়ে । তেনেহ'লে এনে এটা কথা বুটলিব পাৰি যে তেওঁলোকে পঢ়া-শুনাৰ প্ৰতি হয়তো গভীৰ বিতৃষ্ণা ভাব দেখুৱাইছে । হয়তোবা পাঠ্য-পুথিৰ সূচীবোৰেও তেওঁলোকক আকৰ্ষণ কৰিবপৰা নাই । কাৰণ অনুসন্ধান কৰিলে হয়তো ক'ব — নিউটনৰ মধ্যাকৰ্ষণ শক্তিৰ তত্ত্বৰ কথা, গেলিলিওৰ সূত্ৰৰ কথা, পানিপথৰ যুদ্ধ, ধৰ্মীয় গুৰু, বীৰ যোদ্ধাৰ কাহিনী, গাঁও বৰ্ণনাৰ ওলোটা ছবিৰ কথা আৰু বৰ্তমান সময়ত নলগা পুৰণি যুগৰ অপ্ৰাসঙ্গিক কথাবস্তুৰ বিষয়বোৰ শুনি তেওঁলোকৰ উৎসুকতা বাঢ়িলেও পাঠ্যপুথিৰ ক্ৰমনিকাই এই বিষয়ে জীৱিকা অৰ্জন বা বিত্ত সংগ্ৰহত কোনো ইন্ধন যোগাব নোৱাৰে । 'ফেকো কড়ি মাখো তেল' — বাঙালীৰ এনে বাক্যৰ আঁত ধৰি তেওঁলোকে হয়তো এনে শিক্ষা বিচাৰে যাতে শিক্ষা প্ৰতিষ্ঠানৰপৰা ওলায়েই নিজৰ মানসিক তথা হস্তবিদ্যাৰ দ্বাৰা সংসাৰত এমুঠি অন্ন-বস্ত্ৰ গৃহৰ যোগাৰ কৰিব পাৰে । এওঁলোকক লাগে জীৱন যুদ্ধৰ পাঠ্যক্ৰম । সাধু কথাৰ লেখিয়াকৈ হোৱা হ'লে তেওঁলোক কিছু আকৃষ্ট হ'লহেঁতেন, কিন্তু বুঢ়ী আইৰ চোতালত বহি সাধুকথা শুনাটো যিমান সহজ তেনেদৰে বিদ্যালয়ৰ চাৰিবেৰৰ কোঠাত সতীৰ্থহঁতৰ আগত পঢ়া দিব নোৱাৰিলে কাণত ধৰি থিয় হোৱা, লগা-ধপা খোৱা আৰু দুই-এক ছবিৰ নিৰস পাঠ দানেও নিৰ্দিষ্ট সূচীৰ বিষয়বোৰ বুজি পাবলৈ সিমান সহজ নহয় । তেওঁলোকৰ বাবে ই এক বহুত কঠিন সমস্যা । তেওঁলোকৰ মতে জীৱনৰ লগত সম্বন্ধ নথকা পাঠ্যক্ৰম দেখি ভেবালগা, ছাৰৰ ৰঙা চকুৰ চাৱনিত কম্পমান হোৱা, বাঘচকা খাই ত্ৰাহি মধুসূদন দেখা আৰু পৰীক্ষাত অকৃতকাৰ্য হ'লে লাজ-ভয়-গ্লানিৰে আনৰ আগত মুখ দেখুৱাব নোৱৰা অৱস্থা হয় বুলিয়েই বিভ্ৰান্ত হৈ পৰে । এই নিস্প্ৰাণ ভীতিগ্ৰস্ততাই তেওঁলোকক স্কুলৰ কোঠাৰপৰা উলিয়াই অনাত বেয়াধৰণে ইন্ধন যোগায় । এইখিনিতে নিৰক্ষৰ সমাজৰ হোজা পিতৃ-মাতৃসকলেও শিক্ষাৰ ভৱিষ্যত জগতখনৰ কথা হৃদয়ঙ্গম কৰিব নোৱৰাৰ

ফলতেই তেওঁলোকক স্কুল এৰুৱাই ঘৰ গৃহস্থালিৰ কামত লগোৱা, নিজৰ কাম-কাজৰ সহায়ক কৰি লোৱা, ধনীৰ ঘৰত কাম কৰিবলৈ দিয়া, শিশু শ্ৰমিক হিচাপে বিভিন্ন গাড়ী-মটৰৰ গেৰেজ, চাহৰ দোকান; ৰেষ্টোৰা, গুদাম আদিত লিগিৰা কৰি বিনিময়ৰ ধনেৰে সংসাৰ চলোৱা কাৰ্য আদিকো জগৰীয়া নকৰি নোৱাৰি । সাহিত্যৰ জগতখনক চহকী কৰিবলৈকে এই পিতৃ-মাতৃয়ে ভাবে 'ঢেকী স্বৰ্গলৈ গ'লেও ধান বানে', 'ভেকুলীৰ পিঠিত নোম নগজে', 'দুখীয়াৰ সৌভাগ্য নাই', 'কাউৰী মাৰিবলৈ সোণৰ কাঁড় নালাগে' ইত্যাদি । অৱশ্যে জীৱিকাৰ নিকা পথৰ সন্ধান পালে এইসকলৰ বহুতেই হয়তো পঢ়া-শুনা টান পালেও মুখস্থ বিদ্যা অথবা হৃদয়েৰে চেষ্টা কৰি হ'লেও একমাত্ৰ পৰিধানেৰে হীনমন্যতাত ভুগিও প্ৰাথমিকৰপৰা উচ্চ মাধ্যমিক আৰু ইয়াৰপৰা স্নাতক আদি হোৱাৰ চেষ্টা কৰি হয়তো অৰ্থ উপাৰ্জনৰ চেষ্টা কৰিলেহেঁতেন । পুনৰ কৈছোঁ চিন্তা কৰিলেহেঁতেন – 'পঢ়াই পঢ়ে, ৰোৰে পাণ এই তিনিয়ে নিচিন্তে আন ।' কিন্তু বাস্তৱ জগতখন বৰ নিষ্ঠুৰ । 'সজ্জনৰো বুৰে নাও' । যদিহে বুঢ়ী আইৰ সুবচনীবোৰে লেখা-পঢ়া কৰিলে ধনী-মানী হয়, হাতীত উঠি পানীৰাম ঘৰলৈ যায় (আজিৰ যুগত স্কুটাৰ, মটৰ চাইকেল, মাৰুতি ইত্যাদি) আদিৰ বাস্তৱ ৰূপ দিয়াহেঁতেন মাজ বাটতে এৰাৰ মানসিকতাও হয়তো কমিলহেঁতেন, 'যোগ্য-ভোগ্য বসুন্ধৰা'ৰ কথা প্ৰচলিত থাকিলেও এইসকলে হীনমন্যতাত ভুগি অথবা হতাশাগ্ৰস্ত হৈ ভাবিয়েই লৈছে নাম দীঘল ডিগ্ৰী থাকিলেও পৰিৱেশজনিত কাৰণত জীৱন সমুদ্ৰত সাঁতুৰিব নাজানিলে ৰসাতলে যোৱাৰ সম্ভাৱনাই বেছি । মন্তব্য নিষ্প্ৰয়োজন ।

সি যি কি নহওক এই লেখনীটো লেখোঁতে চাহ বাগিচাৰ পটভূমিৰ কথাই মনত পৰিছে । অসমৰ স্থায়ী বাসিন্দা হোৱাৰ হেতুকেই তেওঁলোক পুৰাদমে অসমীয়া । অসমীয়া মাধ্যমতেই পঢ়ে । কিন্তু পঢ়েহে – ঘৰত দৈনন্দিনভাৱে ব্যৱহাৰ হয় 'সদদানী বা চাহ বাগিচাৰ বোলি' বা 'দোৱান' । ফলত প্ৰাঞ্জল ভাষাত অসমীয়া শিকাটো নহয়গৈ । স্কুলত পঢ়া দিব নোৱাৰি মুজুৰা মাৰি থকা আৰু তলমুৰা হৈ ভৰিৰ আঙুলি লেখা অৱস্থা প্ৰাপ্ত হয়। অন্যহাতে খাটি অসমীয়া ছাত্ৰ-ছাত্ৰীৰ দৰে এওঁলোকে অসমীয়া ভাষাৰ প্ৰণালী আৰু বিভিন্ন দিশবোৰ আয়ত্ব কৰিবলৈকে বহুতো সময় অতিবাহিত কৰি পিছ পৰিবলৈ ধৰে । জীৱনৰ অভিজ্ঞতাৰপৰা কেইটামান উদাহৰণ দাঙি ধৰা হওক । – ধৰিলোৱা হওক প্ৰথম শ্ৰেণীৰ পৰীক্ষাত শিক্ষকজনে প্ৰশ্ন দিলে – তিনি বিধ চৰাই, তিনিবিধ জন্তু, তিনিবিধ ফল, তিনিবিধ মাছ, তিনিবিধ গছৰ নাম লিখিবলৈ । চাহ বাগিচাৰ ছাত্ৰজনে চৰাইৰ ক্ষেত্ৰত কপৌৰ সলনি 'পাঁড়কী', জন্তুৰ ক্ষেত্ৰত ম'হৰ সলনি 'কাঁড়া' ফলৰ ক্ষেত্ৰত মধুৰিআমৰ সলনি 'টৈমৰচ্', মাছৰ ক্ষেত্ৰত বটিয়াৰ সলনি 'গোঁতু' আৰু গছৰ ক্ষেত্ৰত শিমলুীয়া গছৰ সলনি লেখিলে 'কৰম গছ ।' অসমীয়া ভাষাৰ পৰীক্ষাত অসমীয়া ভাষাৰ উত্তৰ নোহোৱাত ছাৰজনে শুদ্ধ বুলি ধৰিবনে ? কেতিয়াও নধৰে । চাহ বাগিচাৰ শব্দজ্ঞান তেওঁৰ নাথাকিবও পাৰে । থাকিলেও নম্বৰ দিয়াৰ ক্ষেত্ৰত বিতৰ্কৰ সৃষ্টি হ'ব পাৰে । ফলত এই ছাত্ৰজন গ্ৰামীন ছাত্ৰৰ

তুলনাত পাছ পৰিবলৈ বাধ্য । আকৌ চাহ বাগিচা অঞ্চলত ফুল নুফুলে — ফুল 'ফুটে' । আমে নমলিয়াই — আমে 'বকুল' দিয়ে । কঠালে মুচি নেপেলায় — কঠাল 'ফলে' । মাছৰ ফিছা নেথাকে — মাছৰ 'নেগুৰ' থাকে । ছাগলীয়ে নেবেবায় — 'গগায়' । জন্তুবোৰৰ নোম নেথাকে — 'ৰুঁৱা' থাকে, ইত্যাদি । ৰচনাৰ বিষয়বোৰত এনে ভাষা প্ৰয়োগ হ'লে পৰীক্ষকৰ তুলাচনীত অসমীয়া ভাষাৰ অপ-প্ৰয়োগ হোৱা বুলি ধৰিলেই বাগিচাৰ ছাত্ৰজনে বহুখিনি পিছলৈ স্থান পাবলৈ বাধ্য । চাহ বাগিচাৰ ঘোকোট লাইনত থকা বহুতো ছাত্ৰই সূক্ষ্মাতিসূক্ষ্মভাৱে মান্যাৰ্থৰ কথাবোৰ নুবুজি (যেনে ঃ টা, টো, সি, খন, চেৰেক, জন, ডাল, তেওঁ, তেখেত ইত্যাদি) আৰু ব্যৱহাৰত বিশৃংখল ঘটোৱাটো নম্বৰ কম পায় । এইদৰেই শব্দ উচ্চাৰণতো বিভ্ৰাট ঘটে । যেনে — 'অসমীয়া'ক 'অহমীয়া', সাহিত্যক 'হাহিত্য', একাৰাৰক 'একাহাৰ' এশক 'এহ', আশীক 'আসি' শিলক 'হিল' ইত্যাদি । ইয়াৰ ফলত চাহ বাগিচাৰ ছাত্ৰজন সতীৰ্থৰ আগত হাঁহিয়াতৰ পাত্ৰও হয় । এনেবোৰ কাৰণতেই শৈশৱৰ লগৰী দুজন ছাত্ৰ বন্ধুৱে হীনমন্যতাত ভুগি বিদ্যালয় এৰাৰ কথা আজিও মনত পৰে । পাহৰিব নোৱাৰিলোঁ ষষ্ঠ শ্ৰেণীত ডাৱৰীয়াৰ অৰ্থ নুবুজি 'ডাবৰ' কোৱাৰ বাবে শ্ৰদ্ধেয় ছাৰে দুয়ো হাতেৰে মৰা, দুয়োগালৰ ফৰফৰণিৰ কথা । মনত পৰে প্ৰাথমিক শিক্ষাৰ শেষ শ্ৰেণীত থাকিও শ্ৰদ্ধেয় ছাৰে সোধাৰ উত্তৰত 'তোৰ গাখীৰ' বুলি জবাব দি সন্মান (?) জনোৱাৰ কথা । মনত পৰে চাহ বাগিচাৰ ভাষাৰ মাধ্যমেৰে ভাবি লৈ অসমীয়াত উত্তৰ দিবলৈ দেৰি হওঁতেই ছাৰৰ গালি-গালাজ খোৱাৰ কথাবোৰ । অসমীয়াত উত্তৰ ঘূৰাবলৈ উপযুক্ত ভাষাৰ অভাৱত 'পলৰীয়া' হোৱাটো ৰেকৰ্ড কৰা নাই বুলিও বুকু ডাঠি ক'বৰ মন নেযায় । বাঘৰ চাঁৱনিৰে চাই আৰু হাতীৰ খাবনেৰে খুওৱাৰ ফলতহে সামাজিক শিক্ষাৰে শিক্ষিত পিতৃৰ ইচ্ছা অনুসৰি এই প্ৰবন্ধকাৰৰ পৰিয়ালত তিনিজন এম, এ, আৰু পাঁচজন গ্ৰেজুৱেট হোৱাৰ সম্ভাৱনা ঘটিল । যি কি নহওক আজিৰ দশকটো চাহ বাগিচাৰ ছাত্ৰৰ মাজত হীনমন্যতাৰ এনে প্ৰবাহৰ বিৰতি ঘটিছে বুলি বুকুত হাত দি ক'বলৈকো সাহস কৰিব পৰা নাই ।

আন এটা উল্লেখযোগ্য বিষয় হৈছে চাহ বাগিচাৰ দৰে যিবোৰ ঠাইত পিতৃ-মাতৃসকলে কোম্পানীৰ কাম বা অন্যান্য কামৰ বাবে বোৱাৰী পুৱাতেই ওলাই যাব লগা হয়, তেনেস্থলত সেই সময়তেই খোৱা-বোৱা কৰি পেট পুৰোৱা ল'ৰা-ছোৱালীহঁতে তিনি-চাৰি ঘণ্টাৰ পাছত আৰম্ভ হোৱা শ্ৰেণী কোঠালৈ আহিবলৈ মন নকৰা হয় । পিতৃ-মাতৃৰ অৱৰ্তমানত আন কোনো তত্বাৱধায়ক নোহোৱাৰ বাবেই তেওঁলোকৰ মতলব ধৰা পৰে — 'পিতা-মাতা পুৱাতেই কামলৈ গ'ল । ঘৰত থকা ল'ৰা দুটাৰ মিলিল সুচল ।' কি হ'ব কিতাপ পঢ়ি — আন ধপাত টানো বিড়ি । মাছ-কাছ বিচাৰোঁতেই ৰসাতলে গ'ল ।'

হায় ! এইসকলে যদি বুজিলেহেঁতেন শিক্ষা কেৱল মানুহ হোৱাৰ বাবে, শিক্ষা কেৱল জ্ঞান অৰ্জনৰ বাবে — তেনেহ'লে আজিৰ এনে 'ড্ৰপ-আউট'ৰ বিপৰ্যয়ৰ বাবে এই নাতিদীৰ্ঘ প্ৰবন্ধ লেখাৰ দৰকাৰ নহ'লহেঁতেন । আমাৰ দৃঢ় বিশ্বাস শিক্ষাজগতৰ বিভিন্ন

পণ্ডিত, গৱেষক, শিক্ষাবিদ, চিন্তাবিদ, ৰাজনীতিবিদ আৰু সমাজ বিজ্ঞানী আদি নমস্য ব্যক্তিসকলক এনে অবক্ষয়ে যথেষ্ট চিন্তিত কৰি তুলিছে। কাৰণ সকলোৱেই জানে শিক্ষা আৰু অধ্যয়নেই এটা জাতিৰ সম্যক পৰিচয় দাঙি ধৰাৰ উপৰিও সেই জাতিক উন্নত, সংস্কৃত আৰু আয় মৰ্যাদাৰ জখলাত উঠি নিজকে বুজিবৰ সুবিধাও দিয়ে। ভাব হয় চাকৰিমুখী বিদ্যাৰ মানসিকতা আৰু ইয়াৰ পৰিৱেশতেই 'ড্ৰপ-আউট'ৰ শুং এডাল প্ৰোথিত হৈ আছে।

ৰাষ্ট্ৰীয় শিক্ষা আয়োগে সমাজৰ সৰ্বনিম্ন স্তৰৰ পৰাই সাৰ্বজনীন প্ৰাথমিক শিক্ষাক গুৰুত্ব দিয়াতো সঁচাকৈয়ে শুভ লক্ষণ। কিন্তু ইয়াৰ ভেটিত সৰ্বসাধাৰণ জনগণেও সহৃদয়তা স্থাপন কৰি জাতীয় চৰিত্ৰক উজ্জীৱিত কৰিব পাৰিলেহে আমি আমাৰ দেশৰ বাবে গৌৰৱবোধ কৰিব পাৰিমহঁক। ❑

# বিহংগম দৃষ্টিত কৰম আৰু 'ঝুমুৰা'

## কৰম

চাহ জনগোষ্ঠীৰ সমাজত প্ৰচলিত 'কৰম' পূজাক ডাল পূজা বুলিও কোৱা হয়। 'ডাল পূজা' মানেই এক প্ৰকাৰ গছ পূজা বা বৃক্ষ পূজা। আদিম যুগৰপৰাই আদিম মানৱে গোষ্ঠীভেদে কেইবাৰকমো বৃক্ষৰ ডাল প্ৰোথিত অথবা ৰোপণ কাৰ্য কৰি পূজা-অৰ্চনা কৰা দেখা যায়। ইয়াৰ ভিতৰত কৰম, কদম, ডিমৰু, আঁহত, জৰী, বৰ, বাঁহ, কুঁহিয়াৰ গছ আদিয়েই প্ৰধান ক্ষুদ্ৰ গুটি কোষৰপৰা বিৰাটস্বৰ প্ৰকাশ। ইহঁতৰ দীৰ্ঘ জীৱন আৰু সৃষ্টিৰ উৰ্বৰা শক্তিয়ে আদি পূৰ্ব যুগৰে পৰাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰি আহি আৰ্যোত্তৰ যুগৰ ঈশ্বৰীয় গুণ সম্পন্ন মাঙ্গলীয় বৃক্ষ হিচাপে চিহ্নিত হৈ নৃত্য-গীতেৰে আৰাধনা বন্দনা আদায় কৰি মহিমামন্দিত হৈছে। বৰ্ণিত গছ-বিৰিখৰ ডালে ঠাই বিশেষে পূজাক গৃহস্থৰ চোতালত ডাল পূজা হিচাপে পূজিত হ'লেও 'কৰম পূজা' বা 'কৰ্মাপৰব' বুলিহে পৰবৰ্তী কালত স্বীকৃতি পাইছে। ঠাই বিশেষে এই উৎসৱক 'জাওৱা' পৰব বুলিও নামকৰণ কৰিছে। উল্লেখ কৰা প্ৰয়োজন যে নিজৰ গুণ আৰু মহত্ত্ব অনুসাৰে আন বহুতো গছ-বিৰিখ, গুল্ম, লতা আৰু ফল, পুষ্প আদিয়েও মানৱ সমাজৰপৰা শ্ৰদ্ধা আৰু সমীহ আদায়ৰ ক্ষমতা ৰাখিছে। ইয়াৰ ভিতৰত কলগছ, আমগছ, বেলগছ, সিজু, তুলসী, বকুল, অশোক, বৰুণ, পলাশ, জামু, ডালিম, শিলিখা, সৰুৱা, মহুৱা, বিহলঙনী, কচু, জলকীয়া, ধান, সৰিয়হ, জবা ফুল, শেৱালী, পদুম ফুল, গোলাপ, গেন্দা ফুল, দুবৰি বন ইত্যাদিয়েই প্ৰধান।

কৰম পূজা আৰু কৰম গছৰ সৃষ্টি তত্ত্বক লৈ বিভিন্ন ঠাইত বিভিন্ন ধৰণৰ গাঁঠা, কিংবদন্তি আৰু ইতিহাস প্ৰচলিত আছে। পুৰুলিয়া অঞ্চলৰ পৰা সংগ্ৰহ কৰা তত্ত্বটি পাঠকৰ জ্ঞাতাৰ্থে দাঙি ধৰা হ'ল –

'প্ৰথমে বন্দনা কৰি জাওৱা ঠাকুৰাণী গ'
জাওৱাৰ লাগি আমৰা সবাই কৰি টানা-টানি গ'
কৃমময়ী নামে আমাদেৰ আদি পুৰুষছিল গ'
পাশ্ব একাদশী দিনে বনকে বাহাবাল্য গ'
বনে আয়ে নানা ৰকম চিকাৰ কৰিল গ'
চিকাৰ কৰিবাৰ পৰে গাছতলে বসিল গ'
গছটা ছিল কৰম গাছ ডাল ভাঙ্গে বসিল গ'
সেই ডালটাই দুটা পকা ঋতুই মগ্নছিল গ'

মৰণ কালে পকা দুটাই শাপ দিয়ে গেল গ'
পকা দুটাৰ শাপে ৰাজা আটকুড়া হইল গ'
তখন ৰাজা মনস্তাপে তপস্যাই বসিল গ'
তপস্যাই বসিয়া ৰাজা স্বপন পাইল গ'
তখন ৰাজা ঘৰে আইসে কৰম ডাল পুজিল গ'
এক বছৰ পৰে ৰাজা পুত্ৰ কোলে লিল গ'
তখন থেকেই ছাইলা চুলুই কৰে একাদশী গ'
পাৰ্শ্ব একাদশী দিনে সবাই উপবাসী গ'

উল্লেখনীয় যে উপৰোক্ত বক্তব্যত 'জাওৱা' মূল জাত বুলিয়েই ধাৰণা এটা হয় যাৰ অৰ্থ নৱজাত, বনজাত আদিও হ'ব পাৰে । এই ব্ৰত উৎসৱৰ বাবে মগুমাহ, মাটিকলাই, জবাৰ, ধান, সৰিয়হ আদিৰ অংকুৰ বা বীজৰ উপকৰণেই প্ৰমাণ কৰে যে ই এটা শস্য উৎসৱো। শস্যকালীন লৌকিক উৎসৱত কৰম ডাল হয় দেৱতাৰ প্ৰতীক । এই ডালক কেন্দ্ৰ কৰি কৰমতীহঁতে মাদলৰ ছেৱত কৰম নাচ নাচে কৰম গান ধৰে –

ক) মৰিছ গাছেৰ তলে তলে সৰু সৰু কলি গ'
বড় দাদাৰ বৌ আনেছে যেমন ৰূপেৰ ডালি গ'

খ) ঝিংগা ফুল ফুটল দাদা তৰ বহুকে খেদ ৰে
গড়া ধান পাইকল দাদা তৰ বহুকে আন ৰে

আদিবাসী সমাজত বিশেষকৈ চাওঁতাল গোষ্ঠীৰ কিংবদন্তিয়ে কয় – পৃথিৱীখন যেতিয়া পানীৰে পৰিপূৰ্ণ আছিল তেতিয়া স্বৰ্গৰ দেৱতাসকলে আহি স্নান কৰিছিলহি । এদিন গা ধুই থাকোঁতে লক্ষীদেৱীয়ে নিজৰ গাৰ মলিৰপৰা দুটা 'হাসডাক'ৰ অৰ্থাৎ হাঁহ চৰাইৰ মূৰ্তি গঢ়িলে । এনেতে নাৰায়ণে দেখা পাই তাত প্ৰাণ সঞ্চাৰ কৰিলে । প্ৰাণ পোৱাত হাঁহ দুটা উৰি গৈ স্নান কাৰ্য কৰা শিৱৰ মূৰত পৰেগৈ । এদিনাখন লক্ষ্মী দেৱীয়ে পুনৰ কনিষ্ঠ আঙুলি এটাৰ নখ কাটি জলাশয়ত পেলাই দিলে । ইয়াৰ পৰাই কৰম গছৰ সৃষ্টি হোৱাত চৰাইহাল উৰি আহি তাৰ ডালত বহিলহি । তাকে দেখি লক্ষ্মীদেৱীয়ে আন এদিনা নিজৰ মূৰ আচোঁৰা চুলিখিনি পানীত পেলোৱাত তাৰ পৰাই বেনা গছৰ সৃষ্টি হ'ল । এই গছজোপাতেই হাঁহ দুটাই বাঁহ বান্ধি দুটা কণী পাৰিলে । লক্ষ্মী-নাৰায়ণে এই কণী দুটাৰ ৰক্ষাৰ ভাৰ দিলে বড় পাহাৰ দেৱতা মাৰাং বুৰুক । কণী দুটাৰপৰা এদিন জন্ম হ'ল পিলচু হাৰাম (বুঢ়া বা বাপ) আৰু 'পিলচু আয়ু' (মা) । আদিম মানৱ এই বুঢ়া-বুঢ়ীক সংস্থাপনৰ বাবে মাটিৰ প্ৰয়োজন হোৱাত মাৰাংবুৰুৱে ক্ৰমে চিংড়ি মাছ, কেকোঁৰা আৰু বৰালি মাছক গভীৰ পানীৰ তলৰপৰা মাটি তুলিবলৈ আদেশ কৰিলে । কিন্তু সিহঁত সফল নহ'ল । শেষত কেঁচু এটাই পদুমৰ ঠাৰিৰ ভিতৰেদি গৈ মাটি তুলি আনি কাছৰ পিঠিত ৰাখিলে । ঢিলা মাটি টান কৰিবলৈ ইয়াতে মাৰাং বুৰুৱে নিজৰ চুলিছিগি ঘাঁহ-বন, গুল্ম-লতাৰ সৃষ্টি

কৰিলে । এইদৰে ম'টিৰ সৃষ্টি হোৱাত সিহঁতক নি 'কুঁৱা কুডিয়া' নামৰ ঠাইত থাকিবলৈ দি কৃষি কৰ্ম কৰা, ভাত ৰন্ধা, লাওপানী পিবলৈ শিকোৱা, গান, নৃত্য-গীত আদিৰো ভাগ ল'বলৈ নিৰ্দেশ কৰিলে । আদিবাস ভূমিৰ এই ঠাই টুকুৰা কিছুৱে আহৰি-পিপৰি বা হিহিৰি-পিপৰি বুলি কয় । এই ঠাইতেই বুঢ়া-বুঢ়ীৰ ঔৰষত সাত পুতেক আৰু সাত কন্যাৰ জন্ম হয়। সংসাৰ বঢ়াত তেওঁলোক 'খোজকামান' বা হিড় নামৰ ঠাইলৈ ভটিয়াই আহে আৰু তাতে দুৰ্ভাগ্যক্ৰমে ভাতৃ-ভগ্নীৰ মাজত নৈতিক অধঃপতন ঘটে, ফলত ঈশ্বৰৰ অভিশাপত তেৰজনৰেই অগ্নিদাহত মৃত্যু হয় । কেৱল কনিষ্ঠা পুত্ৰীৰ লগত বুঢ়া-বুঢ়ীহাল ডাবা নামৰ পৰ্বতৰ গুহাত লুকাই থকাৰ ফলত প্ৰাণ বাছিল । সেয়ে এই গুহাৰপৰা ওলাই আহি ক্ৰমে তেওঁলোক 'সমানবেৰা', 'জাৰপি', 'আহিতী', 'কেন্দি', 'চাই' আদি ঠাই এৰি শেষত 'চম্পা' নামৰ ঠাইত বাস কৰে । সি যি কি নহওক মাৰাং বুৰুৰ আদেশত বুঢ়া-বুঢ়ীয়ে পুনৰ সংসাৰ কৰ্ম কৰাত এইবাৰো সাত পুত্ৰ আৰু সাত কন্যাৰ জন্ম হয় । এই পুত্ৰ-পুত্ৰীসকলে আগৰবাৰ অগ্নিদ্যাহৰপৰা বাচি যোৱাৰ কনিষ্ঠা কন্যাগৰাকীক 'বড় দিদি' বুলি সম্বোধন কৰিবলৈ ল'লে। এই দিদি গৰাকীৰ গোসাঁনী নামেই হেনো 'কালী বা সাহৰাই' । কালক্ৰমত এই বড় দিদিৰপৰাই হেনো কৰম পূজাৰ প্ৰবৰ্তক 'কৰমু' আৰু 'ধৰমু' ভাতৃদ্বয়ৰ জন্ম হয় ।

সময়ৰ আহ্বানত কৰমু-ধৰমুৰ মাজত কেনেকৈ মতান্তৰ, সংঘাত আৰু শেষত ঐক্য স্থাপন হৈ কৰম পূজাৰ প্ৰচাৰ হ'ল তাৰ কেইবাটাও আখ্যান জনসাধাৰণৰ মাজত শুনিবলৈ পোৱা যায়, এনেদৰে —

(ক) ঘৰত বহুতো ছাগলী থকাৰ বাবে ককায়েক কৰমুৱে নিজে ঘৰুৱা কামত ব্যস্ত থাকি ধৰমুক ছাগলীকেইটা চৰোৱাৰ দায়িত্ব দিছিল । ধৰমুৱে ছাগলী চৰাবলৈ নি সিহঁতক একে ঠাইতে আবদ্ধ কৰি নিজে 'কৰম' গছ পুতি ৰং-ৰিঝ কৰি সময় কটাইছিল । কামত গাফিলতি কৰা এনে কাৰ্য দেখি এদিন কৰমুৱে খঙত একো নাই হৈ কৰম ডালটো উভালি দলিয়াই পেলালে । সেই ডালৰ লগে লগে কৰম ঠাকুৰ সাত সাগৰ তেৰনদী পাৰ হৈ গ'ল। সেই দিনাৰ পৰাই ধৰমুৰ জীৱনত দুৰ্ভিক্ষ - আকালে দেখা দিলে ।

(খ) সৰু ভাতৃ ধৰমুক ঘৰুৱা কাম-কাজৰ ভাৰ দি এদিন কৰমু গ'ল বেহা-বেপাৰ কৰিবলৈ । বহুদিনৰ পাছত নাও-নৌকাৰে বস্তু আদি ভৰাই ঘৰলৈ উলটি আহিবলৈ ধৰিলে। ঘাটৰপৰা বস্তুসমূহ নিয়াৰ ব্যৱস্থা কৰিবলৈ আগতীয়া খবৰ পঠালে । ইফালে জ্যেষ্ঠ ভাতৃৰ অনুপস্থিতিত ধৰমুৱে পুৰাদমে কৰম ঠাকুৰৰ পূজাত ব্যস্ত থকাত ককায়েকৰ মতে মাল-বস্তু খালচ কৰিব নোৱাৰিলে । এই খঙতেই কৰমুৱে আহি ধৰমুৰ কৰম ডালটো উভালি দলিয়াই দিয়াত সাত সাগৰ তেৰ নদী পাৰহৈ গ'ল । ঠাকুৰৰ অভিশাপত কৰমু গৰীব হ'বলৈ ধৰিলে।

(গ) কৰমু-ধৰমুৰ ঘৰত পতা কৰম ঠাকুৰৰ পূজাত গোটেই ৰাতি নাচ-গান কৰিছিল । পূজাৰ পাছৰ দিনা স্নান ইত্যাদি কৰি আগৰ দিনা ৰান্ধি থোৱা বাহী ভাতেৰে উছৰ্গা পৰ্ব শেষ কৰি নিজে ভোজন কৰিছিল । এদিন এই নিয়ম ভঙ্গ কৰি কৰমুৱে গৰম

ভাতেৰে উচ্ছৰ্গা কাৰ্য কৰি নিজে ভক্ষণ কৰিলে । কৰাৰ ফলত ঠাকুৰৰ গা জ্বলা-পোৰা কৰাত অমৃত কুণ্ডত ডুব দিও উপশম নাপালে । ঠাকুৰৰ অভিশাপত কৰমুৰ জীৱনলৈ বিপৰ্যয় নামিল । এনেতে দৈব বাণীৰ পৰামৰ্শত কৰমুৱে ঠাকুৰক বিচাৰি সাগৰ পাৰলৈ যাত্ৰা কৰিলে ।

(ঘ) জ্যেষ্ঠ ভাতৃ কৰমুৱে ঠাকুৰ ভক্তসকলতকৈ কামে-কাজে নিজকে শ্ৰেষ্ঠ বুলি ভাবিছিল । সেয়ে তাক এশিকনি দিবলৈ বেলেগ কৰি দিলে । ধৰমুৱে ভক্তিৰ প্ৰভাৱত উদ্‌গতি কৰিবলৈ ল'লে যদিও কৰমুৰ জীৱনত অধোগতিহে হয় । ফলত ভায়েকৰ প্ৰতি হিংসাৰ মাত্ৰাও বাঢ়ি যোৱাত ঠাকুৰৰ ৰোষত পৰে আৰু ডাল দ্ৰৰিদ্ৰ অৱস্থা হয় । এনেতে মহাদেৱৰ পৰামৰ্শমতে কৰমুৱে কৰম ঠাকুৰক আদৰি আনিবলৈ সাগৰৰ পাৰলৈ যাত্ৰা কৰে।

(ঙ) আদিবাসী সমাজত ছত্ৰ-ছত্ৰাক বা স্থলপম পূজাও অন্যতম । পূজা ভাগ পূৰ্ণিমা তিথিত গঙ্গাৰ পাৰত অনুষ্ঠিত হৈছিল । কোনোবা এবাৰ জোৱাৰ উঠি এই পূজা ভাগ উঠাই দিয়াৰ ফলত পুনৰ গঙ্গাদেৱীৰ পৰামৰ্শত আদিম সমাজে কৰম ডালৰ পূজা পাতিয়েই ৰং-ৰিঝেৰে ঠাকুৰৰ কৃপা লাভ কৰিছিল ।

যি কি নহওক ওপৰত বৰ্ণাই অহা কৰমুৱে সাগৰৰ পাৰলৈ ঠাকুৰক বিচাৰি যাওঁতে কেনেকৈ পানী খাবলৈ গৈ পুখুৰী, ফল খাবলৈ গৈ....... গাখীৰ খাবলৈ গৈ গাই, ঘোঁৰা খাবলৈ গৈ ....... আদিৰপৰা প্ৰত্যাঘাত.......................................................................
পূজাৰ ব্ৰত উৎসৱটি পৃথিৱীত প্ৰচাৰ আৰু প্ৰসাৰ কৰিলে তাৰে বিতোপন বৰ্ণনাৰ কথা প্ৰায় সকলোৱেই শুনিছে ।

প্ৰথমৰ প্ৰসঙ্গ জানি পুনৰ এই কথা কোৱাৰ প্ৰয়োজন যে, 'জাতৱা' শব্দটি 'জাত' শব্দৰপৰা অহা । যেনে নৱজাত, বনজাত আদি । এই পূজাৰ বাবে মগু, মাটি মাহ, জব, ধান, সৰিয়হ আদিৰ বীজৰ অংকুৰণেই মূল বস্তু । ইয়েই প্ৰমাণ কৰে যে এই পূজা শস্য উৎসৱ । আনহাতে এই পূজা যৌন চেতনাৰ প্ৰতীক বুলি কোৱাৰ লগে লগে সন্তান কামনাৰো এটা উৎসৱ বোলাও হ'ব পাৰে । 'কৰমতী'সকলে এই উৎসৱত পৰিৱেশন কৰা নৃত্য-গীত আদিক পণ্ডিত, গৱেষকসকলে ভাঁড় শালিয়া আখ্যান দিছে ।

কৰম পূজাৰ লগত 'জিতাষ্টমী ব্ৰত' কথাৰো সাদৃশ্য থকা বুলি ক'ব পৰা যায় । অৱশ্যেই এই ব্ৰত সূৰ্য উপাসনাৰ লগত জড়িত । এই ব্ৰত পূজাতো অংকুৰোদ গত শস্যৰ দৰকাৰ হয় । চোতালত সন্ধিয়া বেলা বৰ গছৰ ডাল প্ৰোথিত কৰি ভোগ আদি চড়োৱা হয়। লগতে ধান গছ, গুৰিহস পদুম বা শালুক ফুলেৰে 'জিতা' সজাই ৰিঝ-ৰং কৰি সময় কটায় । এই পূজাৰ উদ্দেশ্যই হ'ল সন্তান-সন্ততিৰ দীৰ্ঘ জীৱন কামনা কৰা অথবা জীৱন যুদ্ধত সন্তানৰ মঙ্গল কামনা কৰা । ইয়াৰ বাবে মাতৃসকলে ভাদমাহৰ প্ৰচণ্ড গৰমতো আঢ়াই দিন নিৰ্জনা উপবাস কৰাৰো নীতি প্ৰচলিত আছে । ইয়েই কৰম আখড়াত 'জিতা পৰব', জিতাষ্টমী বা জিতিয়াৰ প্ৰাদুৰ্ভাৱ নহয়তো ? এই ব্ৰত সাফল্যমণ্ডিত হ'লে গাঁও-গেৰাম জঙ্ঘল ঝাড়ৰ ভূত-প্ৰেত, দৈত্য-দানৱ আদিয়ে সন্তানৰ কোনো ধৰণৰ ক্ষতি কৰিব নোৱাৰি হেনো কয় — 'যাঁ যাঁ বড়ঁ কৈছে কৈ গেলি । তাৰ মা জিতা কৰে ছিলা বলে ছাড়লি ।।'

এই ব্ৰত কথাৰ আখ্যান বিচাৰি গ'লে জনা যায় যে কুন্তী-কৰ্ণৰ বিষয়ৰ দৰে জিতবাহনৰ মাতৃও আছিল নিঃসন্তান, বিধবা। কোনো এক ব্ৰাহ্মণৰ শিকোৱা মন্ত্ৰেৰে সূৰ্যক আহ্বান কৰাত তেওঁৰ আবিৰ্ভাৱ ঘটে। বিধৱাৰ নীতি বা তেজস্থান মূৰ্তি দেখি বিধৱাই ৰুদ্ৰ কপাট মাৰি সূৰ্যক বিমুখ কৰে। সূৰ্যৰ বীৰ্য স্খলনত বিধৱাৰ বাৰীত শাক সবজীৰ সৃষ্টি হয়। সেই শাক-খাই তেওঁ গৰ্ভাৱতী হৈ জিতবাহনক জন্ম দিলে। এই পুত্ৰই নিজৰ জন্ম কাহিনী জানি লৈ সূৰ্যৰ সপ্তৰশ্মিক অনুকৰণ কৰি গৈ পিতাৰ সস্নেহ আলিঙ্গন লাভ কৰি মাতৃৰ কাষলৈ ঘূৰি আহিব পাৰিছিল। সেয়েহে এই ব্ৰত পূজাত সাত ৰকমৰ ফল পিঠা দৰকাৰ হয় হেনো। ব্যক্তিগত আৰু বাৰোৱাৰী হিচাপেও এই পূজা পাতিব পাৰে।

কৰমেই হওঁক, জিতিয়াই হওঁক, গছ পূজা কৰি জনমানৱে কল্পতৰু বা 'জ্ঞান বৃক্ষৰ' দৰে নিজৰ সিদ্ধি লাভত আগ ভাগ লৈ আহিছে। ফলাফল যিয়েই নহওক আদিম যুগৰপৰা অৰ্বাচীনলৈকে পৃথিৱীৰ পৰিৱেশ আৰু আবহাৱাৰ সুন্দৰ পৰিস্ফূটনৰ বাবে প্ৰকৃতিৰ গছ-গছনি হাবি-বননি বন-অৰণ্য সংৰক্ষণ কাৰ্য আদি এটা শুভ কাম বুলি আজিৰ বিজ্ঞানেও স্বীকাৰ কৰিছে।

## ঝুমুৰ

ঝুমুৰ বা ঝুম্যেৰ শব্দটিৰ সম্যৰ্থক শব্দ 'গান' আৰু 'ৰংগ' বা 'ৰেগ' শব্দৰ অৰ্থ হৈছে 'ৰাগ'। এই ঝুমৰ গানৰ উদ্ভৱ আৰু ইয়াৰ বিষয়ে সৰ্বগ্ৰাহ্য সূত্ৰ এটা আজিও সংস্কৃতিৰ গৱেষকসকলে আগবঢ়াব পৰা নাই। তথাপিও সাধাৰণতাৱে প্ৰাচীন 'ঝুমুৰ' বা 'ঝুমুৰি' নামক শৃঙ্গাৰ ৰস বহুলতা, মধুজাত সুৰাৰ দৰে মৃদ্যুতা আৰু বৰ্ণাদিৰ কোনো নিয়ম নথকা গীত বা গানকেই ঝুমুৰ বুলি ক'বলৈ লৈছে। তেওঁলোকে ক'ব খোজে 'বৰ্ণাদি নিয়ম নাই অনিবদ্ধ গীতে'।

ঝুমুৰৰ প্ৰসঙ্গটি অতি ব্যাপক। ই প্ৰকৃত অৰ্থত সঙ্গীত। কিয়নো ইয়াত নৃত্য, গীত আৰু বাদ্য তিনিওটাই আছে যদিও গীতাংশৰেই প্ৰধান্য বেছি। বস্তুতঃ ই এটা প্ৰাচীন দেশজ সঙ্গীত আৰু সময়ৰ ব্যৱধানত ইয়াৰ বহুতো বিৱৰ্তন ঘটিছে। সুৰৰ ফালৰপৰা ইয়াৰ প্ৰধান বৈশিষ্ট্যই হৈছে ই উচ্চ অংশৰপৰা নিম্ন গতিত অৱৰোহণ — সমানে নগৈ মাজতে ঢৌ খেলি চমকপ্ৰদভাৱে বঙ্কিম গতিতো আগবাঢ়ে। সেয়েহে মাৰ্গ সঙ্গীতৰ লগত মিল নাই। অৰ্থাৎ 'বৰ্ণাদি নিয়মো জি ঋত্তা' দাড় ঝুমুৰৰ নাচৰ চাল আড়াই বা আড়াইহা। টানে মাগণে, দোহাৰে, পঢ়াৰে কীৰ্ত্তনৰ লগত অনেক সাদৃশ্য। ঝুমুৰৰপৰা কীৰ্ত্তন বা কীৰ্ত্তনৰ পৰা ঝুমুৰলৈ ইয়াৰ আহ-যাহ সম্ভৱ হ'ব পাৰে। মাথোন কীৰ্ত্তনৰ কৰ্মৰাজি সূক্ষ্ম আৰু ঝুমুৰৰ মোটা। দাড় ঝুমুৰৰ গীত আদি আকাৰত চুটি — এককলি, দুইকলি আৰু খুব বেছি তিনি কলিৰ হ'ব পাৰে। ইয়াত তাৎক্ষণিক অভিব্ৰত তাৰ সৃষ্টি। জীৱনৰ খণ্ড চিত্ৰবিলাক হাস্য, কৰুণ, ব্যৎসল্য ৰসৰ দ্বাৰা পৰিবেশিত হৈ থাকে এই গীতবিলাক লৌকিক মানসৰ সৃষ্টি হোৱা হেতুকে ঘৰ গৃহস্থালিৰ হাবি পশু-পক্ষীৰ প্ৰসঙ্গ, লোক বিশ্বাস, ধৰ্ম বিশ্বাস প্ৰেম, ভালপোৱাৰো ইঙ্গিত বহন কৰে।

ঝুমুৰৰ আদিতম ৰূপৰ ভিতৰত টাড় ঝুমুৰকেই প্ৰথম বুলি কোৱা হয় । গাঁও-ঘৰ, গ্ৰাম গেৰেন্দাৰ বাহিৰত সাধাৰণতে ৰখাল-বাখালহঁতে এই ধৰণৰ গীত-মাতত অভ্যস্ত হয় । বক্তব্যৰ ভিতৰত পোনকোবেই যৌন ক্ৰিয়াৰ আহ্বান বুলিয়েই ধাৰণা হয় । ইয়াক চৰাই-চিৰিকতিৰ 'মেটিং কল'ৰ লগত অৱশ্যেই তুলনা কৰিব পাৰি । ইয়াত কোনো ৰকমৰ ভনিতা নাথাকে ।

ঝুমুৰৰ সঠিক ঠিকনা পোৱাৰ আগে আগে এই গীতসমূহ বাঈ নাচ অথবা নাচনী নাচৰ আসৰো গৰকি আহিছিল বুলি ধাৰণা হয় । নাচনী বৃত্তি গ্ৰহণ কৰা নৰ্তকীসকলে নাচ-গান চলাই যাবলৈ যি গৰাকী মূল মানুহক বাচি লয় তাকেই কোৱা হয় ৰসিক । এৱেঁই গুৰু। এৱেঁই দলটি নচুৱাই । পুৰুষৰ ঝুমুৰিয়া দলে কঁকাল আৰু নিতম্বৰ বিপুল আন্দোলনেৰে নচা নাচকেই সাধাৰণতে খেমটা বুলি কোৱা হয় । পুৰুলিয়া তথা মালভূম অঞ্চলত ভাশাই নাচ, দাঁড় নাচ, পাতা নাচ ইত্যাদি ধৰণৰ কিছুমান নাচৰ প্ৰচলন আছে । এই বিলাক সাধাৰণতে আদিবাসী নৃত্য । গোটেই দিন হাড় ভঙ্গা কাম-কাজৰ পৰা অব্যাহতি পালেই চিত্ত বিনোদনৰ বাবেই সন্ধ্যা বেলাত এই নৃত্যৰ আয়োজন কৰে । বিশেষ কোনো উৎসৱ নাথাকিলে দিনৰ ভাগতো এনে নাচৰ আয়োজন হয় । এই নাচত শাৰীবদ্ধভাৱে দহ-পোন্ধৰ গৰাকী নৰ্তকীয়ে পৰস্পৰে পৰস্পৰৰ হাতত ধৰি থিয় দিয়ে । একেবাৰে দক্ষিণৰ গৰাকী বিশেষভাৱে কুশলী হোৱাৰ বাবেই তেওঁক কোৱা হয় 'আগদহনী' বা 'আগলিদাড়ী' । দলৰ আনসকলে এই গৰাকী আগদহনীৰ নৃত্য ভঙ্গীমা আগবঢ়াৰ প্ৰতি, পদক্ষেপ আৰু তালৰ লগত তাল মিলাই নৃত্য কৰে । খোপাত ফুল গুজি লোৱাটো প্ৰিয় অভ্যাস । পুৰুষে মূৰত, কপালত বাহাৱৰ বাবে চৰাইৰ পাখি আৰু ফেটি আদি বান্ধি লয় । ইয়াত বাদ্য সঙ্গত কৰা পুৰুষৰ কোনো এজনে প্ৰথম কলি গান গোৱাৰ পাছত বাদ্য-সঙ্গত হয় আৰু সেই বাদনৰ তালত পেলাই নৰ্ত্তকীহঁতে নাচি নাচি দক্ষিণ দিশলৈ আগবাঢ়ে । নাচত বাদ্য সঙ্গত কৰিবলৈ কেৱল মাদলকেই বাচি লোৱা হয় ।

সি যি কি নহওক ঝুমুৰ নাচ হ'ল নাচনী নাচৰ উন্নত সংস্কৰণ । নাচনী নাচত ব্যাকৰণগতভাৱে দুটা বিভাজন আছে । এটা মোটা ডালৰ আনটো মিহি ডালৰ অৰ্থাৎ এটা 'ফক' বা লৌকিক আৰু আনটো উচ্চাঙ্গ বা ক্লাচিকেল । মোটা তালৰ ঝুমুৰত ৰসিক থাকে আৰু ঢোল, নাগৰা, ধামসা, সহনাই ইত্যাদিৰ সহযোগত আঁসৰ জমি উঠে । মিহি তাল ঝুমুৰত ৰসিক নাথাকে । ঝুমুৰিয়াও নাথাকে । তবলা, তানপুৰা, হাৰমনিয়াম, ফ্লুট, এছৰাজ, পাখোৱাজ আদিৰ লগত নাচনীয়ে নিজেই গাব আৰু নাচিব । অৱশ্যেই এগৰাকী নাচনী বহি পৰিলে আন এগৰাকী উঠিব পাৰে । এই সৰুতালৰ ঝুমুৰকেই ৰজা বা জমিদাৰসকলে পৃষ্ঠ-পোষকতা কৰিছিল বাবেই জমিদাৰী নাচ হিচাপে নামকৰণ ঘটে । কোৱা বাহুল্য যে ইয়াৰ মুখ্য বিষয় 'কৃষ্ণলীলা' । আনহাতে একেই ঝুমুৰ নৃত্য বাদ দি বিদগ্ধ পৰিৱেশত পৰিৱেশিত হ'লে বৈঠকি বুলি কোৱা হয় ।

গৱেষক পণ্ডিতসকলে ঝুমুৰৰ কেইবাটাও শাখাত বিভক্ত কৰিছে । যেনে –

ক) বিষয়ৰ দিশত — দেহতত্ত্ব, কৃষ্ণলীলা, পৌৰাণিক, নিদান, সাংকেতিক, আঙ্গিক। ইয়াৰ গীতাংশ মাৰ্জিত ভাষাত ৰচিত হয়। পয়াৰ বা ত্ৰিপদী (সুৰ) ধুয়া (ধ্ৰুব পদ), ৰং (ইয়াৰ তাল পৰে দোহৰা হয়), ভনিতা (শেষৰ কলিত কবিৰ নামযুক্ত) চাৰি কলিৰ।

খ) লৌকিক ধাৰাৰ — টাড়, উধয়া, ডহৰিয়া, ডমকচ, দাঁড় ইত্যাদি। ইয়াত গীতৰ কলিৰ সংখ্যা কম — এক, দুই বা তিনি সুৰ বৈচিত্ৰ্য নাই। ইয়াত খণ্ড অভিজ্ঞতা, তাৎক্ষণিক প্ৰেৰণা সম্ভূত স্বভাৱ কবিত্বৰ প্ৰলেপ থাকে।

গ) সুৰ-তাল-নৃত্যক অনুকৰণ কৰি — উদাস্যা বা বাউলছোৰা, ঢুৰা, কীৰ্ত্তন ছোৰা, কবি, নাচনী শালয়া, দাড়শালিয়া খেমটি, আড়াইহা।

ঘ) ঋতুক অনুকৰণ কৰি — আষাড়ী, চৈতালী, ঝিঙাফুলীয়া, ভাদৰীয়া, বাৰমেসা ইত্যাদি।

ঙ) অঞ্চল বিশেষ বা ভাষাৰ অনুকৰণ কৰি — বাগমুড়া, গলৱাৰী, নাগপুৰীয়া, মুণ্ডাৰী, কুৰমালী, সাওঁতালী, তামাড়িয়, পাঁচ-পৰগনীয়া, ঝাইলদা, চিলিয়াৰী ইত্যাদি।

ওপৰত বৰ্ণাই অহা 'বৈঠক' আসৰত 'ছুট' ঝুমুৰ আৰু 'পালাবদ্ধ' ঝুমুৰ পৰিবেশন হয়। পালাঝুমুৰ বিলাক বাৰ-চৈধ্য সংখ্যালৈকে ক্ৰমান্বয়ে একে বিষয়ৰ সম্প্ৰসাৰণ ঘটাই নিয়া হয়। কেতিয়াবা উক্তি-প্ৰসক্তি ঘটাই 'নাট-গীত' কৰা হয়। এই গীত পৰিবেশনৰ গুৰিত ত্ৰিপাদী চৌপাদী আৰু পয়াৰ ব্যৱহৃত হয়। ইয়াত আবৃত্তি আছে। ছুট ঝুমুৰ এককভাৱে সমপূৰ্ণাঙ্গ। ই প্ৰায়েই চাৰি কলিৰ। প্ৰথম কলিৰ শেষত 'ধ্ৰু' থাকে (ধ্ৰুব পদ)। শেষ কলিত ভনিতা থাকে।

পৰিশেষত প্ৰবন্ধৰ বাহুল্য নকৰি ঝুমুৰ গায়ক-ৰচক-প্ৰচাৰক আৰু অভিজ্ঞতাৰে ভৰপুৰ চাহ জনগোষ্ঠীৰ ঝুমুৰীয়াসকলে এই সংগীতৰ বাবে প্ৰয়োজন হোৱা তাল-মাত্ৰা-কড়ি-ছন্দ আদিৰ লগতে জড়ন-বুৰুটাড় ছোঁআড়ী-ডহৰৰা ফুলওৱাৰী আদিৰ বিষয়েও চিন্তা-চৰ্চা কৰি কৃষ্টিৰ পথাৰত সৃষ্টিৰ ঢল বোৱাই প্ৰকৃত অনুসন্ধানত ৰত হয় যেন। 'ছত্ৰাকীৰ' বিভিন্ন আলোচকৰ সাৰ কথাখিনিকে ইয়াত মাথোন ব্যক্ত কৰা হ'ল।

'চৈত বৈশাস মাসে, নদী বহে ৰসে ৰসে  
ধাধ্‌কি ফুল ফুটে মাঘ মাসে।  
বড় ৰিঝ ভাই গে'ল ভাদৰ মাসে।' ❑

# জন সংস্কৃতিৰ ঐতিহ্য বিচাৰ

## ১. কৰমৰ সৃষ্টিতত্ত্ব

চাহ জনগোষ্ঠীয় সমাজত প্ৰচলিত কৰম পূজাক 'ডাল-পূজা' বুলিও কোৱা হয় 'ডাল-পূজা' মানেই বৃক্ষ পূজা। আদিম যুগৰেপৰাই আদিম মানৱে গোষ্ঠীভেদে কেইবাৰকমো বৃক্ষৰ ডাল ৰোপণ অথবা প্ৰোথিত কৰি পূজা-পাৰ্বন কৰা দেখা যায়। ইয়াৰ ভিতৰত কৰম, ডিমৰু, বৰ, আঁহত, জৰী, বাঁহ, কুঁহিয়াৰ, কদম আদিয়েই প্ৰধান। ক্ষুদ্ৰ গুটিকোষৰপৰা বিৰাটত্বৰ প্ৰকাশ ইহঁতৰ দীৰ্ঘজীৱিতা আৰু সৃষ্টি উৰ্বৰা শক্তিয়ে আদি পূৰ্ব যুগৰপৰাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰি আহি আৰ্যোত্তৰ যুগত ঈশ্বৰীয় গুণ সম্পন্ন মাঙ্গলিক বৃক্ষ হিচাপে চিহ্নিত হৈ নৃত্য-গীতেৰে বন্দনা আৰাধনা আদায় কৰি মহিমামন্দিত হৈ পৰিছে। এইদৰে বাঁহ গছেও অগ্নিৰ প্ৰতীক আৰু মধুবনৰ কুঁহিয়াৰেও অমৃতৰ প্ৰতীক ৰূপ বহন কৰি জন-সংস্কৃতিৰ মহিমাময়ী স্বৰূপ প্ৰকাশ কৰিছে। উপৰোক্ত গছ-বিৰিখৰ ডালে ঠাই বিশেষে গৃহস্থৰ আঙ্গিনাত ডাল পূজা হিচাপে অধিষ্ঠিত হ'লেও সাধাৰণভাৱে কৰম পূজা বা কৰ্মা পৰব বুলিহে সৰ্বতিকালৰ স্বীকৃতি পাইছে। উল্লেখনীয় যে কলগছ, সিজুগছ, আম, বেল, শিলিখা, তুলসী, নিম, অৰ্জুন, পাকৰি, বৰুণ, ঢেকীয়া, বিহলঙনি, কচু, ধান, সৰিয়হ, হালধি, নাৰিকল, জবা, পদুম, শেৱালি, দুবৰি বন সমস্তিতে বিভিন্ন গছ-বিৰিখ, বন-লতা, পুষ্প আদিয়েও নিজস্ব গুণৰাজিৰ আলোকত আলোকিত হৈ মানৱ গোষ্ঠীৰপৰা বিভিন্ন মৰ্যাদাৰ স্বীকৃতি আদায় কৰি আৰাধনাৰ বেদীত একোটি আসন উলিয়াই ল'বলৈ সমৰ্থ হৈছে। হিন্দু গোষ্ঠীৰ অলৌকিক জ্ঞানদায়িনী বৃক্ষজোপাই হৈছে 'কল্পতৰু' বৃক্ষ। ই জ্ঞানবৃক্ষও।

সি যি কি নহওক, আলোচিত 'কৰম'ৰ সৃষ্টি তত্ত্বক লৈ বিভিন্ন অঞ্চলত বিভিন্ন ৰূপৰ গাথা ইতিহাস আৰু কিং বদন্তি প্ৰচলিত থকাৰ উমান পোৱা গৈছে। তাৰে কেইটামান বুটলি আনি তলত প্ৰোথিত কৰা হ'ল। যেনে —

১) প্ৰথমে বন্দনা কৰি জাওৱা ঠাকুৰাণী গ'
জাওৱাৰ লাগি আমৰা সবাই কৰি টানাটনি গ'
কুৰ্মময়ী নামে আমাদেৰ আদিপুৰুষ ছিল গ'
পাৰ্শ্ব একাদশী দিনে বনকে বাহৰাইল্য গ'
বনে যায়ে নানা ৰকম চিকাৰ কৰিল গ'

চিকাৰ কৰিবাৰ পৰে গাছ তলে বসিল গ'
গাচটা ছিল কৰম গাছ ডাল ভাঙ্গে বসিল গ'
সেই ডালটাই দুটা পকা ঋতুই মগ্ন ছিল গ'
মৰণ কালে পকা দুটাই শাপ দিয়ে গেল গ'
পকা দুটাৰ শাপে ৰাজা আটকুড়া হইল গ'
তখন ৰাজা মনস্তাপে তপস্যাই বসিল গ'
তপস্যাই বসিয়া ৰাজা খপন পাইল গ'
তখন ৰাজা ঘৰে আইসে কৰম ডাল পুজিল গ'
একবছৰ পৰে ৰাজা পুত্ৰ কোলে লিল গ'
তখন থেকেই ছেইলা-ছুলুই কৰে একাদশী গ'
পাৰ্শ্ব একাদশী দিনে সবাই উপসাবী গ'

২) আদিবাসী কিংবদন্তিয়ে কয় — জল চৌ চৌ জলাশয়ৰ পৃথিবীখনত স্নান কৰিবলৈ আহি লক্ষ্মী দেৱীয়ে গাৰ মলিৰপৰাই দুটা চৰাইৰ মূৰ্তি গঢ়ি তোলাত নাৰায়ণে তাত প্ৰাণৰ সঞ্চাৰ কৰিলে । তেতিয়া সিহঁত হালে উৰি গৈ স্নান কৰা মহাদেৱৰ মাথাত পৰেগৈ । সেই দিনাৰপৰাই হেনো মহাদেৱ জটীয়া হয় । আন এদিন লক্ষ্মী দেৱীয়ে নিজৰ কনিষ্ঠা আঙুলিৰ নখকেইটা কাটি সেই জলাশয়ত নিক্ষেপ কৰিলে । তাৰেপৰাই কৰম গছৰ জন্ম হ'ল । এই বাবেই কৰম গছৰ পাতৰ আগলিবোৰ হেনো কনিষ্ঠা আঙুলিৰ আকাৰ হয় । এই কৰম গছ জোপাতেই চৰাইহাল আহি বিশ্ৰাম লয় । এদিন পুনৰ লক্ষ্মীদেৱীয়ে মূৰ ফণিয়াই পোৱা চুলিবোৰ পানীত পেলালে । তাৰে পৰাই মৃতকৰ উদ্দেশ্য পানী উছৰ্গা কৰা 'বেনা' নামৰ গছৰ সৃষ্টি হয় এই গছতেই চৰাই হালে আহি বাঁহ বান্ধি কশী পৰাত 'মাৰাংবুৰু' দেৱতাই আহি ৰখীয়া হৈ থাকিল । সময়ৰ উমনিত তাৰে পৰাই আদিম মানব পিলচু বুঢ়া আৰু পিলচু বুঢ়ীৰ জন্ম হয় । এইবাৰ নাৰায়ণে 'মাৰাং বুৰু'ৰ সৈতে পৰামৰ্শ কৰি জলাশয়ৰ তলৰপৰা মাটি তুলি আনিবলৈ জলচৰ প্ৰাণীবোৰক আদেশ কৰিলে । ছিড়ি, খাকৰি, বৰালি আদিয়ে নোৱৰাত পদুমৰ মাজেৰে গৈ কেচুৱে মাটি তুলি আনি কাছৰ পিঠিত জমা কৰিলে। মাটি টান কৰিবলৈ এইবাৰ মাৰাং বুৰুৱে নিজৰ চুলি ছিঙি ঘাঁহৰ স্ৰজন কৰিলে । এনে দৰেই পৃথিৱীখনত ঘাঁহ-বন, বৃক্ষ-লতাৰে ভৰি পৰিল । বুঢ়া-বুঢ়ীয়ে তেতিয়া মাৰাংবুৰুৱে আনি 'কুঢ়িয়া' ঘৰত থাকিবলৈ দি কৃষি কৰ্মত লগালে । ইয়াৰ পৰাই সিহঁতে ভাত ৰন্ধা, মদ বনোৱা ৰিঝ-ৰং আৰু নাচ-গানত নিপুন হৈ উঠে । ইয়াতেই বুঢ়া-বুঢ়ীৰ ঔৰসত সাত পুত্ৰ আৰু সাত কন্যাৰ জন্ম হয় । এদিন দুয়োৱে কাজিয়া হোৱাত নিজ নিজ ভাগৰ সন্তানহঁতক লৈ দুয়ো দুয়োৰে পৰা আঁতৰি বেলেগকৈ থাকিবলৈ ল'লেগৈ । কিন্তু বিধিৰ বিপাকত কোনেও কাকো চিনি নোপোৱাত 'হিড়' নামৰ ঠাইত ল'ৰা-ছোৱালীহঁতৰ মাজত বিয়া হৈ যায় । বিনা অনুমতিত এনে কাৰ্য কৰাত মাৰাং-বুৰুৰ খং উঠিল আৰু ব্ৰহ্মাৰ হতুৱাই সিহঁতৰ ঘৰবোৰত

অগ্নি সংযোগ কৰালে । ফলত ল'ৰা-ছোৱালীহঁতৰ তেৰজনেই অগ্নিত জাহ গ'ল । বুঢ়া-বুঢ়ীৰ সৈতে পাথৰৰ গুহাত সোমাই কেৱল কনিষ্ঠা কন্যাটি বাচি থাকিল । ব্ৰহ্মাই তেতিয়া পুনৰ মাৰাংবুৰুৰ আদেশত ঠাইডোখৰ জলবৰ্ষণেৰে ধুৱাই দি বুঢ়া-বুঢ়ীক সংসাৰ ধৰ্ম পালন কৰিবলৈ পৰামৰ্শ দিলে । এইবাৰ পুনৰ সাত পুত্ৰ, সাত কন্যাৰ জন্ম হ'ল । এই দ্বিতীয় বাৰৰ সন্তানহঁতে আগৰ বাৰৰ অগ্নিবৰ্ষণৰ পৰা বাচি যোৱা কনিষ্ঠা কন্যা গৰাকীক 'বড় দিদি' বুলি সম্বোধন কৰিবলৈ ল'লে । এই 'বড় দিদি'ৰ আন এটা পোছাকী নামেই হেনো সাঁহৰাই বা 'কালী' । এওঁৰ গৰ্ভত জন্ম লোৱা 'কৰমু' আৰু 'ধৰমু' নামৰ ভাতৃদ্বয়েই কালক্ৰমত ধৰিত্ৰীৰ মানৱ কুলত 'ডাল পূজা' বা কৰমা পৰবৰ প্ৰৱৰ্তন কৰিছিল বুলি প্ৰবাদ কথাত পৰিণত হ'ল ।

'কৰমু' (কৰ্ম্মা) আৰু 'ধৰমুক' (ধৰ্ম্মা) লৈ পুনশ্চ কেইবাৰকমো কৰম ব্ৰতৰ কথা বা কাহিনী শুনিবলৈ পোৱা যায় । যেনে – ক) দুই ভাতৃ কৰমু আৰু ধৰমুৰ মাজত কামৰ ভাগ বাটোৱাৰা হোৱাত ধৰমুৰ ভাগত ছাগলী চৰোৱাৰ দায়িত্ব পৰিছিল । কিন্তু ধৰমুৱে সেই কাৰ্য নিয়াৰিকৈ নকৰি ছাগলীবোৰক একে ঠাইতে ৰাখি কৰম পূজা পাতি ৰিঝ-ৰং কৰি থাকে । ফলত ছাগলীবোৰ ঘাঁহ খাবলৈ নাপাই ক্ষীণাই-শুকাই যোৱাত কৰমুৰ নজৰত পৰে । কৰমুৱে ভায়েকক তেনে কাৰ্য নকৰিবলৈ সঁকীয়াই থকাতো কোনো ফল নিদিলে । সেয়ে এদিন খঙৰ কোপত সেইডাল উঘালি দলিয়াই পেলালে । খ) কনিষ্ঠ ধৰমুক ঘৰ গৃহস্থালি চাবলৈ কৈ কৰমুৱে বাণিজ্যলৈ বুলি বিদেশলৈ যায় । কিছুদিনৰ পাছত উলটি আহোঁতে জাহাজৰ বয়-বস্তু খালাচ কৰিবৰ বাবে আগতীয়া খবৰ পঠালে । ধৰমুৱে এনে সময়ত কৰম ব্ৰতত ব্ৰতী থকাত সেই কাৰ্য কৰিব নোৱাৰিলে । এনে কাৰ্যত বিতুষ্ট হৈ জ্যেষ্ঠ ভাতৃ কৰমুৱে আহি কৰম ডালটো উভালি দলিয়াই পেলালে । এই দুয়োটা কাৰ্যৰ বাবে কৰম ঠাকুৰৰ অভিশাপত কৰমুৰ দৰিদ্ৰ অৱস্থাপ্ৰাপ্ত হয় । কৰমুৱে এই বিপদৰপৰা পৰিত্ৰাণ পাবলৈ সাগৰৰ পাৰলৈ যাত্ৰা কৰে আৰু কৰ্মা ঠাকুৰক ঘূৰাই আনি ৰিঝ-ৰঙেৰে আৰাধনা কৰে । ঠাকুৰৰ কৃপাত গাই, ঘোঁৰা, গাধ, মহিষ; পুখুৰী, ডিমৰু, বৃক্ষ, ঘঁৰিয়াল আদিৰ দ্বাৰা ধন-ঐশ্বৰ্য লাভ কৰি মহাজন হিচাপে পৰিগণিত হয় । গ) নাৰায়ণৰ কৃপাত বিক্ৰম ৰজাৰ ঔৰসত কৰমু-ধৰমুৰ জন্ম হ'লেও জ্যেষ্ঠ ভাতৃ কৰমুৱে প্ৰতিক্ষণতে ধৰমুৰ প্ৰতি হিংসা ভাব পোষণ কৰিছিল । ফলত মহাদেৱ আৰু পাৰ্বতীৰ বিৰাগ ভাজন হয় । এই পাপৰ পৰা উদ্ধাৰ পাবলৈ কৰমুৱে প্ৰাৰ্থনা কৰাত মহাদেৱৰ পৰামৰ্শমতে 'ডাল পূজা' কৰি উদ্ধাৰ পায় । ঘ) কৰম পূজা উপলক্ষে কৰমু-ধৰমুৱে একাদশী ব্ৰত পালন কৰি বাঁসী ভাত খাই ব্ৰত ভাঙিছিল । কিন্তু এবাৰ এই নিয়ম নামানি কৰমুৱে গৰম ভাত খোৱাত ঠাকুৰৰ কাণত পৰে । শেষত সাগৰৰ পাৰলৈ গৈ কৰম ঠাকুৰৰ শৰণাগত হয় আৰু পূৰ্বৰ নিয়ম ভঙ্গ নকৰাৰ প্ৰতিশ্ৰুতি দিয়াত ঠাকুৰৰ কৃপাদৃষ্টি লাভ কৰে । ঙ) আদিম মানৱে এবাৰ ছত্ৰ-ছত্ৰাক বা স্থলপদ্মৰ পাৰত ছত্ৰ পূজাৰ আয়োজন কৰাত পূৰ্ণিমাৰ গঙ্গাৰ জোৱাৰে বুৰাই

পেলায় । গঙ্গাই ব্যথিত হৈ সেই পূজা ভাগ 'কৰম' ডাল প্ৰোথিত কৰি সমাপন কৰাৰ পৰামৰ্শ দি 'ডাল পূজা'ৰ প্ৰচলন ঘটালে ।

পৰিশেষত, বৃক্ষ পূজাই যৌন চেতনা, সন্তান কামনা অথবা শস্য উৎপাদন তথা ধৰ্মীয় উদ্দেশ্য যিয়েই ব্যক্ত নকৰক লাগিলে আজিৰ বিজ্ঞান জগতেও ইয়াৰ ৰোপণ আৰু সংৰক্ষণৰ দ্বাৰা প্ৰকৃতিৰ ভাৰসাম্যতা ৰক্ষা কৰিবলৈ মানৱ কুললৈ আহ্বান জনাবই লাগিছে।

২) উপৰোক্ত কৰম পৰব বা ডাল পূজাৰ লগত ভাদ মাহতেই পতা আন এটা অনুষ্ঠান 'জিতাষ্টমি' বা 'জিতাঘাট' পৰবৰো এটা সূক্ষ্ম সাদৃশ্য নথকা নহয় । ইয়েই বাৰু 'জিতিয়া কৰম' নেকি ? এই ব্ৰতক সূৰ্য উপাসনাও বুলিব পৰা হয় । সন্ধিয়াৰ সময়ত সুৰ্যোদয়ৰ সাতটা ৰশ্মিৰ দৰে এই ব্ৰত পূজাৰ বাবেও সাত ৰকমৰ ফুল, সাত ৰকমৰ ফল, সাত ৰকৰ পিঠা আদিৰ দৰকাৰ হয় ।বৰ গছৰ ডাল, শিপাৰে সৈতে উভালি অনা কুঁহিয়াৰ গছ, শীৰ্ষৰ সৈতে অনা ধান গছ, মূলাৰ সৈতে উভালি অনা শালুক ফুল আৰু অংকুৰিত শস্যৰ গুৰা ইত্যাদিৰে প্ৰোথিত কৰি চোতালৰ জিতা বেদী সজোৱা হয় । পূজা উপলক্ষে পুত্ৰৰ মধুৰ জীৱনৰ বাবে মাতৃসকলে আঢ়ৈ দিন নিৰ্জলা উপবাস কৰি পুত্ৰহঁতৰ কপালত চন্দনৰ ফোঁট দিয়ে ।

থোৰতে জিতবাহনৰ কথা বস্তু এনে — বৰ্ণ কুন্তীৰ আখ্যানৰ দৰে কোনো এক ব্ৰাহ্মণৰ উপদেশ মতে নিঃসন্তান বিধবা জিতবাহনৰ মাতৃয়ে সূৰ্যক আৰাধনা কৰে । সূৰ্য আহিল । কিন্তু বিধবাৰ নীতি বিৰুদ্ধ কাযৰ বাবেই হওক অথবা সূৰ্য তেজত ভীতগ্ৰস্তা হৈয়েই হওক বিধবাই নিজকে কপাট বন্ধ কৰিলে । সূৰ্যৰ অব্যৰ্থ বীৰ্য বিধবাৰ সবজী বাৰীত পৰিল । তাতে পৰাই উপজিল শাক । সেই শাক ভক্ষণ কৰি বিধবাৰ গৰ্ভাবস্থা হয় আৰু জিতবাহনৰ জন্ম দিয়ে । এই জিতবাহনেই সময়ত মাতৃৰ পৰা নিজৰ জন্ম কাহিনীৰ ৰহস্য জানি লৈ সূৰ্যৰ ৰশ্মিক অনুকৰণ কৰি গৈ পিতৃক সাক্ষাৎ কৰে আৰু তেওঁৰ পৰা সস্নেহ আলিঙ্গন লাভ কৰে । তেতিয়াৰে পৰাই হেনো এনেদৰে চোতালত বেদী পাতি ৰিঝ-ৰং কৰি জিতিয়া বা সূৰ্য পূজাৰ প্ৰচলন ঘটিল ।

এই পূজা কৰিলে ভূত-প্ৰেত আদিয়ে হেনো সন্তানহঁতৰ কোনো অপায়-অমঙ্গল ঘটাব নোৱাৰি কয় — 'যা যাঁ বঁড় বাঁইচে গৌলি তঁৰ মাঁ জিঁতা কঁৰেছিল ভাঁল কঁইৰে বঁলে ।'

## ২. ঝুমুৰৰ বিচাৰ

'ঝুমুৰ' বা 'ঝুম্যৰ' শব্দটিৰ সমাৰ্থক শব্দ 'গান' আৰু 'ৰং' বা 'ৰগ' শব্দৰ অৰ্থ 'ৰাগ' । ঝুমুৰ গানৰ উদ্ভৱ আৰু তাৰ উপযুক্ত সূত্ৰ এটা পোৱা নাযায় যদিও 'ঝুমুৰি' বা 'ঝুম্বৰী' নামৰ শৃঙ্গাৰবহুল মধুৰ আৰু মৃদু সঙ্গীতৰ এটা প্ৰকাৰ বুলিয়েই গৱেষকসকল পতিয়ন গৈছে ।

'ঝুমুৰ' প্ৰসঙ্গতি খুবেই ব্যাপক । ই প্ৰকৃত অৰ্থেই সঙ্গীত । কিয়নো ইয়াত নৃত্য-গীত আৰু বাদ্য তিনিওটাই আছে যদিও গীতাংশৰেই প্ৰাধান্য বেছি । বস্তুতঃ ই এটি প্ৰাচীন কালৰ এটি সঙ্গত ধাৰা — সময়ৰ প্ৰকোপত বহু বিৱৰ্তন ঘটিছে । সুৰৰ ফালৰপৰা ইয়াৰ বৈশিষ্ট্য এয়ে যে ই উচ্চ ভাগৰপৰা নিম্ন ভাগলৈ অৱৰোহণ কৰে আৰু মূল নধৰি ফাঁক ধৰিও চলিব পাৰে । তালক অগ্ৰাহ্য কৰি যাত্ৰাক অনুকৰণ কৰিয়েই ইয়াৰ মূৰ গাঢ় উঠে । মাৰ্গ সঙ্গীতৰ লগত ইয়াৰ মিল নাই আৰু ফাঁকৰপৰা ই জাপ মাৰি উঠে । ইয়াৰ গতি বংকিম আৰু চমকপ্ৰদ । নাচেই য'ত মূল, গানেই য'ত গৌণ তাকেই কোৱা হয় ঝুমুৰ নাচ ।

পুৰুলিয়া, মানভূম তথা ঝাড়খণ্ড অঞ্চলত আদিবাসী তথা উপজাতি গোষ্ঠীৰ মাজত ভাঁশাই নাচ, দাঁড় নাচ, পাতা নাচ, ঘোঁড়া নাচ আদি কিছুমান নাচ প্ৰচলিত আছে । গোটেই দিনটো হাড় ভঙা পৰিশ্ৰমৰ অন্তত অৱসৰ বিনোদনৰ বাবে সন্ধিয়া পৰত আৰু বিশেষ কোনো উৎসৱ-অনুষ্ঠান থাকিলে দিনৰ বেলাটো এনে নাচৰ আয়োজন কৰে । এই নাচত শাৰীবদ্ধভাৱে দহ-পোন্ধৰ গৰাকী ছোৱালীয়ে পৰস্পৰে হাত ধৰি থিয় হয় । দক্ষিণ ফালে আটাইতকৈ কুশলী গৰাকীয়ে স্থান পায় । এই গৰাকীক কোৱা হয় 'আগদহনী' বা 'আগলিদাঁড়ী' । দলৰ আন আন ছোৱালীবোৰে আগদহনিৰ নৃত্য ভঙ্গিমা, নাচৰ গতি, পদক্ষেপ, তাল ইত্যাদিৰ লগত মিলিত হৈ উত্তাল গতিৰ নাচ নাচে । দাড় নাচ বা ঝুমুৰৰ নাচৰ তাল আড়াই বা আড়াইহা । অৱশ্যেই নাচৰ আগতে এওঁলোকে নিজৰ পোছাক-প্ৰৰিচ্ছদ ভালকৈ টানি-টুনি পিন্ধি লয় । খোপাত ফুল গুজি লোৱাটো এটা প্ৰিয় অভ্যাস । এই সু-সমন্বিত নাচনীবোৰৰ সন্মুখত কেইজনমান পুৰুষেও বাদ্যযন্ত্ৰ লৈ বাজনা বজাবলৈ লয়। কোনো এজন পুৰুষে এটা কলিৰ গান গোৱাৰ অন্তত, সেই গানৰ পদ্ধতি ৰাখি বাদ্য সঙ্গত হয় আৰু সেই বাজনাৰ তালে তালে তাল মিলাই গানৰ কলিটি গাই ছোৱালীহঁতে নাচিবলৈ আৰম্ভ কৰি অলপ অলপ কৰি দক্ষিণ দিশলৈ আগবাঢ়ে । ঝুমুৰবোৰত কলিৰ সংখ্যা কম, খুব বেছি এক-দুই-তিনি । এই গীতবোৰত খণ্ড অভিজ্ঞতা, অভিব্যক্তি, তাৎক্ষণিক প্ৰেৰণা সম্ভূত আৰু স্বভাৱসুলভ কবিত্বত ৰূপময় । ভনিতা নাই । ই কেতিয়াবা সমবেত কণ্ঠেৰেও গোৱা হয় । পুৰুষসকলে সাধাৰণভাৱে ধুতি, গেঞ্জী পিন্ধে আৰু পাৰিলে মূৰত পেঁটী বান্ধি কিছু বাহাৰ আনিবলৈ ম'ৰা চৰাইৰ বা তেনে জাতীয় চৰাইৰ পাখিও গুজি লয় । প্ৰিয় বাদ্যৰ ভিতৰত মাদলেই প্ৰধান ।

লৌকিক ঝুমুৰৰ ভিতৰত টাঁড় ঝুমুৰেই আদিতম । গৰখীয়া গীতৰ দৰে । ই যৌন বিষয়ক আৰু গাঁও-গেৰাখৰ বাহিৰত গোৱা গীত । ডমকচ্ ঝুমুৰ বিয়াৰ বাসৰত বিশেষকৈ দৰা ওলাই যোৱাৰ পাছত দ্ৰুতলয়ে পৰিবেশন কৰা এবিধ নাচ আৰু গীত । ইয়াতো সমবেত কণ্ঠ আছে । টাড় ঝুমুৰৰ দৰে ভাদৰিয়া ঝুমুৰো প্ৰাচীনতম । ইও আচাৰ সৰ্বস্ব গোষ্ঠী নৃত্য আৰু ইয়াতো কোনো ভনিতা নাথাকে ।

দাড় নাচ, পাতা নাচৰ উন্নত সংস্কৰণ হৈছে নাচনী নাচ । নাচনী অৰ্থাৎ নৰ্তকীৰ

বৃত্তি গ্ৰহণ কৰা এক শ্ৰেণী ছোৱালীয়ে এই নাচৰ বাবে কলা-কৌশল শিকিব লগা হয়। যিয়ে শিকায় তেওঁৱেই গুৰু আৰু তেওঁৱেই 'ৰসিক' বা 'ৰসবক্তা' (মূল গায়ন আৰু ভাবদ্ৰষ্টা)। এই 'ৰসিকক' কেন্দ্ৰ কৰি আঠ-ন গৰাকী নাচনীয়ে নাচত অংশ ল'ব পাৰে। বাদ্য-যন্ত্ৰৰ ভিতৰত ঢোল, নাগাৰা, টাঁক, সাহনাই আদিয়ে প্ৰধান। ঝুমুৰ গায়ক তিনি বা চাৰিতকৈ অধিক হ'ব নোৱাৰে। এই ঝুমৰিয়াই ঝুমুৰ গোৱাৰ পাছত তাৰে কলি এটা নাচনীহঁতে বহি বহিয়েই গাব। ইয়াৰ পাছতে সাহনাই বাজিব। তাৰ পাছত ঢোলত তাল ধৰিব। তেতিয়াই 'ৰসিকে' নাচ লগাই দিওঁতে দহ-পোন্ধৰ মিনিট পৰ্যন্ত পদ গীত গাই নাচ চলাই যাব। নাচনী নাচত ব্যাকৰণগতভাৱে দুটা বিভাজন আছে। এটা মোটা তাল আনটো সৰু তাল। মোটা তালৰ নাচত 'ৰসিক' থাকে আৰু বিভিন্ন বাদ্য যন্ত্ৰৰে আসৰ বহে। সৰু তালৰ নাচত ৰসিক নাথাকে আৰু ঝুমুৰিয়াও নাথাকে। এই সৰু তালৰ আসৰত নাচনীয়ে হাৰমনিয়াম, পাখোৱাজ, তবলা-তানপুৰাৰে সৈতে নিজেই গায় আৰু নাচে। সমাজদাৰৰ সভাত বহা এই আসৰকেই 'বৈঠকী' বা 'বৈঠাখানা' ঝুমুৰ কোৱা হয়। এসময়ত স্থানীয়ভাৱে ৰজা মহাৰজা জমিদাৰসকলে পৃষ্ঠপোষকতা কৰিছিল বাবেই ইয়াক 'জমিদাৰী নাচ' বুলিও কোৱা হৈছিল।

এই বৈঠকত সাধাৰণভাৱে 'ছুট' বা 'পালাবদ্ধ' ঝুমুৰ পৰিবেশিত হয়। ই সম্পূৰ্ণাঙ্গ ঝুমুৰ। ইয়াত দহ-বাৰটা গানৰ সম্প্ৰসাৰণ ঘটাই এটাৰ পাছত আনটো গাই লৈ যোৱা হয়। ই উক্তি — প্ৰত্যুক্তিৰেও হ'ব পাৰে। পয়াৰ বা ত্ৰিপদী ছন্দতো হ'ব পাৰে। ই নাট-গীত পৰ্যায়তো পৰিব পাৰে বুলি কোৱা হয়।

আনফালে মোটা তালৰ অপভ্ৰংশকেই কোৱা হয় 'ঝুমইৰ' বা নাচ। ঝুমুৰ নাচত ৰাজপুত্ৰবেশী যুৱক বা কৃষ্ণই হ'ল 'ৰসিক'। তেৱেঁই অপেশ্বৰী সদৃশ নৰ্তকীসকলক নচুৱায়।

সংস্কৃতিৰ গৱেষকসকলে ঝুমুৰ নাচ আৰু গীতক কেইবাটাও স্তৰত বিন্যাস কৰি দেখুৱাইছে। যেনে —

ক) লৌকিক শাখাৰ ঝুমুৰ — টাড়, উধোৱা, ডহৰিয়া, জমকচ্, দাড়শাল।

খ) সুৰ-তাল নৃত্যক অনুসৰণ কৰা শাখাৰ বাউলছোৱা বা উদাস্যা, কীৰ্তনছোৱা, নাচনী শলিয়া, দাঁড় শলিয়া, খেম্‌টা, আড়াইহা, ঢুৱা।

গ) ঋতুক অনুসৰণ কৰা শাখাৰ ঝুমুৰ-ভাদৰিয়া, আষাড়ী, চৈতালী, বাৰমেশা।

ঘ) বিষয়ৰ ফালৰপৰা — দেহতত্ব বা আধ্যাত্মিক কৃষ্ণলীলা, পৌৰাণিক নিদান, সাংকেতিক, ঝিংগাফুলি, লগনশাহী, কীৰ্ত্তন।

ঙ) অঞ্চল বিশেষ বা ভাষাক অৱলম্বন কৰা শাখাৰ — বৰাবাজৰিয়া, বাগমুৱা, ঝালেদা, চিলিয়াৰি, গলৱাৰী, তামাৰিয়া, নাগপুৰীয়া, কুৰ্মালি, মুণ্ডাৰী, পাঁচপৰগণিয়া, সাঁওতালী, ভোজপুৰী ইত্যাদি। ❑

---

*বিঃ দ্ৰঃ 'ছত্ৰাক' পত্ৰিকাৰ বিভিন্ন আলোচনাৰপৰা সহায় লোৱা হৈছে। লেখক*

# জনগীতৰ প্ৰতিধ্বনি

পুৰুষাণুক্ৰমে চলি অহা জনগীতসমূহক মৌখিক সাহিত্য, কৃষ্টি-সংস্কৃতিৰ বাহক বুলি সাধাৰণতে কোৱা হয় । এই গীতমসূহ যুগ বিশেষৰ প্ৰভাৱত আদিমতম অৱস্থাৰপৰা অৰ্বাচীন কাললৈকে বিভিন্ন স্তৰত বিভিন্ন ধৰণেৰে মোট সলাইছে, বিভিন্ন সাজ-পোছাকেৰে সজ্জিত হৈছে আৰু বিভিন্ন ভাৱ প্ৰকাশৰ বাহক হৈ সকলোকে আনন্দ-আহ্লাদত মতলীয়াও কৰিছে । সেয়েহে ক'ব পাৰি জনগীতসমূহে কথা কয়, গীতসমূহে নিৰক্ষৰ জনসমাজে তৰ্কিব নোৱৰাকৈয়ে তেওঁলোকৰ ইতিহাস কয় আৰু তেওঁলোকৰ বাবে বুৰঞ্জীও সৃষ্টি কৰে। গীত-নৃত্যসমূহৰ মাজত গোষ্ঠী বা সমাজ বিশেষৰ আনন্দ-আহ্লাদ, আশা-নিৰাশা, প্ৰেম-প্ৰীতি, বিশ্বাস-অবিশ্বাস আদিৰ ভাৱসমূহ প্ৰকট হৈ উঠে । এই গীতবোৰে জনগণৰ মনৰ ভাষা, মন গহনৰ ভাৱাবেগ আৰু অলৌকিক আধ্যাত্মিকতাৰ অকৃত্ৰিম বিশ্বাস আদিকেই প্ৰতিফলিত কৰে । অসমীয়া চাহপতীয়া সমাজে অনুষ্ঠানমূলক হিচাপে অনুষ্ঠিত কৰা ঝুমুৰ (ঝুমেইৰ) নৃত্য-গীত আৰু টুচু পূজাৰ গীত-মাত সমূহতো এনে আদিমতম বিশ্বাসৰ মূল সুঁতিটো অৰ্বাচীন কাললৈকে ফল্গু ধাৰাৰ দৰে প্ৰবাহিত হৈ আছে । সেয়েহে কেইটামান গীত-মাতৰ আধ্যাত্মিকতা আৰু মৰ্মাৰ্থখিনি অনুধাৱন কৰি এই প্ৰবন্ধৰ পাঠকবৰ্গৰ ওচৰত সবিনয়ে উত্থাপন কৰা হ'ল । যথা ...

(১)

"আষাড় শাওণ মাসে
বক্‌লী পিয়াসে মৰে
ক'ন ৰসিক কুঁৱা কুড় দেল
মায়া জাল ভেট্ না ভেল ।"

**মৰ্মাৰ্থ ঃ** প্ৰকৃতিৰ স্বাভাৱিক কাৰণতেই আহাৰ-শাওণ মাহত বৰষুণ হয় । ফলত জান-জুৰি, নদ-নদী, সাগৰ-সৰোবৰ পানীৰে উপচি পৰে । প্ৰকৃতিৰ বিনন্দীয়া ৰূপৰ অধিকাৰী বগলী চৰাইবোৰেও জাকি মাৰি আহি কেচু-কুমটি, মাছ-পুঠি বিচাৰি খেতি পথাৰবোৰ চলাথ কৰে। এনে অৱস্থাত সিহঁতে পানীৰ বাবে হাঁহাকাৰ কৰিবলগীয়া একো নাই । তথাপিও এনে আহাৰ-শাওণতেই বগলীবোৰে পানীৰ পিয়াহত মৰিছে বুলি ঝুমুৰ গীতে বিননি তুলিছে । সেয়েহে ইয়াক জীয়া তেজৰ প্ৰেমৰ পেনপেনীয়া গীত বুলি ক'ব নুখুজি মহাসুখ আধ্যাত্মিকতাৰ

আকুল ৰহস্য প্ৰৱাহিত গীত বুলি চিহ্নিত কৰা গ'ল । প্ৰকৃততে গীত ফাঁকিত প্ৰকাশ কৰা ৰহস্য হৈছে — আমি চাক্ষুষ দেখা পৃথিৱীখন এখন মায়া-মোহৰ সাগৰহে । ৰগলীৰূপী মানৱ আত্মাই ভগবৎ লীলাৰ অন্তিম মুহূৰ্ত্তৰ প্ৰকৃত পন্থ অনুধাৱন কৰিব নোৱাৰি লোভ, মোহ, কাম, ক্ৰোধ, হিংসা, দ্বেষ আদিৰে পৰিপূৰ্ণ বাসনা তৃপ্তিৰ পানী নথকা দ' কুঁৱাৰ শুকান তলীত বন্দী হৈ ব্যাকুলচিত্তে পৰিত্ৰাণৰ তত্ত্ব বিচাৰি হাবাথুৰি খাইছে । সেয়েহে মায়াজালৰ বন্দীয়ে মায়াহৰিণীক নিৰ্মূল কৰি অৰ্থাৎ লোভ, মোহক পদদলিত কৰি চিত্ত জাগৰিত প্ৰভাৱ তথা চিত্তবৃত্তিৰ লয় যোগে প্ৰজ্ঞাৰ অনুসন্ধান কৰিবলৈ আহ্বান কৰা হৈছে । এই প্ৰজ্ঞাৰ সন্ধান পাবলৈ হ'লে সেইজনৰেই আৱশ্যক যিজন প্ৰকৃততে ('ৰসিক'/গুৰু) অৰ্থাৎ সৎ চিত্ত আনন্দৰ বাহক সচ্চিদানন্দ-নিত্যানন্দ ।

(২)

"ছট মট চালি ঘৰ পানী গিৰে ঝৰ ঝৰ
নাচনীকে নিয়ে গেল চোৰে
ৰিদয় ফাটে কাৰে বলি দহিছে আগুনে
চানা-পুনা সাৰাৰাত পড়েছিল ঘুমে ।"

মৰ্মাৰ্থ ঃ জুপুৰী পঁজা বা উৰ্বলি যোৱা চালি ঘৰটো যদিহে বৰ্ষাৰ আগতে মেৰামতি কৰা নহয় তেনেহ'লে পানী পৰিবই । জৰজৰকৈ পানী পৰা এনে এখন ঘৰত চোৰ সোমাই ল'ৰা-ছোৱালীহঁতৰ টোপনিৰ অজান্তে মূল নাচনীজনীক চুৰি কৰি নিয়াত গৃহস্থৰ হৃদয় থানবান হৈছে বুলি এই গীত ফাঁকিত ঝুমুৰৰ ঝংকাৰ উঠিছে । দেখাত একো যেন নালাগিলেও প্ৰকৃততে ইয়াৰ গুঢ়াৰ্থ আধ্যাত্মিকতাৰ পিনে গতি কৰিছে । গীতত কৈছে দেহা বা শৰীৰটোৱেই হৈছে প্ৰকৃততে একো একোটা চালিঘৰ বা জুপুৰী । ইয়াৰ ভিতৰতেই চিত্তবৃত্তিৰ দ্বাৰাই প্ৰকৃত অতীন্দ্ৰিয় আনন্দৰ সন্ধান পাব পাৰি । ইয়াৰ অবিহনে অতৃপ্ত বাসনাবোৰে হৃদয় আত্মাক যাতনা দি প্ৰকৃত জ্ঞানক মোহাচ্ছন্ন কৰি তোলে । অৰ্থাৎ চুৰি বা হৰণ কৰে । ফলত 'চানা-পুনা' ৰূপী আন আন ইন্দ্ৰিয়বোৰ প্ৰকৃত জ্ঞান উপলব্ধিৰ অবিহনে টোপনিত পৰি বিকল যেন হৈ পৰে আৰু সিয়েই সংসাৰৰ জীৱৰ দুখ-কষ্টৰ কাৰণ হয় । এতেকে চিত্তদহনৰপৰা নিস্কৃতি পাবলৈ হ'লে চিত্ত সজাগ ৰাখি প্ৰকৃত জ্ঞানৰ অন্বেষণ কৰাই শ্ৰেয় বুলি গীত ফাঁকিত ৰহস্যভাৱ প্ৰকাশ কৰা হৈছে ।

(৩)

"তলেত তাৰ ডাল-পাত
ওপৰে তাল ফুল
সখী মধ্যে ফুটে ফুল
মুৰ্খে কি বুঝিবে পণ্ডিত হইল বাউল
সখী মধ্যে ফুটে ফুল

আগে পড়ে ফল, পিছে পড়ে ফুল
সখী মধ্যে ফুটে ফুল
মুৰ্খে কি বুঝিবে পণ্ডিত হইল বাউল
সখী মধ্যে ফুটে ফুল ।"

**মৰ্মাৰ্থ ঃ** ভগৱানৰ সৃষ্টি ৰহস্যৰ ভেদ জনাটো জটিল । যুগে যুগি চিৰদিন ঋষি-মুনি, সাধু-সন্যাসী, সন্ত-মহন্ত আদি পণ্ডিতসকলে সৃষ্টি ৰহস্যৰ এই ইন্দ্ৰজালৰ গূঢ়াৰ্থ হৃদয়ঙ্গম কৰিবলৈ সাধনা কৰিছে যদিও সফল হ'ব পৰা নাই । গীত ফাঁকিত কোৱা হৈছে ফুল বা কলিৰ পৰাহে ফল বা বীজ উৎপাদিত হয় । ইয়াৰ পৰাহে ডাল-পাত আদিয়ে ঠন ধৰে । অন্যহাতে সৃষ্টি প্ৰহেলিকাত কেতিয়াবা ফল আগতে দেখা দিয়ে আৰু পাছশালৰূপী ফুল ফুলে পাছত । সেয়েহে কল্পতৰু দ্ৰুমৰ (বৃক্ষ) বীজ-ফল-ফচল আদি সৃষ্টিৰ ৰহস্যময় প্ৰহেলিকাত মহা মহা যোগী তপস্বী সাধকসকলেও ভগৱানৰ মহাদৰ্শন আয়ত কৰাত সক্ষম হোৱা নাই — মুৰ্খৰতো কথাই নাই। গীত ফাঁকিয়ে ভগৱৎলীলাৰ ৰহস্যৰেই ইঙ্গিত বহন কৰিছে ।

(৪)

"গোলাম খাটিতে নৰ
বিচাৰ কৰি হৰিহৰ
অনন্তকালে পন্থ ভুলি গেল
কাহে বিধি নৰজনম দেল
মাই-বাপ দূৰ গেল
মাসী পিসি পিয়াৰী ভেল
অহীৰে ! কাহে বিধি নৰজনম দেল ।"

**মৰ্মাৰ্থ ঃ** ইয়াত নৰ দেহাধাৰী জীৱাত্মাৰ বিলাই-বিপত্তিৰ কথা কোৱা হৈছে । পৰমাত্মাৰ পৰাই জীৱাত্মাৰ সৃষ্টি । এতেকে জীৱাত্মাই পৰমাত্মাৰ বৃত্তত থাকি তপ-জপ-যোগ-ধ্যান আদি চিত্ত বৃত্তিৰে সৎ জীৱনৰ পথক আঁকোৱালি লৈ পাৰ্থিৱ সুখক জলাঞ্জলি দিব লাগে । কিন্তু মূল আনন্দময় ৰসময়ী শক্তিক আওকাণ কৰি ইন্দ্ৰিয় বিকল কৰা শক্তিসমূহৰ গোলাম হৈ জীৱাত্মাবোৰে নিজেই নিজৰ অমঙ্গল মাতি আনে । এই গীত ফাঁকিত 'ৰাপ মাই'ৰ চয়নৰ যোগে সৎমাৰ্গ, সৎ-প্ৰবৃত্তি আৰু 'মাসী পিসিৰ পিয়াৰী' অৰ্থে অসৎ মাৰ্গ, অসৎ প্ৰবৃত্তিৰ আভাস ব্যঞ্জিত হৈছে । 'দূৰে গেল' অৰ্থে মূল হৰিহৰ ভগৱৎ শক্তিৰপৰা বিচ্ছিন্ন হৈ পৰিছে বুলি জীৱাত্মাৰ আকুলতা প্ৰকাশ পাইছে । এনেবোৰ ঝুমুৰ গীতক অসমীয়া দেহবিচাৰ গীতসমূহৰ লগত আলচ কৰিব পাৰি ।

(৫)

"বাড়ীৰ নামে কুঁৱা খুঁড়লাম — ঘটী ধৰে জল খাতে
এমনি কুঁৱা নিঠুৰ হৈল — পৈদ ফুল গেল ফুটে

পৈদ ফুলেতে গংগা — বঠে আছে জলেতে ।

*          *          *

ধান কাটি গ' নাড়া কাটি — নাড়া কাটি ঘৰ বান্ধি
সেহ ঘৰে জল পড়ে অগ' — বেসে সাৰা ৰাইত কান্দি
কি বলব গ' মাসী পিসি — কি বলব দুখেৰ কথা
কাঁচা বাসে ঘূণ ধৰেছে — তেমনি আমাৰ দুদশা ।"

**মৰ্মাৰ্থ ঃ** এই গীত ফাঁকিত অদৃশ্য শক্তিৰ প্ৰাবল্যতাৰ কথা সোঁৱৰণ কৰা হৈছে । অদৃশ্য শক্তিৰ কুঃপ্ৰভাৱৰ ফলতেই মনুষ্য প্ৰাণে পানীৰ অভাৱতে কুঁৱা খানিলে হাবি-বননি-পদুমণি গজি পানী খোৱাৰ অনুপযোগী কৰি তোলে । গংগা নিৰ্গঙ্গা হয় । নতুন ধানৰ নৰা কাটি ঘৰ বনালেও পানী পৰি শোৱন-খাৱন বিষময় কৰি তোলে । পূৰঠ কেঁচা বাঁহতো ঘূণে ধৰে। অদৃশ্য কু-প্ৰভাৱৰ বাবেই কোৱা হয় — 'আইৰ ঘৰলৈ যাম, দুই হাতে খাম । বিধাতাই বোলে মই পাছে পাছে যাম ।' গীত ফাঁকিত ব্যঞ্জনাৰে ক'ব খোজা হৈছে টুচু দেৱীৰ জীৱনৰ বেদনা বিজড়িত এক কৰুণ ইতিহাস । এই দিশৰপৰা আঁত ধৰিলে জনা যায় দুঃসহ জীৱনৰ ওৰ পেলাবলৈ কৰ্ণদেৱ পুত্ৰ সীতাৰামৰ লগত বিবাহপাশত আবদ্ধ হোৱা দিন ধৰি বীৰবল দুহিতা টুচু দেৱী যেন বিধাতাৰ চকুৰ কুটা, দাঁতৰ শূল হৈ পৰে । ফলস্বৰূপেই গাৰ্হস্থ্য জীৱন, ঘৰ-সংসাৰ বিষময় হৈ পৰে । এটাৰ পাছত আন এটা দুৰ্ভাগ্যই থিত লৈ থাকিল । শেষত পূৰঠ বাঁহক ঘূণে ধৰাৰ নিচিনাকৈ সবল যৌৱনৰ অধিকাৰী টুচুপতি সীতাৰামৰ দেহাত আদবয়সতে কালৰোগে আক্ৰান্ত কৰি মৃত্যু ঘটায় । শেহলৈ ঢৌডলত উঠি টুচুদেৱী সহ-মৰণ যাব লগা হয় । ব্যঞ্জনাৰ এনে গীতবোৰ কৰুণ ৰসাত্মক । ❑

# বৃক্ষ পূজাৰ পৰম্পৰা আৰু কৰম পৰব

বণ্য-বৰ্বৰতাৰ সময়ছোৱা পাৰ হৈ আজিৰ মানুহে আজিৰ জগতখনত বসবাস কৰিবলৈ ল'লেও 'ধৰ্ম' নামৰ বস্তুটিৰ ওপৰত বিশেষভাৱেই নিৰ্ভৰ কৰিবলগীয়া হয়। আদিম মানুহে তাহানিতেই প্ৰকৃতিৰ বুকুত বিচৰণ কৰি ফুৰোঁতে স্বাভাৱিকভাৱে যি যি সমস্যাৰ সন্মুখত পৰিবলগীয়া হৈছিল আৰু যেতিয়াই তাৰ উপযুক্ত কাৰণ বুজিব পৰা নাছিল তেতিয়াই সিবিলাকৰ মনত ভয়-শংকা নাইবা পৱিত্ৰ-অপৱিত্ৰ বুলি ভৱা ধাৰণা কিছুমানৰ উদয় হৈছিল। ইয়াৰ বিশ্লেষণ কৰিবলৈ হ'লে জীৱন্ত মানুহজন টোপনিৰ মাজৰ সপোনত যেতিয়া সংসাৰৰ বিভিন্ন ঘটনাৰাজিৰ মাজত সোমাই পৰে নাইবা মৃত্যুৰ পাৰত তেওঁৰ অতৃপ্ত আত্মাই যেতিয়া জীৱন্ত মানুহৰ ওপৰত উপদ্ৰৱ আৰম্ভ কৰে তেতিয়াই নিজৰ ত্ৰাণৰ অৰ্থে স্বাভাৱিক ভয় বা শংকাৰ হেতু ইটো দিম সিটো দিম বুলি ধাৰণা লোৱাৰ হেতু পূজা-পাৰ্বন কৰাৰ সিদ্ধান্ত কৰি পেলালে। ইয়াৰেই অন্য নাম 'প্ৰেতাত্মা'।

মানুহৰ আত্মাৰ বাহিৰেও প্ৰকৃতিৰ বুকুত থকা চন্দ্ৰ-সূৰ্য-বায়ু-বৰুণ, নদ-নদী, গছ-লতা, পৰ্বত-পাহাৰ, শিল-পাঠাণ, জন্তু-জানোৱাৰ আদিৰ কাৰ্যকৰণ দেখি মানৱাত্মাসমূহ নিশ্চয় অবাক হৈ পৰিছিল। কাৰণ মানুহৰ সহায়ৰ কোনো প্ৰয়োজনবোধ নকৰিয়েই এইবোৰ জড় বস্তুৱে নিজ নিজ কাৰণত মানুহক অবাক কৰি তুলিছিল আৰু বিনিময়ত সিবোৰৰ গুণ হিচাপে ভয়-শংকা বা পৱিত্ৰ-অপৱিত্ৰ বোধক মানি লৈ পূজা-অৰ্চনাৰ ব্যৱস্থা লৈছিল। থোৰতে ইয়াকেই লোকবিশ্বাস বুলি ক'ব পাৰি। এই লোক বিশ্বাসে মানুহক এহাতে ভয়, উদ্বিগ্নতা, কু-প্ৰবৃত্তি, অথবা খং-ৰাগ, দুঃচিন্তা, আদিৰপৰা ৰক্ষা কৰে আৰু আনহাতে মনত শান্তি, স্থিৰতা আৰু পৱিত্ৰ ভাৱ এটা জগাই তোলাৰ বাবে স্বাভাৱিকতেই কোনো এক অপাৰ্থিৱ, মহিমাময়, সৰ্বশক্তিমান অলৌকিক সত্বাৰ ওপৰতেই নিজক সমৰ্পণ কৰি দিয়ে। সেয়েহে কোৱা হয় বিশ্বাস মানেই 'ধৰ্ম' আৰু 'ধৰ্ম' মানেই 'বিশ্বাস'। বিশ্বাসক প্ৰতীকি ৰূপতো পাবলৈ মানুহে বাঞ্চা কৰে। এনেবোৰ কাৰণতেই প্ৰকৃতিৰ আন আন জড়বাদৰ লগত গছ-লতা, বন-বিৰিখ আদিয়েও মানুহৰ হৃদয় কপাটত একোটা নিৰ্দিষ্ট স্থান লৈ পূজা-পাৰ্বন আদিত নিজৰ স্থিতি সাব্যস্ত কৰি পৰম্পৰাগতভাৱে কোন কাহানিবাৰ পৰাই এটি উচ্চাসন লৈ আহিছে আৰু স্বাভাৱিক অৱস্থাবোৰতেই ইঙ্গিত বহন কৰিবলৈ সক্ষম হৈছে।

হিন্দু শাস্ত্ৰত অলৌকিক দেৱতাৰ ৰাজ্য বৈকুণ্ঠতো এনে সৰ্বগুণ সম্পন্ন বৃক্ষ এজোপাৰ সৃষ্টিৰ কল্পনা কৰি লোৱা হ'ল — যাৰ মূল ভাগত ভক্তিভাৱে, নিৰ্মলচিত্তে যেয়ে

যি আশা কৰে তাকেই পায় । স্বৰ্গপাৰ্থত ইয়েই সবাৰো বাঞ্ছিত 'কল্পতৰু' বৃক্ষ । এই কল্পদ্ৰুমক লৈয়েই যুগে যুগে পণ্ডিতসকলে আচল তাৎপৰ্য বিচাৰি উদ্বাউল হৈ পৰিছে । প্ৰশ্নৰ পৃষ্ঠাত প্ৰশ্নৰ উত্থাপন কৰা হৈছে — সমাধান হোৱা নাই । গুটিৰপৰা ফুল নে ফুলৰ পৰা গছ নে গছৰ পৰা গুটি । কলিৰপৰা ফুল নে ফুলৰপৰা কাল । ইয়াৰ ফল ভক্ষণে উত্থান নে পতন । এই ৰহস্যময়ী বৃক্ষক লৈয়েই ৰহস্যৰ ইন্দ্ৰজাল সৃষ্টি নোহোৱাকৈ থকা নাই। 'তলেও তাৰ ডাল-পাত, ওপৰে তাৰ ফুল, সখী মধ্যে ফুটে ফুল / মুৰ্খে কি বুঝিবে পণ্ডিত হইল বাউল, সখী মধ্যে ফুটে ফুল / আগে পড়ে ফল পিছে পড়ে ফুল, সখী মধ্যে ফুটে ফুল / মুৰ্খ্যে কি বুঝিবে পণ্ডিত হইল বাউল, সখী মধ্যে ফুটে ফুল ।'

সেয়ে ৰহস্যৰ ওৰ ভেদিব নোৱাৰি আদিম যুগৰেপৰাই মানুহে নিজ নিজ গোষ্ঠীৰ বিশ্বাস আৰু ধৰ্মৰ ওপৰতেই নিৰ্ভৰ কৰি কেতিয়াবা জড়বাদী, কেতিয়াবা প্ৰেতাত্মাবাদী, ঈশ্বৰবাদী আৰু প্ৰতীক পূজাবাদী হৈ বিভিন্ন লৌকিক উৎসৱ, ক্ৰিয়াকাণ্ড অনুষ্ঠিত কৰি পৰস্পৰ জাতি গোষ্ঠীৰ মাজত আত্মিক ভাব এটা গঢ়ি তুলিবলৈ সক্ষম হৈছে । গছ-বৃক্ষ, তৰু-তৃণ পূজাও ইয়াৰ ব্যতিক্ৰম হ'ব নোৱাৰে । এনেবোৰৰ ওপৰতেই আত্মাযুক্ত ভাব স্থাপন কৰাৰ ফলশ্ৰুতিতেই বহুতো আদিম জনজাতীয় মানুহৰ মাজত যিবোৰক অৰ্থাৎ গছ-বিৰিখ, ফল-পুষ্প কিম্বা জন্তু-জানোৱাৰ আদিয়েই হওক নিজৰ কিলি (গোত্ৰ) হিচাপে গ্ৰহণ কৰি তেনেধৰণৰ বস্তুক খাদ্য তালিকাৰ পৰাও বেলেগাই ৰখাৰ মানসিকতাৰ সৃষ্টি হৈছে । ইয়াতেই বৃক্ষ পূজাৰ প্ৰতীকি পৰিস্ফুৰণ ঘটিছে ।

গছ-বিৰিখৰ পূজাক ভূ-খণ্ড ভাৰতৰ আদিম বা প্ৰাচীনতম পূজা বুলি ঠাৱৰ কৰা হৈছে । সিন্ধু উপত্যকাৰ হৰপ্পা আৰু মহেঞ্জোদাৰোত আৱিষ্কৃত হোৱা প্ৰাচীন মোহৰত দুডাল আঁহতৰ মাজত শিং থকা, বাজু পৰিহিতা, দীঘল বেণীৰে সৈতে এগৰাকী বিবস্ত্ৰা দেৱীৰ আগত পূজা-অৰ্চনা কৰা আদিম মানুহৰ চিত্ৰ দেখি গৱেষক পণ্ডিতসকলে এই কথাত একমত পোষণ কৰিছে যে এনে বৃক্ষ পূজা আৰ্যসকল অহাৰ বহু আগতেই ভাৰতবৰ্ষত প্ৰচলিত আছিল ।

লোক-বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰিয়েই ভাৰতীয় মানুহে 'বনদেৱী', 'বনদেৱতা'ৰ স্থিতি আছে বুলি প্ৰতীয়মান কৰিছে । পোনতে বন বা বনৰীয়া গছ বিৰিখত ঈশ্বৰীয় গুণ আৰোপ কৰিলেও শেহলৈ জয়াল জয়াল যেন লগা বন-বৃক্ষবোৰত ভূত-প্ৰেত, যখ-যখিনী, দ'ত-বুঢ়াডাঙ্গৰীয়া ধৰণৰ অপদেৱতাবোৰ থাকে বুলিয়েই বিশ্বাস স্থাপন কৰিছে । ভাৰতীয় জন-জীৱনত ঘিলা পূজা, বড় পাহাৰী পূজা, বাঘুত পূজা, বড় পূজা আদি পূজাবোৰে এনে চিন্তা-ভাৱনাৰেই স্বাক্ষৰ বহন কৰিছে ।

প্ৰাক্ ঐতিহাসিক যুগৰেপৰা ৰাজ ৰাজেশ্বৰসকলে খাণ্ডৱ বন, অশোক বন, কাম্য বন, নন্দন বন আদি ধৰণৰ বন খণ্ডবোৰ সংৰক্ষিত কৰি ৰখাটোও ধৰ্মৰ একোটা অঙ্গ বুলি মানিছিল । ঋষি-মুনিসকলে বন খণ্ডৰ মাজতেই আশ্ৰম পাতি ধৰ্ম-চিন্তাৰ বা ধৰ্ম সাধনাৰ ধ্বজাও উৰুৱাইছিল ।

ভাৰতীয় মানসিকতাত যিবোৰ গছ-বিৰিখৰ পুলি-পোখা, লতা-পাত বেছি, যিবোৰ বৃক্ষই যুগ যুগ ধৰি উচ্চ শিৰ তুলি বলীষ্ঠ জীৱনী শক্তিৰ পৰিচয় দি আহিছে, যিবোৰ বৃক্ষই হাজাৰ-বিজাৰ গুটিৰ ফলন দিয়াৰ ক্ষমতা ৰাখি ক্ষুদ্ৰত্ব গুটিকোষৰপৰা বিৰাটত্ব বৃক্ষ সৃষ্টিৰ ক্ষমতা ৰাখিব পাৰিছে সিবোৰকেই মাঙ্গলিক বৃক্ষ বুলি স্বীকৃতি প্ৰদান কৰিছে। বৰ গছ, জৰী গছ, আঁহত গছ, বকুল গছ, আম গছ আদিক সেয়েহে ভাৰতীয় হিন্দুসকলে 'পঞ্চ পল্লৱ' বুলি স্বীকৃতি দি বিশেষভাৱে বৈদিক সন্মানেৰে বিভূষিত কৰিছে। এনে বৃক্ষৰ ৰোপণ কাৰ্য দুই-এক সমাজত বিশেষ ভক্তি ভাৱেৰেও সমাধা কৰা নীতি-নিয়ম প্ৰৱৰ্তিত হৈছে। অসমীয়া সংস্কৃতিতো সৃজনী শক্তি পৰা এনেবোৰ বৃক্ষৰ তলতেই আদিমতম বিহু উৎসৱৰ পাতনি মেলি উৰ্বৰতা আৰু সৃষ্টিৰ উৎসক সন্মান জনাইছে। অৱতাৰী পুৰুষ বুদ্ধদেৱে বোধিদ্ৰুমৰ তলত সাধনা কৰি সিদ্ধি লাভ কৰাতেই বৌদ্ধীয়, তথা ভাৰতীয় জনজীৱনত সেই বৃক্ষক দেৱতা জ্ঞানেৰেই মহিমামণ্ডিত দৃষ্টি নিক্ষেপ কৰিব পাৰিছে।

ইয়াৰ ওপৰিও ভাৰতীয় হিন্দুসকলে বেলগছৰ লগত দেবাদিদেৱ মহাদেৱৰ ওতঃপ্ৰোত সম্বন্ধ আছে বুলি বিশ্বাস ৰাখি বৃক্ষ পূজাৰ অন্য এটা ৰূপ প্ৰকাশ কৰি আহিছে। কুশ বন নহ'লে হোম যজ্ঞ সমাপন হ'ব নোৱাৰে। তুলসী গছৰ পূজা প্ৰচলনে শালিগ্ৰাম — শংখৰ বিশেষ আখ্যান এটাও আৱৰি ৰাখিছে। (গাছেৰ মধ্যে তুলসী, পাতাৰ মধ্যে পান, তিৰীৰ মধ্যে ৰাধিকা সতী পুৰুষ ভগৱান)। দুবৰি বনৰ দীৰ্ঘমাদী জীৱনে পূজা-পাৰ্বনৰ বিশেষ অঙ্গ হ'লেও ৰামায়ণৰ সীতাৰ চুলিৰ অৱশেষ বুলি আখ্যান এটাৰো বোজা বহন কৰি আছে। সাধাৰণভাৱে কলগছৰ মাঙ্গলিকতা সৰ্বজন বিদিত। ভাৰতীয় জনজীৱনত বসন্ত বা আইসকল দেখা দিলে অভিশাপ খণ্ডাবৰ অৰ্থে নিম গছৰ প্ৰাধান্যতাক স্বীকৃতি দিলেও দক্ষিণ ভাৰতত মন্দিৰবোৰৰ কাষত বিশেষভাৱে ইয়াৰ ৰোপণ কাৰ্য চলে আৰু সেইমতে পূজা-অৰ্চনাৰ ব্যৱস্থাও আছে। কি আৰ্য কি অনাৰ্য সকলোৱে সিজু গছকো মাঙ্গলিক গছ বুলি স্বীকৃতি দিছে। এই গছজোপা থানত থাকিলে, বাৰীৰ ঢাপত থাকিলে, ঘৰৰ কিনাৰত ৰোপণ কৰিলে অপায়-অমঙ্গল, ধুমুহা, বৰষুণ, বিজুলী, ঢেৰেকণিয়ে কোনোধৰণৰ ক্ষতি কৰিব নোৱাৰে বুলিয়েই ধাৰণা আছে। অসমীয়া সমাজত ইয়াৰ প্ৰমাণো আছে — ('সূতিকা নিকটে ৰাখিবা অস্ত্ৰ/গৃহ চাৰি চুকে দ্বাৰ মুখত / বচ সিজু আনি কৰিব শকত)। মন কৰিবলগীয়া যে পণ্ডিতসকলে এই সিজু গছৰ আদি বাসস্থান হিচাপে মেক্সিকো দেশকহে চিনাক্ত কৰিছে। তান্ত্ৰিকসকলে ঢেকীয়া-বিহলঙনিৰেও জৰা-ফুকা কাৰ্য সমাধা কৰে। উচ্চ আৰ্য লগুণ গছ বুলি তৰা গছৰ খ্যাতি আছে। গো বিহুৰ লগত এই গছৰ সম্বন্ধও নিচেই আপোন। ধান ৰোপণ কাৰ্যত সহজতে মৰি নোযোৱা কচু, হালধি, বাঁহ গছ, কলগছ আদিয়েও মাঙ্গলিক ৰূপত প্ৰকাশ পায়। অসমত শিলিখা গছৰ ছাঁত শংকৰ গুৰুৱে জিৰণি লৈ কাব্য ধৰ্মৰ সাধনা কৰাৰ বাবে অসমীয়া বৈষ্ণৱীৰ কৃষ্টিত এই গছজোপা মহিমামণ্ডিত বুলি ধৰা হয়। নাহৰ পাতত মন্ত্ৰ লিখি (অধুনা বিলুপ্ত হ'লেও) গণক শ্ৰেণীয়ে গো বিহুৰ দিনা

গৃহস্থৰ ঘৰে ঘৰে দিয়াৰ মূলতো তাৎপৰ্য লুকাই আছে। চন্দন কাঠত বেলিকাও পৱিত্ৰতা আৰোপিত হৈছে।

জীৱন নিৰ্বাহৰ বাবে অতিকৈ আপোন ধান, যৱ, বগা সৰিয়হ, তিল, মগু আদিক 'পঞ্চশস্য' বুলি গণিতা কৰি ইয়াৰ উৎপাদনৰ বেলিকা বিশেষ মাঙ্গলিক কাৰ্য অনুষ্ঠিত কৰাৰ মূলতেই তৃণ বা কৃষি পূজাৰ ইঙ্গিতেই আছে। দুৰ্গা পূজাত নৱপত্ৰিকাৰ দ্ৰব্য স্থাপনত মানকচু, কলগছ, হালধি গছ আদিয়ে কৃষি বৃক্ষ পূজাৰ প্ৰমাণ কৰিছে।

ভাৰতীয় জনজীৱন তথা অধ্যাত্ম জীৱনত ফুল বা পুষ্পৰো এটা বিশেষ স্থান আছে। এফালে যেনেকৈ সৌন্দৰ্যৰ আকৰ আনফালে নিত্য পূজাৰ সামগ্ৰী। ভাৰতীয় অধ্যাত্ম জগতৰ শ্ৰেষ্ঠ দেৱতা ব্ৰহ্মা-বিষ্ণুকে আদি কৰি বিভিন্ন দেৱ-দেৱীয়ে পুষ্পৰ ওপৰত শয়ন বা স্থিৰ হোৱা কাৰ্যই ফুলৰ মাঙ্গলিকতাকেই সূচাইছে। এপাহ পাৰিজাত ফুলৰ বাবেই অমৰাৱতীত দেৱৰাজ ইন্দ্ৰ আৰু দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ সংঘৰ্ষ হৈছিল। গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধত এপাহ পদ্ম ফুলকেই অৱলম্বন কৰি ভক্তিৰ অৰ্ঘ আগবঢ়োৱাত গজেন্দ্ৰৰ শ্ৰীকৃষ্ণ প্ৰাপ্তি ঘটিছিল। ৰাৱণ বধৰ আগমুহূৰ্তত এপাহ পুষ্পৰ ঘাটি দেখাত শ্ৰীৰাম চন্দ্ৰই চণ্ডী পূজাৰ বাবে নিজৰ লোচন এটাকেই উছৰ্গা কৰা সংকল্প লৈছিল। ফুল পুষ্পবোৰ যিহেতু গছ-বিৰিখসমূহৰে এটা উৎপাদিত অঙ্গ এতেকে ইবোৰেও যুগ যুগ ধৰি বৃক্ষ পূজাৰ ইতিহাসো বহন কৰি আহিছে।

যিয়েই নহওক, বৃক্ষ পূজা যে ভাৰতত এটা আদিম পূজা ইয়াত কোনো সন্দেহ নাই। কৰম পূজাও প্ৰাচীন উৎসৱ আৰু প্ৰাক্ আৰ্য যুগৰ পৰা ই উৰ্বৰা শক্তিৰ প্ৰতীক হিচাপে চিহ্নিত হৈ আহিছে। এই পূজাও নেগ্ৰিটো বা দ্ৰাবিড়ীয় কৃষ্টিৰ চিন আছে আৰু আৰ্য যুগতেই ইয়াক আৰ্যীকৰণ কৰি দেৱত্ব বা ঈশ্বৰত্ব গুণৰ সমাৱেশ ঘটোৱা হৈছে। এই ক্ষেত্ৰত ভাৰতীয় সংস্কৃতিৰ গৱেষক পণ্ডিতসকলৰ অভিমত এয়ে যে দ্ৰাবিড়ীয় সকলেইহে পোন প্ৰথমে ভাৰতবৰ্ষৰ ভূমিত 'পূজা' আৰু 'পুষ্পাঞ্জলি' পদ্ধতিটোৰ প্ৰচলন কৰিছিল — 'হোম'ৰ প্ৰচলন কৰিছিল নৰ্ডিক গোষ্ঠী বা আৰ্যসকলে।

কৰম পূজাত কিছু কিছু জনগোষ্ঠীৰ মাজত ডিমৰু গছৰ ডাল পোতাৰ প্ৰচলন আছে। এই বৃক্ষবো ক্ষুদ্ৰত্ব গুটিকোষৰপৰা বিৰাটত্ব প্ৰকাশৰ শক্তি আছে। পণ্ডিতসকলৰ মতে 'নেগ্ৰিটোসকলেই ভাৰতত ডিমৰু জাতীয় গুটি লগা গছক উৰ্বৰা বিশ্বাসৰ লগত সংযোজিত কৰি পূজা কৰাৰ পৰম্পৰা এৰি থৈ গৈছিল' — (অসমৰ সংস্কৃতি)। এই পূজাত চিকামৰলীয়া (কৰম) গছৰ ডালো ব্যৱহাৰ হয়। কিন্তু মাঙ্গলিক গছ হিচাপে ইয়াৰ স্বীকৃতি কৰাটো দেখা পোৱা নাযায়। সেয়েহে ইয়াক আৰ্য পূৰ্ব যুগৰ প্ৰতীকি বা মাঙ্গলিক বৃক্ষ বুলি ঠাৱৰ কৰাৰ বাদে কোনো গত্যন্তৰ নাই।

কৰম পূজাত আগলি বাঁহৰ জোপোহা জেং পুতিও আনুষ্ঠানিক পূজা অনুষ্ঠিত হয়। কোনোৱে বাঁহৰ গুৰিফাল একক হিচাপে ৰাখি ওপৰফালে ফালি-ছিৰি, সৰু সৰু কামি

যেন কৰি মোটোকাই দি ফুলৰ আকৃতিৰ দৰে কৰি লয় — এয়ে ফুল কৰম । বাঁহ সংস্কৃতিক পোন প্ৰথমে কৃষি ধৰ্ম-চৰ্চা কৰা অষ্ট্ৰিক জাতিৰ অৱদান বুলি কোৱা হয় । ই অগ্নিৰ প্ৰতীক । বাঁহে বাঁহে ঘঁহনি খালে অগ্নিৰ স্ফুলিঙ্গ নিৰ্গত হয় বাবেই ভয় বা শংকাৰ উদ্ৰেক লৈছিল । পিছলৈ এই বাঁহকেই আৰ্যীকৰণ কৰি শ্ৰীকৃষ্ণৰ বাঁহীৰ অৱদান দিয়া বৃক্ষ বুলি মৰ্যাদা প্ৰদান কৰি পূজাৰ পথাৰলৈ অনা হৈছে ।

বৰ আঁহতৰ ডাল, জৰীগছৰ ডাল, কদম গছৰ ডাল আৰু কুঁহিয়াৰ গছ আদিও কৰম পূজাত ব্যৱহাৰ হয় । এই গছবোৰক আৰ্যসকলে মাঙ্গলিক গছ হিচাপে স্বীকৃতি দিছে । ইহঁতৰো দীৰ্ঘ জীৱিতা তথা ক্ষুদ্ৰত্বৰপৰা বিৰাটত্ব গুণলৈ দৃষ্টি ৰাখিয়েই দেৱত্ব-ঈশ্বৰত্ব গুণ আৰোপ কৰি নৃত্য-গীতেৰে বন্দনা-আৰাধনা কৰি মহীয়ান কৰি তোলা হৈছে । শ্ৰীকৃষ্ণ ভগৱানে ব্ৰজপুৰত কৰা বিভিন্ন ক্ৰীড়া, কৌতুক, যমুনাৰ পাৰত কৰা বিহাৰ, বাল্য ক্ৰীড়া, কামজয় লীলা হিচাপে ৰাস ক্ৰীড়া, কাত্যায়নী ব্ৰত আদিৰ দৰে আধ্যাত্মিক কথাবস্তু তথা ভক্তিবাদৰ ভক্তিৰসেৰে ধৌত কৰি এনেবোৰ গছ-বিৰিখক আৰ্যীকৰণ কৰি উজ্জ্বল মহিমাময়ী ৰূপ প্ৰদানৰ অন্তত জনসংস্কৃতিৰ ভিতৰুৱা কৰা হৈছে । কুঁহিয়াৰৰ আন এটা নাম মধু (বন)। পঞ্চামৃত সৃষ্টিত ইয়াৰো অৱদান থকাত পৱিত্ৰ গছ বুলি বিবেচিত হৈছে ।

ভাদ মাহত অনুষ্ঠিত হোৱা জীতিয়া কৰম উৎসৱত বনবিহাৰী শ্ৰীকৃষ্ণৰ বৃক্ষাৰোহন লীলা খেলাৰ ভিন্ ভিন্ পৰ্বৰ কথাবস্তু ভিন্ ভিন্ ধৰণেৰেই সাঙোৰ খাই আছে । আঘোণ মাহৰ 'ৰাস ঝুমুৰেও' একেই কথা প্ৰতিফলিত কৰে । সেয়ে হ'লেও আহিনৰ শেষ অথবা বিজয়া দশমীৰ দিনা পত্তা 'বুঢ়ী কৰমৰ' উৎসৱ অনুষ্ঠানে আৰ্য পূৰ্ব যুগৰেই ইঙ্গিত বহন কৰে । কিয়নো সংস্কৃতিৰ গৱেষকসকলে অভিমত দিয়ে যে ভাৰতৰ ভূমিত আৰ্যসকলে প্ৰতিষ্ঠা লাভ কৰাৰ আগেয়ে বছৰটোৰ আৰম্ভণি হৈছিল কাতি মাহত । শেষ হৈছিল আহিনত । অৰ্থাৎ বছৰটো যেন বুঢ়া হৈ আহিনতে মেলানি মাগে । বুঢ়া আহিনক বিদায় দিবলৈ অনুষ্ঠিত কৰা আহিনৰ কৰম পূজাক সেয়েহে 'বুঢ়ী কৰম' আখ্যা দিয়াৰ যুক্তি যুক্ততাক নুই কৰিব নোৱাৰি ।

শেহত ক'ব পাৰি যৌগিক সংস্কৃতিৰ প্ৰতি ভূ-ভাৰতত কৰম পূজা এনে এটা উৎসৱ য'ত দ্ৰাবিড়-অষ্ট্ৰীক আৰু আৰ্যৰ অৱদান সংমিশ্ৰিত হৈ একাকাৰ হৈছে । ই এফালে যেনেকৈ ধৰিত্ৰীৰ উৰ্বৰতাৰ কথা, বন সংৰক্ষণৰ কথা, কৃষি পূজাৰ কথা সোমাইছে তেনেকৈ ভাৰতীয় ভক্তিবাদ তথা সৃষ্টি তত্ত্বৰো বক্তব্য দাঙি ধৰিছে । ❑

# চাহ শ্ৰমিক সমাজত নাৰীৰ স্থান

ভাৰতীয় সনাতন সমাজত অতীতৰে পৰাই নাৰী জাতিক অতি উচ্চ আৰু মৰ্যাদা সম্পন্ন আসন দিয়া হৈছে বুলি আমি সকলোৱেই গৌৰৱেৰে ঘোষণা কৰোঁহক । বিষয়টোৰ আৰম্ভণিতেই প্ৰাচীন ভাৰতত নাৰী স্বাধীনতা আৰু নাৰী শিক্ষাৰ চমৎকাৰ ব্যৱস্থা যে আছিল তাৰেই কথা প্ৰমাণ কৰিবলৈ গৈ গাৰ্গী, মৈত্ৰেয়ী, খনা, লীলাৱতী আদিৰ দৰে মীহয়সী নাৰীৰ নামবোৰ সঘনাই কৈ যাবলৈ বিচাৰোঁ । ব্যাখ্যা কৰো সীতা-সাবিত্ৰী-বেউলা-তুলসী দেৱীৰ পতিব্ৰতা আৰু আত্মত্যাগৰ বহু চৰ্চিত কাহিনী । গৌৰৱ কৰি কওঁ মীৰাবাঈৰ ভগৱদ ভক্তি, তেজস্বী ৰাণী দুৰ্গাৱতী আৰু লক্ষ্মীবাঈৰ বীৰাঙ্গণা কাৰ্য আৰু ৰাণী অহল্যাবাঈৰ দানশীলতাৰ মনোৰম কথাবোৰ । আৱেগত বিগলিত হৈ ৰাজপুত ৰমণী সংযুক্তা, অসম গৌৰৱিনী নাৰী জয়মতী, সাধনী আৰু ৰাধিকা শান্তিৰ প্ৰতি প্ৰেম, দেশপ্ৰেম, সংস্কৃতিৰ প্ৰেমৰ কথাবোৰ বুকু ফুলাই নিৰহ-নিপালিকৈ আলোচনা কৰোঁহক । কিন্তু গভীৰভাৱে চিন্তা কৰিবলৈ এই কথা ফুটি উঠে যে এই আটাইকেইগৰাকী নমস্যা নাৰীয়েই ৰজা মহাৰজা যুগৰ আৰু অহিংসা, প্ৰেম, মৈত্ৰী, সমন্বয়, সংহতি প্ৰভৃতি মানৱ সভ্যতাৰ অতি উচ্চ আদৰ্শত বিকশিত হ'লেও পুৰুষ প্ৰধান সমাজৰ বিপক্ষে বহুখিনি কঠোৰ মানসিকতা আৰু সংগ্ৰামী চেতনা থকাৰ বাবেহে আহি পৰা বাধা-বিঘিনিসমূহ নেওচিবলৈ সক্ষম হ'ব পাৰিছিল । কিন্তু যুগে যুগে পুৰুষ শাসিত সমাজত উচ্চ আদৰ্শেৰে ভৰা অহিংসা. প্ৰেম, মৈত্ৰীৰ ওপৰত এনে কিছুমান অতিৰিক্ত কাল্পনিক লোকাচাৰ আৰু অন্ধ সংস্কাৰ সম্ভূত নীতি-নিয়ম নাৰীসকলৰ ওপৰত জাপি দিয়া হৈছে যাৰ ফলত নাৰীয়ে যুগে যুগে অতি শান্ত, শিষ্ট, নীৰিহ, আত্মসমৰ্পণ তথা ঘৃণীত দুৰ্বিসহ জীৱন-যাপন কৰিবলৈ বাধ্য হৈছে । ভাৰতৰ বিভিন্ন ঠাইৰপৰা আহি থুপ খোৱা অসমৰ চাহ বাগিচাৰ শ্ৰমিক জনগোষ্ঠীও ইয়াৰ ব্যতিক্ৰম নহয় । এনেদৰেই অৱহেলিত কৰি ৰখা নাৰীৰ মনত অৱসাদ আৰু নৈৰাশ্যই দেখা দিছে । পুৰুষ জাতিৰ কবলত পৰি নাৰীয়ে কোনো ধৰণৰ যুক্তি-তৰ্কলৈ নগৈ কৰ্ম্মফল আৰু অদৃষ্টবাদকেই মানি লৈ নিৰানন্দ তথা পৰাধীন জীৱন-যাপন কৰাত বাধ্য হৈ পৰিছে । দুখেৰে হ'লেও ক'ব লাগিব চাহ জনগোষ্ঠী সমাজে নাৰীসকলক ব্যক্তিগত বা পাৰিবাৰিক স্থাৱৰ-অস্থাৱৰ সা-সম্পত্তি আৰু লাকটু আদিতকৈ অধিক বা বেছি মূল্য দিব নোখোজে । এওঁলোকক সকলো ক্ষেত্ৰতে অসহায় আৰু পুৰুষৰ ওচৰত নিৰ্ভৰ কৰাকৈ দবাই ৰখা হৈছে । এওঁলোকৰ জ্ঞান চকু মুকলি কৰাৰ কোনো বিহিত ব্যৱস্থা লোৱা দূৰৰ কথা বৰং বাহিৰৰ সভ্য জগতৰ লগত

যাতে কোনো ধৰণৰ সম্বন্ধ ঘটিব নোৱাৰে তাৰো কটকটীয়া মৌখিক ব্যৱস্থাও ৰখা হৈছে। সেয়েহে ক'ব পাৰি যে নাৰীসকলক এই সমাজে কোনো ধৰণৰ মনুষ্যত্ব বিকাশৰ সুবিধা দিয়া নাই। পিতা বা স্বামীৰ সম্পত্তি ভোগ কৰা দূৰৰ কথা বৰং কন্যা সন্তান জন্ম দিয়া নিৰপৰাধী মাতৃগৰাকীক অনাদৰ-উপেক্ষাৰে গঞ্জনাৰ পাত্ৰী বুলিহে ধৰা হয়। অকল এয়েই নহয়. এগৰাকী কন্যা সন্তান বাল্যকালত পিতৃৰ অধীন, যৌৱনত স্বামীৰ অধীন আৰু বাৰ্দ্ধক্যত পুত্ৰৰ অধীনত থাকিব লাগে বুলি বিভিন্ন শাস্ত্ৰ-পুৰাণ-ধৰ্মপুথি বা নিজ গোষ্ঠীয় বংশপৰম্পৰাৰ নিয়ম-নীতিৰ দোহাই দিয়েই শাৰীৰিক তথা মানসিকভাৱে যাতনাসহ কৰ্কাল ভাগি পৰাকৈ পৰাধীন কৰি ৰখা দেখিবলৈ পোৱা গৈছে।

ঘৰুৱা অথবা গাৰ্হস্থ্য জীৱনত এগৰাকী নাৰী বা গৃহিনীক সাধাৰণভাৱে ঘৰৰ গৃহলক্ষ্মী বুলি ধৰা হয়। কিন্তু এই গৰাকীয়ে পিতৃ গৃহ এৰাৰ দিন ধৰি পুৱাৰ পৰা গধুলিলৈকে পতি গৃহৰ প্ৰতিগৰাকী সদস্যলৈকে বিভিন্ন ধৰণৰ জাজ মাৰি সেৱা-শুশ্ৰূষা আগবঢ়াব লাগে। পৰিয়ালৰ স্বামী বা মুৰব্বীজনে আহাৰ-পানী গ্ৰহণ নকৰালৈকে ভোকত কলমলাই থাকিলেও কোনো ধৰণৰ আহাৰ গ্ৰহণ কৰিব নোৱাৰে। পুৱা-গধুলি স্বামী বা পতিজনে এৰি দিয়া খোৱাৰ কাঁহীত নিত্য-নৈমিত্তিকভাৱে জুঠা খোৱাটোকে সতীধৰ্ম বা পতিব্ৰতা নাৰী বুলি ধৰা হয়। স্বামী-শহুৰ-শাহু বা অন্যান্য সন্মানীয় জ্যেষ্ঠজনৰ নাম কঢ়াটো সিকলৰ অবৰ্তমানতো ক্ষমাহীন অপৰাধ বুলি গণ্য হয়। এই সকলৰ সমুখত উচ্চ আসনত উঠা-বহা কৰা, চুলি নবন্ধা, ওৰণিৰে মুৰ নঢকা, বং-ৰহইছ হাঁহি-ধেমালিৰে কথা-বতৰা পতা, হাত-কাণ-নাক-ডিঙি আৰু ভৰিত কোনো ধৰণৰ অলংকাৰ নৰখা, খোজত ধ্বনি উঠা, শব্দ কৰা ইত্যাদি ধৰণৰ ক্ৰিয়া-কাণ্ডবোৰক পুৰুষ — শ্ৰেষ্ঠ সমাজে ক্ষমা কৰিব নোখোজে। ছোৱালীজনীৰ কপালখন উঠন হ'লে, দাঁতকেইটা সেৰেঙা হ'লে, মুৰৰ চুলিখিনি সাধাৰণ অৱস্থাতকৈ দীঘল হ'লে পতিজনক হেনো নাকত ধৰি চাকত ঘূৰাই ফুৰায়। প্ৰৱচনত সেয়েহে কোৱা হয় — 'উচঁ কপালী চিৰুণ দাঁতী, দীঘল মাথাৰ কেশ। এমন নাৰী বিভা কৰলে, ভ্ৰমায় নানা দেশ।' স্নান কৰোঁতে কিমান সময় লয় সেয়াও নজৰ নকৰাকৈ নাথাকে — 'বহু দেখ সিনানে জামাই দেহ বিহানে।'

'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা' এই আপ্তবাক্যটি সকলো সমাজতে প্ৰচলিত আছে। কিন্তু চাহ বাগিচা বা চাহ জনগোষ্ঠীয় সমাজত এই কথা প্ৰযোজ্য হোৱা নাই যেন দেখা যায়। ☐

# দহোটা 'লিমাৰিক' — 'এটা কণজুন'

(১)

পন ধৰি পানীৰাম পোনচাটেঁই মন্ত্ৰী
পানী খাই পাহৰিলে প্ৰাণসম পিতৃ
পাক বুজি গুৰুমন্ত্ৰ
এৰাই চলে জ্ঞাতি গোত্ৰ
বিলাতী ঢঙেৰে চলে যেন মহাযাত্ৰী ॥

(২)

গোষ্ঠী নহয় মন্ত্ৰীবৰ শিৱৰূপে মৰতৰ
হোহঁকা পিছলা কৰি চিনাকি দিলো অতপৰ
কৰি দিলো হেণ্ডচেক্
তভক দিলে এখন্তেক
কিবা ভাবি গুচি গ'ল সভা বোলে গুৰুতৰ ॥

(৩)

ছোঁ মাৰি দলে বলে নামি আহে প্ৰেম সিং
বাগিচা শ্ৰমিক সভা হৈ হাল্লা ঘিটিংতিং
সঞ্চালকৰ সূচীপত্ৰ
ওলট-পালট ঘটে মাত্ৰ
ভোঁ ভোঁৱাই বাণী ৰাখে নমঃ নমঃ নমঃ কিং ॥

(৪)

বনুৱা ধূসৰ ৰং টুটা-বঢ়া কথাৰ ঢং
গুৰি সংঘ চলাবলৈ লগাই দিলে নেষ্টি ছং
মাৰে সবে হাত তালি
ফুটি উঠে মহতালি
ধন্য ধন্য ৰব উঠে নেতা জবৰজং ॥

(৫)

অৰ্ধ লেখি অৰ্ধ পঢ়ি অৰ্ধ ৰাখে দাঢ়ি
দাদাই বোলে কোৱা ভাই ক'ত লাগে কড়ি
হুংকাৰিবি লেক্‌চাৰ
যেনে তই মিনিষ্টাৰ
কথাৰ পাকতে মই হ'মেই চেক্ৰেটৰী ॥

(৬)

ধান্দা কৰি চান্দা ধৰি বান্দা ল'লো তোক
চিৰদিনেই শান্তি পাবি নেলাগিব ভোক
বড় লোকৰ থাপড় খাই
ধূলা জোকাৰি ঘৰ যায় ।
চপনীয়া চাপিবলৈ চমন দিলে মোক ॥

(৭)

সাহিত্য-সংস্কৃতি লেখি কোনে ঘটে মাটি-বাৰী
বুৰ্বকৰ বেটাহঁতে পায় জানো ফুটা কড়ি !
ঘটা টকা হ'ব দান
নল'লো বা কৃষ্টি নাম
তোমালোকক টেক্কা মাৰি দৌৰাই যাম হাৱা গাড়ী

(৮)

হাবি-জাবি কিবা-কিবি লেখি যাওঁ সাহিত্য প্ৰেমত
বাগিচাৰ পাণ্ডুলিপি উঁইয়ে খাই টিন-বাকচত
দিয়া দুটা পইচা
প্ৰেছ কপিৰ খৰচা
ধেৎতেৰি ফালতু কথা নক'বাহে নাই নিয়মত ॥

(৯)

আখড়াতে গান গাই কামাল কৰিলে তাই
তামাম প্ৰেমত পৰি স্বপ্ন বিভোৰ ভাই
তোলপাৰ লাইন ঘৰ

যিবা লাগে তাকে কব
ভটি ফুবি বুবি যায় 'ৰোমিয়' ভৈয়াই ॥

(১০)

কলীয়াপানীব কলীয়াই ফন্দী গুচাই বাগীচাব
চাকবি পাই
পোৱালী চাহাবব নাচোন জুৰি সকলো পাহৰি যায়
লাখ টকীয়া কোৱাৰ্টাৰত থাকে
'জণ্ডিছ' ৰোগত হালধীয়া দেখে
নিজব চিনাকি দিয়ে তেৰেঁই বোলে বুৰ্ককান্ত ৰায় ॥

(১১)

পটলুংৱালা নেকটাই কোনো কিছুত মন নাই
মাই-বাপে দিন গণে নেজানে যমৰ ঠাই
ক্ষণে মৰে ক্ষণে জীয়ে
ফটা কাপোৰ কোনে সিয়ে
গিলাচত বাকিবলৈ এটুপি চুলাই নাই
ইয়ে কৌন দুনীয়া সমঝ্ নাহি আতা হ্যায়



# অস্তিত্বৰ অনুভৱ

যদিওবা তাৰ অস্তিত্ব আছিল
মুখ-মুণ্ডহীন বিকৃত দেহত —
নাছিল অনুভূতি ।
পৰ্ব্বত পাহাৰৰ নিৰ্গমন প্ৰান্তত —
চিমণিৰ জ্বলন্ত কুণ্ডত
ধমনীৰ প্ৰতিটো তৰঙ্গত
মাথোন কাল বন্যাৰ ঢৌ ।
স্তব্দ তাৰ জীৱনৰ তত্ত্ব !
কৰ্ম কৰ্ম আৰু কৰ্ম
ধৰ্মত নিৰ্গত মাথোঁ
কাঁড়শলা গন্ধ
জ্বলন্ত মমবাতিৰ
গৰম টোপাল !
ৰুদ্ধ গহ্বৰত বাকৰুদ্ধ মেলা
ধৰিত্ৰীৰ গৰ্ভত জ্বলে ঘূৰ্ণী বতাহ
আৰু
তাণ্ডৱ নৃত্যৰ তালে তালে
দৃষ্টমান তিনি মূৰ্ত্তি
মাঁভে মাঁভে স্বৰ
হ'ল নিনাদিত ।
তন্দ্ৰা মাথোন !
ক্ষন্তেক অপেক্ষা ।
ৰক্তৰ প্লাৱনত অনুভূতিৰ তৃষ্ণা জাগে
আষাঢ় শ্ৰাৱণ মাসে
বকলী পিয়াসে মৰে
কণ ৰসিক ডুঁৱা কুড় দেবে ?
এনেতে,
হৃদয় তন্ত্ৰত মন্ত্ৰ উচ্চাৰি (লুকা ভাকু খেলি )
আবিৰ্ভাৱ হ'ল এটি নাৰী মূৰ্ত্তি
হস্ত দুই প্ৰলাৰি আকোঁৱালি লৈ
মাথোন নীৰৱে বুজালে —
মই মইয়েই
'চিৰ চেনেহী তোমাৰ ভাষা জননী -' । ❖❖

# বিকল্প

দিয়া বিসর্জন
বিসর্জন দিয়া স্বৰ্গৰ যজ্ঞ অনুষ্ঠান
গোধাৰ শামুকীয়া পদ গহ্বৰত
হৰদম চলে য'ত
জীয়া বজাৰ মেলা
আৰু
ৰূপবনৰ কোঁৱৰে উচ্চৈশ্ৰবাদ চক্ৰৰ মাৰি
কৰে য'ত জীৱনৰ মেলা ।

দিয়া বিসর্জন
বিসর্জন দিয়া মৰ্ত্ত্যৰ পূজা অনুষ্ঠান
গোধাৰ গলিত পদৰ মাংস পিণ্ড
আৰু
তেজ-পূজে
ৰূপ লয় য'ত পূজাৰ্ঘ্যৰূপে
ধূপ-ধূণা-ঘিঁউ মাখনৰ ।
কদৰ্য্যতাৰ ইও এক নিলৰ্জ বেদনা

আয়োজন কৰা
কৰা আয়োজন
অন্ধকাৰ পাতালত হৃদয়ৰ পূজা
য'ত গোধাৰ পদ গহ্বৰত মীনা বজাৰ নাই
য'ত তেজ পূঁজত ধূপ-ধূৰ্না নাই
আছে মাত্ৰ গোধাৰ বিসর্জন কৰিবপৰা
এটোপ নিস্পাপ চকুলোঁ
আৰু
কিবা জাগ্ৰত চেতনা ❖❖

# মোখনি

পুজা-পাৰ্বনৰ ছুটীত কৰ্মস্থলীৰপৰা ঘৰলৈ আহিলেই ঘৰখনৰ এজন ব্যক্তিয়েই সোধে —'তুই কেতিয়া আইলি। কিবা-কিবি লেখছিন নাই... তৰ লেখা গিলা বৰ দীঘল ...কম কথাই বেছি কথা কলাৰ চেষ্টা কৰবিচোন' বুলি কৈ বিভিন্ন পৰামৰ্শ আগবঢ়োৱা ব্যক্তিজনেই হ'ল আমাৰ ঘৰখনৰ জেষ্ঠ দাদা স্বৰ্গীয় দেউৰাম তাছা।

মৃত্যুৰ এমাহমানৰ আগত অৰ্থাৎ ভাইটোৰ বিয়াৰ ব্যস্ততাৰ মাজতে দাদাই তাৰ কোঠালৈ মাতি নি ক'লে —'চাচোন কামাখ্যাই এতিয়ালৈকে চাহ বাগিচাৰ পুৰাণ কাব্যখন প্ৰেছৰপৰা আনি দিব পৰা নাই। মোৰ মৃত্যু হ'লেহে কিজানি সেইখন প্ৰেছৰপৰা ছপা হব?' বুলি বৰ দুখ মনেৰে ক'লে আৰু লগতে এখন পাণ্ডুলিপি আগবঢ়াই দি ক'লে —পঢ়ি চাবিচোন কেনেকুৱা হৈছে। অন্ততঃ মৃত্যু হোৱাৰ আগলৈকে আৰু কেইখনমান ছপা কিতাপ আকাৰে প্ৰকাশ কৰিব পাৰিলেহে মনত কিছু শান্তি পাম। মই অনিচ্ছা সত্বেও পাণ্ডুলিপিটো হাত পাতি ল'লো। কিয়নো এদিনৰ পাছতেই মোৰ পাছৰ ভাইটোৰ বিয়া। বিয়াৰ কামত ব্যস্ততাৰ মাজতেই পাণ্ডুলিপিটো পঢ়িলো। পঢ়ি ভালেই লাগিল। কেৱল নামকৰণটোহে পছন্দ নহ'ল। দাদাই পাণ্ডুলিপিটোৰ নামকৰণ কৰিছিল —'চাহ জনগোষ্ঠীৰ কিছু খাদ্য-গীত'।

মই পাণ্ডুলিপিটো ঘূৰাই দিওঁতে দাদাক ক'লো যে নামকৰণটো ভাল লগা নাই। নামকৰণটো —'চাহ জনগোষ্ঠীৰ লোকগীতত খাদ্য-সম্ভাৰ' দিলে বেছি সমীচিন হ'ব বুলি কোৱাত তাকেই মানি ল'লে।

মৃত্যুয়ে দাদাক ইমান সোনকালে যে মাতি নিব কোনেও কল্পনা কৰা নাছিল। মৃত্যুৰ আগদিনাখন নিজৰ কৰ্মস্থলীলৈ গৈ কামত যোগদান কৰাৰ কথা কৈ তাৰ পাছদিনাখনেই যে আমাক এৰি চিৰদিনলৈ গুচি যাব তাক কোনেও ভবা নাছিল। অৱশ্যে মৃত্যুৰ দুদিনৰ আগত ছপা আকাৰে 'চাহ বাগিচাৰ পুৰাণ কাব্য' গ্ৰন্থখন চাই কিছু শান্তি পোৱা যেন অনুভৱ হৈছিল।

'চাহ-জনগোষ্ঠীৰ লোকগীতত খাদ্য-সম্ভাৰ' নামৰ পাণ্ডু লিপিটো দেউৰাম দাদাৰ আত্মাই শান্তি পাওক তাকেই কামনা কৰি প্ৰকাশ কৰাৰ দিহা কৰা হ'ল। যিহেতুকে চিৰদিনলৈ এৰি যোৱাৰ আগমুহূৰ্ত্তলৈকে তেওঁ পাণ্ডুলিপিটোৰ কথা কৈ আছিল।

তেওঁৰ অতৃপ্ত আত্মাই শান্তি পাওঁক তেওঁৰদ্বাৰা ৰচিত শেষ পাণ্ডুলিপি— 'চাহ-জনগোষ্ঠীৰ লোকগীতত খাদ্য সম্ভাৰ'ৰ গ্ৰন্থৰূপৰ আত্মপ্ৰকাশে।

শ্ৰীডিম্বেশ্বৰ তাছা

(ভাতৃ)

# ভূমিকা

সকলো জাতিৰ সাহিত্যত সাহিত্যই লিখিত ৰূপ লোৱাৰ আগতে মৌখিক লোক-সাহিত্যসমূহ মুখে মুখে প্ৰচলিত হৈ আহিছে বুলি লোক-সাহিত্যৰ গৱেষক তথা আলোচকসকলে কয়। সাহিত্যই লিখিত ৰূপ পোৱাৰ পিছতো চহাসমাজত নিৰবিচ্ছিন্নভাৱে মৌখিক গীত-পদ ৰচনা হৈয়ে আছে। পুৰুষানুক্ৰমে মুখে-মুখে চলি অহা এই মৌখিক সাহিত্যসমূহত বিভিন্ন যুগ তথা সময়ৰ চাপ পৰিস্ফুট হোৱা দেখা যায়। সময়ৰ গতিৰ সৈতে খোজত খোজ মিলাই লোক-সাহিত্যই লোকমনক সঞ্জীৱিত কৰি ৰাখে। লোক-সাহিত্যৰ মাজত এটা জাতিৰ ক্ৰমবিৱৰ্ত্তনৰ ইতিহাসো বিচাৰি পোৱা যায়। সেয়ে একোটা জাতিৰ লোকমনৰ বিষয়ে জানিবলৈ হ'লে সেই জাতিৰ মৌখিক লোক-সাহিত্যসমূহ চাকি চোৱাটো অতিকৈ প্ৰয়োজন। নহ'লে সেই জাতিৰ আত্মাৰ সতে পৰিচয় হোৱাৰ প্ৰকৃত পথৰপৰা নিলগত থকাহে হ'ব।

'জনসাধাৰণৰ বাস্তৱ অভিজ্ঞতা, প্ৰকৃতিৰপৰা পোৱা শিক্ষা আৰু ব্যৱহাৰিক জীৱনৰ লগত সম্বন্ধ থকা বিষয়ক কেন্দ্ৰ কৰিয়েই চহা কবিসকলে' লোক-সাহিত্যসমূহ ৰচে। সেয়ে দেউৰাম তাছাদেৱ ব্যৱহাৰিক জীৱনৰ লগত ঘনিষ্ঠভাৱে সম্পৃক্ত খাদ্য-সম্ভাৰৰ পৰিচয় চাহ-জনগোষ্ঠীৰ লোকগীতসমূহৰ মাজত কেনেদৰে প্ৰকট হৈ আছে তাকে গৱেষণাসুলভ দৃষ্টিভঙ্গীৰে তেখেতৰ ৰচনাৰ মাজত ফঁহিয়াই দেখুৱাইছে। ৰোৱাৰী পুৱাৰেপৰা ওৰেটো দিন বিভিন্ন শ্ৰম কৰি ফুৰা এই শ্ৰমিক শ্ৰেণীয়ে 'সুষম আহাৰৰ কথা নাভাবে। ভাবে কেনেদৰে উদৰ পূৰণ কৰি জীৱন-বন্তী নিৰ্বাপিত নোহোৱাকৈ ৰাখিব পাৰি। যেন জীয়াই থাকিবৰ বাবেহে তেওঁলোক এমুঠি অন্নৰ সন্ধানত সদা ব্যস্ত। এই ব্যস্ততাপূৰ্ণ জীৱন-চকৰিৰ লগত মানুহৰ আদিম আৰু সহজাত প্ৰবৃত্তি প্ৰেম-পিৰীতিৰ হৰ-গৌৰীৰ মিলন ঘটে — তাৰো ছবি ধৰি ৰাখিছে স্বভাৱ কবিসকলে এনেদৰে —

'মুড়িৰ মজা নিমখ ঝালৈকা।  
ভাতেৰ মজা ডাইলৰে  
নৌতুন পিৰীতেৰ সমা  
আঁলি ঠাইৰা-ঠাইৰ্ৰে'

একোটা জনগোষ্ঠীৰ খাদ্য-সম্ভাৰৰ সৈতে জন-জীৱনৰ সম্পৰ্ক নিবিড়। খাদ্য-ৰীতিৰ মাজেদি একোটা জাতিৰ জীৱন, সংস্কৃতি, আচাৰ-নীতিৰ বিষয়ে সন্ডালনিকৈ জানিব পাৰি। চাহ-জনগোষ্ঠীৰ মাজত প্ৰচলিত লোকগীতৰ মাজত প্ৰতিফলিত হোৱা খাদ্য-সম্ভাৰৰ পৰিচয় দিবলৈ যাওঁতে ৰচকে এই জনগোষ্ঠীৰ জীৱন চৰ্চাৰ বিষয়েও

আলোচনা কৰিছে। 'গৰীব' হিচাপে তৰি-তৰকাৰী ক্ৰয় ক্ষমতাৰ-অক্ষমতা, ধনী-দুখীয়া নিৰ্বিশেষে সকলো শ্ৰেণী লোকৰ শাকনীবাৰী এখন থকাৰ কথা; জোঁৱায়েকৰ প্ৰতি শহুৰ-শাহুৰ মৰমতকৈ ভিনিহীয়েকৰ প্ৰতি খুলশালীহঁতৰ মৰমৰ চোক বেছি, উচ্চ কুলৰ লোকৰ কুকুৰা পোহাৰ প্ৰতি অনীহা প্ৰদৰ্শনৰ লগে লগে লুকাই-চুৰকৈ কুকুৰা মঙহ ভক্ষণৰ প্ৰৱণতা থকা ইত্যাদি ধৰণে জীৱন চৰ্চাৰ সামাজিক বিশ্লেষণ দাঙি ধৰিছে। এই বিশ্লেষণৰ মাজত পুৰণি ৰীতি-নীতিৰ লগতে সময়ৰ গতি সোঁতত পৰিবৰ্তন মুখৰ সমাজখনৰ ছবিও পৰিস্ফুট হৈছে।

দেউৰাম তাছাৰ চাহ-জনগোষ্ঠীৰ লোক-গীতত প্ৰতিফলিত হোৱা খাদ্য ৰীতিৰ আলোচনাৰপৰা দেখা গৈছে তেওঁলোকৰ খাদ্য ৰীতি সৰ্বভাৰতীয় খাদ্য ৰীতি তথা অসমীয়া খাদ্য ৰীতিৰপৰা সম্পূৰ্ণ পৃথক নহয়। অসমৰ অন্যান্য জনগোষ্ঠীৰ লোকৰ দৰে তেওঁলোকৰো মুখ্য আহাৰ ভাত। তদুপৰি 'বাচী ভাত', 'পানী দিয়া ভাত', 'মাড় ভাত', 'চাল ভাজা', 'মুড়ি ভাজা', 'চিৰা ভাজা', 'খৈ', ইত্যাদি আহাৰতো অসমীয়া লোকমনেই প্ৰকাশ পাইছে। আজিৰপৰা প্ৰায় দুশ বছৰ আগত ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা সংমিশ্ৰিত এই লোক-গোষ্ঠীৰ খাদ্য সম্ভাৰত অসমৰ জন-জীৱনৰ সুস্পষ্ট প্ৰভাৱ বিদ্যমান, এইষাৰ কথা গ্ৰন্থৰ ছত্ৰে ছত্ৰে প্ৰকাশিত হৈছে। তথাপিও জীৱন-যাপনৰ এক সুকীয়া অৱস্থিতিৰ কথা তেওঁলোকৰ খাদ্য-সম্ভাৰে নিদিয়াকৈ থকা নাই।

তাছাদেৱৰ গ্ৰন্থখনিত খাদ্য-সম্ভাৰৰ যি পৰিচয় দাঙি ধৰিছে যি চাহ জন-গোষ্ঠীৰ সাংস্কৃতিক মনৰ পৰিচয় দিব পাৰিছে যদিও আলোচনাসমূহ সুশৃঙ্খলিত ৰীতিৰে বিজ্ঞানসম্মত পদ্ধতিৰে আলোচনা কৰাৰ থল আছিল। তথাপি তেখেতে সংস্কৃত মনেৰে যি কামৰ লাইখুঁটা পুতিলে সি কোনোবা গৱেষকে অথবা সংস্কৃত মনৰ সাংস্কৃতিক পূজাৰীয়ে পূৰ্ণাঙ্গ ৰূপ দিয়াৰ পটি কাটি দিলে। তেখেতে দেখুৱাই দিয়া পটিয়েদি ৰাজপথ পাবগৈ পাৰিব অনুসন্ধিৎসু গৱেষকসকলে।

চাহ-জনগোষ্ঠীৰ লোক মাত্ৰেই যে 'গৰীব এনে ধৰণৰ একদেশদৰ্শী মনোভঙ্গী লেখনীৰ সৰ্বত্ৰ বিদ্যমান। 'নিমখ আৰু জলকীয়াবোৰ যেন গৰীব শ্ৰেণীৰ লগত অঙ্গাঙ্গীভাৱে জড়িত' সেইবোৰ যেন সম্ভ্ৰান্ত বিত্তশালী মধ্যবিত্তৰ বাবে অপ্ৰয়োজনীয় সামগ্ৰী। তথাপিও গ্ৰন্থখনিয়ে চাহ-জনগোষ্ঠীৰ খাদ্যৰীতিৰ সম্যক পৰিচয় (লোকগীতত প্ৰতিফলিত) অনুসন্ধিৎসু পাঠকক দিব পাৰিব তাতেই লেখকৰ কৃতিত্ব দাবী কৰিব পাৰি।

ড° নিত্যমবম গোবিন্দ সিংহ
যোৰহাট কলেজ
যোৰহাট

# অৱতাৰণা

বাধা-বন্ধনহীন একশ্ৰেণী মাটিৰ মানুহ বা তথাকথিক শিক্ষাৰে শিক্ষিত নোহোৱা গ্ৰামাঞ্চলৰ অনগ্ৰসৰ মানুহৰপৰাই লোক-সংস্কৃতিৰ ভঁৰালটি চহকী হৈছে। নৃত্য-গীত-মাত-গান-বাজনা, পূজা-পাৰ্বন, উৎসৱ-অনুষ্ঠান আদিৰ দয়-দস্তুৰকে আদি কৰি শিল্পকলাৰ বহুতো উপাদানে একো একোটা ঠাইৰ আঞ্চলিক বৈশিষ্ট্য দাঙি ধৰে। সহজ-সৰল প্ৰাণৰ অকৃত্ৰিম আৰু জীয়াই থকাৰ তাগিদাত নিষ্কলুষ হৃদয়ৰপৰা স্বতস্ফুৰ্তভাবে নিগৰি ওলোৱা কৰ্ম্মৰাজিৰ গুণবোৰেই আহি তেওঁলোকৰ অগোচৰেই জন-জীৱনবোৰত পোহৰ পেলোৱাৰ বাবেই লোক-শিল্পবোৰ আপোন আৰু জীৱন্ত হৈ উঠে। শিল্প-সাহিত্যৰ মূল্যায়নৰ ক্ষেত্ৰত এই অনগ্ৰসৰ শ্ৰেণীয়ে চিন্তা-চৰ্চা কৰাৰ অৱকাশ নাথাকিলেও গৱেষকসকলৰ বহুতেই যথেষ্ট ধৰণৰ খাটনি কৰি মৌ-মিঠা চিন্তা-চৰ্চা কৰিবলগীয়া হয়।

লোক-সাহিত্যবোৰৰ ভেটিটো প্ৰাচীন বুলি কোৱা হ'লেও নতুনৰ সংমিশ্ৰণতহে ইয়াৰ সৌন্দৰ্য্য অধিকভাবে প্ৰকাশ পাব পাৰে। চাহ-বাগিচা অঞ্চলৰ কথাই ধৰা যাওঁক। কোনোবা তাহানিতেই অসমলৈ অহা এই লোকসকলে নিজ এলেকাৰ ভৌগোলিক সীমাৰেখাবোৰ, নদ-নদীবোৰ আৰু পৰ্বত-পাহাৰবোৰ অতিক্ৰম কৰি আহি অসমত চাহ-জনগোষ্ঠী হিচাপে চিনাকি হৈ পৰিলেও তেওঁলোকৰ জন-জীৱনৰ সু-গভীৰ পৰিচয়বোৰ পাবলৈ কেৱল সৰু সৰু জুপুৰী বা চালিঘৰবোৰৰ চোতালত বা লাইন বস্তিৰ ঘৰত ঝাণ্ডা পুতি নিৰ্মাণ কৰা পূজা বা দেওশালৰ ওপৰতেই আলোক-সন্ধানী দৃষ্টি নিক্ষেপ কৰিলেই নহ'ব; সিবিলাকৰ আত্মাৰ আকুলিত আশা-আকাংক্ষাৰ প্ৰকাশ তথা দেশ-কালৰ পৰিস্থিতি অনুযায়ী সৃষ্টি হোৱা গীত-মাত চলতি-কথা আদিৰ বৈশিষ্ট্য সমূহকো চালি-জাৰি চাব জানিব লাগিব। সেয়েহে এই চিন্তাৰ সোঁত ধৰিয়েই তেওঁলোকৰ জীৱন ধাৰণৰ উপ-কৰণবোৰক সাহিত্য-শিল্পৰ ৰূপৰ আৰ্ত ৰাখি ৰূপ আৰু ৰঙৰ আকুলতাবোৰ বৰ্তি থকাৰ আয়োজনো কৰিব লাগিব। এনে কৰিব জানিলেই লোক-সাহিত্য শিল্পই জীৱন-যৌৱন কি ভাবে সৃষ্টি কৰে বা জীৱনটোৱেইনো কেনেকৈ সাহিত্য-শিল্প সৃষ্টি কৰে তাৰ বিশ্লেষণ কৰাটো বৰ সহজ নহ'লেও পৰস্পৰে-পৰস্পৰৰ পৰিপূৰক হৈ এটা শক্তিশালী ৰূপ যে ফুটি উঠিব এয়া সত্য।

এই বিশ্লেষণৰ পৰিপ্ৰেক্ষিততেই চাহ জনগোষ্ঠীৰ মাজত সিঁচৰতি হৈ থকা খাদ্য সম্পৰ্কে বিভিন্ন ধ্যান-ধাৰণা থকা বহুবোৰ কথা একত্ৰিক কৰি কিবা এটা পাবপৰা বস্তুৰ সৃষ্টি হয়নেকি তাকেহে মাথোন বিচৰা হৈছে।

হাতীগড় চাহ বাগিচা — দেউৰাম তাছা

যোৰহাট — ৭৮৫০০৭ — ৩১/৫/৯৬

চাহ বাগিচাৰ জন-জীৱনত এনে কিছুমান চলতি কথা বা গীত-মাত আছে যিবোৰৰ বিষয়ে বৰ বেছি আলোচনা হোৱা নাই। এই গীত-মাতৰ ফছলবোৰ বাৰিষাৰ অভাৱত সুকাই নাযায়। শোষকে-শোষণ কৰিব নোৱাৰে। লুণ্ঠনকাৰীয়ে লুণ্ঠন কৰিব নোৱাৰে। দৈনন্দিন জীৱন-যাত্ৰাৰ খুটি-নাটি থকা এনেবোৰ গীত-মাতত গৰীৱ গোষ্ঠীৰ বহুতো কথা প্ৰতিফলিত হোৱাৰ বাবেই হয়তো লোক-সাহিত্যই আঁকোৱালি ল'বলৈ আগবাঢ়ি আহে। এই সাহিত্যই তেনেবোৰ সমাজৰ উৎসৱ-অনুষ্ঠান, আচাৰ-আচৰণ, চলন-ফুৰণৰ বহুতো কথা অকৃত্ৰিমভাৱে প্ৰকাশ কৰিব পাৰে। জীৱন যাত্ৰাৰ এই দিশবিলাকৰ ফালে সামান্যভাৱে দৃষ্টি নিক্ষেপ কৰিলেই একোখন সমাজ বা গোষ্ঠীৰ মৌলিক পৰিচয় পোৱাত একো অসুবিধা নহয়। যেনেকৈ খাদ্য সম্ভাৰসমূহ কেৱল উদৰ পূৰোৱাৰ উপাদান হিচাপেই বিচাৰ নকৰি এই খাদ্যৰ নিৰ্দ্ধাৰণ, প্ৰস্তুত প্ৰণালী আৰু বিতৰণ ব্যৱস্থাৰ যোগেদি হয়তো গৱেষণাসুলভ ৰন্ধন প্ৰক্ৰিয়া আৰু ৰুচিবোধৰ বহুতো আভাস পাব পাৰি। চাহ বাগিচাৰ গৰীৱ গোষ্ঠীৰ মাজত খাদ্য সম্পৰ্কে পোহৰলৈ নহা এনে কিছুমান গীত-মাত আৰু কোৱা কথাৰ অৱতাৰণা কৰি কিছু পৰিমাণে আলোচনা আগবঢ়োৱা হ'ল।

চাহ বাগিচা মানেই কোম্পানীৰ কাম। কলম কৰা, পাত-তোলা, পাত-বছা, কোৰমৰা, হাবি-কটা, লতা গুছোৱা, পোক-বছা, দৰব ছটিওৱা, পুলি ৰোৱা, নলা-খন্দা, পানী দিয়া, নাৰ্চৰীৰ কাম, কলঘৰৰ কাম, গাড়ী-মটৰ-টেক্টৰ আদিৰ কাম ইত্যাদি। কামৰ ঠাল-ঠেঙুলি নিতৌ বাঢ়ে নিতৌ টুটে, ইয়াৰ আদি অন্ত নাই। সেয়েহে শ্ৰমিকসকলে কামৰ প্ৰয়োজন বুজি বোৱাৰী পুৱাতেই ওলাই যাবলগীয়া হয়। ৰন্ধা-বঢ়া কৰি ভালকৈ খাই-মেলি যাবলৈকে সময় নাপায়। পালেও গৰীবি অৱস্থাৰ হেতু সুষম আহাৰৰ কথাবোৰ নাভাবি চাউল ভজা বা মুৰি ভজাৰ লগত সামান্যভাৱে নিমখ, জলকীয়া অথবা ভাতৰ লগত পনীয়া দাইল তৰকাৰীৰেই তৃপ্তিৰে ভোজন-পৰ্ব শেষ কৰে। খোৱা-বোৱাৰ এই মজাৰ তৃপ্তিৰ লগত চকু টিপিয়া-টিপি মৰা প্ৰেম-পিৰীতিৰ মজাকো একেলগে আসন দিয়া হৈছে। গীতত আছে –

'মুড়িৰ মজা নিমখ ঝইলকা
ভাতেৰ মজা দাইলৰে
নৌতুন পিৰীতেৰ মজা
আঁখি ঠাইৰা-ঠাইৰ্ ৰে।'

মুৰি বা চাউল ভজা খোৱাটো সম্ভৱ এই গোষ্ঠীৰ এটা চিৰন্তন প্ৰথা। 'চাল ভাজা চা পানী; ৰাখিল পৰাণ। ফাঁকি দিয়ে যদুৰাম; আনিল আসাম।' ইয়াৰে মিতিৰ-কুটুম, আলহী-অতিথি, বন্ধু-বান্ধৱ আদিকো আপ্যায়ন কৰা হয়। ইয়াক শুকানেও খাব পাৰি, পানীত তিয়ায়ো খাব পাৰি, মিঠা দিও খাব পাৰি নতু নিমখ জলকীয়াৰেও খাব

পাৰি। ধনীয়েও খায়, চহকীয়েও খায়, গৰীবেও খায়, দৰিদ্ৰয়ো খায়। সেয়েহে মুড়িৰ কৌলীনতা অনাত টুচু গীতেও সমৰ্থন দিছে। যেনে –

ক) 'বড় ঘৰেৰ বৌ লতৰা ঃ বড় ঘৰে কি কৰ হাতে কুঁচি
চুলাশালে ঃ মুড়ি ভাজে দিন গেল হায়ৰে গেন্দা ফুল
ছড়াৰা পাছে পাছে ঘুৰে বুল'

খ) 'হামদেৰ টুচু মুড়ি ভাজে ঃ সাত কপাটেৰ ভিতৰি
তোদেৰ টুচু জংলী মাগ ঃ আঁচল পাতে খায় মুড়ি
হায় মৰি মৰি ছঁড়াৰা কাণে পিন্ধে কাণ ঝুৰি'

উঠন বয়সৰ ছোৱালী এজনী দেখনিয়াৰ হৈ উঠাত 'ভাল' লগাৰ দৰে ঘৰ এখনৰ কাম-কাজত গুটীয়া সন্তানৰ মাতৃ গৰাকীক 'ভাল' বুলি কোৱা হয়। এই 'ভাল'ৰ লগত চোবাই খোৱা চাউল ভজা বা মুৰি খাই পোৱা 'ভাল'কো তুলনা কৰা হৈছে। যেনে -

'চিবাতে ভাল চাল ভাজা ঃ খাইতে ভাল মুড়ি
এক ছেইলাৰ মা কাজে ভাল ঃ দেখ্‌তে ভাল ছঁড়ী'

ভাত খোৱাৰ পদ্ধতিৰ ভিতৰত মাড় বা নিসনি পানী নাকাঢ়ি সিখিনিৰে সৈতে থপ্‌থপীয়া ভাতকো উত্তম বুলি কোৱা হৈছে। সময়ৰ নাটনিত বহুতেই মাড় ভাত ৰান্ধে। ইয়াৰ সুবিধা এয়ে যে এই ভাতৰ লগত নিমখ, জলকীয়ায়েই যথেষ্ট। তৰি-তৰকাৰী নহ'লেও খাব পাৰি। নিমখেই খোৱাৰ ৰুচি আনে। সোৱাদৰো সৃষ্টি কৰে। কোৱা হৈছে –

'মাড় ভাতে দিব লৰণ ঃ ভবে পেট বুঝবি তখন' ঝুমই গীত এটাত তাৎক্ষণিক ভাবে সমস্যা কিছুদূৰ কৰিবপৰা মাড় ভাতৰ যথাৰ্থতা প্ৰকাশিত হৈছে এনেদৰে –

'মুলুকে নাহি মিলে কাম ঃ কেইছি ৰাখিব প্ৰাণ
সানজে খাইলে বিহানে হয় টান
পৰেৰ ঘৰেৰ পৰ খাটালী
সকাল হলেই যায় বাগালী
খাটে খাটে পিঠে ঝৰে ঘাম
আইল উপৰ দিগেৰ কুটুম আল ঃ খাওৱা দাওৱা সৰেগেল
মাড় ভাতে ৰাখলহি মান ঃ লছ ঝৰাই কান্দিছে বেহাইন'

মাৰ ভাত খোৱাটোত অৱশ্যেই সকলোৰে সুখী হ'ব নোৱাৰে। তাতোতকৈয়ো দুখ হয় তেতিয়া, যেতিয়া ভাতৰ সলনি কেৱল মাড় বা নিসনি খিনি খায়েই দিন কিছুমান পাৰ কৰিব লগা হয়।

'মাই বাপে বিহা দিল ঃ ভাল শশুৰ ঘৰ দেখে
জনম গেল ঢালা মাড় খাতে
এই জ্বালা সহিব কিমতে ।।'

কামলৈ ওলাই যাওঁতে বা কামজাৰী কৰি ঘৰলৈ ঘূৰি আহোঁতে ল'ৰা-ছোৱালী থকা গৃহস্থহঁতৰ বহুখিনি অসুবিধা হয়। পুৱা শুই উঠিয়েই হওক কিম্বা গধূলি বেলাতেই হওঁক সিহঁত খাবলৈ-পিবলৈ পেনপেন্‌নি আৰম্ভ কৰে। তৎমহূৰ্ত্তে ভাত-পানী যতনাই দিবলৈ অসুবিধা ঘটে। প্ৰয়োজনৰ তাগিদাত আঁঠু পোনাব নোৱৰা ভাগৰুৱা অৱস্থাৰ প্ৰতি সহানুভূতি হৈয়েই কোনোবা অখ্যাত লোকে বিখ্যাত উপদেশ বৰ্ষণ কৰি কৈ উঠিছে ... ল'ৰা ছোৱালীৰ ঠেহ্-পেচ ভাঙিবলৈকে তৎক্ষণাত চৌকা জ্বলাই হেতাখন লোৱাৰ কাম ল'ব লাগে। ৰন্ধাৰ অন্তত নিজে কিছু খাই আৰু সিহঁতকো খাবলৈ দিয়াৰ লগতে সামান্যভাৱে 'বাসী ভাত' অৰ্থাৎ পইতা ভাত ৰাখি থ'ব লাগে যাতে দিগদাৰীত পৰোঁতে সেয়াকেই ল'ৰাহঁতক দি শাঁত কৰিব পৰা হয়।

'হাঠু গাড়ে বস্‌বি ঃ আঠু পাটু চাটুটাকে ধৰবি
টুকু বাঁটে টুকু খাবি ঃ টুকু বাসী ৰাখ্‌বি
সানজ-সকালেৰ বেলা ঃ ছেইলা কান্দা মনে ৰাখ্‌বি'

বাগিচাৰ শ্ৰেমিকহঁতে কোম্পানী বা বাগান কৰ্তৃপক্ষৰপৰা সপ্তাহৰ মূৰত ৰেচন বুলি চাউল, ধান বা আটা আদি পায়। আটাৰে শুকান ৰুটি বা সুযোগ হ'লে ঘিউ দি খায়। মিতিৰ-কুটুমৰ ঘৰলৈ আলহী হৈ যাওঁতে বহুতেই পিঠা-পনা আদিও ভাজি নিয়ে। কোৱা হৈছে —

'বেটা যাবেক শশুৰ বাড়ী ঃ হাতে লেগবে কি
ঘৰে আছে ৰেচন আটা ঃ শিকাই আছে ঘি
এক টুকুনটা দাঁড়াও বাছা ঃ পুড়ি ছাকে দি'

অৱশ্যেই ঘি খালেও পুৰণা ঘিউ হেনো মূৰৰ বিষৰ বাবে উত্তম ঔষধ। বহুতে খাটি ঘি পালে সাঁচি থয়। পুৰণা চাউলেৰেও ভাত বেছি হয় —'পুৰণা চালে ভাত বাড়ে ঃ পুৰণা ঘিয়ে মাথা ছাড়ে' গৰীব হিচাপে তৰি-তৰকাৰীৰ বাবে এওঁলোকে বৰ বিশেষ ধৰণে খৰচ কৰিব নোৱাৰে। কিনি খোৱাৰ শক্তি একেবাৰেই কম। সেয়েহে ঘৰ-বাৰীত গজি উঠা আৰু ঠাইতে বিচাৰি পোৱা বিভিন্ন লতা-পাতা, বন-শাক, কচু-ঢেঁকীয়া আদিৰ ওপৰতেই নিৰ্ভৰ কৰিবলগা হয়। এই ক্ষেত্ৰত জোঁৱাইহঁতক খাবলৈ দিওঁতে শহুৰ-শাহুহঁতৰ যি মানসিক যান্ত্ৰণা ফুটি উঠে তাত স্পষ্ট আভাস সমগ্ৰ গৰীব শ্ৰেণীৰেই বুলি ধাৰণা ল'ব পাৰি। গীত এটাত কোৱা হৈছে —

'কানা কানা যাগ্ বাবা
বড় বেটীৰ জামাই গ'
খাইলে খোজে ঝাড়া মুগেৰ ডাইল গ'
কাঁহা সে পাব জামাই
ঝাড়া মুগেৰ ডাইল গ'

তোমাৰ শশুৰ জনমেৰ কাঙ্গাল।'

অৱশ্যে জোঁৱাইহঁতে নিশ্চয়কৈ ভাল খানা-পিনাৰ বাবে আশা কৰে। সেইদৰে শহুৰ-শাহুৰৰ ঘৰত দবনি পিটি খোৱাবো এটা মানসিক প্রস্তুতি ৰাখে। কিন্তু মনৰ ভাৱৰ বিপৰীতে ভাতৰ থালীৰ কিনাৰত কচু-শাকৰ ভাজি বা কচু শাকৰ চুৰুহা দেখিলে ম্রিয়মান নহৈও নোৱাৰে।

'জামাই আইল শহুৰ ঘৰে ঃ মুৰগী খাবাৰ আশে
কচুৰ চুৰুৱা দেখে জামাই ঃ মিচিক্ মাচাক্ হাঁসে
জামাই আইল কামাই কৰে ঃ খাইতে দিব কি
আন বুঢ়ীৰ মা লাল গামছা ঃ মুৰগি ৰান্ধে দি'

অৱশ্যে শহুৰ-শাহুৰ মৰমতকৈ ভিনিহীয়েকৰ প্রতি খুলশালীহঁতৰ মৰমৰ চোক কিছু বেছি। যি ক্ষেত্রত বুঢ়া-বুঢ়ীয়ে জোঁৱায়েকক শাক ভাজি, কচুৰ চুৰুহা, মুড়ীৰ লাডু খুৱাব খোজে সেই ক্ষেত্রত খুলখালীহঁতে গাখীৰ, মাখন আদিৰে আলফুলকৈ খুৱাবলৈ গাইজনীৰ বাবে অপেক্ষা কৰে।

'অসময়ে আলে বহনই ঃ খায়েক দেব কি
গয়াকে আয়েক দে ঃ দেব মাখন ঘি'

কিছুমান জোঁৱাই আছে যিসকলে শহুৰৰ ঘৰলৈ আহিলে লাজ লাজ কৰি থাকে। ভোকত থাকিলেও পেট ভৰি থকাৰ ভাও জোৰে। দিলেও নাখাও-নথওঁ কৰে। কিন্তু ৰাতিৰ বেলিকা ভোকত ৰ'ব নোৱাৰি ঢেঁকীশালৰ খুদকণবোৰকেই খাই যেন পেট ভৰাবলৈ বিচাৰে। সেয়েহে কোৱা হয়।

'পেটে ভোক মুখে লাজ ঃ সেই পুৰুষকে নাইলে কাজ'

ভাওঁ দিয়া জোঁৱাইহঁতৰ এনে কাণ্ড কাৰখানাবোৰ দেখিয়েই হয়তো টিপ্পনী কটা গীত-মাতৰ সৃষ্টি হৈছে —

ক) 'খাইতে দিলে জামাই ঃ খায় না বৌ মাছেৰ মুড়া
বাইত্ হইলে জামাই ঃ খাইতে যায় ঢেঁকীশালেৰ কুড়া'

খ) 'খাইতে দিলে জামাই না বলে পাই
ৰাইত হলে জামাই জুঠা চাইট্তে খায়'

তথাপিও জোঁৱাইহঁত জোঁৱায়েই। একেবাৰে নিবিড় সম্বন্ধীয়া। আহিলেও খৰচ বাঢ়ে নাহিলেও চিন্তা বাঢ়ে।

'আইলে জামাই খৰচ বাঢ়ে
নাই আইলে জামাই চিন্তা বাঢ়ে'

চহকী, ধনী বা অভিজাত শ্রেণীৰ বাবে নহ'লেও বাৰীখনৰ বিভিন্ন বন-শাকবোৰকেই এওঁলোকে তৃপ্তিৰে বুটলি ভাল পায়। বিনা পইচাৰ সজী। এনে শাকত

তেল-ৰচুনেৰে ফোড়ন দিলে গোন্ধত আমোল-মোলাই সোৱাদৰ সৃষ্টি কৰে, কুন্দ্ৰী বা কুন্দুলীৰ ক্ষেত্ৰতো এনে কৰা হয়।

'শাগ্ ভাজাই ৰচুন ফোড়ন
তৰা জান নাই
কাচা কুন্দৰীৰ ভাজা
ঐ ত' তৰকাৰীৰ মজা
তৰা জান নাই।'

খুটৰা শাক ভাতুৰা শাক, ডাইল শাক, লটীয়া শাক, ঢেঙা শাক, কাটা শাক, কানা শাক আদি বহু ধৰণৰ বনশাক আছে। বহুতে এনে শাক ভাজিব নাজানে। শাকৰ পানীৰেই শাক ভজা হয়। কিন্তু সংসাৰৰ আও-ভাও নজনাবোৰে এনেবোৰ শাকত পানী ঢালি সিজোৱাৰ চেষ্টা কৰিলে হাঁহিয়াতৰ পাত্ৰী নহৈ নোৱাৰে —

'অ' দিদি ডুবালি গ' ধনি
কানা শাগে ঘটি দুয়েক পানী'

এইদৰে খাড়া শাগ বা মৰিছা শাকৰ ভাজি ভাজোঁতে পানী দিয়া নহয়। কোনোবা পেহী এগৰাকীয়ে পানী ঢালি ৰান্ধোঁতে ঘৰে পৰে কেউফালে প্ৰচাৰ হৈ হাঁহিৰ খলকনি উঠা গীতৰ সৃষ্টি হৈছে —

'কি ৰান্ধা ৰান্দেছি পিসি ঃ খাড়া শাগেৰ ঝোল্
নাক দিখাতে নাপাৰি পিসি ঃ পাড়া গণ্ডগোল্

বাৰীত থকা লাউ-কোমোৰা-জিকা-উৰহী সজিনা আদিয়েও তৰকাৰীৰ চিন্তা দূৰ কৰে। এইবোৰৰ বেছি ফলন হ'লে খোৱাৰ প্ৰাচুৰ্য্য বাঢ়ে আৰু শেষলৈ খোৱাৰ অনিচ্ছাও হয়।

ক) 'ঝিংগা লত্ ডালি ডালি
আৰই ঝিংগাৰ ডালি গ'
ফুলক বাচা ৰাইন্ধৱ তৰকাৰী'
খ) 'এ বাড়ীৰ ঝিংগা লতটি
উ ৰাড়ীতে যাইল'
বড় ৰহ নিমন মহী
ঝিংগা নাই খাই ল'

কৌলীনতা আৰু গৌৰৱ প্ৰকাশত 'ভাংগানী কহ্নী' এটাত জিকাৰ বৰ্ণনা দিয়া হৈছে এনেধৰণে —

'মাছ নহয় মাংস নহয় নহয় বাহৰীৰ
লংকাৰ ৰাৱণ নহয় আছে দশ-শিৰ।'

উৰহীৰ এটা মিঠা গুণ আছে। খাই থাকিলে আমুবায়। এয়ে বহুতৰ অৰুচি আনে। কথাতেই কয় 'অদল-বদল খানা খাবে। স্বাদ পাবে নাই আনচাবে'। সেয়েহে কিছু উপাদেয় কৰিবলৈ সামান্যভাৱে কিছু নিম-তিতা মিহলাই লোৱাৰ ইচ্ছা কৰে। পুৰণা লোকসকলে ইয়াক 'ছেছকী' বুলি কয়। লাউ, অমিতা, ওলকবি আদিতো। এনে কৰাৰ পৰম্পৰা আছে। যা হওক গীতত আছে —

'আদাড়ে বাদাড়ে ঝিংগা ঃ ঝাঁকেৰ মধ্যেসীম্
সীম দাদা বড়ই মিঠা ঃ মেশায় দেখ নিম্'

খোচ্ মৰা বা ঠেলা মৰা কথাত কোৱা হয় 'শাকৰ তৰকাৰীকে স্বাদ নাই ঃ ও ৰান্ধনী বনেক খায়।' ঘৰৰ বহুতো ৰান্ধনী বা বোৱাৰীয়ে লাও-কোমোৰা আদি কুটিব নাজানে। অৱশ্যেই গৰমৰ দিনকিটাত লাওকেই উপাদেয় তৰকাৰী বুলি গণ্য কৰা হৈছে।

ক) 'লৌকিকে বলে লাউ ঃ গৰম দিনে খুবেই খাওঁ'
খ) 'লাউ কাট্তে নাৰে বৌড়ি ঃ কুম্ড়া কাট্তে দৌড়া-দৌড়ি'

কুন্দ্ৰী বা কুন্দলীও খহটা বা ঢেঁকীত এক কুটা দিয়া চাউলৰ ভাতৰ লগত তৰকাৰী হিচাপে ব্যৱহাৰ হয় —

'না ছাঁটা চালেৰ তাত কুন্দ্ৰী তৰ্কাৰী
খাবলাই যে খাইলি ধনি ক'ত ভোখে ছিলি।'

বাৰীৰ বেঙেনাকেইটা সকলোতে মিলে। ঝাল-ঝোল কৰিও খোৱা হয়। মিতিৰ-কুটুম্ব বঢ়াই তুলিবলৈ-যেন প্ৰক্ৰিয়াৰ দিয়ে —

ক) 'ঝালে-ঝোলে বেগুন্
আলে-গেলে কুটুম।'
খ) 'হাঁমি হাঁসা কুটুম তৰা
মুখেৰ স্বাদ্ বেগুন পোড়া।'

নিমখ আৰু জলকীয়াবোৰ যেন গৰীৱ গোষ্ঠীৰ লগত অস্থায়ীভাবে জড়িত। ইহঁতৰ অবিহনে এখন্তেকো থকা নাযায়। ইহঁতক লৈয়ো গুণ-গান বখনা হৈছে এনেদৰে

ক) 'ক্ষুধাই পেট তাতে ঃ ভৰে পেট নিমখ ভাতে'
খ) 'বাচী আছে যাৰ ঃ নিমখ দিয়ে কৰ বিচাৰ'
গ) 'খাৰা মানুৰ না খাতে থাকতে পাৰে
একটা ঝইলকাই এক মাস তৰে।'

সাধাৰণভাৱে মছলা-পাতি বহু ৰকমৰ ব্যৱহাৰ হয়। ধনিয়া, হালধি, মেথিগুটি, জিৰা, আদা, পিয়াজ, ৰচুন, তেজপাত, লং, ডালচেনী ইত্যাদি আৰু কত কি? ইয়াৰ বাহিৰেও 'পস্ত' নামৰ এবিধ মছলা আছে, ই এটা ভাল উপকৰণ, বগা ৰঙৰ, গুটি-গুটি,

'মৃন্‌গা' বা মজিনা ঠাৰিবোৰ এই 'পস্তুৰ' লগত ৰান্ধিলে খোৱাৰ জুটি ফুটি উঠে —

'মুন্‌গা টুঁটি পস্তু বাঁটি
তবেই খাবি চাটি চাটি'

অকল ইয়াতেই নহয় মণ্ড বা মাটি মাহৰ দাইলতো 'পস্তু' দি ৰন্ধা হয় —

'পস্তু বাঁটি ঘচৰ্ ঘচৰ
মুগ কলাইয়েৰ ডাইল গ
নাহি আইল্য বড় বহুৰ ভাই।'

হালধিও ব্যৱহাৰ হয় মছলাৰ এবিধ হিচাপে। এদিন হালথি বাটি তিনিদিনলৈকে ব্যৱহাৰ হোৱাত এগৰাকী ৰান্ধনীৰ মুখত গৰীব গোষ্ঠীৰ দুখৰ কথা প্ৰকাশ পাইছে, এনেদৰে —

'এক দিনকাৰ হলুদ বাঁটা ঃ তিনদিনকাৰ বাটী
মা-বাপকে কইলে দিবি ঃ বড় সুখে আছি'

গৰীবৰ চকুত পানীৰ বাদে কোনো অৱলম্বন নাথাকে। নিজে গৰীব হোৱাৰ বাবে আনক উদ্ধাৰ কৰাৰো সামৰ্থ্য নাথাকে। কেৱল কান্দোনেই সাৰ হয়।

'মা শুন্‌ল বাপ শুন্‌ল ঃ শুন্‌ল সাধেৰ ভাই
মা আমাৰ কমলিনী ঃ কান্দিছে হায় হায়'।

বাৰীৰ ঢাপত গজা ঢেকীয়া বনেও শাক-পাচলিৰ যোগান দিয়ে। ই ৰজা-প্ৰজা সকলোৰে প্ৰিয়। 'ভাঙ্গনী কৃহনি' এটাত ইয়াৰ স্বৰূপ প্ৰকাশ কৰা হৈছে। আনক বুজাব নোৱাৰা কথাবোৰৰ লগত বুঢ়া ঢেকীয়াৰ তুলনা অনা হৈছে।

ক) 'বুঢ়া কালে চিধা আমি ঃ জোৱান কালে বাঁকা
ৰাজা-প্ৰজা সিজাই খায় ঃ হায় কপালেৰ লেখা।'

খ) 'ঢেকীয়া শাগ্ ঢেকীয়া শাগ ঃ কত সিঝাব
দিদিৰ ভাতাৰ খাল্ ভৰাকে ঃ কত বুঝাব।'

বাৰীত গজা বন-শাকৰ বহুতকে বাদ দি পুই শাক বা পুঁৰৈ শাক জোপা সম্ভাৱত শ্ৰেষ্ঠ হয় নে নহয় বিতৰ্ক থাকিলেও তৰকাৰী গীতত শ্ৰেষ্ঠ বুলিয়েই বিবেচিত হৈছে। পুঁৰৈ শাক চালি, চাল বা জেওত তুলিবলৈ সহজ। ঠাইতে বীজ পৰি নতুনকৈ গজি উঠে। ইয়াৰ বিজলুৱা পানী বা আঠাৰে বেদীত আলপনা আঁকে।

মাছৰ ভিতৰত কৌ মাছকো শ্ৰেষ্ঠ বুলি কোৱা হৈছে। ই গভীৰ পানীত থাকে। ইয়াৰ পেট-মাথা, বাকলি আদিক বহুতো কায়দাৰে ৰন্ধা-বঢ়াও কৰে। ই সুস্বাদু। কাঁইটবোৰ বিপদজনক নহয়।

ক) 'মাছেৰে মধ্যে কই ঃ শাকেৰ মধ্যে পুই'

খ) হাট গেলি বাহাৰ গেলি ঃ কিনে আনলি কই পোনা

ভাল কৰে খাবি টুচু ঃ গলাই কাঁটা লাগে না'

'জনাৰ' বা গোমধান খেতিও বহুতে কৰে। নিজৰ নাঙল নাথাকিলেও আত্মীয় স্বজনৰপৰা খুজি আনিও বাৰী ডৰা চাহ কৰি লয়। বীজ বা গুটিবোৰ বাচি-কুচি আনে স্থানীয় হাট-বজাৰৰপৰা। টুচু গীতত প্ৰতিফলন ঘটিছে —

'সাত সকালে ৰাজ্যৰ যাব ঃ বাচ্যে বাচ্যে জনাব লিব
বুনতে নাঙল কাঁহা পাব ঃ চামটু বেহাই ঘৰ-যাব।'

কাৰণ ভাদ-আহিন-কাতিৰ দৰে কঙাল বা টান-অনাটনৰ দিনকেইটাত গোমধানে পেট পূৰণত যথেষ্ট সহায় কৰে। যেনে —

ক) 'ভাদ মাসেৰ গাদৰ জনাৰ লাল্টুপাই খাৰু
আৰ কি ছাইলা জনম পাব।'

খ) 'জনাৰ ফুটে ফাট্-ফট্ ঃ মাৰ বেটি কুঁড়া কুট্
ভাদৰ মাসে ৰে বেটি ঃ পেটৰ সামাৰ ভুত্'

গ) চুটু মুটু জনাৰ গুটি ঃ মোকে ভাজি দে
শুকনা জনাৰ গুটি ঃ এক মুঠা লে'

গোমধানৰ বিষয়ে সাঁথৰ এটাত কৈছে —

'কাখে কলম মাথাই ফুল ঃ তাৰ লৈহৰা বহুত দূৰ।'

পুহ মাহৰ সংক্ৰান্তিক মকৰ পৰব বা পিঠা পৰব বুলি কোৱা হয়। এই মাহটোত টুচু পূজা হয় বাবে টুচু পৰব বুলিও নামাকৰণ কৰা হৈছে। পৰব উপলক্ষে শক্তি চাই ভক্তি কৰাৰ দৰে যেয়ে যি পাৰে বিভিন্ন ধৰণৰ পিঠা-পনাও ভাজে। এই উপলক্ষে মদ আদিৰো ব্যাপক প্ৰচলন ঘটে।

ক) 'ছকুঁড় ছকুঁড় গুড়ি কুট্লান ঃ একেই খাঁড়া পিঠাগ'
কভু নাইদিলি গটা পিঠা।'

খ) 'গুড়ি ঘৰে গুড়ি কুটে ঃ পিঠা পড়াই খায়
দুহাতে দু মদেৰ বটল ঃ সঙ্গে চলি যায়।'

মদ লোৱা প্ৰথাটো এই গৰীব গোষ্ঠীৰ প্ৰতিখন সমাজৰ এটা যেন এৰিব নোৱাৰা লগৰীয়া নীতি। মদ খাই মাতলামী কৰা, হৈ হুলস্থুল কৰি দ্বন্দ্ব-হাই কৰাটো যেন সৰ্বজন বিদিত কথা। ধেমালিৰ ছলেৰে সেয়েহে কোৱা হয় —'এওঁলোকে এক পইচাৰ নিচা কৰি দুই পইচাৰ হাল্লা কৰে আৰু তিনি পইছাৰ কাজিয়া কৰি চাৰি পইছাৰ ফাইন্ ভৰে।' মদ খোৱাৰ পৰিণামত যিদৰে মাটি-বাৰী বাটী-ঘটী আদি বন্ধকত পৰি নিঠৰুৱা হয়গৈ তাকে লৈ সৃষ্টি কৰা এটা ঝুমুৰ গীতত কোৱা হৈছে এনে ধৰণে —

'মদ খেলাম খানি খানি
কাপড় হইল টানা টানি

মদ বিনে ৰহিতে নাপাৰি
বন্ধকে পড়িল ঘৰ-বাড়ী
উড়ে গেল যত টাকা কড়ি'

'ভাঙ্গানী কহনী' বা সাঁথৰ এটাতো লাওপানী খাই কেনেদৰে নাচোন জোৰে তাৰো এটা বৰ্ণনা আছে এইদৰে —

'মাটিকে মৃদং পুৱালকে জোবা
নাচ্‌বে বেটা টৌবা টৌবা'

মনত পৰিছে --কোনো এক দৈনিক কাকত নে আলোচনীত এগৰাকী সাংবাদিকৰ এটা প্ৰবন্ধত কোৱা হৈছিল যে আজিৰ অৰ্থাৎ কলিযুগৰ চেৰাপ পানী টোপাই হেনো ৰামৰ জীৱনত গাখীৰ আৰু কৃষ্ণৰ যুগত হেনো ঘি ৰূপে পৰিগণিত হৈছিল। অৱশ্যে গীত ফাঁকি বা কবিতা ফাঁকিত নিচা পানীৰ বিষয়ে এটা ব্যংগাত্মক ৰূপ তিৰ্যকৰূপে ধৰা দিছে। গীত ফাঁকিত মদ-লাওপানীৰ বিপক্ষে সাৱধান বাণী শুনোৱা হৈছে —

'ৰাম জনম মে দুধ মিলা ঃ কৃষ্ণ জনম মে ঘি
কলি যুগ মে চাৰাব মিলা ঃ তো সোচ্ সমঝ্‌ৰপি'

মানুহে মদ খালে হুঁচ নাথাকে। দিকহাৰা হয়। বহু ধৰণৰ অঘটনো ঘটে। ই স্বাভাৱিক কথাও। কিন্তু ইঞ্জিনত পানী বুলি মদ ঢালি দিয়াত ৰেলগাড়ী এখনে যিদৰে মাতাল হৈ পৰিছিল তাৰে এটা মৰম আৰু মনোৰম বৰ্ণনা থকা 'খাপ-ছড়া-১১ নম্বৰ' নামৰ হাস্য-ৰংগ ষট্‌পদী কবিতাটিত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে সাৱধানবাণী বৰ্ষণ কৰিছে। কবিতাটিত কৈছে —

'গাড়ীতে মদেৰ পিপা ঃ ছিল তেৰ-চৌদ্দ
ইন্‌জিনে জল দিতে ঃ দিল ভুলে মদ্য
চাকাগুলো ধেয়ে যায় ঃ ধান ক্ষেতে ধ্বংসন
বাঁশী ডেকে কেন্দে, কেন্দে ঃ কোথা কানু জংশন
ট্ৰেইন কৰে মাতলামী ঃ নেহৰৎ অবোধ্য
সাৱধান কৰে দিতে ঃ কবি লেখে পদ্য।'

মদ-লাওপানী বা নিচাপানীৰ অপকাৰিতাৰ বিষয়ে বহুতো আলাপ-আলোচনা হৈ থাকে আৰু হৈও থাকিব। বাগিচা অঞ্চলো ইয়াৰ ব্যতিক্ৰম নহয়। কিবা এটা কাম আদায় কৰিবলৈ নাইবা জৰুৰী ভাবে পাবলৈ হ'লে আঁত ধৰিব জনা নোমটেঙৰ 'আগুৱাদাৰ' অথবা 'ঘটকৰ' দৰকাৰ হয়। এইসকলে হোৱা কাম নোহোৱা কৰিব জানে বা নোহোৱাকো হোৱা কৰি আনে। যদিহে এওঁলোকৰ 'পানী' খোৱাৰ অভ্যাস থাকে তেনেহ'লে এওঁলোকক পটাবলৈ একলহ লাওপানীয়েই যথেষ্ট। এওঁলোকে

সৰগৰ তৰাচকা হাতৰ মুঠিত আনি দিয়াৰ গৌৰৱ কৰি নিজৰ যশ-গান-কীৰ্তিৰ জয়ডংকো বজাই তোলে। যেনে ঃ–

'আগুৱাকে দেলেই এক কল্‌সী মদ
তখন কি দেখ্‌বি আগুৱাকে গপ্‌
হাতে ধৰাই দেহে সৰগ্‌কে তাৰা
বলে হামাৰ্‌ চে কে বাড়া।'

মদপীৰ দৰে নহ'লেও ভঙুৱায়ো ভাং খাই আবোল-তামোল বকে। মাক-ভনীয়েকহঁতে ভঙুৱাজনক একে তেজৰ বুলিয়েই হয়তো মৰম-চেনেহ যাচিলেও ঘৈনীয়েকে এই কাৰ্য্যক সমৰ্থন কৰিব নোৱাৰে।

'মা বলে বেটা বেটা বহিন বলে ভাই
মাইকী বলে নিৰ্বংশা গাঞ্জা কোথা পাই।'

ভঙুৱাই ভাঙৰ চিলিম টানি যেনে ভাৰত বিভোৰ হৈ চিন্তা কৰে তাৰো এটা বৰ্ণনাত্মক গীত আছে –

'এক চিলুমে যেমন তেমন ঃ দুই চিলুমে মজা
তিনি চিলুমে মন্ত্ৰীৰ যতন ঃ চাৰ চিলুমে ৰাজা'

এওঁলোকৰ মাজত মাছ-মাংস খোৱাৰ অবাধ প্ৰচলন আছে। বিশেষকৈ আদিবাসী সমাজ আৰু শাক্তসকলে এই ক্ষেত্ৰত কিছু আচাৰ-অনুষ্ঠানো পাতে। 'আখাইন যাত্ৰা' বা মেলাচিকাৰকেই এই ক্ষেত্ৰত আঙুলিয়াব পাৰি। মাংস খোৱাৰ ব্যাখ্যাত থকা দুটা সাঁথৰ বা ভাঙ্গানী কহ্‌নিকেই এই ক্ষেত্ৰত উল্লেখ কৰা হ'ল। প্ৰথম এটা সাঁথৰত কোৱা হৈছে –জোঁৱাই আৰু শহুৰ দুয়ো জনেই চিকাৰলৈ গৈছিল যদিও জীৱ হত্যা নকৰি মাংসৰ সোৱাদ ল'লে। প্ৰকৃততে চিকাৰলৈ গৈছিল যদিও এক গৰ্ভিনী হৰিণাই পোৱালী জন্মাওঁতে পেলোৱা 'ফুল' বা পাদগালকেই বুটলি আনি মাংসৰ তৃপ্তি লৈছিল। আনটোত জোঁৱাই আহোঁতে শহুৰ বুঢ়াই ঘৰত থকা পাঠা ছাগলী এটাক খাঁহী কৰাৰ ছলতে অণ্ডকোষ ফালি উলিয়াই অনা মাংসপিণ্ডৰে তৰকাৰী ৰান্ধি খুৱাইছিল।

ক) 'শহুৰ-জামাই চিকাৰ গেল ঃ জীও নামাৰি মাংস খাল্য'

খ) 'শহুৰ-ঘৰে জামাই আল্য ঃ জীও নামাৰি মাংস খাল্য'

সি যি নহওঁক এওঁলোকৰ বিদিত আছে যে –

'মাংস খাল্যে মাংস বাঢ়ে; ঘৃতে বাঢ়ে বল
দুধেতে শুক্ৰ বৃদ্ধি ঃ শাগে বাঢ়ে মেল।।'

কিন্তু এনে গুণা-গুৰ্ণবোৰ জনা থাকিলে মাংস ৰন্ধাৰ বাবে তেল-ঘি-মছলা-পিঁয়াজ ৰছুন -লং-ডাল চেনী আদি প্ৰয়োজনীয় উপকৰণসমূহ গোটাব নোৱাৰি নিজৰ মনোবেদনাবোৰ প্ৰকাশ কৰে এনেদৰে –

'চাৰ পয়চাৰ খাঁসী মাঁস কি দিয়ে ৰান্ধিব গ'
ঘৰেৰ মানুষ মৰে গেলে কি বলে কান্দিব গ"

উল্লিখিত গীত ফাঁকি বিভিন্ন ঠাইত বিভিন্নভাৱে ৰূপ পাইছে —

ক) 'এক পয়ছাৰ পুঠিমাছ কাঞ্জা তেলীৰ তেল গ'
কি ৰান্দা ৰান্দিছ বেটী—চক্ষে পড়ে জল গ'।।

খ) 'এক পয়ছাৰ পুঠি মাছ কাঞ্জা গোলাৰ তেল গ'
মিনিৰ বাপে মাগে যদি আৰই দিব ঝোল গ"

এওঁলোকে মুৰ্গী বা থোক্‌ড়াও পোহে। মাংস খায়। মুৰগীৰ লড়ায়ো কৰে। ইহঁত হেনো পূৰ্ব জনমত অসুৰ আছিল। সেয়েহে হেনো ডাক দিওঁতে কয় —'কৰ্কৰে কঁঃ লংকোপুৰ কত দূৰ'। ইহঁতৰ মাংসৰে ঝোল কৰে —

ক) 'সাঁড়া মুৰগী কাটি-কুটি কৰিলাম গ' ঝোল
শহুৰ ভাঁসুৰ খায়ে খায়ে গেল দেৱৰ মাগে ঝোল'

খ) 'একটু যদি বেলা থাক্ত ঃ ঘৰ ঘৰাকে আস্‌থি
ঘৰ যায়ে মুৰগী মাৰথি ঃ খায়ে দায়ে টুইলা বাজাথি'

বাৰ মাহত তেৰ পাৰ্বন পালন কৰা এওঁলোকে গৰীব-ধনী নিৰ্বিশেষে ভাল-মন্দ খোৱাৰ ইচ্ছাবোৰ তলৰ গীত দুটাত প্ৰকাশ কৰা হৈছে। আনহাতে ইচ্ছা থাকিলেও মাংসৰ যোগাৰ কৰিব নোৱাৰাইঁতে শামুক বুটলিয়েই সন্তুষ্ট থাকিবলগীয়া হয়। যেনে-

ক) 'আসিল বান্দনা পৰব ঃ মুৰ্গী মাৰিব ৰে
জড়া ঠেং পুড়াই খাব ঃ গাহিব আহিৰা ৰে'

খ) মুৰ্গী ঠেঙ্গে মাছ নাই ঃ ঘংগী কুড়ায়ে দিন যায়

কিছু কিছু পালা-পাৰ্বনত সমাজ অনুযায়ী সামুহিক বা যৌথভাৱে নাচ-গান কৰাৰ বিৰাজ আছে। মানুহৰ চোতাল ফুৰি এওঁলোকে নাচ-গান কৰে। বৰঙণি উঠায়। ইয়াৰেই সামুহিক ভোজ আদি পাতে। ছাগলী আদিবো যোগাৰ হয়। কিন্তু কটা-বচা কৰাসকলে সময়ৰ মূৰত ভাগ খাবলৈ নাপায় গীত জোৰে —

'তানা নানা গীত গাইলাম ঃ বুড়ী ছাগল পাইলাম
কাট্-কুট্ কৰ ভাগ লগাইলাম
এক কুটিয়াও ভি নাই পাইলাম।'

সেয়েহে এই লোকসকল যিসকলে নিজে কষ্ট কৰিও খাবলৈ নাপায় তেওঁলোকৰ বাবে টিপ্পনী কাটি ব্যংগ কৰা হয় —

'খায়েক লুইৰ্ নাই ঃ লক্‌কে পুছে
বাঢ়েক লুইৰ্ নাই ঃ নিজে মৰে ভোখে'

আনহাতে মুৰগী আদি পোহাত উচ্চকুলৰ বহুতে অনীহা প্ৰকাশ কৰে।

জাত্যাভিমানৰ ই এটা নিদৰ্শন। কিন্তু মানসিকভাৱে মুৰগী মাংস খোৱাৰ এটা প্ৰবল ইচ্ছা থকাৰ হেতু চুপে-চাপে টকা-সিকাৰ যোগাৰ কৰিবলৈকো নাপাহৰে।

ক) 'বৈষ্টম টম্ টম্
হাঁড়িৰ ভিতৰ পয়ছা ৰাখে
মুৰগী খাবাৰ মন।'

খ) 'এৰে বৈষ্টম কে ৰে
কাণেৰ ওপৰ পৈতা ঝুলে
মুৰ্গী খাইতে মৰে।'

ইয়াৰ উপৰি 'বৈষ্টম' শ্ৰেণীৰ অৰ্থাৎ উচ্চকুলৰ কিছুলোকে নিজকে নিৰামিষ ভোজী বুলি বাহিৰত পৰিচয় দেখুৱাই ফুৰিলেও মুৰগী বা মাছ-কাছ খোৱাৰ পদ্ধতিত কেতিয়াবা নিজৰ পৰিচয় গোপন কৰে। প্ৰয়োজনবোধে এইসকলে পোছাক-পৰিচ্ছদ, বেশ-ভূষা সলাই লোকচক্ষুৰ আঁৰত সিবিলাক বস্তু পাবলৈ হাবিয়াস কৰে। সেয়েহে এইসকলৰ স্বৰূপবোৰ উদঙাই দেখুৱাবলৈকে কিছুমান ব্যংগাত্মক মাত-কথাৰ সৃষ্টি হোৱা যেন অনুমান হয়।

ক) 'ঘৈলানে পৈতা ৰাখিল বৈষ্টম্
গড়ালে ঢুকে দাবাল মুৰ্গীৰ গৰ্দন
ঘৈতা ঘৈতা বলি বৈষ্টুমী ডাকে
পৈতা নাদেখি বলে জব্বল চোৰ বঠে।'

খ) 'ঘৈতাৰ বলে পৈতা নাই
বামনী বুঢ়ী মাছ বেইচ্তে যায়।'

গ) 'এ বৈষ্টমেৰ কেমন মন
কল্সী ভিতৰে পৈতা ৰাখে
মুৰ্গী খাবাৰ মন।'

সেয়েহে লোভত পৰি নিজৰ আচাৰ-বিচাৰ, চাল-চলন, নীতি-নিয়ম জলাঞ্জলি দিয়া এইসকলে কাৰোবাৰ হাতত ধৰা পৰি আগে আদি মাতি উচ্চবৰ্ণীয় মনোভাৱ দেখুৱালে নিৰ্লজভাৱে অপমান পাবলগীয়াত পৰে —

'পাত্তে খালেই পাতা ফাড়লেই
আৰ মাৰলেই লাথ্
উপকাৰীকে অপকাৰ কৰে
ৰেই মানেৰ জাত।'

কেৱল যে মানুহেই কেৱল মাছ মাংস খাই এনে নহয়। দেৱ-দেৱী, ভূত-প্ৰেত, ডাইনী-যোগিনী আদিৰ সন্তুষ্টিৰ বাবেও বিভিন্ন মান, পূজা পতা হয়। ই ঘৰতো

হ'ব পাৰে পৰতো হ'ব পাৰে।

'কহিলা-কুদ্ৰা বাড়ীৰ ভূত
একটা মুৰগী দিলে
চাপ্-চুপ।'

মাছ, কাছ আদিৰ বিষয়েও যথেষ্ট গীত-মাত আছে। ল'ৰা খেলোৱা নিচুকনি গীতবোৰৰপৰাই ইয়াৰ পাতনি মেলিব পাৰি।

'আইৰে চানা পুনাৰা মাছ ধৰিতে যাব
মাছেৰ কাঁটা পায়ে লাগলে দোলাই চাপে যাব
দোলাই আছে কামৰাঙ্গা খাতে খাতে যাব।'

শামুকৰ তৰকাৰী খোৱাটো প্ৰচলন থাকিলেও কিছুৱে ইচ্ছা নকৰে। এইসকলৰ বাবে বিকল্প ব্যৱস্থাও আছে। বোৱাৰী এগৰাকীয়ে শামুকৰ তৰকাৰী নোখোৱা দেখি সেয়েহে দৰিকণা মাছ ধৰাৰ চিন্তা কৰিছে —

'হামাৰ বহু ভাত খাই নাই ঃ গগলী তৰকাৰী
চল বহু সিনান ঘাটে ঃ দাঁড়কা দুটি-ধৰি'

'দাঁড়কা', 'দাঁড়কিন', 'দাঁড়কিয়া' বা ডঁৰিকনা মাছবোৰ হালধি বা কুমলীয়া কলপাতেৰে মেৰিয়াই গৰম জুইত পুৰি চাটনি, চখা, সনা, পিটিকা কৰি খাব পাৰি। এনে কৰোঁতে আন্দাজ মতে তেল, নিমখ, পিঁয়াজ-জলকীয়া দি সানি লোৱা হয়। হালধি পাতৰ গোন্ধে সনাটোক অধিক লোভনীয় কৰি তোলে। ডঁৰিকনাৰ অৱশ্যে ভাজিও খাব পাৰি। সনা কৰি খাব পৰা আন মাছৰ ভিতৰত পুঠি, গৰৈ, চেঙেলি, শিঙি, মাগুৰ আদিও পৰে। কেৱল কাঁইটবোৰ গুচাই ল'ব লাগে। এনেধৰণৰ পিটিকা বা চাটনি খোৱাৰ মতলবতেই কোনোৱা বিয়ে বা বিয়েনীয়ে মিতিৰৰ ঘৰলৈও আহে। কাৰণ গোমধানে দাঁতক খুচী কৰাৰ দৰে মাছৰ চাটনিয়েও ভাত খাবলৈ মনটোক যথেষ্ট খুচী কৰে। যেনে —

ক) 'জনাৰ দেখে দাঁতেৰ বড় খুচী
পোড়া মাছে খাবাই দুটি বেছি'

খ) 'ইচ্‌লি মাছেৰ চড়চড়ানি ঃ দাঁড়কা মাছেৰ চাটনি
কি মোহনী দিলি বেহাইন ঃ বেহাই আইল আপনি'

চাটনি মানেই চাটি খোৱা বা চেলেকি খোৱা কম খৰচত আহাৰ গ্ৰহণ কৰাৰ পদ্ধতি বুলিও ক'ব পাৰি। চাটনিৰ গৌৰৱ এইখিনিতেই—যেনে —

ক) 'চাট্‌নি চাটে ভাত খায় ঃ সে পুৰুষৰ মৰণ নাই'

খ) 'ভোখ্ আছে যাৰ ঃ চাটনিৰ মজা তাৰ'

পিটিকা বা চাটনিয়ে জিভাৰ জুতিত সহায় কৰে। ইয়াত ধনী-দুখীয়াৰ প্ৰভেদ

নাথাকে। তথাপিও কিছুৱে আনৰ খোৱা-বোৱাৰ তাচ্ছিল্য কৰিলে যিবিলাকৰ বিগত জীৱনৰ সাত-পুৰুষক ঘাইল কৰিবলৈ এপাত অস্ত্ৰ ব্যৱহাৰ কৰে —

'পোড়া মাছ খাইতে দিন গেল
এখন তৰকাৰীকে নিন্দে
অঘৰী হঁইয়ে দিন গেল
এখন ঘৰ বান্ধে।'

নদী-বিল-দলনি-হোলা আদিত মাছ মাৰিবলৈ যোৱাটো এটা চখ্। ঘৰত সোমাই থকাতকৈ বিনা পইচাৰে পাব পৰা মাছ দুটামান ধৰিবলৈ যাওঁতে আনন্দও আছে আৰু কিছু পৰিমাণে মানসিক অৱসাদ গুচোৱাৰ খোৰাকীও আছে।

'শাগ্ তুলিলাম লতাপাতা মাছ ধৰিলাম গেতা গ'
ননদ্-ভৌজাই দেখা-দেখি ঃ কাৰ কেমন খচাঁ গ'
উকুন দেখা-দেখি কৰে ঃ বাচী কাজ ৰইল পড়ে'

জাল মাছ, চিংড়ি মাছ বা মিছা মাছক সাধাৰণতে কুমলীয়া জিকাৰ লগত ৰন্ধা হয়। কিন্তু এই বিষয়ে অনভিজ্ঞ এগৰাকী বোৱাৰীয়ে বুঢ়া জিকা দি 'চিংড়ি'ৰন্ধাত শহুৰ বুঢ়াৰ গালি খাব লগাত পৰে —

'চিংড়ি মাছে বুঢ়া ঝিংগাই ঃ মেইগ্ন না
শহুৰ গাইল' দিহা না ঃ আৰ এমন কইৰব্ না।'

কিছুমান মাছ আছে যিবোৰ হয়তো গাৰঁতো থাকে। যেন মাগুৰ। কলহ একোটা ফুটা কৰি পানীক পেলাই ৰাখিলে মাগুৰ মাছে ঘৰ বিচাৰি তাতেই সোমাই পৰে —

'অ' দিদি কলসীটা কানা
কলসীৰ ভিতৰে ঢোকে
মাগুৰ মাছেৰে পনা।'

খাদ্যৰ তালিকাত পুঠী মাছেও ৰেহাই পোৱা নাই। ঔ টেঙাৰ লগত পুঠী মাছ খোৱাৰ পদ্ধতি আছে। 'ভাঙ্গানী কহ্নী' বা সাধু কথাৰ সাঁথৰ এটাত এই বিষয়ে পৰিষ্কাৰভাৱে কোৱা হৈছে। যেনে ঃ পুঠি মাছে গছৰ ডালত লাগি থকা ঔ টেঙাক কৈছে যে— সি যিমানেই গৌৰৱ নকৰক কিয় মানুহৰ হাত পৰিলে গৰম চৌকাতহে সিহঁত দুটাৰ দেখাদেখি অৰ্থাৎ মৰণ হোৱাৰ সম্ভাৱনা —

'ভালাৰে ভালা চিকন কালা
তুমি আছ ডালে ঃ হামি থাকি জলে।
দেখাদেখি হইছে ঃ মৰণেৰে কালে।'

ৰৌ মাছটো ঔ টেঙা দি ৰন্ধা হয়। কিন্তু এই মাছ সহজলভ্য নহয়। ইয়াৰ বাবে টকা-পইছাৰ দৰকাৰ। হাতত পইছা নাথাকিলে ইচ্ছা পূৰণো নহয়। পইছা নাথাকিলে

ভাল জোঁৱাই ল'ৰা এটা বিচাৰি যোৱাটো অসাৰ্থক হোৱাৰ দৰে বৌ মাছ খাবাটোৰ সম্ভৱ নহয় —

ক) 'খাইতে মন যায় বৌ মাছেৰে মাথা
হাতে নাই
পয়ছা
যাইতে মন যায় বাছতে জামাইটা
বিচাৰ কৰি জাইত্‌টা'

খ) 'চাল্‌তা টেঙা বৌ মাছ
কৌ পাতে বৌ ভাত।'

সাঁথৰ কাহিনীৰ সাধু এটাত টোপত থকা 'কুমতি' এটা আৰু মাছৰ কথোপকথনত কোৱা হৈছে—

'কি দেখ্‌ছি মোকে ঃ ঠিক লাগবেক তোকে
জান মাছে মোৰ ঃ মাংস খাবেক তোৰ'

তেতেলি টেঙা দি ৰবালী মাছ ৰন্ধা হয়। এই কথা বিয়া গীত এটাৰ জৰিয়তে কোৱা হৈছে —

'নদী নালাৰ বোৱাল মাছ
তেতুল দিয়ে ঝোল গ'
সে ৰান্ধাটা খাবাৰ আশে
কান্দিছে বৰেৰ বাপ গ'

তেতেলি গছৰ সপক্ষে-বিপক্ষে বহুতো কথাৰ অৱতাৰণা কৰা হৈছে, যেনে -

ক) 'আগে তেতুল পাছে চালতা, ঃ নষ্ট হবেই ঐ ঘৰটা'
খ) 'তেতুল যেমন বাঁকা ঃ তেমন খাট্টা'
গ) 'চেকাৰ ভয়ে পালালি ঃ তেতুল তলে বাসা'
ঘ) 'আম ডালে ভৰসা নাই ঃ তেতুল ডালে মৰণ নাই'

খাদ্য তালিকাত থকা কিছুমান গছৰ গুটি বা ফলমূলৰ ভিতৰত আম-কঁঠাল, বেল-জামু আদিয়েই প্ৰধান। কোনবিধ খালে কি গুণাগুণ হয় তাৰো কৈফিয়ৎ আছে -

ক) 'আম খাবে জাম খাবে ঃ তেতুল খাবে না
তেতুঁল খাইলে পেট দুখাবে ঃ ছেইলা হবে না'
খ) 'বেল খায়ে খাবে জল ঃ তবেই হবেক বুকেৰ বল
তাল খায়ে খাবে জল ঃ তখন যাবে ৰসাতল'
গ) 'মালা তুলসী বেলকে পাত ঃ এক মুঠা লেইকে শিলখে বাঁট
গৰম কইৰ্‌কে মায়ে যদি খায় ঃ শক্তি কড়তেই সন্দেহ নাই'

বাৰীৰ অমৰা জোপাৰুপৰাও তৰকাৰী হয় —

'ঘৰে আছে কেঃ আম্‌ড়া ৰান্ধে দে'

বাৰীৰ বাঁহ গাজ বা বাঁহ বাৰিকো তৰকাৰীৰ তালিকাত স্থান দিয়া হৈছে। সেইদৰে ছাতু বা কাঠফুলাও এক সুস্বাদ তৰকাৰী

(ক) 'পিলাটি কালক মুড়ৰে টুপি
কৃষ্ণ অৱতাৰে মুহিলে গোপী
ৰাম অৱতাৰে ৰাৱনক মাৰি
কালি হৈ হে মিলা সেই চিকাৰী'

(খ) 'বন্‌লে বাহৰাল্য হাঁপ্‌
হাঁপ বলে হামাৰ গটাই মাছ'

পায়স উপাদেয় খাদ্য। ইয়াৰ কৌলীনতা আছে। গাখীৰ, চেনি, চাউল, কাজু-কিছমিছ আদি যাৱতীয় উপকৰণবোৰ দামী। গৰীৱ শ্ৰেণীৰ লোকে ইয়াৰ যথোচিত যোগাৰ কৰিব নোৱাৰে। গুড় মিহলাই ৰন্ধা ভাতকেই পায়স বুলি ধৰে। এই ভাতক 'গুড় ভাত' বা মিঠা ভাত' বুলিও কয়। তৰি-তৰকাৰীৰ অভাৱত এই পদ্ধতি চালু হৈছে বুলি ক'ব পাৰি। অৱশ্যে যোগাৰ কৰিব পাৰিলে চেনি দিও ৰান্ধে।

'তাড়াতাড়ি খাকড়ি ৰান্ধলাম
জামাই চুইল না
সাত পোৱা চালেৰ ভাত ৰান্ধিলাম
ভাতে কুলাই না
দৌড়ে গেলাম কাএগা গোলাই
চিড়া পাইলাম্‌ না
গুড় দিয়ে পায়স্‌ ৰান্ধিলাম
সেই কুলাল না'

দৈ বা দহি দিয়া ভাতক 'দহি ভাত' আৰু গাখীৰ দি লোৱা ভাতক 'দুধ ভাত' বুলি কোৱা হয়। গাখীৰ চেনি মিহলাই ৰন্ধাক 'ক্ষীৰ ভাত' বুলি কয়। গৰীৱ গোষ্ঠীৰ লোকে এনে ভাতৰ যোগাৰ কৰিব পাৰিলে নিজ আত্মীয়ৰ সলনি আন সুহৃদ সকলকহে আলপৈচান ধৰি ভাল পায় আৰু আত্ম তৃপ্তি লভে।

(ক) 'সয়াকে খাতে দিব দহি —দুধ ভাত গ'
দাদাকে দিব মিঠা গুড়েৰ ভাত গ'

(খ) 'দহি চিড়া খাৱাব নাওৱা বামুণ কে গ'
ডাইল ভাত খাৱাব সহোদৰ ভাই গ'

(গ) 'আস বন্ধু তেল মাখ ঃ আমাৰ বচন ৰাখ

মিনাই আস্য যমুনাৰ ঘাটে

দহি চিড়া চিনি দিব খাটে।'

যদিও গুৰ-চেনি-চিৰা-মুৰি আদিক এটা লোভনীয় আৰু উদৰ পূৰণৰ প্ৰধান আহাৰ বুলি প্ৰশংসা কৰা হয়, তথাপিও ইবোৰ কোনো দিনেই ভাতৰ সমান হ'ব নোৱাৰে। এইদৰে পেহী বা মাহীহঁতে মাতৃৰ অভাৱ পূৰণ কৰিব পাৰিলেও জন্মদাত্ৰী মাতৃৰ সমান হ'ব নোৱাৰে। কোৱা হৈছে —

'মাসী বল পিসি বল মায়েৰ সমান নাই

চিড়া বল মুড়ি বল ভাতেৰ সমান নাই'

এইদৰে —

'মধু মিঠা গুড় মিঠা আৰু মিঠা চিনি

সংসাৰে বড়ই মিঠা মায়েৰ হাতেৰ পানী'

মানুহে জীয়াই থাকিবলৈ খায় নে খাই থাকিবলৈ জীয়াই থাকে এই প্ৰশ্নটো চিৰকালেই উত্থাপিত হৈ আহিছে। আনহাতে স্বাস্থ্য বা শৰীৰৰ সুস্থতাৰ বাবে কম পৰিমাণৰ আহাৰেই যথেষ্ট বুলিও কোৱা হয়। সেয়েহে আহাৰ, নিদ্ৰা আৰু ভয়ৰ সীমাৰেখা বঢ়াই তুলিলে গালৈকে ঘাটি বুলি সকীয়নি দিয়া হৈছে —

'আহাৰ, নিদ্ৰাৰ, ভয়? যত বাঢ়াও তত হয়।'

ল'ৰা-ছোৱালীহঁতক মৰমতে ইটো-সিটোকৈ খুৱাই থাকিলে স্বাভাৱিকতে লুভীয়া হৈ পৰে। পেটৰ ভোকতকৈও চকুৰ ভোক বেছি হয়। স্বাভাৱিক মাত্ৰাতকৈ বেছি খাই সিহঁতে হাগনিত পৰে নাইবা ৰোগ বেমাৰত পৰি বিচনাত পৰি থাকিবলগীয়া হয়। সেয়েহে সাৱধান বাণীসূচক কিছুমান মৌখিক উপদেশ সুচোৱা হৈছে —

(ক) 'যাৰ ছাইলা য'ত খায়

তাৰ ছাইলা ভত লালায়'

(খ) 'খায়ে হাগে শুয়ে জাগে

সেই পুত না কোন কাজে লাগে'

সেয়েহে নিজৰ সন্তান হ'ল বুলিয়েই বৰ বেছি আদৰ বা সোহাগ দেখুৱাব লাগে সেয়া সৰ্বজনযোগ্য হ'ব নোৱাৰে কথাতেই কয় —

'অভাৱে স্বভাৱ নষ্ট

আদৰে ছাইলা নষ্ট।'

ভোকত থকা মানুহয়েহে তৰকাৰীৰ সোৱাদ বুজি পায়। এইসকলে তৰকাৰী বুলি নিমখ জলকীয়াৰেই তৃপ্তি সহকাৰে ভাত-পানী খাব পাৰে। বন-লতা, শাক-পাচলি অথবা শাকে-বেঙেনাৰেই জীৱনভৰ চলি যায়। প্ৰতি দিনটোৱেই এওঁলোকৰ বাবে আকালৰ দিন। আগবেলা খালে পাছবেলা টেকেলি কাতি। প্ৰাণৰ অন্তত খোৱা-বোৱাৰ

বাবে একো যোগাৰ কৰিব নোৱাৰা হেতু বুঢ়া মূলাৰেই উদৰ পূৰণ কৰিবলগীয়া হয়।

'দিন গেল ভাই শাগে বেগুনে
আকাল চল্‌বে বলে কে বা জানে
তৰা সিমান কৰে খাবে কি
বুঢ়া মুলা কিছু যোগাৰ কৰেছি।'

'ডিংলা' বা ৰঙালাউৰেও তৰি-তৰকাৰী হয়। ই মাটিত বগায়। লতাৰ আগবোৰ ভাজি খোৱা হয়। সোৱাদো উত্তম। বাৰীৰ এনেবোৰ শাক-পাচলিৰে ইঘৰ-সিঘৰে দিয়া-লোৱাও কৰে। কিন্তু এনেবোৰ নিয়ম কেতিয়াবা বাদ পৰিব লগা হ'লে মনত বিষম ঠেকা খাব লগা অৱস্থাও নঘটা নহয় —

'ডংলা পাতে ঘিৰেছে বাড়ী
তাৰই লতে কৰি তৰকাৰী
তোৰা বা কাঢ়িছ, নাই
কি কৰি হাই
কিছু পদেলি উপায়।'

'বাচী ভাত', 'পানী দিয়া ভাত', 'মাড় ভাত', 'চাল ভাজা', 'মুড়ি ভাজা', 'চিৰাভাজা', 'খৈ', 'কুঁড়া', আদিয়েই কোম্পানীৰ কামত থকা বা দিন হাজিৰা কৰি ফুৰা গৰীব মানুহৰ বাবে প্ৰয়োজনীয় আহাৰ। এইবোৰ আহাৰ এবাৰত প্ৰস্তুত কৰি সম্পূৰ্ণৰূপে শেষ নকৰি পুৱা-গধূলি সাঁচি ৰখা হয়। ভোক-পিয়াহত থাকিলে এনেবোৰ খাদ্যৰেই ভোক গুচোৱা হয়। চাল ভজাৰ ক্ষেত্ৰত কোৱা হৈছে —

'চাল ভুনজা চা পানী ৰাখিলি পৰাণ
ফাকি দিয়ে যদুৰাম অনাইল্য আসাম।'

অথবা

'ছট-মট ছাঁচ্ কড়
চাহ পানী গৰম কৰ
খায়ে-দায়ে খাব ৰে কামজাৰী
ঠিকা কাম বড়ই দিগ্‌দাৰী।'

'বাচীভাত' বা আগদিনা ৰন্ধা ভাত পাছদিনা খোৱাটো বহু ক্ষেত্ৰত পৰম্পৰা যেন দেখা গ'লেও ইয়াৰ বিপৰীতে বহুখিনি ভাষ্যও আছে। বিশেষকৈ নতুনকৈ বিয়া কৰাই অনা বোৱাৰীৰ ক্ষেত্ৰত পিতৃগৃহত ৰাংঢালী হিচাপে ডাঙৰ-দীঘল হৈ স্বামী গৃহলৈ আহি নতুন পৰিবেশ, চাল-চলন, আচাৰ-ব্যৱহাৰ আৰু খোৱা-বোৱাত এইসকলে

অতীষ্ঠ হৈ পৰে। সময় আৰু সুবিধা পালে গীতিকাৰসকলে এওঁলোকৰ মনোবেদনাবোৰকলৈও গীত ৰচনা কৰে —

'যখন আমৰা ছুটু ছিলাম
টুপাই খাইতাম গুড়-মুড়ি
শহুৰ ঘৰে দেখ্‌ছি মা-গ'
বাচী ভাতে নাই মুড়ি'

এইসকল কন্যাক পিতৃ-মাতৃ অথবা ভাতৃহঁতে হয়তো মৰম-চেনেহ কৰিছিল। লাগ্‌ বুলিলেই ইটো-সিটো দিব পাৰিছিল। কিন্তু শহুৰৰ ঘৰত পানী-দুনি কঢ়িয়াই আনি ৰান্ধনীশালত জুই পুৰাই ৰন্ধা-বঢ়া কৰা, বাচন-বৰ্তন ধোৱা-মেলা কৰা, আলহী-অতিথিক আপ্যায়ন কৰিবলৈ যাওঁতে হিয়াবোৰত হয়তো অজস্ৰ দুখবোৰৰ বিস্ফোৰণ ঘটে —

'বাপেৰ ঘৰে লাড়ি-চাড়ি ঃ সুধুই গ মিঠাই হাঁড়ি
শহুৰ ঘৰে লাড়ি-চাড়ি গ'মা ঃ সুধুই ভাতেৰ হাঁড়ি'

পিতৃ-গৃহৰ খোৱা-বোৱা, আদব-কায়দাক এইসকল কন্যাই সদায়েই উত্তম বুলি বিবেচনা কৰে। আনহাতে শহুৰ বা স্বামীৰ ঘৰখনৰ নিন্দা ৰচিবলৈ কুণ্ঠাবোধ নকৰে। টুচুগীতত এই বিষয়ৰ কথা উত্থাপিত হৈছে —

'বাপেৰ ঘৰেৰ চেপ্‌টা চিড়া ঃ খাইতে ভাল দুধ ঃ গুড়ে
শহুৰ ঘৰেৰ ফৰ্পড়া মুড়ি ঃ ফুকে দিলে যায় উড়ে'

আনহাতে বোৱাৰীসকলে কষ্টৰ দিনবিলাক অতিবাহিত কৰা বুলি দুখ কৰাৰ বিপৰীতে হয়তো স্বামী কুলৰ বহুতেই খামুচি খাব পৰা দৈ বাতিৰ লগতে আৰৈ ধানৰ ঢেকীত খুন্দা চেপেটা চিৰাৰ জলপানকো তুচ্চ জ্ঞান কৰা ভাৱাবেগৰ প্ৰকাশ ঘটিছে ঝুমুৰ গীতত। ল'ৰা-ছোৱালীহঁতৰ জন্ম দিয়াৰ পাছত এওঁলোকৰ নিচিনা স্বামী বা পিতৃহঁতে অৱশ্যেই ৰান্ধনী পৰিবাৰক খৰি যোগোৱা তৰি-তৰকাৰী যোগোৱা বা পানী যোগাৰ দিয়া আদি ইটো-সিটো কামত সহায় কৰা সলনি নিজৰ স্ফুৰ্তি-তামাচাতহে সময়বোৰ পাৰ কৰিবলৈ বিচৰাটো গীতবোৰত প্ৰকাশ পায়।

ক) 'আল ধানেৰ পাত্‌লা চিড়া ঃ গামছা বান্দা দহি গ'
খাবাৰ বেলা মনে পড়ে ঃ আমাৰ প্ৰাণেৰ সখীকে গ'

খ) 'ছাইলা কাণে টিহিক-গাগৰীতে জল নাই
বাপ-দাদাৰে বাছা মুৰলী বাজায়।'

সি যি কি নহওক বাচী ভাত খাই এগৰাকী ন-বোৱাৰীয়ে কেনে বিপদত পৰি কি বিড়ম্বনা ঘটিবলৈ লৈছিল তাৰে এটা সাধু কথাৰ থুল-মূল কাহিনী এটা উদ্ধৃতি কৰা হ'ল।

কোনো এক গৃহস্থৰ ঘৰত 'ঘৰ বুঢ়ী' নামৰ এগৰাকী গৃহদেৱীৰ মূৰ্তিৰ থানত

নিত্যৌ-নৈমিত্তিকৰূপে পূজা-সেৱা চলে। ঘৰখনৰ অপায়-অমঙ্গলবোৰ এৱেঁই দূৰ কৰে। দেৱী আছিল জাগ্ৰতা। এই ঘৰৰেই বোৱাৰীজনীক শাহুয়েকে বিভিন্ন নীতি-নিয়মৰ দোহাই দি ব্ৰতে-উপবাসে ৰাখি পেট-পূৰাই খাবলৈ দিয়া নাছিল। এদিন ভোকত ৰ'ব নোৱাৰি বোৱাৰীজনীয়ে দুপৰ ৰাতি চুপে-চাপে শৰ্য্যা এৰি ৰান্ধনীশালত 'বাচী ভাত' খাওঁতে চৰুটো জুঠা হ'ল। হাঁড়িত খাইতীৰ এনে দুষ্কাৰ্য্য দেখি দুখত মিৰ্য়মান হৈ 'ঘৰ বুঢ়ী' দেৱীৰ দুয়োখন হাত গালত লাগিল। পুৱা উঠি দেৱী মূৰ্ত্তিৰ এনে অৱস্থা দেখি সকলোৰে হুৱা-দুৱা লাগিল। অদৃশ্য বিপদৰ আশংকাত পিল্লাই চমকোৱা অৱস্থা হ'ল। বহুতো ধৰণৰ পূজা-সেৱা চলিল। হাঁহ-মুৰগী আদিও বলি কাটিলে। কিহৰপৰা কি হ'ল বুলি গুণা-গঁথা চলিল। তথাপিও মূৰ্ত্তিৰ হাতদুখন গালৰপৰা কোনো পধ্যেই এৰ নাখালে। বিপদৰ আশংকাত সকলোৱে বোৱাৰীজনীকেই দোষী সাব্যস্ত কৰি মাৰপিট কৰিবলৈ সাজু হ'ল। এনে অৱস্থাৰ মোকা-বিলা কৰিবলৈকে তাই কোনোবা এটা পাকত দেৱীখানত সোমাই পৰি ভোকত নিয়ম নাস্তিৰ দোহাই দি ৰঙা চকুৰে 'ঘৰ বুঢ়ীক' ধমক দি উঠিল—

'হামি খাইলি বাচী ভাত
তব কেনে গালে হাত
ছাড়বিত' ছাড় গালেৰ হাত
নাহলে মাৰিব জোড় লাথ্।'

বোৱাৰীৰ ধমকনিত দেৱী-মূৰ্তিৰ গালৰপৰা তৎমুহূৰ্তে হাত দুখন এৰ খাই পূৰ্বাৱত হ'ল। দেৱী গৱাকীয়ে ভয়তেই এনে কৰিলে। কথাতেই কয় 'মাৰচে মহাদেৱ ডৰায়'। পুনৰ আগৰ অৱস্থা দেখি ঘৰৰ সকলোৱে স্বস্তিৰ নিশ্বাস পেলালে। বোৱাৰীক লক্ষ্মী স্বৰূপিনী বুলি ভাবি সিদিনাৰেপৰা ৰান্ধনীশালৰ চাবি-কাঠী চমজাই দিলে। 'বাচী ভাত' খোৱাৰ ঘটনাটোৰ কোনেও ফুটকে নাপালে।

কৰম পূজাৰ দুই নায়ক কৰমু আৰু ধৰমুক লৈ প্ৰায় একেই ধৰণৰ কেইবাটিও কাহিনী প্ৰচলিত আছে। তাৰে এটা সংক্ষেপে এনে ধৰণৰ —

দুই ভাই কৰমু ধৰমুৱে কৰম ঠাকুৰৰ সন্তুষ্টিৰ অৰ্থে গোটেই ৰাতি নাচ-গানসহ পূজা-সেৱা কৰে। পিছদিনা পুৱাতেই গা-পা ধুই আগদিনাই ৰান্ধি খোৱা বাচী ভাতখিনি কৰম দেৱতালৈ উচৰ্গা কৰিহে খাবলৈ লয়। এদিন কৰমাই বাচী-ভাতৰ সলনি গৰম ভাতেৰে উচ্ছৰ্গা পৰ্ব সমাধা কৰে। ফলস্বৰূপে ঠাকুৰৰ গা জ্বলা-পোৰা কৰিবলৈ ধৰে। অমৃত কুণ্ডলৈ গৈ ডুব মাৰিও শান্তি নাপালে। এনেতে দৈৱবাণী শুনি কৰমুৱে নিজ দোষৰ কথা বুজি পালে। লগে লগে তেওঁ সাত সাগৰ তেৰ নদীৰ পাৰত পৰি থকা ঠাকুৰৰ সমীপলৈ ৰাওনা হ'ল। কৰমুক দেখিলে গছ-বিৰিখৰ ছাঁবোৰ আঁতৰি যায়। পকা ডিমৰু খাবলৈ গৈ পোক-পৰুৱাৰ কিল্‌বিলনি দেখি খাব নোৱাৰে।

পুখুৰী দেখি পানী খাবলৈ গ'লেও একে দশা হয়। এইদৰে বহু কষ্টেৰে গৈ ভাদ মাহৰ শুক্লা একাদশীৰ দিনা অমৃত কুণ্ডৰ পাৰত ঠাকুৰ দেৱতাৰ সন্ধান পাই ক্ষমা প্ৰাৰ্থনাসহ সষ্টাংগে লুটি খাই পৰিল। ঠাকুৰ দেৱতা সন্তুষ্ট হ'ল। পুনৰ বিধান দিলে। সেই অনুযায়ী পাছদিনাৰপৰাই পুনৰ 'বাচী' ভাতেৰে উছৰ্গা পৰ্ব আৰম্ভ কৰিলে। ফলস্বৰূপে হেৰোৱা সম্পত্তিবোৰ তেওঁ ঘূৰাই পাবলৈ সক্ষম হয়।

এই কাহিনীটোৰে বাচী ভাত খোৱাটোক উৎসাহিত কৰা হৈছে যেন ধাৰণা হয়। বিশেষকৈ ভোকাতুৰসকলে লাগ বুলিলেই তৎক্ষণাত খাবলৈ দিয়াটো সম্ভৱ নহয়। কাজেই বাচী ভাতত অনীহা নহ'বলৈকে বোধকৰো কাহিনীটোৰ অৱতাৰণা কৰা হৈছে। কাৰণ ধৰ্ম-কৰ্মৰ দোহাই দিলেই বহুতো কাৰ্যৰ ইতি পৰে।

কিছুমান অসুবিধাৰপৰা ৰেহাই পাবলৈ বা সময়ৰ খৰচ কমাবলৈ নাইবা জোখমতে তৰকাৰী-পাচলি আদি যা-যোগাৰ কৰিব নোৱাৰাসকলৰ বহুতেই 'খিচুড়ি' বা 'খিচিড়ি' ভাত ৰান্ধিও সংসাৰ চলাবলগীয়া হয়। এই ভাতৰ বিশেষত্ব এয়েই যে একোটা বটুৱা বা কেৰাহীতেই চাউল-ডাইল-নিমখ-মছলা-হালধি আৰু হ'লে লাউ কোমোৰা-আলু গুটি আদিৰ পৰিপূৰকেৰে সিদ্ধ কৰে। ই আমিষ বা নিৰামিষো হ'ব পাৰে। ভাল পাক হ'লে সোৱাদতো অতুলনীয় হয়। ধনীৰ ঘৰত ইয়াকেই 'পোলাও' বুলি কয়। সেইদৰে হোটেলত 'আমলেট' গাঁৱৰ ঘৰত 'কণীৰ ৰুটি' বুলিহে চিনাকি আছে। সি যি নহওক 'খিচিড়ি'য়ে বহুত অসুবিধাৰপৰা বচাই তোলে —। কোৱা হৈছে

'খিচ্ড়ি অন্ন পাকাবে
ঝন্ ঝট সে বাচঁবে'

ৰোগী বুঢ়া-বুঢ়ী বা দাঁতসৰাসকলৰ বাবে টান ভাত খোৱাটো এটা সমস্যা। গিলি খাওঁতে এইসকলৰ যথেষ্ট কষ্ট হয়। সেয়েহে সাধাৰণভাৱে কৰা সিদ্ধ ভাতক অধিক পানীৰে ততোধিক সিদ্ধ কৰি থপ্‌থপীয়া কৰি লোৱা হয়। ইয়েই গেল-গেলীয়া হৈ পৰা বাবে নাইবা গিলি খাওঁতে সুবিধা হয় বাবে 'গিলা-ভাত' নাম পাইছে। কোৱা হৈছে —

| | |
|---|---|
| ক) 'গিলা ভাত<br>ঢিলা দাঁত' | খ) 'ঝড়ল দাঁত<br>গিলা ভাত' |

তৰকাৰীৰ অভাৱত বহুতো লোকে খুদ চাউলৰ সৈতে 'কুদৰুম' টেঙাৰ পাত বা টেঙামৰা পাত মিহলাই তেল মছলাসহ প্ৰায় খিচিড়িৰ দৰে এবিধ ভাত ৰান্ধে। খোৱাত টেঙা হয়। ৰুচি আনে সোৱাদো। ইয়াক 'কাঞ্জী' ভাত বুলি কয়। গৰীবৰ বাবে ইও এক প্ৰিয় আহাৰ। কোৱা হয় —'ভাত খাবি কাঞ্জী
বিপদ-আপদে ঠাকুৰ জী'

গৰীব শ্ৰেণীৰ মানুহক লৈ বহু ধৰণৰ জীৱন-সংগ্ৰামৰ কথা সৃষ্টি হৈছে। যেনে-গৰীব

লংকালে গ'লে সাগৰো শুকায়-মাণিকো লুকায়। ঢেকী স্বৰ্গলৈ গ'লেও ধান বনাহে কাম। ভেকুলীৰ পিঠিত নোম নগজে। এইদৰে বাগানীয়া কথাত 'ঝেংগুৰ, ঝেংগুখ-ঝেংগুৰু বাপ নাই'ত বেটাৰ কেনে নেগুৰ'। বাপে নাই পুতে-চঙ্গা ধৰে মুতে। ঘৰে নাই গেড়া বাহাৰে দল বেহৰা। বাপেৰ নাম হত, চাল চিবাচে কত। ঘৰে নাই থৰ্‌ছি জনাৰ খাতে মৰছি। 'বড় বড় হাতী ঘঁড়াই দাঁত ৰাংচে, গাধাই বলে ক'ত পানী আছে'। 'বাপে নাই জানে লেখা-পড়া। বেটাৰ পন্দে কাগজ ছিড়া। অভাগা যে দিগে যায় কাঁটাই বিন্ধে সাঁপেও খায়। 'উদ খাইতে খুদ্ নাই নেউল বাজাই শিংগা। পুঠী মাছে গীত গাছে নাচ্‌ছে বাড়ীৰ ঝিংগা'। এইদৰে আৰু ক'ত কি?

সি যি কি নহওঁক চাহ-বাগিচাৰ বনুৱাখিনিয়ে কোম্পানী বা বাগিচাৰ কামত পুৱাৰ ভাগতেই ওলাই যাবলগীয়া হোৱা কথাটো আলোচনাৰ কোনোবা এঠাইত উনুকিয়াই অহা হৈছে যদিও কোম্পানীয়ে সামৰি ল'ব নোৱাৰা এই মানুহখিনিৰ একাংশই অৱশ্যেই ফালতু পৰি থাকে। আন একাংশক নানান কাৰণত ফালতু পৰিবলৈ বাধ্য কৰোৱা হয়। এইসকলে দিন-হাজিৰা কৰিবলৈ গাঁৱে-ভূঞে ঘূৰি ফুৰে। সুবিধাত থকাসকলে নগৰ-চহৰলৈ ঢাপলি মেলে। কিছুৱে মহাজন, ঠিকাদাৰ আৰু ধনীৰ ঘৰত বন্ধোৱা শ্ৰমিক হিচাপে গা-খাটে। কিছুৱে দিনে আনি দিনে খায়। এওঁলোকৰ বাবে কামেই খোৰাকী। অৰ্থনৈতিক সমস্যাই এওঁলোকক অভাৱনীয়ভাৱে জুৰুলা কৰি তোলে।

ঝুমুৰ গীতত এই অৱস্থাৰ কথাৰ অৱতাৰণা হৈছে —এনেদৰে —

'চাপাকাঠীৰ হাট যাইতে
বেহায়ে ধৰিল হাতে
অ' বেহাই ছাড় দুটি হাত
মাটি না কাটিলে যাবে ভাত'
বাগান ঝাড়ে কাম নাই
গাঁৱে গঞ্জে কামে যায়
বেলচা চালালেই পেটেৰ ভাত
অ' বেহাই ছড়ে দুটি হাত
বাবু ঘৰে ঘাঁস কাটি
নাকাটিলে পেটে পটী
মহাজন বলে ছোট জাতি
অ' বেহাই ছাড় দুটি হাত'

গোহালীত বান্ধি থোৱা বলদ এহালৰ বাবে ঘাঁহ-পানীৰ যোগান দিব লাগে। ঘাঁহ-কাঁটোতে যথেষ্ট সময়ৰ দৰকাৰ হয়। ঘাঁহ কটা, ঘাঁহ বিচাৰি ফুৰা, ঘাঁহ, কঢ়িয়াই আনি দানা হিচাপে কাটি-কুটি দানা দিয়া কামবোৰ কৰোঁতে ঘামি-জামি জুৰুলি-জুপুৰী

হ'বলগীয়া হয়।

'গোহালে ৰয়েছে বলদ
ঘাঁস দিতে হইল বলদ
ঘাঁস কাটা কঠিন বড় কাম
ঠচ্‌কি - ঠ -চকি পড়ে ঘাম'

আনৰ ঘৰত পেটে-ভাতে খাই বা হাজিৰা কৰি ফুৰা এইসকল দুৰ্ভগীয়াই নিজৰ হাড় ভঙা পৰিশ্ৰমৰ ফলত চহকীৰ ভঁৰাল আৰু গুটিধানৰ ডুলিবোৰ ভৰাই তোলে। তৎসত্বেও সিহঁত অৰ্থাৎ পৰিশ্ৰমকাৰীহঁত ক্ষুধাৰ তাড়ণাত ম্ৰিয়মান হৈ ভুকীয়া অৱস্থাৰ লাঘৱ নহয়। সেয়েহে খেতিৰ মহাজনে অনুভৱ নকৰা অথচ যিবোৰ দুখ-বেদনাই সিহঁতৰ কলিজাত কঁপনি তোলে-তাৰে কিছু কথা ঝুমুৰত প্ৰকাশ পায়।

'গেল বছৰ আকালে
পহিলা ধানে ঘাটালে
ধান মাইড়ে ডেলিয়া ভৰালে
ভখে ৰাখে হামৰাকে ডুবালে'

গৰীবলোকক লৈ বহুতো বাদ-বিসম্বাদেৰে ভৰা উপদেশ, সুবচনী আদিৰ সৃষ্টি হৈছে। এনে বহু দুখীয়া লোক আছে যিবিলাকে পুৰা বেলা খাবলৈ পালেও ৰাতিৰ সাজত পৰাগি পাৰে। ৰোগ-ব্যাধিত পৰিলে হয়তো চৌবিশ ঘণ্টাই লঘোন দিব লাগে। চৌকা নজ্বলে। উপায়বিহীন হৈ কেবল পানী খায়েই উদৰ নিৰাময়ৰ চেষ্টা চলায়। পানী খায়েই তৃপ্তিৰ উগাৰ মাৰে। খোৱা কথাত —

'উগাৰ দিল জল খায়েঃ ভালসে খাইলি বলে পেট মলে'।

এনেবোৰ দুখীয়াৰ অৱস্থা দেখিয়েই কোনোবাই হয়তো 'ফোড়ন' কটা মাত এষাৰ মাতি উঠিছে ... চুলা জ্বলে নাই ঘৰেঃ গৰীবেৰ ঘৰে একাদশী কৰে।' উল্লেখ কৰিব পাৰি যে, যোগ্যবানসকলে ধৰ্ম-কৰ্ম বা শাৰীৰিক সুস্থতাৰ দোহাই দিয়াৰ যুক্তিত পূৰ্ণিমাৰ তিথিত উপবাস, একাদশীত ব্ৰত আৰু অমাবস্যাত নিশিপালন কৰে। অৰ্থাৎ উপবাসত সম্পূৰ্ণৰূপে ভাত-পানী খোৱাৰপৰা বিৰত থাকে। একাদশীত গধুৰ আহাৰ-পানী বদলাই ফল-মূল আদিৰে পাতলীয়া আহাৰ কৰে। আৰু অমাবস্যা তিথিৰ ৰাতিৰ মাজত গধুৰ অথবা পাতলীয়া আহাৰো নকৰে। কিন্তু দুখীয়াসকলে নিত্য নৈমিত্তিকভাৱে খোৱা পিয়াত কষ্ট পোৱা বাবেই 'গৰীবৰ একাদশী বোলা কথাষাৰ সৃষ্টি হৈছে। দৰাচলতে লঘোন পৰা দিনকেইটাই গৰীবৰ একাদশী তিথি বুলি কোৱা হৈছে।

সুস্থ দেহতহে সুস্থ মন এটা থাকে। পেটত ভোক থাকিলে হৰিনামৰ চিন্তা কৰিবলৈ নিশ্চয় আউল লাগিব। জীয়াই থাকিবলৈ অন্নৰ দৰকাৰ। যিমানেই বিদ্যা অৰ্জন নকৰক লাগে উদৰ পূৰ নাথাকিলে সেই বিদ্যাৰ হয়তো স্খলন ঘটাৰ সম্ভাৱনা

থাকে। কোৱা হৈছে –

'অন্ন চিন্তা মহাচিন্তা ঃ নাশ কৰে সৰ্ব বিদ্যা'

সয়েহে অন্ন চিন্তাৰ জোৰা মাৰিহে হৰিৰ ভজনা কৰিবলৈ কোৱা হৈছে –

'আগে পেট ভৰ ঃ পাছে হৰি ভজ'

অৱশ্যে যিসকল দানী বা ত্যাগী লেকে ভোকাতুৰক আহাৰ বা অন্ন দান কৰি সান্ত্বনা দিয়ে তেওঁলোকে ভূকীয়াৰ বাবে ভগৱান হৈ পৰে। কোৱা কথাত –

'অন্নদান মহাদান ঃ যে কৰে সে ভগবান' নাইবা

অন্ন যাৰ ঃ ধৰ্ম তাৰ।'

আনহাতে খাবলৈ পালেই যে নীতি-নিয়ম উলংঘা কৰি ধুমাধুম খাব লাগে বা গো-গ্ৰাসে গিলিব লাগে তাৰো কোনো মানে নাই। অন্নক 'লক্ষ্মী' হিচাপে মনা হয়। খাৱন-পিয়নত অনিয়ম হ'লে 'লক্ষ্মীছাড়া' হয় বুলিয়েই বিশ্বাস কৰা হয়। বুঢ়াসকলে কয় –

'ধমাধম খায়, যড়াভি সবুৰ নাই ঃ সে ঘৰসে লক্ষ্মী পালায়।'

জ্ঞানীৰ কথাত আলহী –অতিথিক ভগৱান বা দেৱতা ভবা উচিৎ। এইসকল আহিলে আচাৰ-বিচাৰসহ সোধ-পোছ মাৰ্জিত হ'ব লাগে। যোগ্যতা থাকিলে ভাত-পানী, জা-জলপান বা জল-ঘটিৰে আপ্যায়ন কৰিব লাগে। কিন্তু ধন-পইছাৰ অহংকাৰত বহুলোকে আলহী দেখা পালে, বিশেষকৈ গৰীব-দুখীয়া হ'লে, ভিতৰি ভিতৰি গুজৰী উঠে, অসুবিধা পায়। যমপুৰীৰ চিত্ৰগুপ্তই এওঁলোকৰ ওপৰত নজৰ ৰাখে।

'গতিয়াকে দেখ্‌লে চাৰে দাঁত

লুকাইকে ৰাখে খায়েক ভাত

অকৰ্‌ মাথাই যমেৰ হাত'

অহংকাৰীৰ প্ৰতি সেয়েহে কোৱা হৈছে –তিৰোতা নোহোৱাসকলে বিয়াকৰাবলৈ ওলালে গোটেই দুনীয়া খনৰ মানুহক ঢোল পিটি জনাই দিয়াৰ ইচ্ছা কৰাৰ দৰে নিৰ্ধনী লোকেও ধন পালে দিনতেই তৰা দেখা পায় বুলি গৌৰৱ কৰিব খোজে।

'নিধনীয়ে ধন পায় দিনেই দেখে তাৰা

নিমাওগা মাগী পাই বাজায় ঢিচোঁৰা'

পূৰ্বাভাগত ইঙ্গিত দিয়া হৈছে যে দুখীয়া দৰিদ্ৰ লোক যলৈকে যায় ত'তে সাগৰো শুকায় মাণিকো লুকাই। দৰিদ্ৰৰ ভিতৰতো দৰিদ্ৰ থাকে। পিছৰ বিধেই ডাল দৰিদ্ৰ। এওঁলোকেই লাওলোৱা অৱস্থাৰ। ইহঁতৰ ঘৰত বহিবলৈ এখন পিৰা, খোৱা পিয়াৰ বাবে নাই এখন থালী, চৌকাত নাথাকে জুই আৰু নাথাকে নাদৰ পানী। ৰান্ধনীৰ নাকে-মুখে মনোবেদনাৰ শ্ৰান্ত-ক্লান্তৰ ছাঁয়াৰ প্ৰলেপবোৰ দেখিলেই পেটৰ ভোক পেটতে লুকায়।

'পিঢ়াৰ আছে এক ঠেং
পাত আছে ফাটা
ভোখ পালাই ৰান্ধনীৰ
দেখে দাঁতকটা'

আলোচনাখিনি শেষ কৰাৰ আগতে 'শালুক-বচন' এফাঁকি সুৰত ক'বলৈ লৈছো 'খইজ্‌তে গেলি চাল, দেখে আইলি ঝাল্। মাইঙ্‌তে আইল ভাত, শুনাই দিলি বাত্।' অর্থাৎ খাদ্য বিষয়ত গীত-মাত বা প্রচলিত কথাবোৰ গোটাই আনি এইখন পুথি যুগুতাই তুলিবৰ বাবে চাহ-জনগোষ্ঠীৰ জন চেৰেক শিক্ষিত ব্যক্তিৰ সান্নিধ্য বিচাৰোঁতে কেৱল কথাৰ ফুলজাৰীহে পোৱা হৈছিল। সমাজ এখনৰ দায়বদ্ধতাৰ ভাৱ লৈ এইসকল যোগ্যবান কোনোদিনেই আগবাঢ়ি আহিছে বুলি ক'ব নোৱাৰিলোঁ। অথচ কথাৰ পাকতে উৰ্বশী নাচে। সেয়েহে ব্যস্ততাৰ মাজতো সীমিত সময়বোৰ অবাবতে খৰচ নকৰি দুফালে দুই হাত প্ৰসাৰি নিজাববীয়াকৈ যি কেইটা গীত-মাত, চলতি কথাবোৰ বুটলি পাব পৰা হৈছিল তাকে ভিত্তি কৰিয়েই যৎ সামান্য আলোচনাখিনি আগবঢ়াই কণমানি পুস্তিকাখনি পাঠকবৰ্গৰ হাতত তুলি দিয়া হ'ল। জাতি প্ৰেমী, সংস্কৃতি-প্ৰেমী হ'বলৈ আগবাঢ়ি অহা ভৱিষ্যতৰ বংশধৰসকলে হয়তোবা এই পুস্তকাৰ আধাৰতেই এখন ওজন গধুৰ পূৰ্ণাঙ্গ পুথিৰ সূচনা কৰিবলৈ সাহস পাব। হাতৰ খজুৱতীক বাস্তৱৰূপ দিয়াৰ বাবেহে এই লেখকে পেটৰ খোৰাকী কাটি একক প্ৰচেষ্টাৰেই আগবাঢ়িব লগা হ'ল। সুবিধা যদি কেতিয়াবা আহে বহল সংস্কৰণৰ বাবে নিশ্চয় মনোনিবেশ কৰিব। অর্থাৎ

'কন'ৰকম এখন পেট ভৰ
ভালচে খাবে —যখন যাবে ঘৰ'

নে কি কয়?

